# অসমীয়া খণ্ডবাক্য-কোষ

সংকলন

বেণুধৰ ৰাজখোৱা

ভূমিকা আৰু পৰিশিষ্টেৰে

সম্পাদন

মহেশ্বৰ নেওগ






অসম সাহিত্য সভাৰ হৈ

বৰুৱা এজেন্সি : গুৱাহাটী

**ASAMIYA KHANDAVAKYA-KOSA**, A Dictionary of Assamese Phrases and Idioms, from Assamese to Assamese and English, compiled and annotated by late Shri Benudhar Rajkhowa, 1917; second edition, edited with Introduction and Addendum by Dr. Maheswar Neog, and this re-print of the second edition, published by Sri Badan Chandra Barua, Barua Agency, Gauhati, on behalf of Asam Sahitya Sabha, 1980.

প্ৰথম সংস্কৰণ ১৯১৭ খ্ৰীষ্টাব্দ

দ্বিতীয় সংস্কৰণ ১৯৬১ খ্ৰীষ্টাব্দ

পুনৰ মুদ্ৰণ ১৯৮০ খ্ৰীষ্টাব্দ

অসম সাহিত্য সভাৰ হকে

গুৱাহাটীৰ বৰুৱা এজেন্সিৰ দ্বাৰা প্ৰকাশিত

বেচ : ১৬ টকা ( জনপ্ৰিয় সংস্কৰণ ) ।

২০ টকা ( পুথিভঁৰাল সংস্কৰণ ) ।

ভাৰত চৰকাৰে যোগান ধৰা সুলভ মূল্যৰ কাগজত ছপা কৰা হ'ল

মুদ্ৰক :

জোনাক

দীঘলী পুখুৰী পাৰ

গুৱাহাটী—১

# সূচী

অসম সাহিত্য সভাৰ কবলগীয়া

অসম সাহিত্য সভাৰ অন্যতম প্ৰাক্তন সভাপতি স্বৰ্গীয় বেণুধৰ ৰাজখোৱাৰ 'অসমীয়া খণ্ডবাক্য-কোষ'ৰ প্ৰথম সংস্কৰণ তেখেতে নিজেই ১৯১৭ চনত প্ৰকাশ কৰাৰ পিছত ১৯৬০ চনলৈকে অনেক বছৰ গ্ৰন্থখনি দুষ্প্ৰাপ্য হৈ আছিল। স্বৰ্গীয় ৰাজখোৱাৰ সহধৰ্মিনী শ্ৰীযুতা (এতিয়া স্বৰ্গীয়া) ৰত্নকুমাৰী ৰাজখোৱানীয়ে এই গ্ৰন্থখনিৰ স্বত্ব অসম সাহিত্য সভাক অৰ্পণ কৰে আৰু সভাই, সভাৰ তেতিয়াৰ প্ৰধান সম্পাদক ডক্টৰ মহেশ্বৰ নেওগৰ সম্পাদনাৰে ১৯৬১ চনত গ্ৰন্থখনিৰ দ্বিতীয় সংস্কৰণ প্ৰকাশ কৰে। কুৰি বছৰৰ আগতে প্ৰকাশ কৰা এই দ্বিতীয় সংস্কৰণো ইতিমধ্যে দুষ্প্ৰাপ্য হৈ পৰে।

সভাৰ ১৯৭৮ চনৰ কাৰ্য-নিৰ্বাহক সমিতিয়ে, গ্ৰন্থখনিৰ পুনৰ মুদ্ৰণ এটি প্ৰকাশ কৰাৰ বাবে সিদ্ধান্ত লৈয়ো, আৱশ্যকীয় ধনৰ নাটনিৰ বাবে কাৰ্যকৰী কৰিব পৰা নাছিল। গুৱাহাটীৰ অন্যতম পুথি প্ৰকাশক বৰুৱা এজেঞ্চীৰ শ্ৰীযুত বদনচন্দ্ৰ বৰুৱাই সভাৰ হৈ প্ৰকাশৰ দায়িত্ব লবলৈ আগবাঢ়ি অহাত, সভাই ২য় সংস্কৰণৰ পুনৰ মুদ্ৰণৰ প্ৰকাশৰ দায়িত্ব বৰুৱা এজেঞ্চিক দিয়ে। এই মুদ্ৰণটি সভাৰ হৈ প্ৰকাশৰ বাবে দায়িত্ব গ্ৰহণ কৰাৰ নিমিত্তে শ্ৰীযুত বৰুৱাক অসম সাহিত্য সভাৰ হৈ ধন্যবাদ জ্ঞাপন কৰিলোঁ। আমি আশা ৰাখিছোঁ, অসমীয়া ভাষা-সাহিত্যৰ অধ্যয়ন-অধ্যাপনাত ৰত আৰু অনুৰাগীসকলৰ এটি ডাঙৰ অভাৱ গ্ৰন্থখনিয়ে পূৰ কৰিব।

ডিচেম্বৰ ৫, ১৯৮০
ভগৱতী প্ৰসাদ বৰুৱা ভৱন
গুৱাহাটী

নগেন শইকীয়া
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# অসম সাহিত্য সভাৰ নিবেদন

১৯৬০-৬১ বিত্তীয় বছৰত 'অসম সাহিত্য সভা পত্ৰিকা' আৰু ছখনি পুথি প্ৰকাশ কৰিবৰ নিমিত্তে অসম চৰকাৰৰপৰা কুৰি হেজাৰ টকাৰ এটি অনুদান পোৱা হৈছিল। ইতিমধ্যেই পত্ৰিকাৰ তিনি সংখ্যা, 'পৱিত্ৰ অসম', 'কামিনীকান্তৰ চৰিত্ৰ', 'অসমীয়া লোকগীতিসংগ্ৰহ' প্ৰকাশিত হৈ গৈছে। প্ৰকাশন আঁচনিখনিৰ অন্তৰ্গত বাকী তিনিওখনি — বেণুধৰ ৰাজখোৱাৰ 'অসমীয়া খণ্ডবাক্য-কোষ', লক্ষ্মীনাথ বেজবৰুৱাৰ 'মোৰ জীৱন-সোঁৱৰণ' আৰু অসম সাহিত্য সভাৰ সম্মিলনৰ বুৰঞ্জী অধিৱেশনৰ সভাপতিৰ অভিভাষণ-সমূহৰ সঙ্কলন 'অসম সাহিত্য সভাৰ ভাষণাৱলী' ( তৃতীয় ভাগ ) একেলগে আমি ভাষা-সাহিত্য-সেৱীসকললৈ আগ বঢ়ালোঁ। অসম সাহিত্য সভাৰ এগৰাকী প্ৰাক্তন সভাপতি বেণুধৰ ৰাজখোৱা ডাঙৰীয়াৰ এই অতি মূল্যৱান সঙ্কলনখনি প্ৰকাশ কৰিবলৈ পাই আমি গৌৰৱ অনুভৱ কৰিছোঁ আৰু অসমীয়া ভাষাৰ এটি ডাঙৰ অভাৱ পূৰণ হ'ল বুলি ভাবিছোঁ। অসমীয়া-ইংৰাজী বহল ব্যাখ্যা সহ প্ৰকাশিত অসমীয়া জতুৱা খণ্ডবাক্যৰ অভিধান এতিয়ালৈকে এইখনিয়েই প্ৰথম আৰু শেষ।

অভিধানখনি প্ৰকাশ কৰাৰ দায়িত্ব আৰু ক্ষমতা অসম সাহিত্য সভাক দিয়া নিমিত্তে আমি ৰাজখোৱা ডাঙৰীয়াৰ সহধৰ্ম্মিণী শ্ৰদ্ধেয়া শ্ৰীযুক্তা ৰত্নকুমাৰী ৰাজখোৱানীক সভাৰ হৈ ধন্যবাদ জ্ঞাপন কৰিলোঁ। সভাৰ কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ ২৮ ডিচেম্বৰ ১৯৬০ তাৰিখৰ প্ৰস্তাৱ অনুসৰি প্ৰথম সংস্কৰণৰ পৰিশিষ্টখিনি মূল পুথিত সন্নিবিষ্ট কৰি সমস্ত পুথিখনি সামান্যভাৱে সম্পাদন কৰি সম্পাদকে নতুন পৰিশিষ্টত আৱশ্যকীয় টোকা জোৰণি দিছে। কোষখনিত নতুন খণ্ডবাক্য সংযোগ কৰা হোৱা নাই। প্ৰথম সংস্কৰণত গ্ৰন্থকাৰ আৰু প্ৰকাশকে প্ৰস্তাৱ কৰামতে ৰাজখোৱা ডাঙৰীয়াই নিজে কিবা সংগ্ৰহ কৰিছিলনে, তাকো আমি ক'ব নোৱাৰিলোঁ।

সম্পাদন-কাৰ্য্যত সম্পাদকক নানাভাৱে সহায় কৰা বাবে শ্ৰীনকুলচন্দ্ৰ ভূঞা, শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত অধিকাৰ, শ্ৰীলীলা গগৈ, শ্ৰীমতী সুৰাগী বৰুৱা, শ্ৰীমোহনচন্দ্ৰ চলিহা আদিৰ ওচৰত সম্পাদক কৃতজ্ঞ। শেহান্তৰত কিতাপখনি যথাসাধ্য সুন্দৰকৈ উলিওৱাত যত্ন লোৱা বাবে নৱজীৱন ছপাশালৰ গৰাকী শ্ৰীকালীচৰণ পালৰ শলাগ ল'লো।

মহেশ্বৰ নেওগ,
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা

# প্ৰকাশকৰ ক'বলগীয়া

॥ প্ৰথম সংস্কৰণ ॥

এই পুথিখনি ছাপাখানাত দিয়াৰ পাছতে শ্ৰীযুত বেণুধৰ ৰাজখোৱা ডাঙৰীয়া যোৰহাটলৈ বদলি হ'ল। পুথিৰ ওপৰঞ্চি অংশ তেখেতে যোৰহাটৰপৰাহে পঠাইছে। সেই হেতুকে, আহি-কাকত চোৱাত অসুবিধা ঘটি, আখৰ-জোঁটনি-সম্পৰ্কীয় আৰু অন্যান্য দোষ অনেক বৈ গৈছে। তাৰ বাবে প্ৰকাশকহে জগৰীয়া। দ্বিতীয় তাঙৰণত সকলো প্ৰকাৰৰ আসোঁৱাহ গুচাম বুলি আমি গাত ল'লোঁ। আমাৰ বিশেষ অনুৰোধমতে ৰাজখোৱা ডাঙৰীয়াই তেখেতৰ ছবি এটি পুথিত দিবৰ নিমিত্তে অনুমতি দিয়াত আমি তেখেতৰ গুৰিত কৃতজ্ঞতা প্ৰকাশ কৰিলোঁ। এই পুথিৰ কোন অংশ কাৰ্য্য কেতিয়া কৰা হৈছিল, তাৰো এটি তালিকা ৰাজখোৱা ডাঙৰীয়াই আমাৰ অনুৰোধমতে প্ৰস্তুত কৰি ব্যৱহাৰৰ নিমিত্তে আমাক দিছে। পাঠকসকলৰ কুতূহল-নিবৃত্তিৰ নিমিত্তে তালিকাটি তলত তুলি দিলোঁ:—

| | |
|---|---|
| খণ্ডবাক্যবিলাকৰ ফৰ্দ্দ লিখা আৰম্ভ | ৪ নবেম্বৰ ১৯১৫। |
| অসমীয়া অৰ্থ লিখা শেষ | ১৯ মাৰ্চ্চ ১৯১৬। |
| ইংৰাজী অৰ্থ লিখা শেষ | ২৪ এপ্ৰিল ১৯১৬। |
| ইংৰাজী অৰ্থ লুটিয়াই লিখা শেষ | ৭ জুন ১৯১৬। |
| সামৰণি | ১১ জুন ১৯১৬। |
| বৰ্ণমালা অনুযায়ী শৃঙ্খলা শেষ | ১১ অক্টোবৰ ১৯১৬। |
| ছপাৰ নিমিত্তে নকল আৰম্ভ | ১১ জুন ১৯১৬। |
| ছপাৰ নিমিত্তে নকল শেষ | ১৬ অক্টোবৰ ১৯১৬। |
| ছপা আৰম্ভ | ৪ নবেম্বৰ ১৯১৬। |
| ছপা শেষ | ১৩ আগষ্ট ১৯১৭। |

এই পুথিত যিবিলাক খণ্ডবাক্যাৱলী ভুক্ত নহ'ল, যদি কোনো ভদ্ৰলোকে ৰাজখোৱা ডাঙৰীয়ালৈ সেইবিলাকৰ তালিকা পঠিয়াই দিয়ে, তেনেহলে তেখেতে সেইবিলাক খণ্ডবাক্যাৱলী দ্বিতীয় তাঙৰণত ঠাই দিব বুলি আমাক জানিবলৈ দিয়াত আমি সেই কথাৰো এইখিনিতে উল্লেখ কৰি থলোঁ। ইতি।

আসাম ষ্টোৰ্চ, ডিব্ৰুগড়
২৬ জুলাই, ১৯১৭ চন

শ্ৰীবাপাৰাম দাস

# PREFACE

The want of a Dictionary of Assamese Phrases has long been felt by those who are interested in the cause of the Assamese language and literature. The present work is intended to remove this want to some extent. There are 2,387 pharses in this book. There can be no doubt that the book will be found to contain numerous inaccuracies. I have not been able to give it a shape as I had desired originally for want of sufficient leisure. My excuse in rushing it through hurriedly is that the demand for such a book has been felt to be pressing, and I have thought that any book is better than no book.

I have endeavoured to elucidate the phrases in the best way possible. I have found that people use some phrases freely in their ordinary parlance, though they are absolutely ignorant of their origin. In those cases, I have given such explanations as conform as nearly as possible to their current meanings. Again, there are phrases which are susceptible to two or more explanations. In those cases, I have given the explanations which appear to be reasonable and sound. If any explanation of a phrase which I have given in this book is found to be incorrect, it is hoped that the generous public will communicate the fact to me, so that the error may be removed from it in the new edition. I may add that the number of phrases in the Assamese language is so large that it is next to impossible to write a dictionary which can claim to be exhaustive. That the number will certainly be not less than double in the next edition goes without saying.

The phrases are used as ordinary parts of speech such as verbs, nouns, adjectives, adverbs, etc. These are indicated in the book by means of abbreviated forms. It should be borne in mind that a phrase, though shown as a particular part of speech, can be conveniently adapted for use as some other part of speech. A phrase also can be split up and the parts used separately by themselves. A phrase again can be expanded or modified according to convenience.

I have included in this book those phrases only, as a general rule, which are *idiomatic*. But some important words and compound words also have been used in it. As they are idiomatic in character and expressive of particular ideas in a forcible way, I have not omitted them from the present volume, though really they ought to find a place in a dictionary of words.

Dibrugarh
15th October 1916

BENUDHAR RAJKHOWA

# পাতনি

অসমীয়া খণ্ডবাক্য-কোষৰ অভাৱ বহু কালৰেপৰা অসমীয়া সাহিত্যৰ হিতা-কাঙ্ক্ষীসকলে অনুভৱ কৰি আহিছে। সেই অভাৱ কথঞ্চিৎ পৰিমাণে পূৰ্ণ কৰিবৰ নিমিত্তে আমি এই পুথিখনি যুগুত কৰিলোঁ। ইয়াত ২৩৮৭ টা খণ্ডবাক্য আছে। পুথিৰ গাত যে বহু আসোঁৱাহ ৰৈ গৈছে, সেই কথা আমি নিঃসন্দেহে বুজিব পাৰিছোঁ। আমি পুথিখনিৰ গাত যেনে সাজ পিন্ধাম বুলি ভাবিছিলোঁ, সময়ৰ নাটনিত তেনে কৰিব নোৱাৰিলোঁ। লৰালৰি কৰি ইয়াক প্ৰকাশ কৰাৰ উদ্দেশ্য এয়ে যে এই শ্ৰেণীৰ পুথিৰ অভাৱ এনে বেছি হৈছে যে এনে পুথি সমূলি নোলোৱাতকৈ খৰচীয়াকৈ ওলোৱাও ভাল।

খণ্ডবাক্যবিলাকৰ শুদ্ধ ব্যাখ্যা দিবৰ নিমিত্তে আমি সাধ্যমতে পুৰুষাৰ্থ কৰিছোঁ। কোনো কোনো খণ্ডবাক্য এনেকুৱা যে তাৰ চলিত অৰ্থটোকেহে মানুহে বুজি পায়, মূল কি কোনেও ক'ব নোৱাৰে। তেনে স্থলত যি ব্যাখ্যাৰ দ্বাৰা চলিত অৰ্থ সৰ্ব্বোত্তোভাৱে বোধগম্য হ'ব পাৰে, তেনে ব্যাখ্যা প্ৰয়োগ কৰা হৈছে। আৰু য'ত কোনো খণ্ডবাক্যৰ মূলৰ ব্যাখ্যা দুই বা ততোধিক প্ৰকাৰে হ'ব পাৰে, তেনে স্থলত যি ব্যাখ্যা আটাইতকৈ অধিক যুক্তিসঙ্গত, তাকে ব্যৱহাৰ কৰা হৈছে। সাহিত্যৰথীসকলে কোনো ব্যাখ্যা অসঙ্গত দেখিলে যেন দয়া কৰি আমাক জানিবলৈ দিয়ে, ইয়াকে গোহাৰি কৰিলোঁ। আমি দ্বিতীয় তাঙ্গৰণত সকলো প্ৰকাৰৰ আসোঁৱাহ গুচাবৰ নিমিত্তে গাত ললোঁ। অসমীয়া ভাষাত খণ্ডবাক্যৰ সংখ্যা ইমান অধিক যে একেবাৰে সম্পূৰ্ণ খণ্ডবাক্য-কোষ প্ৰকাশ কৰা এক প্ৰকাৰ অসম্ভৱ বুলিলেও দায় নাই। মুঠতে এই কথা ক'লেই হ'ব যে যত দূৰ সম্ভৱ সম্পূৰ্ণৰ ওচৰা উচৰি কৰিবৰ নিমিত্তে অহা বাৰলৈ যত্ন কৰা যাব। আমি ডাঠি ক'ব পাৰোঁ যে দ্বিতীয় তাঙ্গৰণত খণ্ডবাক্যৰ সংখ্যা অতি কমেও দুগুণ বাঢ়িব।

খণ্ডবাক্যবিলাক ক্ৰিয়া, বিশেষ্য, বিশেষণ ইত্যাদি শব্দ-প্ৰকৰণৰ বিভাগমতে ব্যৱহৃত হয়। কোনটো খণ্ডবাক্য কেনেৰূপে ব্যৱহৃত হৈছে, তাক সংক্ষিপ্ত চিনৰ দ্বাৰা বুজাই দিয়া হৈছে। কোনো খণ্ডবাক্য যি বিভাগত দেখুৱালে ব্যাখ্যা বুজিবৰ নিমিত্তে সুচল হয়, সেই খণ্ডবাক্য সেই বিভাগত দেখুওৱা হৈছে। সেই বুলি তাক যে আন বিভাগত ব্যৱহাৰ কৰিব পৰা নাযায়, এনে নহয়। আৰু কোনো খণ্ডবাক্য

বিশ্লেষণ কৰি তাৰ এটা অংশকো পৃথকে ব্যৱহাৰ কৰা যায়। সেইৰূপে, খণ্ডবাক্য বৃদ্ধি বা সালসলনি কৰিও ব্যৱহাৰ কৰা ৰীতি চলিত আছে।

যিবিলাক খণ্ডবাক্যক ৰীতিসিদ্ধ প্রয়োগ-স্বৰূপে ধৰা গৈছে, সাধাৰণতঃ সেইবিলাকক মাথোন এই পুথিত ঠাই দিয়া হৈছে। তাৰ উপৰি, লাগতিয়াল বুজি কেতবিলাক গুটীয়া আৰু যুটীয়া শব্দকো ব্যৱহাৰ কৰা হৈছে। যদিও তেনেকুৱা শব্দ শব্দকোষত ঠাই পাবলগীয়া আছিল, তথাপি ৰীতিসিদ্ধ আৰু বিশেষ ভাব-প্রকাশক বাবে সেইবিলাককো আমি খণ্ডবাক্য-কোষত সুমাই লোৱাটো, উচিত বিবেচনা কৰিলোঁ।

ডিব্রুগড়

২৯ আশ্বিন, ১৮৩৮ শক

শ্রীবেণুধৰ ৰাজখোৱা

# সঙ্কেত-সূচী

| | |
|---|---|
| অ. | অসমীয়া |
| আ. প্র. | আধুনিক প্রয়োগ |
| ক্রি. | ক্রিয়া |
| ক্রি-বিণ. | ক্রিয়া বিশেষণ |
| তু°ক° | তুলনা করক |
| বি. | বিশেষ্য |
| বিণ. | বিশেষণ |
| ব্য. | অব্যয় |
| স° | সংস্কৃত |

# ভূমিকা

অতি প্ৰাচীনকালৰপৰা অভিজ্ঞতাৰ দ্বাৰা উদ্ভৱ কৰিব খোজা মানৱ মনে প্ৰৱচন বা প্ৰবাদ-বাক্য আদি ব্যৱহাৰ কৰি আহিছে। ইংৰাজীৰ A bird in hand is worth two in the bush প্ৰৱচনটি সাধাৰণ মানুহ একজনৰ বা বহুজনৰ অভিজ্ঞতাৰ নিৰ্য্যাস। সি পণ্ডিতজনক সৌৰবায় লেটিন ভাষাৰ সমাৰ্থক বচনফাঁকিৰ কথা : "Plus valet in manibus avis unica fronde duabus ; আমাৰ মনত পেলায় আমাৰ ঘকৰা পটন্তৰলৈ : 'দূৰৰ বৌ-ৰবালি, ওচৰৰ পুঠি-খলিহনা,' কাৰণ 'কোলাৰটো এৰি বোকাৰটোলৈ আশা' কৰে কোনে ? বঙালী পাঠকে ভাবিব, দূৰেৰ সোনা, নিকটেৰ লোনা।' এইদৰে প্ৰৱচনৰ বুকত কত শক্তিকাৰ জ্ঞান আৰু পৰ্য্যবেক্ষণ ৰক্ষিত হৈছে। সিবোৰ লোক-প্ৰজ্ঞাৰ (folk-lore) সূক্ষ্ম সমষ্টি। আন আন লোক-সাহিত্যৰ দৰে ই সেই প্ৰজ্ঞাৰ স্বতঃস্ফূৰ্ত্ত প্ৰকাশ, জীৱনৰ টিপ্পনী। লোক-সাহিত্যৰ দৰেই ভাব প্ৰকাশৰ ৰূপো সৰল। অনেক প্ৰবাদবাক্যবে অন্তৰালত প্ৰত্যক্ষভাৱেই কিম্বা প্ৰচ্ছন্নভাৱেই একোটি কথা বা কাহিনী বৰ্ত্তমান। কিছুমানত আকৌ এটি ৰসিকতা বৰ্ত্তমান, কেতিয়াবা সেই ৰসিকতা গ্ৰাম্যদোষ কিম্বা শ্লীলতাৰ সীমা ডেৱ খোজা দোষৰ গডগঞা পিছল বাটত পিছলি গৈছে। গ্ৰাম্য ৰসিকতা ( bucolic wit ) সম্পৰ্কে এই মন্তব্য ইংৰাজী বা বঙলা প্ৰবাদৰ ক্ষেত্ৰতো প্ৰযোজ্য। প্ৰায়বোৰ যোজনা-ফকৰাত আকৌ এক নিজস্ব ছন্দ বা বিদ্ম্ পৰিলক্ষিত হয় ; কিছুমানত অন্ত্যানুপ্ৰাস বা ৰাইমৰ হেঁচাও আহি পৰিছে। ডক্টৰ সুশীলকুমাৰ দেই লিখিছে, "সংস্কৃত কোশ-কাব্যত যাক অন্যাপদেশ ( এটা বস্তুৰ উপলক্ষ্য লৈ আন এটাৰ বৰ্ণনা ) বোলে, অথবা সংস্কৃত আলঙ্কাৰিকসকলৰ মতে যিটো উপমা-ধ্বনি, অপ্ৰস্তুত প্ৰশংসা বা ব্যাজস্তুতি, প্ৰবাদতো তেনে ধৰণৰ সঙ্কেত অনুপ্ৰবিষ্ট থাকে।" সাধাৰণ পক্ষত সকলো যুগৰ সকলো জনৰ সম্পত্তি-স্বৰূপ প্ৰৱচনৰ 'তাৰিখ সাল লইয়া পণ্ডিতেৰা বিবাদ' কৰিবলৈ প্ৰয়াসৰ স্থল নাথাকে, যদিও দুই-এটিত কেনেবাকৈ বুৰঞ্জীৰ আঁচোৰ পৰা বুলি অন্ততঃ সন্দেহ হয়। অনেকবোৰ প্ৰৱচনত বিদ্ৰূপ বা cynicism-অৰ ভাব বৰ্ত্তমান, যদিও মানুহৰ গুণ দেখুৱাই দিয়াতো সিবোৰৰ কাৰ্পণ্য নাই।

বেণুধৰ ৰাজখোৱা ডাঙৰীয়াৰ "অসমীয়া খণ্ডবাক্য-কোষ" বা *A Dictionary of Phrases* তেওঁৰ সাহিত্যিক জীৱনৰ এটি স্থায়ী কীৰ্ত্তি। ইয়াত অসমীয়া ফকৰা-যোজনা, পটন্তৰ আৰু জতুৱা বাক্য বিশেষ্য, বিশেষণ, ক্ৰিয়া, ক্ৰিয়াবিশেষণ আদি

ৰূপে খণ্ডবাক্যৰ গঢ়ত সঙ্কলন কৰা হৈছে। ফকৰা-যোজনা আৰু পটন্তৰ, এই শব্দ কেইটাৰ ব্যাখ্যা হেমচন্দ্র বৰুৱাৰ "হেমকোষ"ৰ পৰা তলত তুলি দিয়া হ'ল। বৰুৱাৰ মতে কেয়োটা শব্দ প্রায় সমার্থক; বাস্তৱ ক্ষেত্রতো তিনিওটাৰ মাজত বিশেষ পার্থক্য দেখা নাযায়।

ফকৰা, স. শ. (ষাং. ফিকৰা, এফাঁকি কথা) নীতি শিকোৱা বা কোনো কথাৰ উদাহৰণ বা দৃষ্টান্ত দেখোৱা দুই বা অধিক ফাঁকি কথা; যেনে, "ঠাই দিবৰ গুণ, টপটপি গুন." an adage, a maxim, &c.

যোজনা, যোজোনা, স. শ. (সং. যোজন, মিলোৱা) দৃষ্টান্ত, পটন্তৰ। তাক কোনো এক বিষয়ত যোজন কৰা বা লগোৱা যায়; যেনে, "অবুজনক বুজোৱা· ঢেকৰাৰ ঠাৰি সিজোৱা," অৰ্থাৎ ঢেকৰাৰ ঠাৰি সিজোৱা যেনে টান, বুজিব নোখোজা মানুহক বুজোৱাও তেনে, a proverb, an adage.

পটন্তৰ, স. শ. (অং. পট, প্ৰতিমূৰ্ত্তি, সাদৃশ্য) কোনো এক হিত উপদেশ দিয়া এফাঁকি বা দুফাঁকি কথা, (তাত প্রায়ে উপদেশটো বুজাবৰ কাৰণে এটা তুলনা থাকে, এতেকে সেই নাম); যেনে, "অবুজনক বুজোৱা, ঢেকৰা ঠাৰি সিজোৱা", ইয়াত ঢেকৰা শাকৰ ঠাৰি সিজোৱা যেনে টান, অবুজন মানুহক বুজোৱাও তেনে টান, এই শিকনি আছে। সেই দৰেই "শুই থকা শিয়ালে হাঁহ ধৰিব নোৱাৰে," অৰ্থাৎ এলেহুৱা মানুহে কোনো ভাল কাম কৰিব নোৱাৰে; দৃষ্টান্ত, উপমা, a proverb, a simile.

ইংৰাজীৰ proverb শব্দটো লেটিনৰ proverbium শব্দৰপৰা আহিছে। ইয়াৰ সংজ্ঞা অনেকে অনেক দিছে, কিন্তু কোনোটো সংজ্ঞাই সৰ্বজনগ্ৰাহ্য হোৱা নাই। সপ্তদশ শতিকাৰ জে. হাৱেলৰ সংজ্ঞামতে proverb-অৰ তিনিটা গুণ—shortness, sense, salt. লৰ্ড ৰাছেলৰ সংজ্ঞা বিখ্যাত—the wisdom of many and wit of one, এজনৰ সহজবুদ্ধিজাত সৰ্বজনৰ জ্ঞান-সম্পদ। এন্‌চাইক্লপিডিয়া ব্ৰিটেনিকাৰ ব্যাখ্যা—'একোটা সৰল, ঘৰুৱা বাক্যৰ গঢ়ত জীৱনৰ এটি চোকা সমালোচনা প্ৰকাশ কৰা একপ্ৰকাৰ লোকসাহিত্য বা তাৰ পৰৱৰ্ত্তী অনুকৰণ (a form of folk-literature, or its later imitation, expressing in the form of a simple, homely sentence, a pungent criticism of life)। ই বহুদিনীয়া অভিজ্ঞতাৰ ফল-স্বৰূপ একোটা চুটি বাক্য (a short sentence drawn from long experience)। জীৱনৰ চৰম সত্যবোৰৰ বিষয়ে চিন্তাৰ অৱকাশ নথকা সাধাৰণ মানুহৰ এটা জীৱনৰ বা এটা দিনৰ ক্ষিপ্ৰ অভিজ্ঞতা, কেতিয়াবা এটা জাতিৰ কেইবাপুৰুষৰো অভিজ্ঞতা দানা বান্ধি লোকোক্তিৰূপে প্ৰবচনৰ সৃষ্টি হয়। এই ক্ষেত্ৰত প্ৰবচনবোৰ আমাৰ জাতিৰ ভঁৰালত নৈৰ্ব্যক্তিক সম্পত্তি হৈ বৈ গৈছে। আনকালে proverb বা

প্ৰবচন হ'ল অনেক স্থলত উপদেশধৰ্মী প্ৰাজ্ঞোক্তি (লেটিন sententiae), এজন জ্ঞানী লোক বা ভাক পুৰুষৰ ( oracle ) নামত প্ৰচলিত। বাইবেলৰ Book of Proverbs বিখ্যাত, প্ৰাচীন হিব্ৰু ভাষাত যাক বুলিছিল Mishle Shelomoh অৰ্থাৎ জ্ঞানী ছলমনৰ বচন। হিব্ৰুত mashal হ'ল উপদেশপ্ৰদ বা শোকপ্ৰকাশক কবিতা ; লোকোক্তি তাৰ অন্তৰ্গত। বাইবেলৰ প্ৰবচনৰ পুথি সম্ভৱতঃ আংশিক-ভাৱে ছলমনৰ দ্বাৰা জ্ঞানীৰ বচনৰ ( the words of the wise and their dark sayings) সংগ্ৰহ আৰু আংশিকভাৱে ছলমনৰ সৃষ্টি। ই প্ৰাচীন জগতৰ প্ৰবচন-কবিতাৰ ( Gnomic poetry ; gnome—'a pithy and sententious saying, generally in verse, embodying some moral sentiment or precept' ) নিদৰ্শন। এনে প্ৰবচন খ্ৰীষ্টপূৰ্ব্ব ২০০০ বা তাৰো আগৰ মিছৰত আৰু আপেক্ষিক-ভাৱে প্ৰাচীন গ্ৰীকসকলৰ মাজত চলিছিল। তাৰ কিছুকাল পিছতহে সি দেখা দিয়ে হিব্ৰুসকলৰ মাজত। "The fathers eat sour grapes, and the children's teeth are set on edge" ( Jer. XXXI. 29 ; Ezek. XVIII. 2 )—এনে ধৰণৰ বাক্য হিব্ৰু সকলৰ ফকৰা-যোজনাৰ অৱশেষ।

আৰু এক শ্ৰেণীৰ প্ৰাজ্ঞোক্তি হ'ল aphorism ; গ্ৰীক ভাষাৰপৰা অহা এই শব্দটোৰ মূল অৰ্থ হ'ল বিশেষণ বা সংজ্ঞা, আৰু ই বুজায় চুটামান চোকা শব্দৰ এটা সৰু আৰু সাৰুৱা বাক্যত প্ৰকাশিত এঁকোটা সাৰ্ব্বজনীন সত্যক। হিপক্ৰেটিছৰ বেজালী পুথিতে এই নাম পোনতে ব্যৱহাৰ কৰা হয়। হিপক্ৰেটিছৰ প্ৰবচনৰ চানেকি—"দুটা ৰোগ একেলগে আহি পালে, বৰটোৱে সৰুটোক নিমাত কৰে।" লেটিন ভাষাৰ আৰু দুখন বিখ্যাত aphorism-অৰ পুথিৰ গ্ৰন্থকাৰ হ'ল ছেলাৰ্মো ( ১০৬৬ ? ) আৰু এজন ডাট্‌চমেন্, হাৰ্‌মেন্ বুএৰ্‌হাভে ( ১৭০৯ )।

পাশ্চাত্য সকলো ভাষাতে প্ৰবাদ-বাক্যৰ প্ৰয়োগ আছে। য়ুৰোপৰ ইংলেণ্ড, জাৰ্ম্মানী, ছুইডেন, ৰুছিয়া, ফিন্‌লেণ্ড আৰু এষ্টোনিয়া, এই ছখন দেশৰ লিপিবদ্ধ প্ৰবচনৰ সংখ্যাই বোলে প্ৰায় বিশ লাখ হ'ব। ইংৰাজী ভাষাত আদিৰেপৰা প্ৰবচনৰ আহি দেখা পোৱা যায়। এঙ্গ্‌লো-ছেক্সন্ সাহিত্যত প্ৰবচন-কবিতাৰ ( Gnomic verses) সংগ্ৰহ সন্নিবিষ্ট হৈছে। ধৰ্ম্মগুৰুসকলে সাধাৰণ লোকৰ মাজত খ্ৰীষ্টৰ বাণী প্ৰচাৰ কৰোঁতে প্ৰবচনৰ তীক্ষ্ণতা থকা এশ্ৰেণী লেখা ( homilies and chronicles) ব্যৱহাৰ কৰিছিল। চতুৰ্দ্দশ শতিকাৰ চচাৰ আৰু আনসকলৰ লেখাৰপৰা প্ৰবচনৰ প্ৰচলনৰ আভাস পাব পাৰি। ষোড়শ শতিকাত ইংলেণ্ডত প্ৰবচনৰ প্ৰভাৱ প্ৰতুল ভাৱে দেখা দিয়ে, মিছেজ্ জেনেট ই. হেছেল্‌টাইনে ক'বৰ দৰে এলিজাবেথৰ যুগটোৱেই প্ৰবচনৰ পানীত জুকলি-জুপুৰি হৈ আছিল। ইয়াৰ পিছৰপৰাই ক্ৰমে প্ৰবাদ বাক্যৰ আদৰ কমি আহে।

সংস্কৃত সাহিত্যত প্ৰবাদ-বাক্যৰ প্ৰভাৱ সম্পৰ্কে বিশেষ আলোচনা হোৱা নাই। কিন্তু ঋগ্বেদৰ 'ন বৈ স্ত্ৰৈণানি সখ্যানি সন্তি সালাবৃকাণাং হৃদয়ান্যেতা'* (১০।৯৫।১৫) আৰু 'কো বাং শয়ুত্ৰা বিধবেব দেবৰং মৰ্যং ন যোষা কৃণুতে সধস্থ আ।' ‡ (১০।৪০।২) —এনেবোৰ উক্তিৰ দেৱ মতে প্ৰবাদ-বাক্যৰ প্ৰাচীন সাহিত্যিক প্ৰয়োগ হব পাৰে। পিছৰ ব্ৰাহ্মণ্য আৰু বৌদ্ধ সাহিত্যতো প্ৰবাদৰ প্ৰভাৱ পৰিছে।

পূব ভাৰতৰ আধুনিক ভাষাৰ উদ্গম-কালৰেপৰা প্ৰবাদ-বাক্যই নিজৰ গৌৰৱ যো ষণা কৰি আহিছে। পণ্ডিতসকলে নৱমৰপৰা দ্বাদশ শতকৰ ভিতৰত স্থাপন কৰা চৰ্য্যাপদবোৰত কেইবাটিও তেনে বাক্য আমি পাওঁ।—

আপনা মাঁসে হৰিণা বৈৰী। (ভুসুকুপাদ)
[ হৰিণাৰ নিজৰ মঙহেই বৈৰী। ]
গুৰু বোৰ সে সীসা কাল। (ভুসুকুপাদ)
বৰ সুণ গোহালী কি মো দুট্ঠ বলন্দে। (সৰহপাদ)
হাথেৰে কাঙ্কণ মা লোউ দাপণ। (সৰহপাদ)
[ হস্তে কঙ্কণং কিং দৰ্পণেণ। - কৰ্পূৰমঞ্জৰী ]
দুহিল দুধু কি বেণ্টে সামায়। (ঢেণ্ঢণপাদ)
হাঁড়ীত ভাত নাহি নিতি আবেশী। (ঢেণ্ঢণপাদ)

অসমীয়া-বঙলা ভাষাৰ প্ৰাক্তন মিশ্ৰিত ৰূপৰে যেন গ্ৰন্থ শ্ৰীকৃষ্ণকীৰ্ত্তনতো যথেষ্ট সংখ্যাৰ প্ৰৱচন সোমাইছে।—

মাকড়েৰ হাথে যেহ্ন ঝুনা নাৰীকল।
[ বান্দৰে কি নাৰিকলৰ মোল বুজে। ]
আপনাৰ মাঁসে হৰিণী জগতেৰ বৈৰী।
ভুখিল হয়িলেঁ কাহ্নাঞি দুই হাথে না খাইএ।
[ বুভুক্ষিতঃ কিং দ্বিকৰেণ ভুংক্তে। (সংস্কৃত সুভাষিত) ]
হাথ বাড়ায়িলেঁ কি চান্দেৰ লাগ পাই।
কাটিল ঘাঅত লেম্বুৰস দেহ কত।
[ কটা ঘাত চেঙা তেল। ]

প্ৰাচীন বঙলা সাহিত্যত প্ৰবাদৰ এনে অনেকবোৰ টুকুৰা আছে যাৰ মাখিছাল-খন গুচালেই অসমীয়া মানুহে আপোন বুলি চিনি পাব পাৰে। কাশীদাস-কৃত্তিবাসৰেপৰা ভাৰতচন্দ্ৰলৈকে অনেক প্ৰাচীন বঙালী কবিৰ ৰচনাত প্ৰৱচন-প্ৰয়োগ

---

* নাৰীৰ লগত সখ্য নাই; নাৰীৰ হৃদয় হৈছে সালাবৃকৰ হৃদয়।

‡ বিধৱাই যেনেকৈ দেওৰক, নাৰীয়ে যেনেকৈ পুৰুষক পাটীলৈ মাতে।

উপেক্ষিত হোৱা নাই। ঊনবিংশ শতকৰ বঙলা সাহিত্যত প্ৰৱাদৰ ‘জেৰ’ অত্যন্ত বাঢ়ে। ভবানীচৰণ, হুতোম আৰু টেকচাঁদ ঠাকুৰ, ঈশ্বৰচন্দ্ৰ গুপ্ত আৰু দীনবন্ধু মিত্ৰলৈকে বঙলা ভাষাত যি বেগবান ৰস-সাহিত্যৰ সৃষ্টি হৈছিল, তাত প্ৰবাদ আৰু চলতি কথাৰ সৰস খণ্ডবোৰ বঙলা বাক্য-ৰীতি আৰু ৰসিকতাৰ নিখুঁত নিদৰ্শন-হিচাপে সাদৰে আৰু স্বচ্ছন্দে গ্ৰহণ কৰা হৈছিল। এই বাবেই বঙলা সাহিত্যৰ এই যুগটো প্ৰৱাদৰ যুগ। কিন্তু সাহিত্য আৰু ৰুচিৰ পৰিৱৰ্ত্তনৰ ফলত আধুনিক বঙলা ভাব-বিলাসী সাহিত্যত, আনকি ৰস-ৰচনাতো প্ৰবাদৰ ব্যৱহাৰ বিৰল হৈ পৰিছে। ‘যাহা বাঙালীর জীবনের স্বতঃসিদ্ধ ও নিজস্ব বৈশিষ্ট্য, যাহা তাহার চিরন্তন ভাবভঙ্গী, চালচলন, রীতি বিধির স্বভাবতঃ অনুকূল ও উপযোগী, বাঙালীর সেই প্রাণখোলা কথাবার্ত্তা ও জীবনযাত্রার অনাড়ম্বর প্রণালী, আজকাল বিজাতীয় শিষ্টাচারের কৃত্রিম ও প্রাণশূন্য আবরণে ঢাকা পড়িয়াছে। সনাতন জেঠামি দেহ ও মনের যোগ রাখিত, কিন্তু অধুনাতন নেকামি নির্জ্জীব ও অসার।... ...পরের মুখে ঝাল খাইয়া পুঁথিপড়া কালচারের উত্তাপে আমরা অতীন্দ্রিয় রসের রসিক হইয়াছি, তাই রসিকতা জিনিসটি কি তাহাও বুঝাইয়া দিতে হয়!’* এই মন্তব্য অত্যাধুনিক অসমীয়া লেখাতো কিছুদূৰ প্ৰযোজ্য বুলি ইয়াত তুলি দিয়া হ’ল।

প্ৰাচীন স্পষ্ট অসমীয়া সাহিত্যত প্ৰৱাদ-বাক্যৰ প্ৰয়োগ সেই যুগৰ শ্ৰেষ্ঠসকলৰ ৰচনাতে অধিক-ৰূপে দেখা পোৱা যায়। মাধৱ কন্দলিৰ আৰু শঙ্কৰদেৱৰ প্ৰথম ভাগৰ কবিতাত যোজনা-ফকৰাৰ কি হেন্দোলনি। হৰিবৰ বিপ্ৰৰ লেখাতো একেই হৈঁচা। ইসকলৰ পিছৰ বৈষ্ণৱ সাহিত্যতো য’তে প্ৰাণৱন্তা আছে, ত’তে প্ৰবচনে ভুমুকি মাৰিছে, বা নব্য প্ৰৱচন-প্ৰয়োগৰ প্ৰয়াস দেখা পোৱা গৈছে। শঙ্কৰ-মাধৱৰ ব্ৰজবুলিৰ মিচিনা এটা কৃত্ৰিম শৈলীতো প্ৰৱাদৰ প্ৰয়োগ দেখা পোৱা যায়। আনফালে বৈষ্ণৱ ভট্টদেৱৰ গদ্য-সাহিত্যত তেনে প্ৰয়োগ অতি বিৰল। কিন্তু কথা-গুৰুচৰিতবোৰ হ’ল প্ৰৱাদৰ ভৰাল, ভকতীয়া ফকৰাৰ দ্বাৰা বিশেষভাৱে সমৃদ্ধ। বুৰঞ্জীসমূহতো ফকৰা-যোজনা মাজে মাজে লগ পোৱা যায়।

মাধৱ কন্দলিৰ ৰামায়ণত অতুৰা ঠাঁচ এটি বিশিষ্ট লক্ষণ।—

হা ৰাম বাপু তুমি আপুতিৰ পো।

অপনিয়ে পোৱে পিম্পলিৰ দেস পথ। [আ. প্ৰ.—এনেই জুইৰ জালা
তাতে পিম্পলিৰ পথ (অৰ্থাৎ পথ্য)।]

টিপচিৰ বায়ে মেক পৰ্ব্বত উৰিল। টুনি সাপে সব নাগপুৰীক গিলিল॥

* দ্রঃ, বাংলা প্রবাদ, দ্বিতীয় সংস্করণ, ১৩৫৯ ভূমিকা পৃষ্ঠা ১৮-২৪।

পলৰৰ চাৰত দিগ্‌গজ বন্দী ভৈলা।
বাপেকৰ গোসাঁনীক কৰিলেক সাৰ।
ঘৃত কাঢ়ি লৈলা মই কি কৰিবো ঘোল।
নৰকৰ পলুৰ স্বৰ্গত নাহি আশ।
আম্ৰবন দেখি যেন কইলোহো পলাশ।
অযোধ্যা ৰাজ্যত তই ভৈলি সোণগুঁই।
বিপ্ৰৰ কপিলা যেন চণ্ডালৰ ঠাৱে।
সউৰা বৃক্ষক ঃ কইল মোৰ মাৱে ঃ উত্তম বৃক্ষ উভজি। আপাত মধুৰ ঃ শুনিয়া প্ৰচুৰ ঃ স্বাদত পাছে কাজি॥
সিন্দুৰ-চন্দন তোৰ নুগুচোক আৰ।
মোৰ বিদ্যমানত সীতাক হৰি নেস। শিয়ালত শিঙ্গ পৰ্ব্বততে মেৰু দেশ॥
আপুনাৰ দোষে সিটো আপুনি নাশয়। কোপ কৰি ছাগে গল কটাৱে ঘষয়। কটকটায় ঘাৰ কোনে খুজি ক্ষুৰে কাটি। যম-কৰণত কাৰ মলচিল পাতি॥
পিঠি-পাছে ৰাজ ভৈল॥ দেখ-নেদেখ বেগে। পৃথিৱীত সেহি ছেগে॥
সিংহৰ লাঙ্গুল ধৰিবাক হাত মেলে। কংহাল গোমৰ সঙ্গে পৰিহাস খেলে॥ প্ৰমত্ত গজৰ দন্ত আজুৰিতে চায়। মৰিবাক লাগি কোনে বাঘে হাল বায়॥
ৰৱণীয়া ৰাৱণৰ পুণ্ডাত্তেসে দৃষ্টি।
বিয়াইল বাঘিনী সমে কৰে পৰিহাস।
শোকোতাক খাইবো কেনে অমৃত তেজিয়া।
ৰামৰ আপচু-কাচু তোৰ মুণ্ডে দিবো।
তিৰী-চোৰ পাপিষ্ঠ হাৰিব আউঠা খাহা।
ঝাণ্টে চল পাপিষ্ঠ হাৱৰ মাৰ্গ-তলে।
দশম এবায়া একাদশ বৃহস্পতি॥
মিছাত আসিয়া মোক গৰ্জ্জিলাহা তোৰা। জিহ্বাখন মেলি চাহা কলীয়া কি গোৰা॥
সিংহৰ আগত যেন শৃগালৰ টাঙ্গি
টোপলা বাহতে কলা ধাতুমাত্ৰ ৰৈল।
সিদ্ধি খুজি ক্ষুৰতে দুৱাৰে পাইল পথ।
বৃদ্ধ আৱৰতক চৱাল ছুয়া তাঁবা। বুঢ়া শালিকাৰ যেন চক্ষুৰ জৰ কাঢ়া॥

উখসিল পেট যেন জলম্বৰ যোগে ॥  যৌবাস যেন ওলমিল পেট।
ওলমিল ওঁঠ যেন নেৰঠনী শিল।
আগ-ভৰি সক যেন শিলিখাৰ ভাল।
প্ৰথম যোগত যেন নেদয় আসুধি।  ব্যাধি বাঢ়ি গৈলে পাছে হত হবে বুধি ॥
যায় ছাৰি পাছে আসুধিয়ে যেন্ত বাইব।
সৱে সৰজ্যাৰ ত্ৰাস ভলি গৈল।  কাস পৰি জিম গৈল।
সৰমাৰ বোলে শোক গুচিলা সকলে।  খৰ লাগা ধান যেন বৰিষণ জলে।
মৰন্তাক নলাগয় জীবায় আসুধি।
সভাত বসয় উচিতক নোবোলয়।  তৰ্কে প্ৰবৰ্ত্তয় তাক অধৰ্ম্মে ভুলয়।
[ আ. প্ৰ.— সভাত থাকি নামাতে উচিত, দোষে পায় কিঞ্চিত কিঞ্চিত। ]
অলপ পানীৰ শৌল দদৰা-দদৰি।
লোথৰা বুঢ়াৰ বোলে পাইবাহা চেঞ্চৰি।
চৰবৰ চোটে সৱে দশন সৰয়।
একে হাতে কমনে ধৰিবে দুই শোল।
মুখে ধান দিলে আথৈ হৱে ভয়ে হেসনি বন্ধে নিশ্বাস।
বাঘ নামাৰিয়া কেনে আজোবাহা ছাল।
মুনিৰ বোলায়া কিক পিম্পৰা মাৰস।
জয়ঘণ্টা লাৰি আনি বাম পাশ কৰিলা।
মুল চাপি পেহ্লাইলেক ডালত কোন কাজ।
ভাগিবাৰ নেহা আউৰ গঢ়ন নযাই।  [ আ. প্ৰ.— ফলা বাঁহ জাপ নাযায় ]

অতুৰা খণ্ড-বাক্য আৰু প্ৰৱাদ-বাক্যৰ প্ৰয়োগৰ বিষয়ত হৰিবৰ বিপ্ৰক প্ৰাক্-শঙ্কৰী কবিসকলৰ ভিতৰত মাধৱ কন্দলিৰ পিছতে ধৰিব লাগে। তেওঁ য'তে তেনে বাক্য প্ৰয়োগ কৰিছে, ত'তে মূলৰ সংস্কৃতৰ ভাষাৰপৰা অলপকৈ হ'লেও আঁতৰি আহিছে। "লব-কুশৰ যুদ্ধ"ৰ শেহৰ ফালে এনে প্ৰয়োগ বেছি দেখা যায়।

কোথাইৰ পাপিষ্ঠ ধোবে                    মুণ্ডত মাৰিল কোবে
হৃদয়ত মোৰ দিলে শাল ॥
কড়া দুইৰ ধোবাগোটে নিন্দিলেক মোক ॥
পাকে কি কৰিব পাবে মুখে উকঘতে।
কঁসাল সাপত : পাৱ খেলাৱস : বাঘতো ওকণি চাস ॥
কৰিলাৰ বাসে আসে মৰিবাক নাই।
আজিসে বঢ়াইবি বাপু বৈৰবেসে বল ॥

হেন জানো যমে পাত মলচিলা তোৰ ।
সাগৰত ভৰিয়া গো-খোজত গৈলো তল ।
লোণ নাম তল গৈল আঙ্গুলিক চাখা ॥
হাতী শুচি মাখি ভৈলা, গো-খোজত তল গৈলা ।
[ আ. প্ৰ.— হাতী হৈ মাখি হ'লো, লালিত পৰি বন্দী হ'লো । ]
মোক লাগি জানোহো যমৰ নাহি দূত ।

"বভ্ৰুবাহনৰ যুদ্ধ"ত আছে,—

ছাটক-ছোটক তোৰ মাতখানি চাব ।
মাৰক নিন্দিলা তুমি ইহাতেসে মৰো ॥
বুঢ়াৰ হাতৰ চেঙ্গ সেন্দুৰে নেৰাস ।
[ আ. প্ৰ.— বুঢ়াৰ হাতত চেঙেলি পৰ্ । ]
ৰাজাক নিন্দিলি তই কটকটাই ঘাব ।
ঝিম গৈলা সবে সেনা পাণ্ডৱী সমাজ ।
নলৰে নচৰে যেন মূঢ়া কাষ্ঠগোট ॥ স্বৰগ পৰাৰ মতে থাকিলেক থিৰ ।
বৰ ছোট ভাগ্যে যেন নমৰিল জীৱ ॥
থক বক কৰি বীৰে থাকি গৈল তদা ।
নৃপে বোলে উচিত লগাইবোহো ঠাই । [ আ. প্ৰ.— ঠাই কৰে । ]
ঢলো পৰো কৰে দেহা বিহ্বল-পৰায় । [ আ. প্ৰ.— ঢলোঁ পৰোঁ,
ঢলং-পলং । ]
হস্তীৰো পিছলে পায় : সুজনে বুৰায়ে নাও : আক্ৰো আবিত হাবয় জুৰাব ।
[ বঙলা : হাতীৰও পিছলে পা সুজনৰেও ভোৰে না । আ. প্ৰ.— আচলে-পিছলে
হস্তীৰো পাও পিছলে । ]
হস্তী শুচি মাখি ভৈলো : গো-খোজত তল গৈলো, কচুত ভাঙ্গিলো বড় কাছি ॥
আচৰ্ণ্ডি-আবণ্ডি কৰি মৰিলা আপুনি । ভালবেসে ভাল মন্দবেসে মন্দ বাণী ।
ৰণ জিনি আইলো মই একুৰিৰ পো ॥
নখে যিবা কাৰ্য্য সিঝে কুঠাৰ লগাস ॥
[ পাঠান্তৰ— কুঠাৰে নাকাটে নখে বিদাৰিবে চাস ॥ ]
ডোঙ্গা-ডুঙ্গি পাৰে সৰ্পে খাইবেক নুৰাবে ।
শাহ কঢ়া ফাক যেন তেতেলী টেঙ্গাৰ ॥

শঙ্কৰদেৱৰ এখনি আদি ৰচনা "হৰিশ্চন্দ্ৰ উপাখ্যান"ৰ সৰু পৰিসৰৰ ভিতৰতে প্ৰবাদ-বাক্য বহুলভাৱেই ব্যৱহৃত হৈছে—

শালগ্ৰাম মাটিত নটীক দেয় পীৰা।

ওকণিক ভয়ে কোনে মুণ্ডিয়াছে কেশ।

[ আ. প্ৰ.— শালুকিৰ ভয়ত পুখুৰী নথন্দাকৈ থাকেনে ? ]

ছুহিবাক লাগি কোনে বাঘিনীক বান্ধে। মৰিবাৰ আসুৰি গলত ভুলি বান্ধে।

যেন অশ্বথৰ পত্ৰ পহোৰা বতাসে। [ আ. প্ৰ.— মুখ নহয় আঁহতৰ পাত।]

আকাশী সৰগ মাথাত পৰিল মুখৰ মাত হৰিল। মহা শোকশেল হিয়াত পশিল থিয়ৈয়ে যেন মৰিল॥ [ আ. প্ৰ.— আকাশী শৰগ মূৰত ভাগি পৰ্, থিয়ৈ থিয়ৈ মৰ্, থিতাতে মৰ্।]

থায় বিধ্বংসয় একো নজানয় বানৰৰ নাৰিকল।

কাংস পৰি জিম গৈল।

হেন শুনি সবে নগৰী লোকৰ গাৱত লাগিল জুই। [ আ. প্ৰ.— গাত জুই জল্।]

বেহাইবাক নপাইলো ভাগিল ভৰা হাট। হৰি হৰি কিনো বিধি লিখিল ললাট॥

[ ভৰুণ হাট পাতিলো, বেহাবলৈ নেপালো, বিধতাই দাঁড়িলে মোক। —ফুল কোঁৱৰৰ গীত ]

কোনে জানু পাবে আসি পৰৰ শ্ৰাদ্ধত।

চাহন্তে চাহন্তে তোক আখিও দুখাই।

[ আ. প্ৰ.—বাটলৈ চাওঁতে চকু বিষা। ]

ক্ষুধাতুৰ জনে যাচ ভাতৰ পোতনি।

ফাগুনৰ বায়ু যেন নাকৰ বতাস। ওলমিছে পেট যেন বৰ মৌৰ বাস

প্ৰভাত মধ্যাহ্ন গধূলি বেলাত এহিহে মুখৰ গীত। চক্ষুৰ লোতকে পাঙৰি ভিজয় নিদ্ৰা নাচে ৰজনীত॥

দাণ্ডে খেৰ লই কৰিলন্ত কাউ-বাউ।

মাধৱ কন্দলিৰ ৰামায়ণত জোৰণি দিবলৈ ৰচনা কৰা উত্তৰাকাণ্ডত শঙ্কৰদেৱে যেন কন্দলিৰ ৰামায়ণ-ৰচনাৰ প্ৰৱাদ-ব্যৱহাৰ-বহুলতাৰ লগত ফেৰ মাৰিবলৈ যত্ন কৰিছে।—

হস্তীৰ দেখিয়া লাদ শশা যেন ফাৰে মাৰ্গ মোৰ তৈল ভেলুৱ অৱস্থা।

[ বঙলা : হাতীৰ পোঁদ কাড়া দেখে সড়েসড়ে পোঁদ কাড়াতে চায়। ]

চুমাতে কামোৰ যেন ওলগন্তে কিল।

যেন পোৱা খাত ঘসা সনিয়া আমাৰ।

ধান দিলে আখৈ হোৱে বামৰ মুখত।

বন্ধিবে লাগিলা দেৱী সম্মোহ সুখত।

একে জুই জাল আৰু পিপলিৰ পথ।

কংসাল সৰ্পক জকাইবাক কৰ সাস॥

সবে বোলে এনুৱা বামক ভাল ভাল। মইতো জানো মোৰ মনে বাম যমকাল॥

দিয়া দিয়া দিয়া বসুমতী ফাণ্টে বাট। [আ. প্ৰ.—ফাট দিয়া বসুমতী পাতালে লুকাওঁ। ইটো বামচন্দ্ৰ গোসাঁইৰ মুখকে নাচাওঁ॥]

তুমি নভু হন্তে বামায়ণ ভৈলা আগে। [আ. প্ৰ.—বাম নৌ হওঁতেই বামায়ণ হ'ল। মাক নৌ হওঁতেই জীয়েক হ'ল॥]

ছাইৰ অৰ্থে পোৰে যেন জাতি চন্দনক।

মহাপুৰুষৰ আন এখনি আদি বচনা "ৰুক্মিণী-হৰণ" জনগণৰ, বিশেষকৈ নাৰীসকলৰ প্ৰিয় ঘৰুৱা প্ৰবাদ সম্বলিত বাঁতিৰ বাবে।—

যেন মধুমিশ্ৰ দুগ্ধে অতি স্বাদ পাই।

মাধৱৰ নামে সিটো জুইতো নেদে খেৰ।

আনতো নভৈলা তুমি পিতৃ-নামে খাইলা।

জ্যেষ্ঠ ভাই নোহ সাত শক্ৰতো আগল।

অমৃতক বাগ্ধে যেন চুকৰ ভেকুলী।

টিমিকি টিমিকি মাত্ৰ লবে ধাতুখানি।

হৰিষতে মাটিত নেদন্ত যেন ভৰি।

মাটি খাই মৰা কেনে উদয়াৰ ঘাও।

(কঙ্কাল) মুঠিতে লুকায় যেন বৃত্তাসতে হালে (মূলত আছিল 'সুমধ্যমা')।

যাক ভয়ে পলাওঁ দুনাই তাকে পাওঁ ভেট।

[আ. প্ৰ.—য'তে বাঘৰ ভয়, ত'তে বাতি হয়।]

আনৰ জৰত্ত কোনে আনে পিয়ে পানী। মোৰেসে ভাগিনী নেই কাৰ কিবা হানি।

[আ. প্ৰ.—কাৰ জহত (বা জৰত) কোনে পিয়ে পানী, কাৰ ভগিনী মৰে কাৰ হয় হানি।]

যেন ঢোণ্ডা কাকে নৈয়া যাই সোন্দা কল।

সাত-পাঞ্চ নাহি মোৰ কন্যা একগুটি।

ৰূপগুণ চাহি যেন দশে বোলে ভাল।

মিছা বাদ নকৰস যেন নাকে-খুৰে। [আ. প্ৰ.—নাকে-খুৰে দন্ নালাগ্‌।]

প্ৰচণ্ড বাঘৰ আগে যেন পাৰ যেনাৰস অতি ক্ষুদ্ৰ মৃগ যে হৰিণ।

[আ. প্ৰ.—বাঘৰ আগত ছাগৰ ডেৰা-ডেৰি।]

নৃপতিগণৰ মুখে পৰোক চুণ-খাৰ।

কিছু নতু হন্তে মুণ্ড-পোলোকাক দিয়া।

শুনি যেন জোকৰ মুখত দিলে চুণ।

চপাই ৰহিল যেন আম ফৰমট।

[আ. প্ৰ.—আমো নাই ফৰ্মুটিও নাই।]

তুমি প্ৰাণ দিলা বাপে উপাৰ্জিলা মাত্ৰ।

মাধৱৰ মতি কৰে আতি পিত পিত।

জীবাৰ ঔষধ নলাগয় মৰন্তাক।

আঙ্গুলি বেৰুত লওঁ পালটিয়া চায়ো।

শ্ৰীমন্ত শঙ্কৰৰ আন এখন জনপ্ৰিয় ৰচনা "কীৰ্ত্তন-ঘোষা"ই প্ৰাচীন প্ৰবাদকে ব্যৱহাৰ কৰি এৰা নাই, ইয়াৰ অনেক বাক্য-বাক্যাংশই জনসমাজৰ সুখাদ্য-সুপথ্য হৈ প্ৰৱচনৰ মূল্য অধিগ্ৰহণ কৰিছে।

নাৰদে দিলন্ত তিনি কটপা। নমানিবে আক কোননো লপা।

যত তন্ত্ৰ মন্ত্ৰ বেদ-বেদাঙ্গ। হৰি-নামে কৰে সবে সুসাঙ্গ॥

(ইয়াত মূলৰপৰা অলপ পৃথক হৈছে।)

সেৱকে যদি কৰে অপকাৰ। পাৱে অপযশে স্বামীক তাৰ॥

বৈৰভাৱে চিন্তি মোক। হুনাই পাইবা এহি লোক॥

ভকতৰ ভয় আছে কৈত।

বৰুণৰ পাশে বান্ধি থৈয়ো কত কাল। আপুনি বয়স হৈলে বুদ্ধি হৈব ভাল।

শিশু ছৱালৰ কিছু নধৰিবা দোষ।

সংসাৰ-চক্ৰৰ নিকাৰ দেখিয়া সদায়ে ধাতু উৰাই।

ঘোৰ নাৰী-মায়া সৰ্ব্বমায়াতে কুৎসিত।

মুখক চাহন্তে লাগয় বেথা।

আ. প্ৰ.—মুখলৈ চালে লাগে বেথা, পিছলৈ চালে কন্দা-কটা।]

গৰ্ভত থাকন্তে উদৰত ঘালে পাৱে। তাৰ অপৰাধক নধৰে যেন মাৱে।

কটাক্ষে কাটিলে বধ নলাগয় অস্ত্ৰে কাটিলেসে বধ।

দুইৰো দুইকো নাহি তুষ্টি। হানে বজ্ৰসম মুষ্টি॥

গোড়ে ঘাম যায় বহি।

গৃহন্তে থাকিয়া দেখিলো তযু চৰণ।

কুকুৰ চণ্ডাল গৰ্দ্দভৰো আত্মা ৰাম।

মনুষ্যত নাই স্বতঃগতি। অন্তকালে সবে বিসজ্জতি।।

ক্ষীৰ সাগৰত আছিলন্ত শশধৰ। মাছে যেন বোলে ইও এক জলচৰ॥

শঙ্কৰদেৱৰ ৰচনাই লোক-বচন-ৰীতিক কেনেকৈ সমৃদ্ধ কৰিছে, সেই কথা 'পূৰ্ব্বশত্রু মনে জানি কামদেৱে শৰ হানি,' মাৰিলাহা প্ৰভু কৰিলাহা দায়া', 'গৃহতে থাকিয়া দেখিলো তযু চৰণ', 'সংসাৰ-চক্ৰৰ নিকাৰ দেখিয়া সদায়ে ধাতু উৰাই', 'কল্পতৰু বৃক্ষ যেন সম্বাতো সমান মাগন্তাজনক মাত্ৰ দেই ফলদান', 'পলায়ে বাসৱ পাছু নচাই' আদি খণ্ডবাক্য আৰু বাক্যৰ সঞ্চালনীকৈ হোৱা প্ৰয়োগেই সূচনা কৰিব। মাধৱদেৱৰ আকৌ নামটোৱেই এটা স্থায়ী পটভূমত পৰিণত হৈছে—কহয় মাধৱ দাসে, কথায়ে কথায়ে আছে।' তেওঁৰ 'ভক্তি-ৰত্নাৱলী'ৰ জনপ্ৰিয়তা আৰু জনশ্ৰদ্ধাই তাক শপথৰ গুৰি কৰিছে আৰু কেইটিমান প্ৰবাদ-বাক্য দিছে—'ক বুলিব ( বা লেখিব ) নেজানে, ৰত্নাৱলী পঢ়ে', 'গাই গৰু বায় ৰত্নাৱলী চাই', 'ঘোষা-ৰত্নাৱলী পঢ়া।' ৰণলৈ আগবঢ়া সৈন্য-সেনাপতিয়ে ৰত্নাৱলী পুথি আগত থৈ শপথ গ্ৰহণ কৰা আৰু ৰজাই আততায়ীৰ হাতৰপৰা ৰক্ষা পাম বুলি প্ৰাণৰ কাতৰত ৰত্নাৱলী বুকুত বন্ধাৰ ইতিবৃত্ত বুৰঞ্জীত আছে। মহাপুৰুষৰ বচন কেনেকৈ সৰ্ব্বজনৰ বচন হৈ মৃত্যুৰ সময়তো লগ এৰা নিদিয়ে, কুশল কোঁৱৰে 'পাৰ কৰা ৰঘুনাথ সংসাৰ-সাগৰ' বুলি ফাঁচী-কাঠলৈ বুকু ডাঠি আগ বঢ়াটিয়েই তাৰ দৃষ্টান্ত।

গোবিন্দ মিশ্ৰৰ দুটিমান প্ৰবাদ-বাক্য যেন উক্তি আমাৰ মনত বৰকৈ লাগে।—

মাতৃসে জানয় : যাৰ বীৰ্য্যে পুত্ৰ : যেন নাজানয় আনে। ইটো গৃহবাস : ভাৰ্য্যাবেসে দাস : কহিল পৰম আৰ্য্যা। বানৰক যেন : নৰ্ত্তকে নচাৱে : স্বামীক নচাৱে ভাৰ্য্যা॥

যেন নাতিনীৰ বিহা বুঢ়ী কৰৈ ৰঙ্গ।

বিহাক আনিলো দ্বিজ ফুৰা চৈত্ৰ পাই।

"ঋষি" কংসাৰি কবিৰ মহাভাৰতৰ বিৰাট পৰ্ব্বত—

মিছাতেসে বহু কেনে গৰ্দ্দভৰ ভাৰ।।

ধানগুলগোটে আমি যুঁজিবোহো তাক।।

বাহুত বান্ধিয়া থওঁ শোভৰ আসুধি।।

শঙ্কৰোত্তৰ অসমীয়া সাহিত্যত প্ৰাণৱত্তা কমাৰ লগে লগে প্ৰবাদ-বাক্যৰ প্ৰয়োগ হ্ৰাস পাবলৈ ধৰে। কিন্তু দুই-এজন কবিত সি প্ৰবলভাৱেই দেখা দিছিল। উদাহৰণ-স্বৰূপে শিক্ষ ভট্টাচাৰ্য্যৰ 'শিশুপাল-বধ' প্ৰবাদ-বাক্য আৰু জতুৱা কপত সিক্ত হৈ আছে। তেওঁৰ এপাত কবিতাৰ ভিতৰতে তলত দিয়া আটাইবোৰ যোজনা-

পটন্তৰ পোৱা গৈছে। পৰনিন্দাৰ অস্ত্ৰ-শস্ত্ৰতয়ে অসমীয়া ভাষা কিমান চহকী, ইও যেন তাৰে এটি নিদৰ্শন। আগতেই কৈছো, cynicism প্ৰৱাদৰ এটি বিশেষ লক্ষণ।

সবাৰো মধ্যত : ধূমকেতুগোট : বাঢ়িলি তই অনিষ্ট।
কোননো বিধতা : সৃজিলেক তোক : বন্দৰ কঠীয়াতলি ॥
পিঙলা সাপত : গাৰ মেলাৰস : বাঘত আঙ্গুলি বাস ॥
দিন দুপৰত : দুই চক্ষু খাইলি : শিলত ম্ৰুকুটি হান ॥
তোহোৰ গালিয়ে : কামুৰি নধায় : কাণত আপচু শুনি ॥
পৰেযে পৰক যদি মন্দ বোলে কোনে কৰে অপমান। গোত্ৰয়ে কুটুম্বে
যদি মন্দ বোলে তাতে বৰ পাই টান ॥

ধানৰযে ধূলি : গোত্ৰৰযে গালি : দুইকো সহন নযাই।
ভোবোলা ছাগলি সিংহক সিঞ্চাৰে আপোনাক বৰ মানি।
ভতুৱা কুকুৰে কামোৰ মাৰয় গৃহস্থ-চোৰ নজানি ॥
নৰক দেখিলে শৃগাল ওলাই লুকাই বন সোমায়।
গধূলি পুৱাযে আটাস পাৰয় মোত কৰি বৰ নাই ॥
উলদুত সুমাই দুই গোধা লুকাৰে বোলে কিছু নাই মোৰ।
গৰু জাকে জাকে দুৱাৰে ডকাৰে সি বোলে পৰক চোৰ।
হাতী চুৰ কৰি যায় আগে আগে বেঙেনা-চোৰক ধৰে।
নাকুটি কাটিলে লাজ নলাগয় নখুটি কাটিলে মৰে ॥
ভৰি-আঙুলিত কামুৰি নেৰস যেন গো-বাটৰ জোঁক।
যত্তেক কুকুৰে কামোৰ মাৰয় আঁঠুবেসে নাম হোৱে ॥
মাগি কোনে মাস্ত লৱে ॥
খেদিও নাযাওঁ মাগিও নলওঁ।
ভিক্ষাৰ ভাতত পথালি হোৱস।

নমাগোঁ নোখোজোঁ তথাপিতো দিয়ে লৱা বুলি হাত তুলি।
তেনে দানগোট কোনে নলৱয় মোক নলাগয় বুলি ॥
একজনে দিয়ে একজনে লৱে আকটে আসিয়া বাধে।
জানিবা গঙ্গাত আপোনাৰ হাতে দহোটা কপিলা বধে ॥

ভাৰতৰ তথা অসমৰ জাতীয় জীৱনৰ ওপৰত ৰামায়ণৰ প্ৰভাৱ প্ৰৱাদবাক্যবপৰা ঘনভাৱে অনুভূত হয়। অসমীয়া ৰামায়ণী সাহিত্যই সেই প্ৰভাৱ-বিস্তাৰত নিশ্চয় প্ৰভূতভাৱে সহায় কৰিছিল।—

ৰাম নৌ হওঁতেই ৰামায়ণ হ'ল।

ৰাম-লক্ষ্মণ দুটি ভাই, লগে সঙ্গে চলি যায়।

লক্ষ্মণ সাৰথি ॥ দহমূৰীয়া ৰাৱণ ॥ ঘৰ-শত্রু বিভীষণ।

ৰামে মাৰিলেও মৰা, ৰাৱণে মাৰিলেও মৰা।

ৰামলৈ চালেও মৰোঁ, সীতালৈ চালেও ডৰোঁ।

ৰামৰ পৰিয়ালে লঙ্কা জুৰিলে, সীতাৰ হৈ মাতোঁতা নাই।

লঙ্কাৰ বণিজ ॥ লঙ্কা ক'ত। লঙ্কা ক'ত ক'ত পথী ॥ সোণৰ লঙ্কা।

ৰামো নাই, অযোধ্যাও নাই।

দৰিদ্ৰ লঙ্কালৈ যায়, সাগৰ শুকায়, মাণিক লুকায়।

[ বঙলা : লঙ্কায় গেলেন দৰিদ্ৰা, নিয়ে এলেন হৰিদ্ৰা। ]

যেয়ে লঙ্কাকৈ যায়, সেয়ে ৰাৱণ হয়।

বালীলৈ খিপাত ( শৰ ), সুগ্ৰীৱলৈ সেইপাত।

ৰামৰাজ। ৰামৰাজ্য।

ৰাৱণৰ চিতা-জুই ॥ ৰাম-ৰাৱণৰ যুদ্ধ।

ফাট দিয়া বসুমতী পাতালে লুকাওঁ।

কেৰ্কেটুৱাৰ বাঁহ-পাতেই ভেটি।

ৰামৰ কাৰ্য্যক লাগি বৈদ্যে কৰে হেলা, হাগিবলৈ বহি কৰে ভেৰপৰ বেলা।

কালনেমিৰ লঙ্কাভাগ ॥ হনুমন্ত জাঁপ।

ৰাম নামত ভূত পলায়।

সীতা নোহোৱা যজ্ঞ পতা।

ৰামায়ণী প্ৰৱাদৰ তুলনাত মহাভাৰত-প্ৰভাৱান্বিত প্ৰৱাদ-বাক্য বৰ কম। অসমৰ বৈষ্ণৱ আন্দোলনৰ স্পৰ্শও অসমীয়া লোক-প্ৰজ্ঞাৰ তললৈকে ভেদি গৈছিল। বৈষ্ণৱ সাহিত্যৰপৰা লোকত যাই অনেক প্ৰকাশ আৰু চিত্ৰকল্প লয়; ভকতীয়া সমাজৰ অনেক ভঙ্গীৰপৰা সেই ভাষাই প্ৰৱাদ গ্ৰহণ কৰে।—

ভয়ত ভগৱন্ত পলায়, কিললৈ বাসুদেৱ ডৰায়।

এক দেউ, এক সেউ।

এটকা মহন্তৰ শপত ॥ চাউলকঠীয়া মহন্ত ॥ খৰম গোসাঁই।

পদশিলা গোসাঁই।

শক খুন্দা মহাজন।

নামৰ মুখেৰে থাক্। বসতে নাম খ।

জয় ৰাম বোল্ জয় হৰি বোল্।

ৰাম ৰাম কৰ্ ॥ ৰাম বোল্। ৰৱসৰাহলৈ মন। ভেকো-ভাৱনা।

ক বুলিব নেলাগে, বস্তাবলী পঢ়ে। হৰি হৰি কৰ্। হৰি হৰি দেখ্।
গায়নৰ ঘৰৰ বোল্বাই বাগ দিয়ে। হৰি ভকত।
হৰি-কথাতকৈ চাউলকঠা আগ।
ধনছিৰি ৰাগ টান্।
বাহিৰে লট্পট্, ভিতৰি কপট, নেপাও ভকতৰ আশ।
শুক এৰা ভক্তি॥ ভকতো নেলাগে, ভকতত নেলাগে।
গ্ৰাহ-গজেন্দ্ৰৰ যুদ্ধ॥ বলি বাসৱৰ যুদ্ধ। চৈধ্য ভুৱন॥
জল্ জল্ পট্ পট্ দৈৱকীৰ গভুৰা ল'ৰা।
টিপ চিয়ে গৰুড়ৰ উৰাও মাৰিব খোজে।
ধেই দাও বুলিয়েই মণিকূট পা।
নৰক পৰচেষ্টা দেখুওৱা॥ হৰিয়ে গোবৰ্দ্ধন ধৰি ৰাখিব॥
মহন্তৰ চিন মাহনিত, বুঢ়া গৰুৰ চিন ধাঁহনিত।

বৈষ্ণৱ আন্দোলনৰ সময়ৰ আৰু তাৰ আগৰ মহাভাৰত-পুৰাণ আদিৰ চৰ্চ্চাই লোকোক্তি-সৃষ্টিত বৰঙণি যোগাইছিল। 'ধৰ্ম্ম-যুধিষ্ঠিৰ', 'শিশুপাল-খেদা', 'উগ্ৰসেনে বুদ্ধি নুসুধিলা মাধৱত', 'ফেঁচালৈ ফেঁচী, ইন্দ্ৰলৈ শচী,' 'ইন্দ্ৰৰ সভাত ফেঁচাই কুৰুলি দি', 'খণ্ডত যামদাগ্নি হ', 'জৰাসন্ধ দেৱতাই লভ্', 'মহাদেৱে কৃষি কৰ্', 'মহাদেউ ভিক্ষালৈ নগ'লে টেকেলি কাতি হ', আদি এশ-এটা জতুৱা খণ্ডবাক্য আৰু ফকৰা পৌৰাণিক উৎপ্ৰেক্ষাৰ ফল। 'একাদশত বৃহস্পতি', 'বৃহস্পতি পোন হ', 'শনিৰ দশা' আদি খণ্ডবাক্য আহিছে জ্যোতিষ-চৰ্চাৰপৰা। 'গোসানী লভ্', কালিকা লাগ্' 'কালিকা নোহোৱা হ', 'দেও উঠ্', 'দেও লাগ্,' 'কেঁচাইখাঁতী গোসানী' আদি খণ্ড্যবাক্য শাক্ত তন্ত্ৰ আদিৰ প্ৰভাৱত উদ্ভূত।

মুছলমানী জিকিৰ-জাৰীত যেনেকৈ হিন্দু লোকগীতিৰ সমধৰ্ম্মী শাৰী দেখা পোৱা যায়, অসমত মুছলমান-বসতিৰ ফলত সেইদৰে লোকোক্তিয়ে অলপ পৰিমাণে হ'লেও জীপ পাইছিল। ওচৰত মুছলমান নোহোৱা ঠাইতো 'বিছমিল্লাই কৰিবলৈ এদা এচকল নাই'—এনে উক্তি শুনাৰপৰা সেই জীপ কিমানলৈ শিপাইছিল, অনুমান কৰিব পাৰি। 'তিনি যোলোনা আছিল চাই, খোদাইটো ওলাল তোকোৰাই', 'তোবা তোবা কৰ্', 'তোবা তোবা দেখুৱা' আদি অনেকটি লোকোক্তি আৰু খণ্ড-বাক্য ইছলাম প্ৰভাৱান্বিত। লোক-প্ৰজ্ঞা চোকা সমালোচক। গতিকে বামুণ-শূদিৰ আদি জাত লৈ হোৱা প্ৰবাদ আৰু খণ্ডবাক্যবোৰত সেই জাতৰ লোকে কষ্ট হ'বৰো কাৰণ বিচাৰি পাব পাৰে। 'বামুণৰ বকৱা, শূদিৰৰ পঢ়ুৱা' হ'ব নাপায় বুলি ক'লে কোনে শুনে? বঙলাত 'চালকলা-খেকো বামুন' বুলিলে আন কোনোৱে চাউল-কলা

খাবলৈ নিবিচাৰে বুলি ধৰিমনে ? 'দিখৌৰ পৰা বামুণ পৰি মৰা'— যেন বামুণবহে মাথোন আঁঠুত বল নাই। বঙলা এটা প্ৰবাদত কেইবাটাও জাতক সাঙুৰি পেলাইছে ; 'কায়েত মৰে সেয়ানে, বেনে মৰে দেয়ানে, জোলা মৰে তাঁতে, কাঙালী বাঙালী মৰে মাছ আৰ ভাতে।' আহোম, মিৰি, নগা আদি জাতি-জনজাতিক লৈও অনেক প্ৰবচনৰ উৎপত্তি হৈছে। সেইদৰে চাপৰিয়াল, পোহাৰী আদি জীৱিকা-সম্বন্ধিত লোকসমষ্টি লৈও লোকপ্ৰজ্ঞাই লোকোক্তিত কটাক্ষ নিক্ষেপ কৰিছে। নানান বাদ্য, পাত্ৰ, জকাই জুলুকি আদি কামৰ উপকৰণ যিভাৱে জন-সাধাৰণৰ জীৱনৰ লগৰীয়া, সেইভাৱে সিবোৰৰ কথা লোকোক্তিতো প্ৰতিফলিত হৈছে। ৰ'দ-বৰষুণ, বা-বতাহেও সেইদৰে তাত প্ৰতিধ্বনি তুলিছে।

লোকোক্তিত আহোম যুগৰ প্ৰভাৱো স্পষ্ট। 'নপতা ফুকন', 'ফুকনৰ (বা চোকা) টেকেলা', 'সৰ্গদেউ ঈশ্বৰ,' 'শলালৰ শিল,' 'মিটঙীয়া খাল', 'মান-মৰাণৰ দিন', 'নাই ৰঙামাটি, নাই গুৱাহাটী' আদি আহোম ৰাজত্বৰ ভগ্নাৱশেষ। গড়গাঁও আহোমৰ দিনৰ 'আজৰ ছহৰ,' গতিকে কিমান লোকোক্তিত তাৰ নাম—'গড়গাঁও, কথা শুনি ভল যাওঁ।' 'গড়গাঁৱৰ পিছল বাট, ল'ৰাকো নিচিনি, বুঢ়াকো নিচিনি, হাতে পতি লাখুটিপাত।' 'গড়গঞা হাতী, পোকৰে নকৰে কাতি।' 'গড়গঞা মিতিৰৰ ভাও, মুখে বোলে থাক থাক, ভৰিৰ হেঁচোকে নাও।' 'গড়গঞা কটাৰীৰ ভাবেই কাটে ( বা ডাবেই গুৱনী )।' ( তু°ক° বঙলা—'পেতলেৰ কাটাৰি, কাজে নেই ধাৰ, ঝকমকই সাৰ।' ) 'ইয়াতে মাৰিলে টিপা, গড়গাঁও পালেগৈ শিপা।' '...বেটীয়ে ভাঙিলে কটৰা, গড়গাঁও পালেগৈ বতৰা।' 'নগৈ গড়গাঁৱৰ বতৰা কয়।' লোকোক্তিত আন আন ঠাইৰো উল্লেখ পোৱা যায়— 'গা গোলাঘটীয়া ( বা গুৱাহাটীয়া ) হ'।' 'কলিয়াবৰত পৈয়েক মৰিল, ধান বানোতে মনত পৰিল।' 'কলঙৰ কাষৰি, কত কেলকেলাৱ চটাই পাখৰী।' 'হাবাঙত লোণ সস্তা, দেহাৰ বা কি অৱস্থা।' ব্ৰিটিছৰ যুগৰ প্ৰভাৱ 'মহাৰাণীৰ দোহাই,' মহাৰাণীৰ দিন', 'বগাঘৰত ভাত খুৱা' আদি দুই-এটি খণ্ডবাক্যত লক্ষিত হয়।

প্ৰবাদ-বাক্যৰ সৰ্বভাৰতীয়তা বা অপ্ৰাদেশিকতা এটি লক্ষণীয় বিষয় ; বিশেষকৈ বঙলা প্ৰবাদৰ লগত ঐক্য বৰ চকুত লগা। ইয়াৰ দুটা কাৰণ নিৰ্দেশ কৰিব পাৰি— ভাৰতীয় চিন্তা আৰু অভিজ্ঞতাৰ সমতা আৰু ভৌগোলিক প্ৰতিবেশিতা। পুৰণি অসম-বঙ্গৰ সীমান্তৰ অনেক ঠাইক ভাষাৰ ফালৰপৰা অসমীয়া-বঙলা দুয়ে দাবী কৰিব পাৰে। ইয়াৰ উপৰি অনেক প্ৰবাদ সংস্কৃত মূলৰপৰা অহা কাৰণেও বিভিন্ন আধুনিক ভাষাত সমৰূপ হ'ব পাৰে। ৰামায়ণৰ 'ৰামাদপি চ মৰ্ত্তব্যং মৰ্ত্তব্যং ৰাৱণাদপি' আদি মাৰীচৰ বচনৰ পৰা অসমীয়া-বঙলা দুই ভাষাতে একে ধৰণৰ প্ৰবচন

সৃষ্টি হৈছে। কিন্তু অসমীয়া 'ক'লে আয়ে মাৰ খায়, নক'লে বোপায়ে চুৱাতে খায়', বঙলা 'বল্‌লে মা মাৰ খায়, না বল্‌লে বাপ এটো খায়', আৰু হিন্দী 'কহুঁ তো মা মাৰী জায়, ন কহুঁ তো বাপ কুত্তা খায়', তিনিওটা একে হ'ল কেনেকৈ? অসমীয়া 'এদাৰ বেপাৰীক জাহাজৰ খবৰ কেলৈ' অতি প্ৰাচীন নহয়, অন্ততঃ আৰবী-ফাৰ্চী-মূলীয় শব্দ অসমীয়াত সঞ্চালনীকৈ চলাৰ আগৰ নহয়। বঙলাতো আছে—'আদাৰ ব্যাপাৰী, জাহাজেৰ খবৰে কাজ কি।' কিন্তু উদয়নৰ আত্মতত্ত্ববিবেকত একেটা কথাই আছে—'কিমাদ্ৰৰ্কবণিজো বহিত্ৰচিন্তয়া' (দে, পৃষ্ঠা ১২৬)। আমি কওঁ, 'আছে গৰু, নবয় হাল, হোৱাতকৈ নোহোৱাই ভাল।' খনাৰ বচনত আছে—'আছে গৰু, নাবয় হাল, তাৰ দুঃখ সৰ্ব্বকাল।' অৰ্ব্বাচীন কিছুমান প্ৰৱাদ দেখ্‌ বা অন্য প্ৰদেশৰপৰা ধাৰ কৰা বুলি বিশ্বাস কৰিবৰ স্থল আছে, বিশেষকৈ ভাষাৰ ঠাঁচৰপৰা: 'মৰদ কী বাত হাথী কা দাঁত,' 'জাহা ৰাম তাহা অযোধ্যা,' 'কণা ল'ৰাৰ নাম পদ্মলোচন', 'চণ্ডীপাঠৰপৰা জোতা চিলাইলৈ', 'ঘোঁৰাৰ ঘাঁহ কাট্‌', 'ঘোঁৰাৰ ডিমা', 'চিত্ৰগুপ্তৰ খতিয়ান,' 'যত দোষ নন্দ ঘোষ', 'চকুৱে সৰিয়হ ফুল দেখ্‌', 'মোল্লাৰ দৌৰ মছজিদ পৰ্য্যন্ত,' ইত্যাদি। অসমীয়া-হিন্দীৰ সামঞ্জস্যও চকুত লগা। 'নাচিব নেজানে চোতালখন হেৰামগৰীয়া।' বঙলাত আৰু বিহাৰী ভাষাত ইয়াৰ অনুৰূপ আছে (পিঠি ৩২৫ চাওক)। কিন্তু 'আনৰ আন চিন্তা, বাঁৰী বামুণীৰ কাণ ফুৰনৰ চিন্তা' আৰু হিন্দী 'আনো কে আন চিন্তা, বাণী কে বাজরে কে চিন্তা'; 'থুপৰীৰ পৈ, মাজে ফুটা হৈ, কাটি খায় কটনা, এই তিনি-চাৰি যমৰ যাতনা' আৰু হিন্দী 'ঝৰ ঝৰ জাবি, উকথা ঘৰ, নাৰী চঞ্চল, চোৰ নকৰ, শত্ৰু সতমান পাই, এহি পঞ্চ বাপ সহন নযাই'; এইবোৰ যেন ভ্ৰাম্যমাণ লোক-প্ৰজ্ঞাৰ বাহিৰত সামান্য কল্প-পৰিবৰ্ত্তন মাত্ৰ।

অতুৱা অসমীয়া ভাষা আৰু ঘৰুৱা বঙলাৰ কিমান সাদৃশ্য আছে তলৰ প্ৰৱাদ-বাক্যবোৰৰপৰা ভালকৈ বুজিব পৰা যাব—

আপনার মান আপনি রাখি, কাটা কান চুল দিয়ে ঢাকি।

[ কটা যোৱা নাক, খাৰণি দি ঢাক ]

আপনি ম'রে জ্ঞাতির হাঁড়ি ফেলানো॥ নিজের নাক কেটে পরের যাত্রা-ভঙ্গ।

[ নিজৰ নাক কাটি সতিনীৰ যাত্ৰা ভঙ্গ কৰ্‌। ]

আয়েশ লুকোবি বয়েস লুকোবি, গালভাঙা তোর কোথায় থুবি।

[ আঁহ লুকাবা, পাহ লুকাবা, গালৰ সোপোৰা ক'ত লুকাবা। ]

আপনার পোঁদে ন'মন গু, পরকে বলে— তোর পোঁদে থু।

[ নিজৰ পোকৰ টেক্‌টেকীয়া, লোকৰ পোকৰলৈ পানী চটিয়া। ]

উঠন্ত মূলো পত্তনেই চেনা যায়। [ যি মূলা বাঢ়িব তুপতীয়াতে চিন। ]

উড়ো খই গোবিন্দায় নমঃ॥ গাছে ফুল শ্রীকৃষ্ণায় নমঃ। ফাটলে পড়ল কলা, গোপালায় নমঃ॥ হাটে কলা নৈবেদ্যায় নমঃ।

[ বেতনিত ও পবিল, বাসুদেবায় নমঃ। ]

এক কানে শোনে, অন্য কানে বেরোয়।

[ একাণে সোমাই একাণে ওলাই যায়। ]

একেই নাচুনী বুড়ী, তায় নাতনীর বিয়ে।

[ এনেই বুঢ়ী নাচনী, তাতে নাতিনিয়েকব বিয়া। ]

এত এত মহারথী, তারা পায় না রতি, তিনি যেমন ভুঁইঞা, আসেন গামলা লইয়া।

[ তুমি কোন কুটা, কমলাববীয়া ভকতে খাই গৈছে শুদা। ]

কথাতে হাতী পায়, কথাতে হাতীর পায়।

[ কথাব মূবত বঁটা পায়, কথাব মূবত কটা যায়। ]

কথায় কথা বাড়ে, জলে বাড়ে ধান। বাপের বাড়ী থাকলে মেয়ের অপমান।

[ কথাত কথা বাঢ়ে, খবিকাত বাঢ়ে কাণ, মাকব ঘবত জীয়েক বাঢ়ে ·· ।]

কলা গাছের সঙ্গে বিয়ে। [ 'কল-পুলিবে বিয়া হোৱা' চাওক। ]

কাঠের বেড়াল হোক, ইঁদুর ধরলেই হল।

[ কাঠব বিৰলীয়েই হওক, এন্দুব ধবিলেই হয় ]

কানা ছেলের ( পুতের ) নাম পদ্মলোচন॥ কানাব বেটা পদ্মলোচন॥

চৌধুরী চৌধুরা বড় নাম, হাগলে চিবায় পোঁদের চাম।

[ নাম লৈছে ভোগাই, খায় পানীকাঁছৰি। ]

কিলিয়ে কাঁঠাল পাকানো। [ ভুকুত কল পকোৱা। ]

ক্ষুধায় চায় না সুধা,···ঘুমে চায় না খাটপালঙ্গ ··।

[ টোপনিয়ে জানে কি বটা-বকবা, ভোকে জানে কি দেৱা-কৰ্কবা। ]

খায় না কেবল নাকের তলে গোঁফে। [ নাখায় মাথোন নাকব তলে গোঁফে। ]

গায়ে নেই ছাল-বাকলা, মদ খায় আকলা-বাকলা।

[ গাত নাই ছাল-বাকলি, মদ খায় তিনি টেকেলি। ]

ঘোড়া দেখলেই খোঁড়া। [ দোলা দেখি বকৱা খোবা হোৱা। ]

চুল কাটলে হয় ডালে-পালে, নাক কাটলে নয় কোনও কালে।

[ নাক-কাণ কাটিলে আহিব আলে-পালে, দাড়ি-চুলি কাটিলে আহিব কোন কালে। ]

নাকে দড়ি দিয়ে ঘোরান। [ নাকত ধবি চাকত ঘূৰা। ]

নেই বললে সাপেরও বিষ থাকে না। [ নাই বুলিলে সাপবো বিষ নাথাকে। ]

পণ্ডিতে পণ্ডিতে হয় প্রতি কথায় দ্বন্দ, বালকে বালকে হয় প্রতি কথায় দ্বন্দ্ব, বুড়ায় বুড়ায় হয় প্রতি কথায় কাশি, জুয়ানে জুয়ানে হয় প্রতি কথায় হাসি।
[ ল'বাই ল'বাই কথা পাতে, কথায় পতি বং ; তিবীয়ে তিবীয়ে কথা পাতে, কথায় পতি দন্ ; বুঢ়াই বুঢ়াই কথা পাতে, কথায় পতি কুঁাহে, ডেকাই ডেকাই কথা পাতে, কথায় পতি হাঁহে। ]

পিঁপড়ের পাখা ওঠে মরাবর তরে। [ পকরাব পাখি গজে মবিবলৈ। ]

বাঘের গরু-রাখালি। [ উদক ভেঁটাবখীয়া দে। ]

• বুড়ো শালিককে রাম-নাম শেখানো॥ বুড়ো শালিক পোষ মানে না।
[ বুঢ়া শালিকাই মাত নলয়, বা পোহ নামানে। ]

বুনলাম ধান, তুললাম তিল, ফললো রুদ্রাক্ষ, খেলাম কিল।
[ কলো লাও, বগাল পুবৈ, লাগিল কোবাভাতুৰী। ]

বেটা বিয়লাম বৌকে দিলাম, ঝি বিয়লাম জামাইকে দিলাম।
[ পো তুলি বোৱাৰীৰ বুকুত দিলো, জী তুলি জোঁৱাইৰ বুকুত দিলো। ]

ভীমরুলের চাকে খোঁচা দেওয়া। [ কোঁদো-ববলব বাহত হাত দিয়া। ]

মাছরাঙা পাখীর কলঙ্ক যায়। [ আটাই চবায়ে মাছ খায়, মাছবোকাব নাম যায়। ]

যখন যার, তখন তার। [ যাব যেতিয়া তাব তেতিয়া। ]

যার নিন্দে তার পিন্ধে ( বা তারে বন্দে )। [ নিন্দিলে বন্দিব লাগে। ]

সাপ হয়ে কাটে, রোজা হয়ে ঝাড়ে। [ সাপ হৈ খোটে, বেজ হৈ জাবে। ]

জ্ঞানব আভিজাত্য থকা বা দেখুৱাব খোজা মহলত সংস্কৃত কাব্যব ভগা-ছিগা টুকুবা বা তত্ত্ব-বচনব একোফাঁকি কথা সবল কবিবব অর্থে ব্যৱহাৰ কৰা হয়। চাণক্য-শ্লোকো নিঃসঙ্কোচে ব্যৱহৃত হোৱা দেখা যায়। প্রাজ্ঞোক্তিৰূপে ব্যৱহৃত অন্যান্য সংস্কৃত বাক্য-বাক্যাংশৰ এটি তালিকা তলত দিলো—

কালস্য কুটিলা গতিঃ। [ অপস্ু প্লবন্তি পাষাণা মানুষা ঘ্নন্তি বাক্ষসান্। কপয়ঃ কর্ম কুর্বন্তি কালস্য কুটিলা গতিঃ॥— বামায়ণ ]

ধর্মস্য সূক্ষ্মা গতিঃ। [ 'ধর্মব সূক্ষ্ম গতি' চাওক। ]

কীর্তির্যস্য স জীবতি। [ চলচ্চিত্তং চলদ্বিত্তং চলজ্জীবন-যৌবনম্। চলাচলমিদং সর্বং কীর্তির্যস্য স জীবতি। ]

কিমাশ্চর্যম্ অতঃ পরম্। [ অহন্যহনি ভূতানি গচ্ছন্তি যমমন্দিরম্। শেষাঃ স্থিরত্ব-মিচ্ছন্তি কিমাশ্চর্যমতঃ পরম্॥— মহাভারত ]

গজভুক্তকপিত্থবৎ। [ আজগাম যদা লক্ষ্মীর্নারিকেলফলাম্বুবৎ। নির্জগাম যদা লক্ষ্মীর্গজভুক্তকপিত্থবৎ॥ ]

গৃহিণী গৃহমুচ্যতে। [ গৃহং গৃহমিত্যাহুর্গৃহিণী গৃহমুচ্যতে, তয়া হি সহিতঃ সর্বান্ পুরুষার্থান্ সমশ্নুতে।—দায়ভাগত উদ্ধৃত ]

ঘ্রাণেন অর্ধভোজনম্।

তে হি নো দিবসা গতাঃ।

পথি নারী বিবর্জিতা॥

প্রবাসে নিয়মো নাস্তি।

বসুধৈব কুটুম্বকম্। [ অয়ং নিজো পরো বেতি গণনা লঘুচেতসাম্। উদারচরিতানাং তু বসুধৈব কুটুম্বকম্॥ ]

বহ্বারম্ভে লঘুক্রিয়া। [ অজাযুদ্ধে ঋষিশ্রাদ্ধে দম্পতিকলহে চৈব।
প্রভাতে গর্জিতে মেঘে বহ্বারম্ভে লঘুক্রিয়া॥ ]

বাণিজ্যে বসতে লক্ষ্মীঃ। [ বাণিজ্যে বসতে লক্ষ্মীস্তদর্ধং কৃষিকর্মণি। তদর্ধং রাজসেবায়াং ভিক্ষায়াং নৈব নৈব চ॥ ]

বুদ্ধির্যস্য বলং তস্য। [ বুদ্ধির্যস্য বলং তস্য অবোধস্য কুতো বলম্।—হিতোপদেশ ]

বৃদ্ধস্য তরুণী ভার্য্যা॥ বৃদ্ধস্য বচনং গ্রাহ্যম্।

ভাগ্যং ফলতি সর্বত্র॥ ভাবগ্রাহী জনার্দনঃ।

ভিন্নরুচির্হি লোকঃ [ রঘুবংশ ৬.৩০ ]

মন্ত্রং বা সাধয়েৎ শরীরং বা পাতয়েৎ।

মধ্বভাবে গুড়ং দদ্যাৎ॥ মধুরেণ সমাপয়েৎ।

মহাজনো যেন গতঃ স পন্থাঃ।

মিষ্টান্নমিতরে জনাঃ। [ কন্যা বরয়তে রূপং মাতা বিত্তং পিতা শ্রুতম্। বান্ধবাঃ কুলমিচ্ছন্তি মিষ্টান্নমিতরে জনাঃ॥ ]

ক্লিশ্যন্তি মধ্যমা জনাঃ॥ যোগ্যভোগ্যা বসুন্ধরা।

মুনীনাঞ্চ মতিভ্রমঃ। [ জিহ্বা টলতি ধীবস্য পাদস্খলতি হস্তিনঃ। ভীমস্যাপি রণে ভঙ্গো মুনীনাঞ্চ মতিভ্রমঃ॥ ]

মূর্খো বৈদ্যো যমোপমঃ॥ মৌনং সম্মতি লক্ষণং।

যঃ পলায়তি স জীবতি। [ চিরকালং বনে বাসশ্চলদ্‌বৃক্ষো ন দৃশ্যতে। অবিচারপূর্বাদোষাদ্ যঃ পরৈতি স জীবতি॥ ]

যতো ধর্মস্ততো জয়ঃ। [ জয়োঽস্তু পাণ্ডুপুত্রাণাং যেষাং পক্ষে জনার্দনঃ। যতঃ কৃষ্ণস্ততো ধর্মো যতো ধর্মস্ততো জয়ঃ॥ ]

যথা দৃষ্টং তথা লিখিতম্। [ ……লেখকে নাস্তি দূষণম্।]

শনৈঃ শনৈঃ। শনৈঃ পন্থা। [ শনৈঃ পন্থা শনৈঃ কন্থা শনৈঃ পর্বতলঙ্ঘনম্। শনৈঃ কর্ম চ ধর্মশ্চ এতে পঞ্চ শনৈঃ শনৈঃ॥ ]

সর্ব্বমত্যন্তং গর্হিতম্।
শুভস্য শীঘ্রম্। [শুভস্য শীঘ্রমশুভস্য কালহরণম্।]
স্ত্রীবুদ্ধিঃ প্রলয়ঙ্করী। স্ত্রীবল্লং দুষ্কুলাদপি।
হংসমধ্যে বকো যথা।

অসমীয়া আৰু হিন্দী প্ৰবাদ-বাক্যৰ সাম্য দেখুৱাবলৈ কেইটামান তলত দিলো।

অপনী নাক কটে তো কটে দুসৰে কা সগুন তো বিগড়ে।
[নিজৰ নাক কাটি সতিনীৰ যাত্ৰা ভঙ্গ কৰ্।]
আঁপ ভলা তো জগ ভলা। [আপোন ভালেই জগত ভাল।]
ইক তো বুঢ়ীয়া নাচনী দুজে ঘৰ ভা নাতি।
[এনেয়ে বুঢ়ী নাচনী, তাতে নাতিনিয়েকৰ বিয়া।]
ঊঁট কে মুঁহ মে জীৰা। [উদৰ মুখত শালপোনা।]
এক হাথ সে তালী নহী বজতী। [এখন তাল নাবাজে।]
কহাঁ ৰাজা ভোজ কহাঁ গাঁগু তেলী।
[আকাশৰ তৰাই টিকাৰ টোপা খহৰে সমাননে।]
এক পন্থ দো কাজ। [আইবো বাৰ্ত্তা, গঙ্গাবো যাত্ৰা।]
চাঁদ কো ভী গ্ৰহণ লগতা হৈ। [চন্দ্ৰতো কলঙ্ক আছে।]
চোৰ পৰ মোৰ। [চোৰক মোৰে পা।]
চোৰী কা মাল মোৰী মেঁ। [পাপৰ ধন পৰাচিত্তত যায়।]
ছছুঁদৰ কে সিৰ মেঁ চমেলী কা তেল।
[এন্দুৰৰ সেন্দুৰ, গোলামৰ তজা মাছ।]
ছোটে মুঁহ বড়ী বাত। [সৰুৰ মুখত বৰ কথা।]
জনে জনে কী লকড়ী এক জনে কা বোঝা।
[দহোটাৰ লাঠি এজনৰ বোজা।। চোৰ সৰহ হ'লে কিল কম হয়।]
জবৰদস্ত সৰ কা জমাঈ। [কিলোৱা কুটুমেহে কুটুম।]
জবান হী হাথী চঢ়াৱে জবান হী সিৰ কটাৱে।
[কথাৰ মুৰত বঁটা পায়, কথাৰ মুৰত কটা যায়।]
জহাঁ কী মিট্টা ৰহী জে জাতী হৈ। [চৰণেহে জানে মৰণৰ ঠাই।]
জৈসা দেশ বৈসা ভেস। [দেশ চাই ভেশ।]
জো জ্যাদা কৰীৰ সো জ্যাদা বকীৰ। [চিনাকি চাণ্ডাণ্ডেহে মানুহ কাটে।]
তেতে পাঁৱ পসাৰিয়ে জেতী লাম্বী সোৰ।। জিতনী চাদৰ দেখো উতনে হী পৈৰ পসাৰো। [আঠুৱা চাই ঠেং মেল্।]

দুৰকে ঢোল সুহাৱনে। [ দূৰৰ পৰ্বত শুৱনী দেখি। ]
নাচ ন জানে আঙ্গন টেঢ়া। [ নাচিব নেজানে, চোতালখন হেৰামগৰীয়া। ]
পাঁচো উঙ্গলিয়াঁ বৰাবৰ নহী হোতী। [ পাঁচো আঙুলি সমান নহয়। ]
বন্দৰ ক্যা জানে অদৰক কা স্বাদ। [ বান্দৰে কি জানে নাৰিকলৰ মোল। ]
বহুতে জোগিন মঠ উজাড়। [ অধিক বাঢ়ৈত গুৰ ধমনা। ]
বিনা ৰোয়ে তো মাঁ ভী দুধ নহী পিলাতী।
[ নেকান্দিলে ল'ৰাই ক'ল নেপায়। ]
ব্যাহ ন কিয়া তো ক্যা, বৰাত তো গয়ে হৈ।
[ বিয়া নকৰিলেও ৰভাতল গৈছিলোঁ। ]
মুল্লা কী দৌড় মস্‌জিদ তক।
ৰোজ কুআঁ খোদনা ৰোজ পানী পীনা। [ দিন ভিক্ষা, প্ৰাণ ৰক্ষা। ]
সৌ সুনাৰ কী এক লোহাৰ কী।
[ সোণাৰীৰ টুক্ টুক্, কমাৰৰ এমাৰ। ]
হাথ কঙ্গন কো আৰসী ক্যা।
[ হাতেৰে কাঙ্কণ মা লোউ দাপণ।—চৰ্য্যা। ]

অসমীয়া জতুৱা খণ্ডবাক্যৰ এটি মন কৰিবলগীয়া লক্ষণ মন'ছিলেবিক্ বা একাক্ষৰীয় শব্দৰ ব্যৱহাৰ; কেতিয়াবা তেনে শব্দ এযোৰৰপৰা নামধাতুৰো সৃষ্টি হয়—বি বি বা বা, বু বু বা বা, বিং বিং বাং বাং, বাং বিং, লু লু চু চু, কো কা, ভু বাম, হিৰ্ হিৰ্ গিৰ্ গিৰ্; লু-লুৱা, টু-টুৱা, হিৰ্‌হিৰা গিৰ্ গিৰা; ইত্যাদি। অসমীয়াত অনুকাৰ-অনুকল্প শব্দৰ ব্যৱহাৰ বহুল প্ৰকৃতিৰ। 'এঘৰৰ পাটনাদ, এঘৰৰ জৰী, এঘৰে পানী তোলে ঘটং ঘটং ( ঘটং মটং ) কৰি।' এই প্ৰবাদ-বাক্যৰ 'ঘটং ঘটং' শব্দলৈ লক্ষ্য কৰি গৰ্ডন্ ছাহাবে লিখিছে, The Assamese are fond of using such oanomatopcetic words" (পিঠি ২০).

ডাকৰ বচন যোজনা-ফকৰাৰ দৰে লোক-সম্পত্তি। কিন্তু তাত লোকোক্তিতকৈ প্ৰাজ্ঞোক্তিৰ লক্ষণ অধিক। একালৰপৰা চালেই পিতৃনাম-বিহীন ফকৰা-যোজনা; ডাকৰ বচনৰ ঘিবোৰ পুথি পোৱা যায় তাত পাঠ আৰু সংখ্যাৰ তাৰতম্যলৈ লক্ষ্য কৰিলে সংগ্ৰহখন ( একপ্ৰকাৰ compendium ) বিভিন্ন সময়ত কোনোৱে সংকলন কৰা সংস্কৰণ ( redaction ) যেন লাগে। আনকালে তেনে পুথিৰ শৃঙ্খলাই একজন মূল গ্ৰন্থকাৰৰ ফালে আঙুলিয়ায়। ডাকৰ বচনৰ বঙ্গ আৰু অন্যান্য ৰাজ্যতো চলতি আছে। এই বচন-সমূহৰ দুই এখনি সৰু সংগ্ৰহ ছপা হৈ ওলালেও এখনি সুসংকলিত ( variorum ) সংকলনৰ আৱশ্যকতা

ৰৰকৈ অনুভৱ কৰা যায়। হুলমন বা হিছিয়ুডৰ দৰে ডাক পুৰুষো আমাৰ এটি ঐতিহ্য, সাংসাৰিক জ্ঞানৰ অভিধান।

ভকতীয়া ফকৰা ফকৰা-যোজনাৰ বিশেষ এটি শ্ৰেণী। ইবিলাকৰ বাহিৰে দেখা অৰ্থতকৈ গৰ্ভস্থ পাৰমাৰ্থিক তাৎপৰ্য্যহে আচল—যিটি ভকতীয়া সমাজৰ চৰ্চ্চাৰ (চৰ্চ্চনি) বাহিৰত সহজে প্ৰকট নহয়। ইবিলাকৰ সেই দেখি এটি গোপন (esoteric) মূল্য আছে। 'বাৰহাত জালৰ তেৰ হাত ফটা, ভাল মাৰিলি বাপৰ বেটা, বৌ-বৰালি সৰকি গ'ল, পুটি-খলিহনা পাছে পাছে ৰ'ল।' 'পশু নকৰিবঁা শৰ, মৰাও নালিবঁা, জীয়াও নালিবঁা, শুদা হাতে নপশিবঁা ঘৰ', —এনেবোৰ ফকৰাই প্ৰথম পৰিচয়তে পাঠকৰ আগত প্ৰহেলিকা খেলে। গুৰুচৰিতত আৰু বৈষ্ণৱ সমাজত অনেকখিনি ফকৰা নাৰায়ণ ঠাকুৰ আতাৰ নামত জড়িত কৰা হৈছে বা হয়। সেইৰূপে কান্তিৰাম বুঢ়াভকত আৰু হৰিৰাম মহন্ত ঠাকুৰৰ সংগ্ৰহ প্ৰকাশো হৈ গৈছে।

১৮৭৭ চনত শিৱসাগৰৰ পৰা ওলোৱা শ্ৰীমতী এইচ্. বি. এল্. কটাৰৰ Phrases in English and Assamese বোধ হয় অসমীয়া প্ৰবাদবাক্যৰ প্ৰথম সংগ্ৰহ। এইখনি পুথিৰ আমি নামহে শুনিছো। এই বিষয়ত দ্বিতীয় প্ৰচেষ্টা পি. আৰ্. টি. গৰ্ডন্ চাহাবৰ Some Assamese Proverbs ১৮৯৬ চনত প্ৰকাশিত হয়। ইয়াৰ দ্বিতীয় সংস্কৰণ ওলায় ১৯০৩ চনত আসাম চেক্ৰেটেৰিয়েট প্ৰিণ্টং অফিচৰপৰা। মুঠ ৩৬৩ টা ফকৰা-যোজনা গৰ্ডনে নটা শ্ৰেণীত ভাগ কৰি উলিয়াইছে এইদৰে— I. Proverbs relating to human failings, foibles and vices (১—৭৫); II. Proverbs relating to worldly wisdom and maxims, expediency and cunning, and warnings and advice (৭৬—১৬৫); III. Proverbs relating to peculiarities of certain castes and classes (১৬৬—১৮৬); IV. Proverbs relating to social and moral subjects, religious customs and popular superstitions (১৮৭—২৪৪); V. Proverbs relating to agriculture and seasons (২৪৫—২৬৯); VI. proverbs relating to cattle, animals, fish and insects (২৭০—৩০১); VII. Additional proverbs (৩০২—৩৩৭); VIII. Dak's agricultural sayings (৩৩৮—৩৫৬); IX. Miscellaneous (৩৫৭—৩৬৩)। গৰ্ডনৰ সকলোবিলাকেই যোজনা-ফকৰা; অভুৱা খণ্ডবাক্য তেওঁ সংযোগ কৰা নাই।

ইয়াৰ পিছত অসমীয়া প্ৰকাশকসকলে প্ৰবাদ-বাক্যৰ সংগ্ৰহ উলিয়াবলৈ ধৰে। গোপালচন্দ্ৰ দাসৰ দ্বাৰা সংগৃহীত 'অসমীয়া পটন্তৰ মালা বা যোজনা। Assamese

Proverbs'-অৰ 'নতুন ভাঙৰণ' ১৯২৭ চনত প্ৰকাশ কৰে ডিব্ৰুগড়ৰ এজেন্সি কোম্পানীয়ে ; ইয়াৰ আগৰ ভাঙৰণ কেম্ব্ৰিয়া ওলাইছিল, পোৱা নগ'ল। পুথিখনিত ডাকৰ বচনো বহুতোখিনি সোমাই আছে। কৃষি, গৃহ-বাৰী, হিংসা, ৰাগ, মনকষ্ট দাৰিদ্ৰ্য, ধূৰ্ত্ততা, কিৰ্পিণালি, মিত্ৰতা আদি বিভিন্ন ভাগত যোজনাখিনি সজোৱা হৈছে। মুঠ যোজনা ৪২৯ টি। তাহানিৰ 'মৌ'ৰ সম্পাদক বলিনাৰায়ণ বড়াই কিছু প্ৰবচন সংগ্ৰহ কৰিছিল ; তাকে যোগ-বিয়োগ কৰি সম্পাদনা কৰি তেওঁৰ পুত্ৰ ইন্দ্ৰনাৰায়ণ বড়াই ২০৯ টি যোজনাৰে 'অসমীয়া প্ৰবচন (আসামৰ নীতি-সাহিত্য)' নাম দি ১৯৪৩ চনত ছপা কৰে। তেওঁ লিখিছে, "কোনো প্ৰবচনৰ অলপ পৰিবৰ্ত্তন (সনিৰ্দ্দেশ) কৰিছোঁ। কোনো কোনোৰ বৈদেশিক উৎপত্তি দেখুৱাইছোঁ।" কমাৰকুছিৰ শ্ৰীপ্ৰসন্নচন্দ্ৰ বৰুৱাই দুজন পঢ়াশালিৰ হেডপণ্ডিত আৰু এজন গাঁৱলীয়া বেষ্কৰ সভাপতিৰ দ্বাৰা স্থানীয়ভাৱে সংগৃহীত ২১৫ টি যোজোনাৰ 'পটন্তৰ মালা প্ৰথম খণ্ড' উলিয়ায় বঙলা ১৩৩৪ চনত। ১৯৪১ চনত শ্ৰীশ্ৰীৰামকৃষ্ণ দাসে 'ফকৰা যোজনা' নামে এখনি সৰু পুথি গুৱাহাটীৰপৰা উলিয়াইছিল। বজিয়া অঞ্চলৰ লঘনুৰাম দাসৰ 'যোজনা' আৰু শ্ৰীভীমশেখৰ বৰুৱাৰ 'প্ৰবচন' দুখনি সৰু প্ৰকাশ। এভিয়ালৈকে ফকৰা যোজনাৰ আটাইতকৈ ডাঙৰ সংকলন শ্ৰীডিম্বেশ্বৰ নেওগৰ দ্বাৰা সংগৃহীত আৰু সম্পাদিত 'দুহাজাৰমান উৎকৃষ্ট যোজনা'ৰে 'বাচকবনীয়া অসমীয়া পটন্তৰমালা'ৰ পুথি 'বহুৱৰী' ১৮৭০ শকৰ ভাদত যোৰহাটৰপৰা প্ৰকাশিত। ১৯৩৪ চনত আনন্দচন্দ্ৰ আগৰৱালাই অসম সাহিত্য সভাৰ যোগে ঘোষণা কৰা উৎকৃষ্ট পটন্তৰ-সংগ্ৰহৰ বঁটাৰ বাবে পিছৰ বছৰতে সভাক দি সম্পাদকে ১৯৩৭ চনত সেই বঁটা লাভ কৰিছিল। পুথিখনিৰ শেহৰকেইটা পাতত পুৰণি অসমীয়া সাঁথৰেৰে 'পানীমিঠৈ।'

ৰাজখোৱাদেৱে "অসমীয়া খণ্ডবাক্য-কোষ"ৰ লগে লগে ১৯১৭ চনতে "Historical Sketches of Old Assam : Based on an Analysis of Popular Proverbs" বুলি এখনি পুথি প্ৰকাশ কৰিছিল। ইয়াৰ কুৰিটা সৰু অধ্যায়ত প্ৰবাদ-বাক্যৰপৰা পুৰণি অসমৰ পুৰুষ-তিৰোতা, বিয়া-বাৰু, ঘৰ-বাৰী, খি-বাণিজ্য আদিৰ বিষয়ে কি জানিব পাৰি, তাৰ বিশ্লেষণ দিছে। এই বিশ্লেষণত ব্যৱহাৰ কৰা প্ৰবাদবোৰ মূল অসমীয়াতে ওপৰঞ্চিত দিয়া হৈছে ; সেইখিনিৰ মুঠ সংখ্যা ২৩৬।

বেণুধৰ ৰাজখোৱা ডাঙৰীয়াৰ 'অসমীয়া খণ্ডবাক্য-কোষ' ১৯১৭ চনত ওলাইছিল। **Published by the Managing Proprietor of 'The Assam Stores'. P. O. Rehabari, Assam. Printed by S. D. Rajkhowa at the Assam**

Commercial Company Press, Dibrugarh. বাজখোৱা ডাঙৰীয়াৰ চিত্ৰখনি ছপা হৈছিল কলিকতাৰ সাম্য প্ৰেছত। পুথিখনিৰ সংকলন আৰু প্ৰকাশৰ বুৰঞ্জী প্ৰথম তাঙৰণৰ প্ৰকাশকৰ নিবেদনেই ক'ব। ডিমাই-অক্টেভো পতৃৰ ৩১৬ পিঠিত পুথিখনি সম্পূৰ্ণ হৈছে; তাৰে ২৯৪ পিঠিত মূল কোষখনি, বাকী ২৯৫ ৰপৰা ৩১৬ পিঠিলৈকে বাজখোৱা ডাঙৰীয়াই পিছত গোটোৱা খণ্ডবাক্যেৰে 'উপৰঞ্চি'। বৰ্ত্তমান সংস্কৰণত পাঠকৰ সুবিধাৰ কাৰণে এই উপৰঞ্চি অংশ মূল পুথিভাগৰ অভ্যন্তৰলৈ অনা হৈছে। গ্ৰন্থকাৰে বোধহয় এই কাম কৰিলেহেঁতেন আৰু লগতে আৰু অনেক খণ্ডবাক্যও যোগ দিলেহেঁতেন। অসম সাহিত্য সভাৰ কাৰ্য্যপালিকাৰ নিৰ্দ্দেশ অনুযায়ী পুথিখনি আদ্যোপান্ত সম্পাদন কৰা হৈছে, কিন্তু নতুন সংগ্ৰহ যোগ কৰা হোৱা নাই। বাজখোৱাদেৱে দিয়া কিছু শব্দ আৰু খণ্ডবাক্যৰ ব্যুৎপত্তি আমি সমৰ্থন কৰিবলৈ টান পাইছো আৰু কিছু ব্যাখ্যা আমাৰ জ্ঞান-বিশ্বাস মতে ঠিক হোৱা যেন লগা নাই। কিন্তু সেইবিলাকেই সম্ভৱতঃ এসময়ত চলিত ব্যাখ্যা, আৰু তাতে সেয়া অসমীয়া ভাষা-সাহিত্যৰ আধুনিক যুগৰ এজন পথপ্ৰদৰ্শক আৰু সংগঠক সাহিত্যিকৰ মনৰ ভাব বুলি তাৰ মূল্য আছে। গতিকে পৰাপক্ষত আমি সিবিলাকত হাত দিয়া নাই। আখৰ-জেঁাটনিৰ বিষয়ত গ্ৰন্থকাৰে 'হেমকোষ' আলোচনা কৰিছিল বুলি আমাৰ ভাব নহ'ল; অনেক স্থলত হেমচন্দ্ৰ বৰুৱাৰ অৰ্থও তেওঁ গ্ৰহণ কৰা নাই। এই কথাত আমি অভিধানৰ অনুশাসনলৈ অলপ কাণ দিব লগা হৈছে। গ্ৰন্থকাৰৰ পৰিবেশন-পদ্ধতিৰ বিষয়েও বহুতৰ ক'ব লগীয়া থাকিব পাৰে, কাৰণ তেওঁ ফকৰা-যোজনাৰ পূৰঠ বাক্য-ৰূপো ভাঙি ইয়াত বিশেষ্য, বিশেষণ, ক্ৰিয়া-বিশেষণ আদি ৰূপী খণ্ডবাক্যত পৰিণত কৰিছে। এইখিনিতে আপত্তি হ'ব পাৰে— যি ৰূপত এটা যোজনা বা জতুৱা খণ্ডবাক্য লোকমুখত সততে ব্যৱহৃত হয়, তাক ভাঙি দিলে তাৰ মৰ্য্যাঘাট কৰা হয় বা অন্ততঃ তাৰ সৌন্দৰ্য্য কিছু হ্ৰাস কৰা হয়। ফকৰা বা পটন্তৰৰ মূল্য তাৰ জতুৱা ৰূপত। ফকৰা-যোজোনাৰ পূৰ্ণাঙ্গ বাক্য-ৰূপ সাধাৰণতে ভাঙি ব্যৱহাৰ কৰা নহয়। যেনে, 'তেওঁ লোণ তাৰ পেলাই মাটি তাৰ আনিলে'—এনে নুবুলি কৰ্ত্তা-কৰ্ম্ম'ৰ উল্লেখ নোহোৱাকৈ মাজে-মূৰে এইদৰেই কৈ থ'লে কথাষাৰত লোণ অধিক চোকা হ'ব,—'বোলে, ধন মহণ্ডলৈ গ'ল, লোণ-তাৰ পেলাই মাটি-তাৰ আনিলে, ঠাই মচিবলৈ হ'ল।' 'তেওঁ শাকত লোণ নেখায়'—ইয়ানকে নকৈ পুৰা প্ৰবাদ-বাক্যফাঁকি প্ৰয়োগ কৰিলে বেছি বজিতা খাই সমালোচনাৰ পাত্ৰজনৰ একেবাৰেই গাজত লাগি যাব—'শাকত নেখায় লোণ, পিটিকাত যায় তিনিগুণ'। যোজোনা বা জতুৱা খণ্ডবাক্যৰ আনকালে ভৰ্জমা প্ৰকৃততে সম্ভৱ নহয় বা তাৰ দুই

এটা শব্দ অভদ্ৰ ভাবি ভদ্ৰ গোষ্ঠীৰ শব্দ তাৰ ঠাইত ব্যৱহাৰ কৰিলে জতুৱা ঠাচৰ বল আৰু মোল দুইটাই কমে। 'সতিনী-বহীয়া পৈ' শুনিবলৈ যেয়া বুলি তাক 'সপত্নী ৰসিক স্বামী' কৰিলে কোনেও প্ৰৱাদ বাক্যটোৰ সোৱাদকণ নাপাব। 'সাত-শতুৰ' বা 'কাল-শতৰু'ক সেইদৰে 'সাত-শত্ৰু' বা 'কাল শত্ৰু'লৈ ৰূপান্তৰ কৰিলে প্ৰৱাদ-বাক্য সাধাৰণ বাক্যলৈ নামি আহিব। ৰাজখোৱা ডাঙৰীয়াই কিন্তু ঠায়ে ঠায়ে এনে পৰিৱৰ্ত্তন কৰা পাঠকৰ চকুত পৰিব। আমি এনে কথাত হাত দিয়া নাই; 'পৰিশিষ্ট'ত সেই বিষয়ে লিখিছো মাথোন।

গুৱাহাটীৰ জনাৰ্দ্দন বাৰভূঞাৰ বংশৰ আৰু জনাৰ্দ্দনৰ নাতিয়েক গোবিন্দৰাম আৰু গুঁৱাহাটীৰে কামদত্ত চৌধুৰীৰ জীয়েক ৰজনীৰ পুত্ৰ ৰতিৰাম। এওঁ পোনতে ভদৰি বা ভদ্ৰচন্দ্ৰ বৰবৰুৱাৰ লিগিৰা সোমাই পিছত পানীশলগুৰীয়া ৰাজখোৱাৰ বিষয়-বাব পায়গৈ। তেওঁ বৰবৰুৱা ( বৰবৰা ? ) আৰু বুঢ়াগোহাঁইৰ বিষয়-বাবো চলাইছিল বুলি কোৱা হৈছে, কিন্তু ছত্ৰ, কেঁকোৰাদোলা আৰু আঁৰোৱান হ'লে নাপাইছিল। এওঁৰ দিনতে ইংৰাজৰ আমোল হোৱাত এওঁক শলগুৰি আৰু জকাইচুক মৌজাৰ মৌজদাৰ কৰা হয়। এৱেঁ ৰংপুৰৰ শিঙৰি-ঘৰ ভাঙি আনি শিৱসাগৰৰ পাৰত কছাৰী, ৰৰফাটেক আৰু ৰৰছাহাবৰ বঙলা সজাইছিল। এওঁৰ পুত্ৰ ছুচন্দৰাম ( সুচান্দৰাম ) ১৭৭৭ শকত শিৱসাগৰৰ কৃষ্ণানন্দ বৰুৱাৰ কন্যা ( ইন্দীবৰ বৰুৱাৰ ভগ্নী ) হীৰাৱতীক বিয়া কৰে। ছুচন্দৰামে ১৮৬৮ ছনত শিৱসাগৰৰপৰা আহি খোৱাং মৌজাৰ মৌজদাৰ হয়। ১৮৭২ চনৰ ১১ ডিচেম্বৰ বুধবাৰে হীৰাৱতীৰ পুত্ৰ ৰূপে জন্মলাভ কৰে বেণুধৰ ৰাজখোৱাই দিহিং নৈৰ পাৰৰ খোৱাং ছহৰত। তাতে বেণুধৰৰ ল'ৰাকাল ৰৰককাইদেও চন্দ্ৰধৰ, সৰু ককাইদেও সূৰ্য্যধৰৰ লগত আৰু সোণোৱাল কছাৰী, কৈৱৰ্ত্ত আদি ল'ৰাৰ মাজত যায়। মাজে মাজে দেখা হয় হাতী চিকাৰী 'ফালচন ছাহাব'ৰ ( মিষ্টাৰ্ পাৰ্চেল্ ) অসমীয়া চকলী মেম, ডলী মেমৰ লগত। হাতী-বাঘ, ধান-মাহ-কুঁহিয়াৰ খেতিৰে সেই পৰিবেশত তেওঁৰ পঢ়াশালিৰ শিক্ষা আৰম্ভ নহৈছিল। কাৰণ তেতিয়া তাত দীঘে ছয় আৰু পথালিয়ে তিনি হাতৰ এটা পঢ়াশালিত এবেগেতমান বহল বাঁহৰ চাঙত দহোটামান ল'ৰা বহি 'চৰেঅ, চৰেআ, বিচৈ, দীৰ্ঘৈ' আদি মন্ত্ৰ পঢ়িলেও বেণুধৰক তাত দিয়া নহৈছিল। ১৮৭৭ ছনত জয়পুৰৰ মৌজাদাৰজন ৰৰখাস্ত হোৱাত ছুচন্দৰাম তাৰ মৌজাদাৰ হৈ যায় আৰু দিহিং নৈৰ পাৰত জয়পুৰ চহৰত পৰিয়াল লৈ বহেগৈ। ইয়াতে ( তেতিয়া নাম দীঘলীঘাট ) এসময়ত পতাল বৰবৰুৱাৰ ইটাৰে বেৰা জয়পুৰ কোঠ আছিল

আৰু মহকুমাৰ সদৰ আৰু ফ্রন্টিয়াৰ্ ষ্টেশ্যন বা প্রান্তীয় ছাউনী আছিল। ইয়াৰ পলিটিকেল্ এজেণ্ট আৰু মহকুমাধিপতি 'হাল্‌কন্ চাহাবক' (কর্ণেল হল্‌কম্ব্) জবিপৰ কামত খাওঁতে 'অকৰা নগাই খকৰাই কাটে', লগত যোৱা নিৰঞ্জন শর্ম্মা চক্রবর্ত্তী ববকেৰাণী কোনোমতে ৰক্ষা পৰে। ছুচন্দৰাম জয়পুৰলৈ যোৱাৰ আগতে তাৰপৰা সদৰ উঠি যায়। পুৰণি কছাৰী ঘৰতে (এতিয়া ডাকবঙলা) চক্রবর্ত্তীয়ে চলোৱা পঢ়াশালিত সূর্য্যধৰ আৰু বেণুধৰে পঢ়া-শুনা কৰে। চক্রবর্ত্তী জয়পুৰৰপৰা যোৱাত পঢ়াশালিও নোহোৱা হয়। এইবাৰ পঢ়াশালি হ'ল ডাকঘৰৰ লগতে পুৰণি চিপাহীৰ বেৰেকত, আৰু ডাকবাবুৱেই তাৰ শিক্ষকো হ'ল। পঢ়াশালিখন মজলীয়া ইংৰাজী ধৰণৰ হৈছিল। তাতে পঢ়ি থকাত ইন্সপেক্টৰ উইল্‌ছন্ ছাহাব আৰু বেণুধৰৰ মোমায়েক ডেপুটি ইন্সপেক্টৰ বহুধৰ বৰুৱা স্কুল চাবলৈ আঁহোতে ছাহাবৰ উপদেশ-মতে সূর্য্যধৰ-বেণুধৰক ডিব্রুগড়লৈ পঠাই স্কুলখন নিম্ন প্রাইমেৰী খাপলৈ অনা হ'ল।

১৮৯৩ ছনত বেণুধৰৰ মাতৃ-বিয়োগ ঘটে। ১৯০৩ ছনত বৰপুত্র চন্দ্রধৰক মৌজা গতাই দি ছুচন্দৰাম ৰাজখোৱাই ডিব্রুগড়ত বসতি কৰিবলৈ লয়। ১৯১৭ চনত এওঁৰ মৃত্যু হয়। তেতিয়াও স্কুলবিলাকত বঙলা চলি আছিল। বেণুধৰেও পদ্যপাঠ, সদ্‌ভাব-শতক আদি পঢ়িছিল। পিছতহে ভোলানাথ দাসৰ কবিতামালা আদি চলে। বেণুধৰে পিতাদেৱেকে ৰৰঙণি দি এখা বঙলা সঞ্জীৱনী কাকত মন পাতি পঢ়িছিল আৰু এবাৰ তেওঁ পঠোৱামতে জয়পুৰৰ অত্যন্ত বৃষ্টিৰ কথা কাকতখনৰ স্তম্ভত প্রকাশ পোৱাত অতিশয় উৎফুল্ল হৈছিল। জয়পুৰত থাকোঁতে বেণুধৰে বঙলা ৰামায়ণ-মহাভাৰত-পুৰাণ মাকক তাঁত বোৱাতে সুৰ ধৰি পঢ়ি শুনোৱাৰপৰা আৰু মাকেও কন্দলি ৰামায়ণৰ পদ আওৰোৱাৰপৰা শাস্ত্ৰৰ কথা জনা আৰু কবিতা লিখিবৰ অভ্যাস দুয়োটা হৈছিল। আনকি পিতাকলৈ চিঠি দিওঁতেও মণি লগুৱাৰ অসুখৰ কথা বঙলা কবিতা কৰিহে লিখিছিল,—"আৰ এক কথা বলি শুন পিতৃবৰ, মণিৰ হয়েছে জ্বৰ অতি ভয়ঙ্কৰ।"

১৮৮৬ ছনত সূর্য্যধৰ আৰু বেণুধৰ ডিব্রুগড় হাইস্কুললৈ আহি চতুর্থ শ্রেণীত নাম লগালে। গকমৰা বা কৰৈগুৰি চাপৰিত (আজিকালি চিৰিং চাপৰি) ৰাজখোৱা সকলৰ ঘৰ। পোনতে এই স্কুল বহিছিল ডিবুৰ নৈৰ দাঁতিৰ কিল্লাত, পিছত ব্রহ্মপুত্রৰ ওপৰৰ ঠাইলৈ আহে ইয়াৰ অলপ আগে আগে। দেৱীচৰণ বৰুৱা, গোপীনাথ বৰদলৈ, পৰশুৰাম খাউণ্ড আদি কৃতীসকল এই স্কুলৰে ছাত্র। ফিফ্‌থ্ আৰু চেভেন্থ্ মাষ্টৰ লক্ষ্মীনাথ দাস আৰু মহেশ্বৰ বৰুৱাৰ বাহিৰে হেডমাষ্টৰ ৰামমোহন মিত্র, ছেকেণ্ড্ মাষ্টৰ হাৰাণচন্দ্ৰ দাসগুপ্তকে ধৰি কেয়োজন শিক্ষক তেতিয়া বঙালী। তেতিয়া স্বাভাৱিকতে অসমীয়া-বঙালী লৈ দুই-এটি অপ্রিয় কথা-বতৰা হৈছিল।

১৮৮৮ কি তাৰ পিছৰ বছৰতহে অসমীয়া ল'ৰাই ইংৰাজীৰ পৰা ভৰ্জমা কৰোঁতে অসমীয়ালৈ কৰিব পৰা নিয়ম হয়। বেণুধৰে কিন্তু বঙলা ইমান খৰচি মাৰি শিকিছিল যে হেডমাষ্টৰে তেওঁক বঙলালৈহে ভৰ্জমা কৰিবলৈ উপদেশ দিছিল আৰু তেওঁৰ বঙলা শুনি পিছত কলিকতীয়া সতীৰ্থসকল স্তম্ভিত হৈছিল। এইখিনিতে ঘপ কৰে মনত পৰে বঙলা ভাষাৰ প্ৰতি প্ৰীতিসম্পন্ন এইজনা কৃতী অসমীয়ায়ে ১৯২৮ চনৰ ধুবুৰী সাহিত্য-সন্মিলনত বঙালীক ভালত বিৰূপ সমালোচনা কৰিব লগা হোৱা নাছিল! বেণুধৰৰ পঢ়াশলীয়া দিনত ডিব্ৰুগড় অতি সৰু ঠাই, আজিৰ ঠাহ খোৱা মানুহৰ শান্তিপাৰা (বঙালীৰ নামকৰণ) তেতিয়া চাহনি। ডিব্ৰু-শদিয়া ৰেল আছিল, কিন্তু লিডু মাৰ্ঘেৰিটাৰপৰা কল্পনা কঢ়িয়াবলৈহে। ইংৰাজে পতা এই নগৰত শিৱসাগৰ আদিৰ ভাল লোক আহি বসতি কৰিবলৈ লয়। যাদুৰাম বৰুৱা, ভৰকাঁত বৰুৱা (দুইজন মণিৰাম দেৱানৰ বংশধৰ), দুতিৰাম বৰুৱা, মালভোগ বৰুৱা, হিমতুদ্দিন আহমদ হাজৰিকা (মফিজুদ্দিন আহমদ হাজৰিকাৰ পিতৃ) ফয়জুৰ আলী (ফৈজনুৰ আলীৰ পিতৃ), আজিজুৰ ৰহমান (মন্ত্ৰী হৈয়দুৰ ৰহমানৰ পিতৃ), পূৰ্ণানন্দ বৰুৱা 'ছোট ছাহাব', বশম্বদ মিত্ৰ উকীল, ৰাধানাথ চাংকাকতী, মজলীয়া অসমীয়া স্কুলৰ তৃতীয় শিক্ষক আৰু গুৰু ট্ৰেইনিঙৰ হেড পণ্ডিত শিৱনাথ ভট্টাচাৰ্য্য আদি সেই কালৰ ডিব্ৰুগড়ৰ উল্লেখযোগ্য লোক। বেণুধৰ মাজে মাজে যোল মাইল হাবিতলীয়া বাটেদি জয়পুৰলৈ যায়। অসমীয়া চোকোৰা নাচ, বৰপেটাৰ তিথিৰামৰ দলৰ যাত্ৰা, দেৱগঁয়া নাচনী, মিৰি নাচ আদি 'সভ্যতাৰ চেপাত লুপ্ত হোৱা' নাচ-গান অৱসৰ-বিনোদনৰ আহিলা আছিল। লক্ষ্ণৌৰ বাইজীৰ নাচেও তেতিয়াই ভুমুকি মাৰেহি।

১৮৮৯ চনত ডিব্ৰুগড়ত এণ্ট্ৰেন্স পৰীক্ষাৰ কেন্দ্ৰ হয় আৰু বেণুধৰে সিবছৰতে তাৰ পৰাই সেই পৰীক্ষা দ্বিতীয় বিভাগত পাছ কৰে। ঘৰৰ সকলোৱে কাম্পোনত গছৰ পাত সকৰাই বিদায় দিয়াত তেওঁ জাহাজত উঠি গোৱালন্দলৈ আৰু গোৱালন্দৰপৰা কলিকতালৈ ৰেলেৰে গৈ প্ৰেছিডেন্সি কলেজত নাম লগালেগৈ। চাৰ্লছ্ এইচ্ টনি, এফ্. জে. ৰ', ডব্লিউ. টি. ৰেব্, জগদীশচন্দ্ৰ বসু, প্ৰফুল্ল ৰায় আদি বিচক্ষণ অধ্যাপকসকলৰ অধ্যাপনাৰ সুযোগ লাভ কৰিলেও ডেকা বাজখোৱাৰ বাবে বাহিৰৰ আকৰ্ষণ বেছি টান হ'ল; জোনাকী, বিজুলী, এ. এছ্. এল্. ক্লাব, অ. ভা. উ. সা. সভাৰ অধিবেশন আৰু 'ক'লা হীৰা' সুৰেন্দ্ৰনাথ বেনাৰ্জ্জী, ভাই প্ৰতাপচন্দ্ৰ মজুমদাৰ, পণ্ডিত শিৱনাথ শাস্ত্ৰী, ৰেভাৰেণ্ড্ কালীচৰণ বেনাৰ্জ্জী আদিৰ বক্তৃতাই তেওঁক বেছি আনন্দ দিবলৈ ধৰিলে। এবাৰ কৃষ্ণপ্ৰসাদ দুৱৰাৰে লগ লাগি এ. এছ. এল্. ক্লাবৰ বাৰ্ষিক অধিৱেশনত সুৰেন্দ্ৰ বাবুকো সভাপতি হ'বলৈ মাতি আনিছিল।

এই বাহিৰা ব্যস্ততাৰ বাবে ১৮৯১ চনৰ এফ্. এ. পৰীক্ষাত ফেল মাৰি বেণুধৰে চিঠি কলেজত নাম লগাই তাৰ পৰাহে পিছবছৰ সেই পৰীক্ষাত উঠে। তাতো ৰামানন্দ চেটাৰ্জী, হেৰম্বচন্দ্ৰ মৈত্ৰ আদি পণ্ডিতসকলৰ সান্নিধ্য লাভ কৰিছিল। একে কলেজতে বি. এ. পঢ়া আৰম্ভ হ'ল। 'প্ৰথম বছৰ কিতাপ চুবলৈকে ন'হল, কিয়নো মোৰ শুভাকাংক্ষী মন্ত্ৰণাদাতাসকলে ক'লে যে তৃতীয় বাৰ্ষিক শ্ৰেণীত কোনো ল'ৰাই নপঢ়ে। সেই দেখি মই দেশোদ্ধাৰৰ কামত লাগি গলো।'—এইদৰে 'দেশোদ্ধাৰৰ তেজ মূৰত উঠা'ৰ বাবেই ১৮৯৪ চনৰ বি. এ. পৰীক্ষাত ১৮৯১ চনৰ এ ফ্. এ. ৰ ফলৰ পুনৰভিনয় হ'ল। পিতৃদেৱেকে এতিয়া পুনৰ কলেজলৈ নপঠিয়ায়। ভাগ্যে সৰু ককাইদেৱেকে (তেতিয়া বৰডুঙৰ মৌজাদাৰ) পঢ়ুৱাবলৈ গাত ল'লে এটা চৰ্ত্তত—জোনাকী-বিজুলীত একো নিলিখোঁ আৰু সাহিত্যত হাত নিদিওঁ বুলি শপত খাব লাগিব। এই সময়ত কলিকতাত থকা অসমীয়া ডেকাইতৰ 'দেশোদ্ধাৰৰ তেজ মূৰত উঠি' পৰীক্ষাত কি দুৰ্গতি হৈছিল, জোনাকী-যুগৰ আমাৰ কেয়োজন সাহিত্যিকেই তাৰ জনাজাত সাক্ষী। ১৮৯৬ পৰীক্ষাতো অসমীয়া ল'ৰা পালে পালে ফেল হ'ল। মাথোন দুজন লৰা বি. এ. হল—বেণুধৰ আৰু নবীনচন্দ্ৰ বৰদলৈ। সুৰেন্দ্ৰনাথ বেনাৰ্জীয়ে অধ্যাপনা কৰা ৰিপন্ কলেজৰপৰা পৰীক্ষা দিয়া বেণুধৰে বিষ্ণুপ্ৰিয়া দেৱী বঁটা পালে। ৰাজখোৱাই গুণাভিৰাম বৰুৱাৰ সহায়ত আৰু আনন্দচন্দ্ৰ আগৰৱালা, ৰত্নেশ্বৰ মহন্ত, লম্বোদৰ বৰাৰ সহযোগত বিজুলী কাকত উলিয়ায়।

বেণুধৰে মনস্তত্ত্বত এম্. এ. আৰু বি. এল্. পঢ়িবলৈ ধৰিলে। এনেতে ১৮৯৭ চনত চীফ কমিছনাৰ কটন চাহাবে তেওঁক ছব-ডেপুটি কলেক্টৰ পদত নিয়োগ কৰিলে। সেই সময়তে চাহাব কলিকতালৈ যোৱাত তেওঁৰপৰা অনুমতি লৈ ৰাজখোৱাই এম্. এ. পৰীক্ষা দিছিল, কিন্তু পাছ কৰিব নোৱাৰিলে। নানা জল্পন-কল্পনা এৰি ১৮৯৯ চনৰ ৩ জানুৱাৰীত তেওঁ শিৱসাগৰত কামত হাজিৰ হ'ল। তেতিয়া তাতে জিলাৰ সদৰ। ইয়াত থাকোতে একে বছৰৰ আহাৰ মাহত ডিব্ৰুগড়ৰ ভুতি ৰাম বৰুৱাৰ সৰু জীয়াৰী ৰত্নকুমাৰীৰ লগত বেণুধৰৰ বিয়া হয়। শিৱসাগৰত থকা সময়ত ৰাজখোৱা শিৱসাগৰৰ নাট্যসমাজৰ সম্পাদক আৰু কণীধৰ চলিহা সভাপতি আছিল। ইয়াৰ পিছতে তেওঁ গোলাঘাটলৈ বদলি হ'ল। ১৯০৩ চনত পুনৰ শিৱসাগৰত এছিষ্টেণ্ট চেট্‌ল্‌মেণ্ট অফিচাৰ হৈ আহিল; অলপ দিন পিছতে এক্‌ষ্ট্ৰা এছিষ্টেণ্ট কমিছনাৰ পদলৈ উন্নীত হ'ল। ১৯০৪ চনত কামৰূপ-ধুবুৰীত ৰেল লাইনৰ বাবে মাটি লোৱাৰ বাবে স্পেচিয়াল্ লেণ্ড্ একুইজিছন্ অফিচাৰ পতা হ'ল। ১৯০৫ চনত কিছুদিন গুৱাহাটীত মেজিষ্ট্ৰেটৰ কাম কৰাৰ পিছত মঙলদৈলৈ বদলি হ'ল।

ইয়াত মণ্ডলদৈ মজলিছ পাতি বিশেষ আলোচনা-চক্ৰৰ দিহা কৰিলে আৰু বেগামুখত যাত্ৰাদল এটা খুলি সঙ্গীত-চৰ্চ্চাৰো আয়োজন কৰিলে। এই সময়তে বাজখোৱাই 'বাঁহী' নামে গানৰ পুথি এখন উলিয়ায়। ১৯১০ ছনত তেওঁ পুনৰ গোলাঘাটলৈ বদলি হ'ল। ১৯১২ চনত চিলটৰ মৌলবী-বজাৰলৈ গৈ এবছৰৰ কম দিন হওঁতেই ছুটী লৈ ডিব্ৰুগড়লৈ আহিল আৰু ছুটীৰ পিছত তাতে হাকিম হ'ল। ১৯১৭ ছনত তেওঁৰ পিতৃবিয়োগ ঘটে। ইয়াৰ অলপ দিন পিছতে যোৰহাটলৈ যায় আৰু তাত মাজে মাজে ডেপুটি কমিছনাৰ-ৰূপে কাম কৰে। ১৯২৪ ছনত শিৱসাগৰলৈ নি তেওঁক খোৱাঙলৈ ৰেল-বাটৰ বাবে ভূমি-অধিগ্ৰহণৰ কামত লগোৱা হ'ল। ১৯২৫ ছনৰ ৫ ছেপ্তেম্বৰ তাৰিখে তেওঁ অৱসৰৰ পূৰ্ব্বগামী ছুটী ল'লে।

১৯২৬ ছনত ধুবুৰীত বহা অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণে তাৰ বঙালীসকলৰ মাজত যি আলোড়নৰ সৃষ্টি কৰিছিল, সকলোৱে জানে। ইয়াৰ ফলত পিছৰ বছৰ কোকৰাঝাৰত সন্মিলন বহিবলগীয়া আছিল যদিও বঙালীৰ কথা মনা চৰকাৰৰ নিৰ্দেশমতে তাত সন্মিলন পতা ন'হ'ল। তেতিয়া বাজখোৱাৰ ভাব হৈছিল, 'গোৱালপাৰা আমাৰ হাতৰপৰা গ'ল।' ভাগ্যে গোৱালপাৰা আকৌ আমাৰ মাজলৈ ঘূৰি আহিল!

১৯২৭ ছনত বাজখোৱা আকৌ আগৰ কামত ডিব্ৰুগড়তে সোমাল, কিন্তু তেওঁ ভাল নাপালেও ১৯২৮ চনত হোৱা নতুন লাটৰ নিৰ্দেশমতে যোৰহাটলৈ যাবলগীয়া হ'ল। তেওঁ মাজে মাজে ডেপুটি-কমিছনাৰ ৰূপেও ইয়াত কাম কৰিছিল। ১৯৩১ ছনৰ ৩০ জুনত তেওঁ চৰকাৰী কামৰপৰা বিদায় লৈ ডিব্ৰুগড়ত বসতি কৰিবলৈ ল'লে। ইয়াৰ পিছত আঠ দিন কম পুৰা ২৪ বছৰ পেন্‌ছন ভোগ কৰি কৰ্ম্মময়তাৰ জিৰণি লৈ ১৯৫৫ ছনৰ ২২ জুন তাৰিখে (৭ আহাৰ ১৮৭২ শক) বুধবাৰে বাজখোৱা ডাঙৰীয়াই ডিব্ৰুগড়তে শেষ নিশ্বাস পেলায়। এই সময়ত মাজে মাজে অবৈতনিক মেজিষ্ট্ৰেট্ কাম আৰু ডিব্ৰুগড়ৰ নতুন কলেজৰ অধ্যাপনাও কৰিছিল। তেওঁৰ তিনিজন পুত্ৰ—শ্ৰীশাৰঙ্গধৰ, শ্ৰীঅনঙ্গধৰ আৰু শ্ৰীদেৱাঙ্গধৰ; ছোৱালী দহোটি—সোণতৰা মহন্ত, জোনতৰা বৰুৱা, বগীতৰা (অলপ বয়সতে ঢুকায়), শ্ৰীমতী জীউতৰা ভৰালী, আহ্লতীতৰা নেওগ, শ্ৰীমতী বিজুলীতৰা বৰুৱা, শ্ৰীমতী আকাশীতৰা বৰুৱা, শ্ৰীমতী মায়াতৰা বৰুৱা. শ্ৰীমতী সেন্দুৰীতৰা চলিহা, শ্ৰীমতী ৰূপালীতৰা কাকতি।

বেণুধৰ বাজখোৱা ডাঙৰীয়াৰ প্ৰকাশিত-অপ্ৰকাশিত পুথিৰ সংখ্যা বাৰকৈয়ে সৰহ, যদিও 'অসমীয়া খণ্ডবাক্য-কোষ', 'লখিমী তিৰোতা', Short Accounts Assam, The Holy Nam-ghosha, Assamese Popular Superstitions,

অপ্ৰকাশিত 'মোৰ জীৱন-দাপোণ', Sankardev, 'সংক্ষিপ্ত অসমীয়া অভিধান' আদি কেইখনমানৰ বাহিৰে বাকীখিনি আকাৰত পুস্তিকা বা বাজখোলাৰ ভাষাত 'পোৱালি পুথি' বা 'নিচলা পুথি' মাথোন। তেখেতৰ সৰু-বৰ পুথিখিনিৰ নামেৰে এটি গ্ৰন্থ-পঞ্জী তলত দিলো।

সম্পাদন-সঙ্কলন : 'বিজুলী' পত্ৰিকাৰ অসম্পূৰ্ণ তৃতীয় খণ্ড, কলিকতা ১৮৯৩ ; মাধৱদেৱৰ আদিকাণ্ড ৰামায়ণ, প্ৰকাশক-সম্পাদক গণেশ ৰাম আগৰৱালাৰ পাতনিৰে, ডিব্ৰুগড় ১৮৯৯ ; Historical Sketches of old Assam : Based on an Analysis of Popular Proverbs, ডিব্ৰুগড় ১৯১৭ ; অসমীয়া খণ্ডবাক্য কোষ, ডিব্ৰুগড় ১৯১৭ (১৯১৬-১৭-ত ৰচিত) ; অসমীয়া পুথিৰ তালিকা, কলিকতা অ. ভা. উ. সা. সভাৰ দ্বাৰা প্ৰকাশিত ; সংক্ষিপ্ত অসমীয়া অভিধান, অপ্ৰকাশিত ; A Companion to Writeres in Assamese, ডিব্ৰুগড় ১৯৪৭।

ল'ৰাৰ পুথি : ল'ৰা-পুথি ; সাহিত্যপ্ৰবেশ ; নীতিপাঠ।

কবিতা : পঞ্চ-কবিতা, কলিকতা ১৮৯৫ ; চন্দ্ৰসম্ভৱ কাব্য ; দশগীত, শিৱসাগৰ ১৮৯৯ ; দেহাৰ প্ৰলয়, যোৰহাট ১৯২৯ ; সিপুৰীৰ বাতৰি, যোৰহাট ১৯২৯ ; জীৱন-সন্ধিয়া, যোৰহাট ১৯৩০ ; পুনৰুত্থান, ডিব্ৰুগড় ১৯৩১।

গান : অসমীয়া ভাই, গোলাঘাট ১৯০১ ; বঁাহী, মঙ্গলদৈ ১৯০৬ ; সৰু ল'ৰাৰ গান, কীৰ্ত্তিনাথ বৰদলৈৰ স্বৰলিপিৰে, গোলাঘাট ১৯১০।

পৌৰাণিক নাটক : দুৰ্যোধনৰ উৰুভঙ্গ, গোলাঘাট ১৯০১ ; দক্ষ-যজ্ঞ, মঙ্গলদৈ ১৯০৮।

সামাজিক নাটক : ডেকা-গাভৰু, পদ্মনাথ (গোঁহাই) বৰুৱাৰে ৰচিত, কলিকতা ১৮৮৯ ; সেউতীকিৰণ, কলিকতা ১৮৯৪ ; কুৰি শতিকাৰ সভ্যতা, মঙ্গলদৈ ১৯০৮ (ৰচনা ১৯০৫) ; লখিমী তিৰোতা, মঙ্গলদৈ ১৯০৯ (ৰচনা ১৯০০) ; অশিক্ষিতা ঘৈণী, গোলাঘাট ১৯১২ ; যমপুৰী, ডিব্ৰুগড় ১৯৩১।

ধেমেলীয়া নাটক : দৰবাৰ, গোলাঘাট ১৯০২ ; কলিযুগ, দুৰ্গাপ্ৰসাদ দত্তেৰে (মজিন্দাৰ বৰুৱা) ৰচিত, শিৱসাগৰ ১৯০৪ ; তিনি ঘৈণী, যোৰহাট ১৯২৮ ; চোৰৰ সৃষ্টি, ডিব্ৰুগড় ১৯৩১ ; টোপনিৰ পৰিণাম, ডিব্ৰুগড় ১৯৩২।

'উপন্যাস আকাৰত সন্নিবদ্ধ' বুৰঞ্জী : মহাসতী জয়মতী, শিৱসাগৰ ১৯৪৭।

প্ৰাচীন কবিতাৰ ইংৰাজী অনুবাদ : Vipra Damodar, শঙ্কৰদেৱৰ অনুবাদ' দুৰ্গেশ্বৰ শৰ্মাৰ পাতনিৰে, যোৰহাট ১৯১৮ ; The Holy Nam-ghosha, মাধৱ দেৱৰ অনুবাদ, যোৰহাট ১৯১৯ ; The Ear-eater, শ্ৰীধৰ কন্দলিৰ অনুবাদ,

শৰৎ চন্দ্ৰ গোস্বামীৰ পাতনিৰে, যোৰহাট ১৯২০ ; Gunmala, শঙ্কৰদেৱৰ অনুবাদ, ডিব্ৰুগড় ১৯২৩।

অভিভাষণ : অসম সাহিত্য সন্মিলন, নৱম অধিৱেশন, ধুবুৰী, সভাপতিৰ অভিভাষণ, ১৯২৬ ; মহাসতী জয়মতী, শিৱসাগৰ জিলাৰ জয়সাগৰ পুখুৰীৰ পাৰত জয়মতী উৎসৱ উপলক্ষে ( সংশ্লিষ্ট গীতবোৰ লগে লগে নিজৰ ছোৱালীৰ হতুৱাই গোওৱা হৈছিল ), ১৯২৮ ; আসাম কচাৰী যুৱক সন্মিলনী, তৃতীয় অধিৱেশন, খোৱাং, সভাপতিৰ অভিভাষণ, ১৯২৯।

ভাষা, সমাজ, বুৰঞ্জী আদিৰ আলোচনা : Assamese Demonology, গুৱাহাটী ১৯০৫ ( সংকলন, গোলাঘাট ১৯০৪ ) ; Notes on the Sylhetee Dialect, মৌলবীবাজাৰ ১৯১৩ ; বিহু, ডিব্ৰুগড় ১৯১৪ ; Short Accounts of Assam, ডিব্ৰুগড় ১৯১৫ ; Assamese Popular Superstitions, যোৰহাট ১৯২০ ; অপ্ৰকাশিত : A Note on the Miri Tribe in Assam, কৰ্ণেল গৰ্ডন ছাহাবলৈ পঠিওৱা হৈছিল ; A Note on the Deori-Chutia Tribe in Upper Assam, এথ্‌ন'গ্ৰাফিৰ ছুপাৰিণ্টেণ্ডেণ্ট্ গৰ্ডনলৈ পঠিওৱা হৈছিল ; A Note on Co-education, ১৯১০ চনত শিক্ষাবিভাগলৈ পঠিওৱা হৈছিল ; Sankardev.

আত্মজীৱনী : মোৰ জীৱন-দাপোণ, ১৯৪১-ত সম্পূৰ্ণ।

কবিৰূপে পৰিচিত নহ'লেও ৰাজখোৱাই যথেষ্ট সংখ্যক কবিতা ৰচনা কৰিছে। 'পঞ্চ-কবিতা'ত সন্নিবিষ্ট লংফেলোৰ অনুবাদ 'জীৱন-সঙ্গীত', হোম্‌ছৰ অনুবাদ 'দুদল সৈন্য,' মাতৃ-বিয়োগ-'শোকপ্লাবিত হৃদয়ৰ নিৰ্গম' 'অশ্ৰু' আৰু আন দুটি কবিতাত কাব্যৰ শিহৰণ অনুভৱ কৰিব পাৰি। 'মোৰ জীৱনৰ অভিনয় অলপতে শেষ হ'ব' বুলি ভাবি চৰকাৰী কৰ্ম্ম-জীৱনৰ শেষ সীমাত লিখা 'দেহাৰ প্ৰলয়', 'সিপুৰীৰ বাতৰি', 'জীৱন-সন্ধিয়া', আৰু 'পুনৰুত্থান'ত কবিৰ মৰণৰ ওচৰত আত্ম-সমৰ্পণৰ ভাব প্ৰকাশ পাইছে। 'দলগীত' ল'ৰাৰ বাবে পুৱা, দুপৰীয়া, আবেলি, ল'ৰাকাল, ডেকাকাল আদি বিষয়ে লিখা দহোটা কবিতা, এসময়ত শিৱসাগৰত পাঠ্য পুথিৰূপে চলিছিল। 'চন্দ্ৰসম্ভৱ' কাব্যখনি আমি দেখা পোৱা নাই।

আধুনিক গীত-ৰচনাত ৰাজখোৱা এজন অগ্ৰেসৰ। 'অসমীয়া ভাই'ত নতুন অসমৰ অৰ্থনৈতিক ব্যৱস্থাত দুৰৱস্থ হোৱা অসমীয়াক সচেতন কৰিবৰ প্ৰচেষ্টা সাতোটি গানৰ মূল। মঙ্গলদৈ মহকুমাত মুন্সিপ থাকোঁতে ৰাজখোৱাৰ উদ্যোগত ১৯০৬ চনৰ ৬ অক্টোবৰ তাৰিখে মঙ্গলদৈ অসমীয়া মজলিছ স্থাপিত হয়, তদুপৰি এক যাত্ৰা-দলো গঠন কৰা হয়। মজলিছত গোৱা দেশৰ প্ৰাণ-উদ্বোধনৰ সদিচ্ছাৰে লিখা গানবিলাকৰ সমষ্টি হ'ল 'বাঁহী'। মজলিছৰপৰা অনুপ্ৰেৰণা পোৱা এজন

আধুনিক গীতিকাৰ কীৰ্ত্তিনাথ শৰ্ম্মা বৰদলৈ। বাজখোৱাৰ কেয়োখনি নাটতে গীত আছে, সিবোৰৰ ৰাগ-মানো বন্ধা আছে। কাব্যিক সৌন্দৰ্য্যৰ ফালৰপৰা তেওঁৰ শ্ৰেষ্ঠ গীতিকা হ'ল পুৰণি জনগীতৰ আদৰ্শত ৰচিত 'মহাসতী জয়মতী'ৰ অন্তৰ্গত গীতকেইটি। দুৰ্গাবৰী ঢেকত লিখা তেওঁৰ দুই-এটি গীতৰ কথাও অসমীয়া আধুনিক গীতৰ বুৰঞ্জীয়ে সোঁৱৰা উচিত।

বাজখোৱা ডাঙৰীয়াই আধুনিক যুগৰ মঞ্চ আন্দোলনৰ লগত নিজকে সংশ্লিষ্ট ৰাখিছিল। বিশেষকৈ শিৱসাগৰ নাট্য সমাজৰ প্ৰাৰম্ভণতে তেওঁ সম্পাদক আছিল। কলিকতীয়া ছাত্ৰৰ অৱস্থাতে, যেতিয়া কেইবাজনেও গোট খাই 'ভ্ৰমৰঙ্গ' অভিনয়ৰ উদ্যোগ কৰে, সেই সময়টিৰ প্ৰভাৱতে সম্ভৱতঃ বাজখোৱাই গোহাঞি বৰুৱাৰ সহযোগিতাৰে 'ঢেকা গাভৰু' লিখে। এইখনি আমি দেখা পোৱা নাই। ইয়াৰ পিছতে তেওঁ অকল গুৱাহাটী, শিৱসাগৰ আৰু তেজপুৰৰ পটভূমিত সাতটা অঙ্কত হ'লেও সক সামাজিক চিত্ৰ এখনি আঁকে 'সেউতীকিৰণ'ত। বাজখোৱাই 'মোৰ জীৱন-দাপোণ'ত উল্লেখ কৰিছে জয়পুৰৰ সন্তৰাম দত্ত বৰমহৰী নামৰ সেই অঞ্চলৰ সৰ্‌চহকী লোকৰ অকাতৰ দানত 'সেউতীকিৰণ' ওলাইছিল। 'অসমীয়া নাটকৰ বৰ অভাৱ। অসমীয়া ভাষাৰ হিতাকাঙ্ক্ষী মাত্ৰেই এই অভাৱ গুচাবলৈ পুৰুষাৰ্থ কৰিব লাগে। অসমীয়াত গান নাই। যেতিয়া প্ৰত্যেক থিয়েটাৰত অসমীয়া নাটকৰ অভাৱ নেথাকিব—যেতিয়া আমাৰ মুখে মুখে অসমীয়া গান শুনিবলৈ পোৱা যাব, তেতিয়া জানিম, আমাৰ ভাষাই প্ৰকৃততে উন্নতিৰ বাটত আগ বাঢ়িছে।'—এই স্বপ্ন মনৰ মাজত ৰাখি বাজখোৱাই 'নিশকতীয়া কাপে'ৰে 'নাটকৰ আৰ্য্যাৰে দুপাতিমান লিখি' উলিয়াবলৈ ধৰে। 'দুৰ্য্যোধনৰ উৰুভঙ্গ' সৰু সৰু দৃশ্যৰে পাঁচ-পঙ্কীয়া, কিন্তু মুঠ ৩০ পিঠিহে। সপ্তম এডোৱাৰ্ডৰ অভিষেকে সাধাৰণ অসমীয়া বঙালী নেপালী আদিৰ মাজত কি প্ৰতিক্ৰিয়া কৰিছিল, তাৰ ধেমেলীয়া চিত্ৰ 'দৰবাৰ' আন এজন প্ৰহসন-লেখক দুৰ্গাপ্ৰসাদ দত্তেৰে (মজিন্দাৰ বৰুৱা) লিখা। 'কলিযুগ'ত নন্দী-ভৃঙ্গীয়ে 'দেগা ঝাড়ু ভাই, বহ খাড়া, বহ ফাৰাক্ ভাই, বহ ঘাড়া' আদি আজিৰ ৰাষ্ট্ৰভাষাত গীত গাই, নাৰদে অমিতাৱ ঠাৰি বজাই আৰু স্বৰ্গৰ হিত-কাৰী সম্পাদক শ্ৰীনাৰদচন্দ্ৰ ভট্টাচাৰ্য্য বুলি ইস্তাহাৰ দি, আন কি মিৰিকামৰা সত্ৰৰ বিষ্ণুদেৱ মহন্তয়ো 'জগন্নাথে'ও ব্যাকৰণৰ কুৰিটা উপসৰ্গক কুৰিটা ভূত বুলি আখ্যা দি নিৰ্দোষ হাঁহিৰ সৃষ্টি কৰিছে। মঙ্গলদৈতে মঙ্গলদৈ মজলিছ আৰু অসমীয়া যাত্ৰা-দল পতা বাজখোৱাই ভাবেপৰা 'কুৰি শতিকাৰ সভ্যতা' প্ৰকাশ কৰে 'এই পোৱালি পুথিখনিৰপৰা যদি অসমীয়া ষ্টেজৰ একেবিমানো উপকাৰ হয়' বুলি। ইয়াতো 'অংলা-খেমটা', 'বেহাগ-আড়খেমটা'-আদি-যুক্ত গীতৰ 'বাহাৰ' উঠিছে। শিৱসাগৰত

থকাতে লিখা 'দক্ষযজ্ঞ' এখনি গহীন নাটিকা। 'লখিমী তিৰোতা' প্ৰকৃততে 'তিৰোতা মানুহ কেনেকৈ প্ৰকৃত ঘৰৰ ঘৈণী হ'ব পাৰে' বিষয়ে কথোপকথনৰ আকাৰত ভেৰ কুৰি প্ৰবন্ধ মাথোন। 'অশিক্ষিতা ঘৈণী' লিখাৰ উদ্দেশ্য নামটিয়েই ক'ব। 'নাটৰ উন্নতিয়েই দেশৰ উন্নতি' আৰু 'নিজৰ গৃহস্থালি জীৱনটি যাতে শান্তিময় হয় তাৰ নিমিত্তে কাৰবাৰ কৰিব লাগে,' এই দুই কথা মনত ৰাখি ধেমেলীয়া নাটকেযে সমাজৰ দোষবোৰলৈ আঙুলি টোঁৱাই মন্তব্য কৰি সমাজক সুস্থ কৰাত সহায় কৰিব পাৰে, এইটিও ভাবি বাজখোৱাই 'তিনি ঘৈণী'ত বহুবিবাহক ইতিকিং কৰিছে। 'যমপুৰী'য়ে আকৌ যম, কালফুৰা-সঁফুৰা আদিক দেখুৱাই শেষত গানৰ মহিমা ঘোষণা কৰিছে। 'চোৰৰ সৃষ্টি'ৰ অসমীয়া সমাজৰ হাঁহিৰে মলঙা ছবি এখন অঁকা হৈছে। 'টোপনিৰ পৰিণাম' সৰু এখন ধেমালি। মুঠতে, বাজখোৱাৰ নাটকে আমালৈ যি আনন্দৰ পোহৰ মেলিছে, সি সৰু হ'লেও আন্তৰিকতাই সেই আনন্দক বিমল কৰি থৈছে। তেওঁৰ নাটৰ গীতৰ আধিক্য এটা যুগৰ নাটসাহিত্যৰে লক্ষণ।

বাজখোৱাৰ সৰলতাপূৰ্ণ এই সাহিত্যিক প্ৰচেষ্টাৰ লগতে তেওঁৰ বিজ্ঞানসম্মত আধুনিক ৰুচিৰ পশ্চাদ্দৃষ্টিয়ে তেওঁক কিছু স্থায়ী কৰ্ম্মলৈ অনুপ্ৰেৰণা যোগাইছিল। দামোদৰ-বিপ্ৰাখ্যান, নাম-ঘোষা, কাণ-খোৱা আৰু গুণমালাৰ ভাঙনি এনে অনুপ্ৰেৰণাৰে ফল। এনে অনুপ্ৰেৰণাতে তেওঁ ভাষা আৰু সমাজতত্ত্বৰ অনুসন্ধানত প্ৰবৃত্ত হৈছিল। চিলট কাছাৰ জয়ন্তীয়াৰ ভাষা, প্ৰবাদ-বাক্যত অসমীয়া জীৱনৰ অভিব্যঞ্জনা, অসমীয়া কুসংস্কাৰ আৰু অন্ধবিশ্বাস, অসমত ভূত-প্ৰেতৰ বিশ্বাস— এইবোৰৰ বৈজ্ঞানিক অধ্যয়নত বাজখোৱাৰ নাম অন্ততঃ পথপ্ৰদৰ্শক-ৰূপে আগলৈও ৰৈ যাব। 'অসমীয়া খণ্ডবাক্য-কোষ' আৰু 'সংক্ষিপ্ত অসমীয়া অভিধান' ভাষাৰ অধ্যয়নৰ একোটি দৃঢ় পদক্ষেপ। অসমীয়া ভাষা, সাহিত্য আৰু ইতিহাসৰ গৌৰৱত গৌৰৱান্বিত হৈ বেণুধৰ বাজখোৱা ডাঙৰীয়াই সেই গৌৰৱৰ গ্লানি গুচাবৰ মনেৰে সাহিত্যত হাত দিছিল ; সেই প্ৰচেষ্টাত তেওঁ বহুত দূৰ কৃতকাৰ্য্যও হৈছিল। সেইহে অসমীয়া সাহিত্য-সাধনাৰ এখনি তীৰ্থ অসম সাহিত্য সভাৰ আদৰৰ সভাপতিৰ আসনখনি এবাৰলৈ অলঙ্কৃত কৰিবলৈ বাজখোৱা ডাঙৰীয়াক আহ্বান কৰি অনা হৈছিল। আমি তেওঁৰ এই পুথিখনি ভাষা-সাহিত্য-সেৱীসকলৰ হাতত পুনৰ দিবলৈ পাই আনন্দ লাভ কৰিছো।

গুৱাহাটী বিশ্ববিদ্যালয় মহেশ্বৰ নেওগ

অঁকৰা গাহৰি—বি. বনৰীয়া গাহৰি অঁকৰা অৰ্থাৎ সি যেইপোনে যাব খোজে, সেইপোনেই গুমগুমাই যায়, একো বাধা-বিঘিনিলৈ কাণসাৰ নকৰে। এতেকে,—আঁকোৰগোজা মানুহ ( নিন্দা প্ৰয়োগ ), an obstinate fellow.

অঁকৰা মৈত উঠা—ক্রি. চহোৱা মাটি মৈৰে সমান কৰা হয়। মৈৰ ওপৰত এজন মানুহ উঠে আৰু গৰুৱে তাক টানি লৈ যায়। অঁকৰা মানুহে মৈত উঠিবলৈ পালে তাৰপৰা নামিব নোখোজে। এতেকে,—কোনো কাৰ্য্যত হাত দিলে তাক এৰিব নোখোজা, কোনো কাৰ্য্য আঁকোৰগোজালিকৈ কৰিবলৈ ধৰা, to persist in doing a thing obstinately.

অকলশৰীয়া পহু—বি. পহু লগেৰে চৰে। এতেকে,—লগৰীয়া নোহোৱা মানুহ, a lonely helpless person.

অকলৈ শকত—বিণ.—সকাম-নিকামত দহ-চাৰি ভকত লাগে। এতেকে,—পৰৰ সাহায্য নোহোৱাকৈ আপোনা-আপুনি সক্ষম, selfsufficient.

অকাল-কুষ্মাণ্ড—বি. অকালত প্ৰসৱ হোৱা কুষ্মাণ্ডৰ দৰে লোপ্‌থোপ্‌ জ্ৰূণ, অমঙ্গলীয়া মানুহ, an abominable person.

অগুৰুৱা—বিণ. গুৰুত শৰণ নোলোৱা, অশৰণীয়া, অনাচাৰী, uninitiated, impure.

অচলা ভক্তি—বি. লৰচৰ নোহোৱা ভক্তি, স্থিৰ ভক্তি, unshakeable faith, deep piety.

অচলা লক্ষ্মী—বি. লক্ষ্মী=ঐশ্বৰ্য্য-বিভূতিৰ অধিষ্ঠাত্ৰী দেৱী। অচলা=স্থানান্তৰ নোহোৱা। এতেকে,—চিৰস্থায়ী ঐশ্বৰ্য্য-বিভূতি, abiding fortune.

অচিন কাঠৰ খোৰাকো নলগোৱা—ক্রি. যি কাঠ চিনি পোৱা নাযায়, তাৰ খোৰাকো ঢেঁকীত লগাব নালাগে। এতেকে,—যাৰ আঁতি-গুৰি চিনি পোৱা নাযায়, তেনে মানুহেৰে সৈতে সামান্য কাৰ্য্যতো সম্পৰ্ক নৰখা, to keep absolutely no concern in any matter, however trivial it may be, with one whose antecedents are not known.

অজগৰ সাপ—বি, লৰিব-চৰিব নোৱাৰা গাৰাল মানুহ, উঠিব-লৰিবলৈ মন নোযোৱা খোদ মানুহ, a corpulent person, a sluggard.

অজাতিত খোৱা—ক্রি. খোৱা=সম্ভোগ কৰা। অজাতি=যাৰ জাতি নাই, হীনজাতীয়। এতেকে,—হীনজাতীয় তিৰোতা সম্ভোগ কৰা, to have sexual intercourse with a woman of low caste.

অজামিল—বি. আগৰ দিনত এই নামেৰে এজন মহাপাপী বামুণ আছিল। এতেকে,—মহা দুষ্ট মানুহ, a too wicked person.

অজীণ-পাতকী—বিণ. যি মানুহে লোকৰ লগত জীণ যাব নোৱাৰা পাতক কৰে তেনে মানুহ, a quarrelsome person.

অজীণাশ—বি. (অজীর্ণাশী) যি মানুহে লোকৰ লগত খাই-বৈ জীণ যাব নোৱাৰে অৰ্থাৎ মিলিব নোৱাৰে তেনে মানুহ, a quarrelsome person.

অজো কালৰ বজো গুটি—বি. (আজো-কালৰ বজ্ৰ গুটি) আজো-ককাৰ দিনৰ বজ্ৰময় গুটি অৰ্থাৎ বহু বয়স হোৱা হাড় টান কঁটীয়া মানুহ। (বহু-দিনীয়া গছ হলে তাৰ গুটিবিলাক নিচেই সক হয় এই ভাব বুজোৱা হৈছে), a strong built dwarfish fellow.

অঠৈ-কঠৈ শুকোৱা—ক্রি. বৰকৈ বেজাৰ পালে অঠৈ-কঠৈ শুকায়। এতেকে —বৰকৈ বেজাৰ পোৱা, to be deeply aggrieved.

অ'ত থিয় হোৱা ত'ত থিয় হোৱা—ক্রি. অ'ত থিয় হৈ ত'ত থিয় হৈ বেলি পৰিবৰ হৈছেনে নাই চাই থাকে যাতে গধূলি হলে কাম-বন এৰি জিৰাব পৰা যায়। এতেকে,—অবাবত কাল নিওৱা, to waste time in idleness.

অতি-চিৰী হলে হত-চিৰী হোৱা—বি. [অতি-শ্ৰী হলে হত-শ্ৰী হোৱা] কোনো কামৰ মাত্ৰা অতিৰিক্ত হলে ফল ভাল নোহোৱা, to come to grief if one goes to extremes.

অতি-ভক্তি হলে চোৰৰ লক্ষণ হোৱা—ক্রি. যি মানুহে নিয়মিত ভক্তিৰ বহিৰ্ভূত ভক্তি দেখায়, সেই মানুহৰ শৰীৰত চোৰৰ লক্ষণ থাকে, অৰ্থাৎ সেই মানুহ প্ৰকৃততে দুষ্ট স্বভাবযুক্ত। এতেকে—অতি ভাল বুজালে প্ৰকৃততে দুষ্ট স্বভাবযুক্ত হোৱা, to prove to be really a bad man by exceeding the limit of any good thing.

অতি টানে—ক্রি. বিণ. যদিও কোনো বিষয় অতিকৈ টান হয় তথাপি, at most.

অথলে যোৱা—ক্রি. [অস্থলে যোৱা] বেয়া ঠাইলৈ যোৱা, অৰ্থাৎ নিষ্ফল হোৱা, to have no effect, to come to no use.

অথায় সাগৰ—বি. থাউনি নোপোৱা সাগৰ, অৰ্থাৎ ডাঙৰ বিপদ, deepest calamity.

অধৰমী—বি. যি ধৰ্মৰ হাক-বচন নামানে, অধৰ্মীয়া, holding heterodox ideas, immoral.

অধিক ওজা হলে গুড় ধমনা হোৱা—ক্রি. গুড় প্রস্তুত কৰিবলৈ পাৰদর্শিতা লাগে। কিন্তু ওজা যদি যদি অধিক হয়, তেনেহলে গুড় ভাল নহৈ ধমনা হয় অর্থাৎ গুড় সমভাবে নাথাকি ঠায়ে ঠায়ে কটকটীয়া টান যাবে। এতেকে,—অতিৰিক্ত-সংখ্যক মানুহৰ দ্বাৰা পৰিচালিত কার্য্যৰ ফল হীন হোৱা, the coming of an action to be poor in its result if it is directed by too many experts.

অধিক মাছত বগলী কণা হোৱা—ক্রি. পানীত মাছ অধিক দেখিলে বগলীয়ে এইটোকে খাবনে সেইটোকে খাব ঠিক কৰিব নোৱাৰি কণাৰ দৰে নেদেখাৰ ভাৱেৰে খাপ দি থাকোঁতেই এটি-দুটিকৈ আটাইখিনি মাছ পলাই সাৰি যায়,—অধিক আনন্দত চূর্ত্তি হেৰুওৱা, to be confused in the excess of joy.

অপাৰ সমুদ্র—বি. পাৰ পাবলৈ নাইকিয়া সাগৰ অর্থাৎ উদ্ধাৰৰ উপায় নথকা বিপদ, greatest calamity.

অপুত্রকৰ পুত্র—বি. যাৰ পুত্র নাই তাৰ যদি পুত্র ওপজে, তেনেহলে আনন্দৰ সীমা নাথাকে। এতেকে,—আপুৰুগীয়া বস্তু, a rare and valuable thing.

অপহুতা-অসুৰা—বি. দেৱতাসকলৰ লগত অনেক অনুচৰ থাকে সেইবিলাকক 'অপহুতা অসুৰা' বোলা হয়। সেইবিলাকে নানা-প্রকাৰ ব্যভিচাৰ কার্য্য কৰে। ডাঙৰ মানুহক দেৱতাৰে তুলনা কৰা হৈছে। এতেকে,—কোনো ডাঙৰ মানুহৰ লগত ফুৰা সাধাৰণৰ অনিষ্টকাৰী অনুচৰবর্গ, the staff of attendants of a great personage who walk about doing mischief to people.

অবচন বোলা—ক্রি. কৰ নলগীয়া কথা কোৱা, অশিষ্ট ভাষা ব্যৱহাৰ কৰা, to use uncivil language.

অবাইচ্ মাত—বি. [ অবাচ্য মাত ] কব নলগীয়া মাত, অশিষ্ট ভাষা, uncivil language.

অভ্যাসত কর্ণপথে শৰ কৰা—ক্রি. আগৰ দিনত অসমত অভ্যাসৰ দ্বাৰা কাণৰ বাটেদি কাঁড় সৰকাই ধনুর্বিদ্যাত পার্গতালি দেখাইছিল। এতেকে, অভ্যাসৰ দ্বাৰা কঠিন কার্য্যও সিদ্ধি কৰিব পৰা, to be able to work wonders by habit.

অমঙ্গল মাতি অনা—ক্রি. উদ্ভণ্ডালি কৰিলে অমঙ্গল নিজে মাতি অনাৰ দৰে হয়। এতেকে—উদ্ভণ্ডালিৰ দ্বাৰা অমঙ্গল চপোৱা, to become subject to evil by deliberately committing excess in anything.

অময়া ভকত—বি. [ অমায়া ভকত ] যাৰ মায়া অৰ্থাৎ ভেদ-জ্ঞান নাই তেনে পুৰুষ, সমদৰ্শী পুৰুষ, a high-souled person in whose eye all worldly distinctions vanish.

অময়া ল'ৰা—বি. [ অমায়া লৰা ] সৰু ল'ৰাই ৫ বছৰ বয়সলৈকে মায়াৰ অতীত অৱস্থাত থাকে। এতেকে,—কেঁচুৱা ল'ৰা an infant.

অময়া সুখ—বি. [ অমায়া সুখ ] মায়া দুখৰ হেতু। যাৰ মায়া নাই, তেওঁৰ অবিচ্ছিন্ন সুখ। এতেকে,—পৰম সুখ, bliss, highest happiness.

অমাতৰ মাত—বি. যাৰ মাত বেগতে শুনিবলৈ পোৱা নাযায় তেনেজনৰ মাত, অতি শুৱলা মাত, a siren voice, sweet voice.

অমূৰ্ত্তক জ্বৰ—বি. চহামতে জ্বৰ এটা অপদেৱতা। জ্বৰে কেতিয়াবা মূৰ্ত্তি ধৰি দেখা দিয়ে। এই স্থলত অমূৰ্ত্তকভাৱে আৱিৰ্ভূত হৈছে বুলি কোৱা হৈছে অৰ্থাৎ সি স্বয়ং আহি অমূৰ্ত্তকভাৱে জ্বৰীয়া মানুহটোৰ গাত লম্ভিছে। এতেকে,—অতি উগ্ৰ জ্বৰ, very high fever.

অ'ৰ গোসাঁই ত'লৈ নিয়া—ক্ৰি. বামুণে ভাগ ভাগ কৰি ফুল থয়। এটা এটা ভাগক এজন এজন গোসাঁই অৰ্থাৎ দেৱতা বুলি কল্পনা কৰি লোৱা হয়। পূজা কৰোঁতে অ'ৰ ফুল ত'লৈ নিয়ে অৰ্থাৎ ইয়াৰপৰা এপাহ ফুল নি তাত থয়গৈ, আৰু তাৰপৰা এপাহ ফুল নি আন এঠাইত থয়গৈ। এতেকে,—কোনো বস্তু এঠাইৰপৰা আন ঠাইলৈ নিয়া অৰ্থাৎ বিশৃঙ্খল কৰা to scatter about things in confusion, to put things into disorder.

অলপতে কলপ কটা—ক্ৰি. সাপে মোট সলোৱাক কলপ কটা বোলে। অলপতে কলপ কাটিছে বুলিলে বুজা যায় যে অলপ পূৰ্ব্বতে সাপ সেই ঠাইত আছিল, আৰু ভাগ্যেহে তাত থকা মানুহজনৰ কোনো অপকাৰ নহল। এতেকে,—অলপতে ৰক্ষা পোৱা, কথমপি সাৰি যোৱা, to have a narrow escape.

অলপ পানীৰ মাছ—বি. তাকৰীয়া পানীত মাছ চেল্‌চেলাই ফুৰে। এতেকে,—চেল্‌চেলাই ফুৰা অলপ-ধতুৱা তুচ্ছ মানুহ a contemptible person.

অৱস্থা-নাইকিয়া—বি. [ শৰীৰৰ অৱস্থা-নাইকিয়া ] অতি ক্ষীণ, emaciated.

অ হৰি অ ৰাম বোলা—ক্ৰি. সবাহ-তুকৰাত 'অ হৰি অ ৰাম' বুলি নাম ধৰা হয়। এতেকে,—ঈশ্বৰক চিন্তি কোনো কাৰ্য্য আৰম্ভ কৰা, to begin a work auspiciously.

আইটী বাইটী বুলি ফুৰা—ক্রি. কোনো তিৰোতাক আইটী আৰু কোনো তিৰোতাক বাইটী এনে সম্বোধন কৰি ফুৰা অর্থাৎ হুলিগলিকৈ ফুৰা, to live in a too familiar way with all.

আইটী-মাক—ক্রি. জীয়েকক আইটী বুলি মতা যায়। এতেকে,—ঘৈণীয়েক, the mother of one's daughter, i.e., one's wife.

আই ধৰ বাই ধৰ লগা—ক্রি. কোনো বিপদ হলে "আই ধৰ বাই ধৰ" বুলি যাৰে সাহায্য খোজা হয়। এতেকে,—বিপদগ্রস্ত হোৱা, to be overtaken by dire calamity.

আই হেৰ বাই হেৰ বুলি ফুৰা—ক্রি. লোকক কাবৌ-কোকালি কৰি ফুৰা, to pursue a begging policy.

আওকঠীয়াৰ সঁচ—বি. বেয়া জাতৰ কঠীয়াৰ সঁচ, নীচ বংশৰ মানুহ, a person of low origin.

আওমৰণেৰে মৰা—ক্রি. বেয়া মৰণেৰে মৰা, অস্বাভাবিক মৃত্যু পোৱা, to die an unnatural death.

আঁকৰীৰে গৃহবাস—বি. একো কথা-বতৰা নজনা ঘৈণীৰ সৈতে গৃহস্থালি পাতিলে আমনি-জঞ্জাল সহিব লাগে। এতেকে,—অপৰিত্যাজ্য অশুভ, খেদিব নোৱাৰা জঞ্জাল, a necessary evil.

আঘোণ-মহীয়া ধান চপোৱাদি চপোৱা—ক্রি. আঘোণ মাহত পথাৰত ধান পকে। সেই ধান কোবা-কুবিকৈ দাই ভঁড়ালত চপাই থব লাগে, নহলে বা-বৰষুণত বা অন্যান্য কাৰণত ধান নষ্ট হবৰ আশঙ্কা থাকে। এতেকে,—কোবা-কুবিকৈ বহুল পৰিমাণে কোনো কার্য্য কৰা, to do anything hastily and plentifully.

আঁচলত জীউ বন্ধা—ক্রি. অতি ভয় পাই জীউ শৰীৰৰপৰা বাজ হোৱাত তিহাৰ আঁচলত ধৰি বান্ধি থোৱা হৈছে, এনে ভাব বুজোৱা হৈছে। এতেকে,—অতি ভয় পোৱা, to be terror-stricken beyond measure.

আঁচলৰ ধন—বিং. দুখুনী তিৰোতাই তিহাৰ আঁচলত ধন বান্ধি থয়। এতেকে, —অতি আদৰৰ কোনো সম্পত্তি, an object of endearment.

আঁচু-কাঠৰ তল পোৱা—ক্রি. (উপকথা) আঁচু-কাঠৰ তল পাই আঁচু-পানীত গা বোলাই ৰঙা হৈ শিয়ালে নিজক ৰজা বুলি ঘোষণা কৰি অন্যান্য

জন্তুবিলাকৰ ওপৰত ফাঁকি কৰি ৰাজত্ব কৰিছিল। পাচে লগৰীয়া শিয়ালে হোৱা দিয়াত সিও স্বভাৱ-সিদ্ধ ধৰ্ম্ম অনুসৰি হোৱা দিবলৈ ধৰাত তাৰ ফাঁকি ওলাই পৰিল। এতেকে,—বৰলোকৰ লগত থাকি ইতৰ লোকে বৰলোকালি কৰিবলৈ চেষ্টা কৰা, to find oneself in the company of a great man and imitate him unsuccessfully (said of a person of little consequence).

আঠ-আঙ্গুলীয়া কপাল—বি. কপালত সৌভাগ্য লিখা থাকে। যাৰ কপাল আঠ আঙ্গুলীয়া অৰ্থাৎ অধিক বহল তাৰ সৌভাগ্য অধিক। এতেকে, —অত্যন্ত সৌভাগ্য, exceptionally good luck.

অঁাঠিয়া কল গিলা—ক্রি. অঁাঠিয়া কল কপ্-কপ্-কৰে গিলিব পৰা যায়। অসমীয়া মানুহে ল'ৰাক অঁাঠিয়া কল খুৱায় বাবে অঁাঠিয়া কল বোলা হৈছে। এতেকে,—কোনো কাৰ্য্য অতি সহজে সম্পাদন কৰা, to do a thing quite easily.

আঁঠু লোৱা—ক্রি. [আঁঠু পাৰি লোৱা] মাটিত আঁঠু পাৰি বহা, to fall on the knees, to pay obeisance.

আঁঠুৰ মাজত মূৰ সুমোৱা—ক্রি. বুঢ়া মানুহ কুঁজা হৈ মূৰটো দুই আঁঠুৰ মাজত সুমাই থাকে। এতেকে,—নিস্তেজভাবে কাৰ্য্য কৰা, এলাহত কাল-যাপন কৰা, to do a thing listlessly, to waste time in idleness.

আঁঠুৱা চাই ঠেং মেলা—ক্রি. আঁঠুৱা যিমান দীঘল হয়, সেই অনুসাৰে ঠেং মেলিব লাগে। আঁঠুৱা পূৰা দীঘল হলে ঠেং পূৰা দীঘলকৈ মেলিব লাগে। আঁঠুৱা চুটি হলে ঠেং কোঁচাই থব লাগে। তাকে নকৰিলে, ঠেং লাগি আঁঠুৱা দাং খাই মহ সোমাব পাৰে, নাইবা আঁঠুৱা ফাটিব পাৰে। এতেকে,—নিজৰ সামৰ্থ্য চাই কাৰ্য্য কৰা, আয় চাই ব্যয় কৰা, to act according to one's means, to live within one's income.

আঁঠুৱা-তলৰ মহ—বি. আঁঠুৱাৰ ভিতৰলৈ মহ সোমালে তাক মাৰিব পাৰি। এতেকে,—সহজে যাক নষ্ট কৰিব পাৰি তেনেজন, সমূলি পৰৰ অধীন মানুহ, a person who is at the mercy of another, a helpless person.

আঁঠুৱে আঁঠুৱে সাঁতোৰা—ক্রি. [আঁঠুৱেৰে আঁঠুৱেৰে সাঁতোৰা] বামত সাঁতোৰা অৰ্থাৎ বগুৱা বাই চুঁচৰি ফুৰা, মহাকষ্টত হেৰাথুৰি খাই ফুৰা, to be involved in a dire calamity.

আঠে-পৰে—ক্রি. বিণ. আঠ দিনৰ মূৰত বা পৰেকৰ মূৰত, মাজে সময়ে, occasionally.

আঁহ কলা--ক্রি. বহুত আঁহ মিলি জৰী হয়। জৰী ফালি প্ৰত্যেক আঁহ বেলেগ কৰি দেখুওৱা হয় বোলা হৈছে। এতেকে,—পৰিয়ালৰ মানুহক প্ৰত্যেকৰ বেলেগ স্বাৰ্থ এনে ভাব বুজাই দিয়া, মিল ভাঙি অমিল কৰা, to cause disagreement among people by explaining that their interests clash with one another instead of being identical as supposed.

আঁহে আঁহে কথা থকা—বিণ. শৰীৰৰ প্ৰতি আঁহে কথা থকা, বহু বিষয় বিদিত থকা, টেঙৰ, possessing all manner of experiences good or evil, subtle.

অকাজভাগী—বিণ. কাৰ্য্যভাগী নোহোৱা, তাঁত সূঁত বৰ নজনা তিৰোতা, অকৰ্ম্মণ্য তিৰোতা, an unaccomplished woman.

আকাৰ-ইকাৰ মতা—ক্রি. [আকাৰ-ইঙ্গিত মতা] কথাৰে নামাতি আকাৰ-ইঙ্গিতেৰে মতা, ঠাৰে-চিয়াঁৰে মতা, to insinuate, to give an oblique hint.

আকালৰ ভাত—বি. দুৰ্ঘোৰ বিপদৰ যথোপযোগী সাহায্য, timely succour, opportune relief.

আকাশত চাং পতা—ক্রি. খুঁটা নোহোৱাকৈ চাং পতা, মূল সঁজুলি নোহোৱাকৈ কোনো বিষয়ৰ আলোচনা কৰা, to form an utopian scheme.

আকাশৰ তৰা বিচৰা—ক্রি. পাব নোৱাৰা বস্তুলৈ হেঁপাহ কৰা, দুৰাগত আশা কৰা, to aim at the impossible.

আকালো নেহোৱা উঁড়ালো নোহোৱা—বিণ. ধান সমূলি নাথাকিলে আকাল হয়, অধিককৈ থাকিলে উঁড়ালত সাঁচি থোৱা হয়। এতেকে,—অতি দুখীয়াও নহয় অতি চহকীও নহয় এনেকুৱা, মজলীয়া অৱস্থাপন্ন, neither poor nor rich, of moderate means.

আকাশী চৰগ ভাগি পৰা—ক্রি. আকাশৰপৰা বজ্ৰপাত হোৱা, অৰ্থাৎ অকস্মাৎ বিষম দুৰ্ঘটনা হোৱা, the falling of a bolt from the blue.

আগ কৰা—ক্রি প্ৰধান পাতি লোৱা; ভক্তিৰ চিন-স্বৰূপে সন্মুখলৈ বঢ়াই দিয়া; ভৱিষ্যতে ভক্তি-উপহাৰ দিবৰ নিমিত্তে মনতে সঙ্কল্প কৰা, to acknowledge as leader, chief or representative ; to put forward as a token of respect ; to promise mentally to make an offering as a mark of devotion.

আগনি খাৰণী টোপা—বি. যিটোপা খাৰণী প্ৰথমে সৰে সেইটোপা খাৰণী অতি চোকা। এতেকে,—অতি চোকা মানুহ, a scold.

আগপাত আগচাৰি—বিণ. মানী লোকক সবাহত সকলোৰে আগত চাৰি অৰ্থাৎ আসন দিয়া হয় আৰু সকলোতকৈ আগৈয়ে পাত অৰ্থাৎ মাহ-প্ৰসাদ দিয়া হয়। এতেকে,—বিশিষ্ট সম্মান, foremost rank.

আগ-পিছ কৰা—ক্ৰি. কোনো বস্তু কোনো লোকৰ এবেলি আগলৈ নি থোৱা আৰু এবেলি পিছলৈ নি থোৱা অৰ্থাৎ আল পৈচান ধৰা, ওচৰতে লাগি-ভাগি মান-সম্ভ্ৰম দেখুওৱা, to attend on a great man.

আগ-মঙ্গহ খোৱা—ক্ৰি. বুকুৰ আগ-মঙ্গহ নষ্ট হলে মানুহ জীয়াই নাথাকে। এতেকে,—অন্তৰত অতিপাত বেজাৰ দিয়া, to wound one's feelings mortally.

আগ বঢ়াই অনা—ক্ৰি. [আগলৈ বঢ়াই অনা] সম্ভ্ৰম বুজাই নিজৰ আগ কৰি অলপ বাট লৈ অহা, to welcome.

আগৰ আগ ভাগ—বি. সবাৰো আগ ভাগ. শ্ৰেষ্ঠ ভাগ, the first share, the lion's share.

আগৰ গৰু বাঘে খোৱা—ক্ৰি. জাকত যি গৰু আগ হৈ থাকে, বাঘে হাবিত তাকে ধৰি লৈ যায়। এতেকে,—কোনো কাৰ্য্যৰ আগত থাকি বিপদগ্ৰস্ত হোৱা, to incur risk by taking one's place in the front line.

আগ বগুৱা—বিণ. যি ৰণত আগত যায়, অগ্ৰগণ্য, সাহিয়াল, forward.

আগলৈ শৰাই দিয়া—ক্ৰি. সম্মুখলৈ শৰাই বঢ়াই দিয়া, ভক্তি জনোৱা, to show mark of respect.

আগাম-পুৰাম—বি. [আগম পুৰাণ] আগম অতি প্ৰাচীন শাস্ত্ৰ, পুৰাণ তাৰ বহু পাছৰ শাস্ত্ৰ। এতেকে,—আগৰপৰা পাছলৈ সকলো কথা, আদ্যোপান্ত বৃত্তান্ত, a complete account

আগ ধৰি—ক্ৰি-বিণ. বহু মানুহে খোজ কাঢ়ি গলে আগ-পিছ কৰি যায়। যিটো মানুহে আগত যায় সি লানিৰ আগটো ধৰি অৰ্থাৎ পোনাই বাখি যায় বোলা হৈছে। এই স্থলত, এই বাক্য 'স্থান-বোধক' অৰ্থৰপৰা 'কাল-বোধক' অৰ্থলৈ বাগৰিছে। এতেকে,—আগৈয়ে, প্ৰথমে, at first, at the outset, beforehand.

আগ-গুৰি নোহোৱা বন—বি. কাঠী-কামিৰ বন কৰোঁতে বাঁহৰ আগ কোনফালে আছে আৰু গুৰি কোনফালে আছে ঠিক কৰি লৈ সেই দিহাৰে চল লগাই কাটি কোনো বস্তু তৈয়াৰ কৰে। তাকে নকৰিলে কাম বিশৃঙ্খল হৈ পৰে। এতেকে,—বিশৃঙ্খল কাম, disorderly work.

আথৈণী থৈণী হোৱা—ক্রি. যি তিৰোতা থৈণী হবৰ নিমিত্তে অনুপযুক্ত, সেই তিৰোতাই থৈণী হবলৈ পালে ৰবকৈ আয়ম ধৰে। এতেকে,—অযোগ্য মানুহে কোনো বিষয় উন্নতি লাভ কৰিলে ৰবকৈ আয়ম ধৰা, the mean exhibiting of power by an unworthy woman.

আঙ্গুলিৰ মূৰত দিন লেখা—ক্রি. সাধাৰণ মানুহে দিন লেখিবলৈ হলে আঙ্গুলিৰ মূৰত লেখে। কোনো কাৰ্য্য হবলৈ আৰু কেইদিন আছে, আঙ্গুলিৰ মূৰত দিনে দিনে লেখি থাকে বোলা হৈছে। এতেকে,—অধৈৰ্য্য হৈ অপেক্ষা কৰা, to wait impatiently for anything.

আঙ্গুলিৰ মূৰত লেখিব পৰা—বিণ. সাধাৰণ মানুহে লেখ কৰিবলৈ হলে আঙ্গুলিৰ মূৰত লেখে। কিন্তু আঙ্গুলিৰ মূৰত অধিক সংখ্যা লেখিব পৰা নাযায়। এতেকে,—অল্প-সংখ্যক, that can be counted on one's finger's ends, a few.

আছে দান দিয়া, নাই সমিধান দিয়া—ক্রি. [দান আছে দান দিয়া, দান নাই সমিধান দিয়া] কোনো মানুহে বস্তু খুজিলে যদি দিব পৰা যায়, তাক সেই বস্তু দিব লাগে। যদি দিব পৰা নাযায়, তেনেহলে সমিধান দিব লাগে অৰ্থাৎ মুখেৰে সোধ-পোছ কৰিব লাগে। এতেকে,—অনুৰোধ ৰক্ষা কৰা বা ৰক্ষা কৰিব নোৱাৰাৰ কাৰণ শিষ্টভাৱে বুজাই কোৱা, to comply with a request if possible or to explain politely the reason for inability of compliance.

আজি-কালি—ক্রি. বিণ. বৰ্ত্তমান কালত, now-a-days, at present.

আটাইৰে একো পাল—বিং. আটাই মানুহৰে একেবিধীয়া কষ্ট বা অসুবিধাৰ পাল, like difficulties for all by turns.

আড়িৰ মূৰ চিতলৰ গদা—বি. আড়ি মাছৰ মূৰ আৰু চিতল মাছৰ গদা সমূলি কঁাইটীয়া বাবে খাব পৰা নাযায়। এতেকে,—কোনো বস্তু বা কাৰ্য্যৰ বেয়া অংশ, the worst part of anything.

আতোল-তোল দৈয়ন দিয়া—বিণ. বিয়াত দৰা-কন্যাক দৈয়ন দিয়া হয়। তেতিয়া দৰা-কন্যাক অতিকৈ আদৰ-সাদৰ কৰা হয়। দৈয়ন=দৈ+আন্। আতোল-তোল=আহ্ তোল্ তোল্। দৈ অনা জনে বিতত হৈ আন এজনক এই বুলি কোৱাৰপৰা এই বাক্যৰ উৎপত্তি হৈছে:—"আহ্, তোল্ তোল্, দৈ আনি দে", অৰ্থাৎ আহ্, খৰকৈ দৈ-বাটিটো তুলি দৈ দে, মই সানি দিওঁ।" এতেকে, অতিকৈ আদৰ-সাদৰ কৰা, dearly beloved.

আদৰা দৰা—বি. যাক বিয়াৰ পূৰ্ব্বে আদৰি অনা হৈছে তেনে দৰা, অৰ্থাৎ দ্বিতীয় বিয়াৰ দৰা, a widower bridegroom.

আদৰি অনা—ক্রি. যথোচিত অভ্যৰ্থনা কৰি অনা, to welcome with due ceremonies.

আধা কটা—বিণ. নেজ এডোখৰ কাটিলে কুকুৰ চোকা হয়। এতেকে, দুষ্ট, টটা-টিঙা, cunning.

আধ -খুন্দা—বিণ. (আধা-খুন্দা=গুৰি নোহোৱা, খৰচীয়া)। হুটা, rough.

আধা পেটী ভাত—বি. আধা-পেটীকৈ খোৱা ভাত অৰ্থাৎ অপূৰ্ণ কামনা, a partially satisfied desire.

আধ্যা পৰা—ক্রি. পৃথিৱ আধ্যা অন্ত পৰা অৰ্থাৎ সৰ্ব্বনাশ হোৱা, আহৰি হোৱা, to be done for.

আনা-জৰীৰে গঁথা—ক্রি. সাধাৰণতে জৰীৰে মালা গাঁথা হয়, আনা-জৰীৰে মালা গাঁথিব পৰা নাযায়। এতেকে—অতি নিপুণভাৱে কোনো কাৰ্য্য সম্পাদন কৰা, to do a thing by a skilful contrivance·

আপটৰ-পট—বি. যাৰ তুল্য পট নাই তেনে প্ৰকাৰৰ পট, অতি সুন্দৰ ছবি, অতুল সৌন্দৰ্য্যযুক্ত মানুহ ; a perfect picture of beauty, an exeedingly beautiful person.

আপদ চোচোৱা—ক্রি. [আপদ সূচোৱা] আপদৰ সূচনা কৰা অৰ্থাৎ পাচত আপদ হব এনে ভাৱ কোনো কথা বা কাৰ্য্যৰ দ্বাৰা পূৰ্ব্বতে বুজোৱা, to say or act ominously.

আপদৰ কালত ঔৰে গল হেঙ্গোৱা—ক্রি. ঔ-টেঙ্গা খালে গল নেহেঙ্গায়। কিন্তু এই স্থলত কোৱা হৈছে যে আপদৰ কালত ঔৰে গল হেঙ্গায়! এতেকে,—আপদৰ কালত দুৰ্ব্বল মানুহেও দ্রোহ আচৰা, the doing of harm to a person who has fallen on evil times by one who is too weak.

আপদৰ মাত—বিং. আপদ-কালৰ আশ্বাস-বাণী, আপদ-কালত সহানুভূতি দেখুওৱা বুজনি, an expression of sympathy in times of distress

আপুনি নাঙ্গঠা হৈ জগতক বৰ দিয়া—ক্রি. মহাদেৱে সকলোকে বৰ দি বিভূতিশালী কৰে, কিন্তু নিজে নাঙ্গঠা (দিগম্বৰ)। এতেকে,—নিজে শোচনীয় অৱস্থা পোৱা কিন্তু পৰৰ উপকাৰ কৰা, to do good to all although oneself badly off.

আপোনাৰ নাক কাটি সতিনীৰ যাত্ৰা-ভঙ্গ কৰা—ক্ৰি. (উপকথা) অমঙ্গলীয়া ঘটনা দেখিলে কোনো ঠাইলৈ যাত্ৰা কৰিব নাপায়। তিৰোতা মানুহে মাকৰ ঘৰলৈ যোৱা এটি অতি আনন্দৰ বিষয়। কোনো তিৰোতাই মাকৰ ঘৰলৈ যাবলৈ ওলাওঁতে সতিনীয়েকে খিয়ালত ভেওঁক বাধা দিবলৈ আন একো উপায় নাপাই নিজৰ নাকটো কাটি পেলালে। এই অমঙ্গলীয়া ঘটনা দেখি সিজনী তিৰোতাৰ যাত্ৰাভঙ্গ হল। এতেকে,—নিজৰ মহা অনিষ্ট কৰিও পৰৰ সামান্য অনিষ্ট কৰিবলৈ কুণ্ঠিত নোহোৱা, not to shrink from doing a serious injury to oneself, only if it serves to put some one else to some sort of inconvenie nce however slight it may be.

আপোনে ছপোন ভৰোৱা—ক্ৰি. আপোন আক এপোন শব্দৰ সাদৃশ্যৰপৰা এই বাক্যৰ উৎপত্তি হৈছে। এতেকে,—আত্মীয় মানুহে অধিক অপকাৰ কৰা, to do serious injury to an intimate friend or a kinsman.

আবতৰীয়া বেঙ্গেনাই মোক ভোল মোক ভোল কৰা—ক্ৰি. বতৰত বেঙ্গেনা গছ কলে বেঙ্গেনা যেনে ভাল হয়, আবতৰত গছ কলে বেঙ্গেনা তেনে ভাল নহয়। আবতৰীয়া বেঙ্গেনাই 'মোক ভোল মোক ভোল' অৰ্থাৎ 'মই বঢ়িয়াকৈ লাগি আছো, মোক তুলি লৈ যা' এই বুলি কয় বোলা হৈছে। এতেকে,—কোনো অযোগ্য মানুহে নিজক বখানি কথা কোৱা; to speak highly of oneself without the necessary qualification.

আবৰী জাতি—বি. বৰী জাতিৰ ওলোটা, যাক বৰাব নোৱাৰি তেনে জাতি, অসভ্য জাতি, a savage tribe.

আবৰী বাবৰী কোৱা—ক্ৰি. [আবৰী বাবৰী ভাষা কোৱা] আবৰী মানুহৰ দোৱান বুজিব পৰা নাযায়। 'বাবৰী' অনুৰূপ অব্যয়। এতেকে, যিহকে তিহকে কোৱা, বলকা, to speak aimlessly, to talk at random, to rave.

আভুৱা ভঁৰা—ক্ৰি. [আভুৱাক ভঁৰা] আভুৱাক যেনেকৈ ভঁৰা য'য় তেনেকৈ ভঁৰা, প্ৰৱঞ্চনা কৰা, to hoodwink, to impose on.

আভোকৰ ন মুঠিয়েই জোৰা—ক্ৰি সাধাৰণ মানুহে ছমুঠি চাউলৰ ভাত খায়। এই স্থলত কোৱা হৈছে যে আভোক বাবে ইমানেই জুৰিব। এতেকে,—মুখেৰে নিস্পৃহাৰ ভাব দেখুৱাই কাৰ্য্যেৰে অতি স্পৃহা দেখুওৱা, to show indifference for anything outwardly, although too anxious to have it.

আমঠু ক'লা পৰা—ক্রি. ডাঙৰ বেজাৰত আমঠু ক'লা পৰে অর্থাৎ নিস্তেজ হয়। এভেকে, ডাঙৰ বেজাৰ পোৱা, to be stung to the quick to be mortified.

আমাৰ ভেওঁ—বি. ঘৈণীয়েকে গিৰিয়েকৰ নাম নধৰি 'আমাৰ ভেওঁ' বোলে। এভেকে,—স্বামী, my so-and-so, i.e., husband.

আয়ুসত চাউল থকা—ক্রি. চাউল অর্থাৎ ভাত খাই কাল যাপন কৰা হয়। এভেকে,—আয়ুসত কাল থকা অর্থাৎ আয়ুসৰ কাল পূর্ণ নোহোৱা, the subsisting of the tenure of life.

আয়ুসত বল থকা—ক্রি. হিন্দুমতে আয়ুসৰ বল পূর্বজন্মৰ কর্মজনিত পুণ্যনির্দ্ধাৰিত। এভেকে,—আয়ুসত পুণ্যৰ বল থকা অর্থাৎ পুণ্যৰ ফল-স্বৰূপে আয়ুস থকা, the lasting of life as a reward of virtue.

আবৈতকৈ উখুৱাৰ খচ্‌খচনি টান হোৱা—ক্রি. আবৈ চাউলৰ ভাতে পেট খচ্‌খচায়, উখুৱা চাউলৰ ভাতে পেট নচ্‌খচায়। এই সূত্রত আবৈতকৈ উখুৱাৰ খচ্‌খচনি টান বোলা হৈছে। এভেকে,—যি মানুহে খচ্‌নখচাব লাগে সি খচ্‌নখচাই যি মানুহে খচ্‌খচাব নালাগে সি খচ্‌খচোৱা। [ খচ্‌খচোৱা (ভাতৰ পক্ষে) খোচা বিন্ধা কৰা। (মানুহৰ পক্ষে) নেৰা-নেপেৰাকৈ ধৰা, টানি ধৰা, জোৰ দি ধৰা ], the making of a demand with greater insistence by an unconcerned person than by the person who is directly interested in the matter.

আবৈয়া—বিণ. আবৈ অর্থাৎ নিসিজোৱা ধানৰ চাউলৰ নিচিনা, ছুঁটা-মুটা, rough.

আলচ পতা—ক্রি. [ আলোচনা পতা ] চক্রান্ত কৰা, to plot, to design.

আল-লগা বামুণ—বি. 'পিঠিয়াল' 'ঘৰিয়াল' ইত্যাদি আলযুক্ত বামুণ। এইবিলাক বামুণ পূর্ব্বে শূদ্রিৰ আছিল। লোকাই চেটিয়াই লগুণ পিন্ধাই ইহঁতক বর্ণলৈ পঠিয়াইছিল। বৰ্ণৰ পাছত ইহঁতৰ লগুণ বৈ গ'ল। এভেকে,—নীচ বামুণ। (নিন্দা প্রয়োগ) a Brahman of impure origin, a low Brahman.

আলাসৰ লাড়ু—বি. কেঁচুৱা ল'ৰাক লাড়ুৰে তুলনা কৰা হৈছে। কেঁচুৱা ল'ৰা শোটমোচ হৈ থকা বাবে ঘুৰণীয়া লাড়ুটোৰ নিচিনা দেখা যায়। প্রভেদ এই যে লাড়ু মাটিত থাকে, কিন্তু কেঁচুৱা ল'ৰা আলাসত থাকে অর্থাৎ কোলাত উঠি ফুৰে। এভেকে,—অতি আদৰৰ মানুহ, a dearly beloved person.

আলিবাটত চালি ধৰা—ক্রি. কোনো মানুহে সাজ-পাৰ পিন্ধি মুকলি ঠাইত থাকিলে বস্তাহত কাপোৰ-কানি উৰি কেৰ মেলি পৰে। তেতিয়া সেই মানুহক চালি ধৰা ম'বাৰ নিচিনা দেখা যায়। 'আলিবাট' বুলি অতি প্ৰকাশ্য ঠাই বুজোৱা হৈছে। এতেকে,—ৰেহ-ৰূপ প্ৰকাশ কৰি দেখুওৱা, to make a vain display of beauty.

আলুৰে পোখাই উঘলা—ক্রি. [ আলুৰেৰে পোখাৰে উঘলা ] গছ উঘালিলে যদি তাৰ আলু মাটিত থাকি যায় তেনেহলে তাৰপৰা আকৌ গছ গজি আহে। আৰু যদি পোখা থাকে, তেনেহলে সিও ডাঙৰ হৈ যাই গছৰ নিচিনা হব। এই স্থলত, এনেভাৱে গছ উঘালে বোলা হৈছে যে ভৱিষ্যতে তেনে গছ হবৰ আশা কোনো প্ৰকাৰে নাথাকে। এতেকে,—কোনো মানুহক নিৰ্বংশ কৰা। তাৰপৰা,—সৰ্বস্বান্ত কৰা, to destroy root and branch, to ruin completely.

আলেকৰ পালেক—বি. [ পুৰা বচন—আলেকৰ পালেক, কুকুৰা-চোৰাৰ ভাবীৰ ভাগিনীয়েক। ] কুকুৰা-চোৰাই বজাৰ কুকুৰা পুহিছিল। তেনেকুৱা সক বিষয়াৰ ভাৰ কঢ়িওৱা মানুহ, তাৰে ভাগিনীয়েক। 'আলেকৰ পালেক' ছন্দ মিলাবৰ নিমিত্তে ব্যৱহৃত হৈছে, তাৰ নিজা অৰ্থ নাই। এতেকে,—একো সম্বন্ধে নোপোৱা মানুহ। ( বিদ্ৰূপ প্ৰয়োগ ) one thoroughly unconnected by relationship ( used ironically ).

আলো-জোৱা গোৰী—বি. পাৰ্বতী মেনকাৰ আলসুৱা জীয়েক আছিল। এতেকে,—আলসুৱা ছোৱালী, a dearly beloved delicate girl.

আশাধাৰী জীৱ—বিণ. আশাৰ ওপৰত প্ৰাণ ধাৰণ কৰা মানুহ, a man who lives through hope.

আশাত নিৰাশ হোৱা—ক্রি. আশা কৰি থাকোঁতে আশা-ভগ্ন হোৱা, to be broken-hearted.

আশা বৈতৰণী নদী—বিং. বৈতৰণী নদীৰ সোঁত অতি প্ৰবল। মানুহ মৰিলে এই নৈ পাৰ হৈ পৰলোকলৈ যাব লাগে। এতেকে,—অতি প্ৰবল আৰু মৰণকাল পৰ্য্যন্ত চলি থকাৰ আশাৰ সোঁত, hope as long as life lasts.

আশীৰ্বদীয়া ল'ৰা—বি. আশীৰ্বাদৰ দ্বাৰা জন্ম পোৱা ল'ৰা অৰ্থাৎ বাপেকৰ সম্পৰ্ক নোহোৱাকৈ ওপজা ল'ৰা, জহৰা ল'ৰা, ( ব্যঙ্গাৰ্থ ) an illegitimate child ( used ironically ).

**আহুদি খুউৱা**—ক্রি. ( আহুদি – অশুদ্ধি, এবিধ কুমন্ত্ৰৰ ক্রিয়া )। এই ক্রিয়াৰ দ্বাৰা মানুহক সৰ্বতোভাবে বশৱৰ্তী কৰিব পৰা যায়। এতেকে,—পৰৰ কুৎসা ৰটি কোনো মানুহক নিজৰ মতলৈ অনা, to convert a person to one's way of thinking by questionable methods.



**ইকাণ সিকাণ হৈ সহস্ৰ-কাণ হোৱা**—ক্রি. ইকাণৰপৰা সিকাণলৈ গলে সহস্ৰ কাণলৈ যায়, অৰ্থাৎ কোনো কথা এজনৰ পৰা আন এজনে শুনিলে ক্রমশঃ তাক সকলো মানুহে জানিবলৈ পায়গৈ। এতেকে,—কোনো কথা দ্বিতীয় মানুহক কলেই সি সৰ্বত্ৰ প্ৰচাৰিত হোৱা, to spread far and wide if known to a second person.

**ইচাট-বিচাট কৰা**—ক্রি. 'বিচাট' বিষাদ শব্দৰ অপভ্ৰংশ। 'ইচাট' অনুৰূপ শব্দ। এতেকে,—বিহ্বল হোৱা, to be ill at ease, to feel restless.

**ই তিনি গুণৰ বাজ**—বিণ. সত্ত্ব, ৰজ, তম এই তিনি গুণ। এই তিনিও গুণৰ বাজ বুলি কোৱা হৈছে। এতেকে,—কোনো কাৰ্য্যৰে সৈতে যৎকিঞ্চিৎভাবেও সম্পৰ্কিত নোহোৱা, thoroughly unconnected, outside the pale.

**ইন্দ্ৰৰ অমৰাৱতী**—বি. অমৰাৱতী দেৱৰাজ ইন্দ্ৰৰ নগৰ আছিল। স্বয়ং বিশ্বকৰ্ম্মাই ইয়াক নিৰ্মাণ কৰিছিল। এতেকে,—বিচিত্ৰ নগৰ, a picturesque city.

**ইন্দ্ৰৰ সভাত ফেঁচাৰ কুকনি**—বি. ইন্দ্ৰ দেৱৰাজ। তেওঁৰ সভাত সকলো দেৱতা থাকে, আৰু তেওঁ স্বয়ং সভাপতি। সেই সভা অত্যন্ত গহীন আৰু তাত গুৰুতৰ বিষয়ৰ মীমাংসা হয়। এনেকুৱা সভাৰ সভ্যসকলৰ বক্তৃতাৰ মাজত ফেঁচাৰ কুকনি হাস্যাস্পদ কাণ্ড বুলি কোৱা হৈছে। এতেকে,—গহীন আৰু ডাঙৰ সভাত অপদাৰ্থ মানুহৰ বক্তৃতা, a speech of a contemptible person in an august assembly.

**ইন্দ্ৰপুৰী**—বি. এই পুৰী, ইহলোক, this world.

**ই-সি**—বি. এই বস্তু সেই বস্তু অৰ্থাৎ কিবাকিবি, this or that something.

# ঈ

ঈশ্বৰৰ হলে লীলা বোলা, মানুহৰ হলে কিলা বোলা—ক্রি. [ঈশ্বৰৰ দোষ হলে লীলা বোলা, মানুহৰ দোষ হলে কিলা বোলা] হিন্দুমতে শ্রীকৃষ্ণ স্বয়ং ঈশ্বৰ। ল'ৰা-কালত তেওঁ অত্যাচাৰ কৰিছিল। সেইবিলাক কার্য্যক মানুহে ঈশ্বৰৰ লীলা বুলি কয়। কিন্তু সাধাৰণ মানুহে যদি তেনেকুৱা অত্যাচাৰ কৰে, তেনেহলে সকলোৱে "তাক কিলা" এই বুলি কয়। এতেকে,—বৰলোকৰ দোষকো গুণৰ শাৰীত পেলোৱা কিন্তু ইতৰ লোকক সেই একে প্রকাৰৰ দোষতেই অতিৰিক্ত দণ্ড দিয়া, to call the faults of a great man accomplishments, but those of a common man crimes deserving of heavy punishment.

ঈশ্বৰে চকু মেলি চোৱা—ক্রি. ঈশ্বৰৰ দৃষ্টি পৰা, শুভ দিন উদিত হোৱা, the coming on of better days.

# উ

উঁই-চিৰিঙাই জুইত পৰি মৰিবলৈ পাখি গজা—ক্রি. উঁই-চিৰিঙাৰ যেতিয়া পাখি গজে, তেতিয়া সি উৰি গৈ জুইত পৰি জাহ যায়। এতেকে,—তুচ্ছ মানুহৰ সৌভাগ্য তাক নষ্ট কৰিবৰ নিমিত্তে দেখা দিয়া, to possess fortune light-heartedly so thrt it serves simply to cause one's ruin ultimately.

উকহে খোৱা—বি. উকহ পোকে খালে অর্থাৎ কামুৰিলে মানুহ বিভত হয়। এতেকে,—বিভত, অধৈর্য্য, impatient, restless.

উগ্রসেনে বুদ্ধি মাধৱত নোসোধা—ক্রি. উগ্রসেন শ্রীকৃষ্ণৰ মোমায়েক আছিল। তেওঁ শ্রীকৃষ্ণৰ পৰামর্শ নোলোৱাকৈ কোনো কার্য্য নকৰিছিল। কিন্তু বিপদ-কালত তেওঁৰো বুদ্ধি হত হ'ল। এতেকে,—বিপদ-কালত বুদ্ধ হলে যোগ্যতম মানুহৰো পৰামর্শ নোলোৱা, not to take advice even from the worthiest man when one loses his head in dire distress.

উচটাই গাই-গৰু বোওৱা—ক্রি. হিন্দু মানুহে গাই-গৰুৱে হাল বালে জাতিভ্রষ্ট হয়। এই স্থলত, উচটাই হিন্দুৰ দ্বাৰা গাই-গৰু বোওৱা হৈছে বোলা হৈছে। এতেকে,—কোনো অন্যায় কাৰ্য্য নিজে নকৰি উচটনিৰ দ্বাৰা পৰৰ দ্বাৰা কৰোৱা, to incite some one else to do a wrongful act.

উজটিত পৰি মৰা—বিণ.—নিশকতীয়া মানুহে উজটি খাই মাটিত পৰিয়েই প্ৰাণ হেৰুৱায়। এতেকে,—অলপ-ধতুৱা, wanting in calibre or stamina.

উঠি অহা—বিণ. (উঠা=বঢ়া) বয়স বাঢ়িলে বিদ্যা-বুদ্ধিও বাঢ়ে। এতেকে,— জীৱনৰ প্ৰথম আধাছোৱা কালত বয়স পাই যোৱা, উন্নতিশীল, growing, promising, rising.

উঠি-পৰি লগা—ক্রি. গধুৰ বস্তু লবাবলৈ উঠে, কিন্তু লবাব নোৱাৰি পৰি যায়, এইদৰে চেষ্টা কৰা, অৰ্থাৎ অত্যন্ত পুৰুষাৰ্থ কৰা, to make utmost effort.

উঠি বহা—ক্রি. নৰিয়া মানুহে ঢাৰি-পাটীত পৰি থাকে, উঠি বহিব পৰা হ'লেই ৰোগ ভাল হ'ল বুলি ধৰিব পৰা যায়। এতেকে,—বিপদৰপৰা উদ্ধাৰ পোৱা, to get rid of a difficulty.

উঠি-বজা—বিং. (উঠি ফুৰা বজা) উঠি-লৰি মানুহক চলাই ফুৰা বজা। এতেকে,— পৰৰ ওপৰত প্ৰভুত্ব চলোৱা মানুহ, ক্ষমতাশীল পুৰুষ, a man of power and influence.

উদক ভেঁটা-ৰখীয়া পতা—ক্রি. মাছ ধৰিবৰ নিমিত্তে মানুহে পানীত ভেঁটা বান্ধে। খল-খলনি শুনি মাছে ভেঁটাৰ ওপৰে জপিয়াই যাবলৈ চেষ্টা কৰে বাবে কোনো এজন মানুহক ভেঁটা-ৰখীয়া পতা হয়। এই স্থলত কোৱা হৈছে উদক অৰ্থাৎ স্বভাৱতে যি মাছৰ লুভীয়া তেনে প্ৰাণীক ভেঁটা-ৰখীয়া পতা হৈছে। এতেকে,—যাৰ যি বস্তুলৈ অতিৰিক্ত লোভ, তাক সেই বস্তুৰ ৰখীয়া পতা, to appoint a naturally hostile or greedy person as guardian or protector.

উদৰ সাত পুৰুষে কেঁচা মাছ খোৱা—ক্রি. মানুহে মাছ সিজাই খায়। উদে পূৰ্ব্ব কালৰপৰা কেঁচা মাছ খাই আহিছে। এতিয়া সি সেই অভ্যাস এৰি মাছ সিজাই খাব নোৱাৰে। এতেকে,—পূৰ্ব্ব কালৰ চলিত ৰীতি সহজে এৰিব নোৱাৰা, to be unable to give up easily a custom which has been prevalent since a long time.

উধনীয়া ভেম—বি. উধানৰ সমান অৰ্থাৎ ডাঙৰ ভেম, great vanity.

উপকাৰীক অজগৰে খোৱা—ক্রি. যদি কোনো মানুহে সাপক বধ নকৰি এৰি দিয়ে, ভেনেহলে সাপে চল পালে সেই মানুহকে খুটিব, উপকাৰ মানি তাৰ প্ৰাণ ৰক্ষা নকৰে। এতেকে,—ক্ৰূৰ প্ৰকৃতিৰ মানুহে উপকাৰ নামানি উপকাৰীৰ সৰ্ব্বনাশ কৰা, অকৃতজ্ঞ হৈ মহা অনিষ্ট সাধন কৰা, to harm the benefactor.

উপজি গোট-ভাত গিলা—ক্রি. কেঁচুৱা ল'ৰাক ভাত কেনেকি খুউৱা হয়, সি গোটা ভাত গিলিব নোৱাৰে। এতেকে,—কোনো ডাঙৰ কাৰ্য্য লাহে লাহে কৰিবলৈ চেষ্টা নকৰি একে দোপতে কৰিবলৈ যোৱা, to try to do a difficult thing all at once instead of step by step.

উপজি বাত্তিপুৱা—বি. [উপজি হোৱা বাত্তিপুৱা] বাত্তি মানুহ টোপনিত মৰাৰ নিচিনা হৈ থাকে। বাত্তিপুৱা হলে টোপনিৰপৰা উঠি ওপজাৰ নিচিনা হয়। এতেকে,—নিচেই বাত্তিপুৱা, the first stage of the morning.

উবুৰি খাই ধৰা—ক্রি. কোনো টান কাৰ্য্য থিয় হৈ কৰিব নোৱাৰি উবুৰি খাই ধৰি কৰিবলৈ চেষ্টা কৰা হয়। এতেকে,—অত্যন্ত পুৰুষাৰ্থ কৰা, to try to the utmost.

উভতি নচা—ক্রি. ওভত হৈ অৰ্থাৎ মূৰ তললৈ আৰু ভৰি ওপৰলৈ কৰি নচা, অভপালি কৰা, to act perversely.

উভতি বাট বোলা—ক্রি. ওভত হৈ অৰ্থাৎ মূৰ তললৈ আৰু ভৰি ওপৰলৈ কৰি খোজ কঢ়া অৰ্থাৎ বিপৰীতভাৱে কাৰ্য্য কৰা, to act in an unusual manner.

উভলা গছ দেখি আটায়ে বাগি কুঠাৰ মৰা—ক্রি. যি গছ থিয় হৈ থাকে, তাৰ ওচৰলৈ কোনো মানুহ নাযায়। কিন্তু যি গছ উভলি পৰি থাকে, যেয়ে সেয়ে গৈ তাক বাগি মাৰি কুঠাৰেৰে কাটে। এতেকে,—পৰি থকা অৰ্থাৎ দুৰ্ব্বল মানুহ দেখি যেয়ে সেয়ে অপকাৰ কৰা, the injuring by anybody and everybody of a person who has fallen on evil times.

উভঁহা উত্তৰ—বিং. [উভঁহীয়া উত্তৰ] আঁহৰ দিহেৰে কোৱা নহয় এনে উত্তৰ অৰ্থাৎ প্ৰশ্নানুযায়ী নহয় এনে উত্তৰ, an evasive reply.

উভৈনদী—বিণ. [উভয় নদী] পানী অধিক হলে নদীৰ উভয় পাৰ উপচি যায়। এতেকে,—উপচি যোৱা, অপৰিমিত, overflowing, enormous, too much.

উমনি লোৱা—ক্রি. চৰায়ে পোৱালি জগাবৰ নিমিত্তে কণীৰ ওপৰত বহু দিন উমনি লয়। এতেকে,—কোনো কার্য্যত অতিৰিক্ত কাল ব্যাপৃত থকা, to keep oneself employed in anything for an unduly long time.

উমৈহতীয়া শ বাহী শ হোৱা—ক্রি. যাৰ আত্মীয়-স্বজন সৰহ, সেই মানুহ বাতি মৰিলে শ বাহী হয় অর্থাৎ বেগতে তাক বাতি নৌ পুৱাওঁতেই মৰিশালিলৈ নিব পৰা নাযায়, কিয়নো শ কান্ধত লবলৈ ইটোৱে সিটোৱে বাগি ধৰি থাকে। অসমীয়া মানুহৰ মতে শ বাহী হোৱা ঘৃণিত কার্য্য। এতেকে,—উমৈহতীয়া কার্য্য সুকলমে শীঘ্রে সমাধা নোহোৱা, the doing of a joint business in a bad way.

উবহীৰ ওৰ—ক্রি. (ওৰ=গোড়, মূল) উচ্চাৰণৰ সাদৃশ্যবশতঃ উবহীৰ 'ওৰ' বোলা হৈছে। এতেকে,—কোনো মানুহৰ কথা, বিষয় বা কার্য্যৰ মূল, the root cause of anything.

উৰি অহা—ক্রি. বাহৰপৰা চৰাই-পোৱালি কাঢ়ি নিলে মাকে উৰি খুটিবলৈ আহে। এতেকে,—কোবেৰে খং-মুৱাকৈ অহা, to rush threateningly.

উলাহৰ মাদলি—বি. (মাদলি=ডিঙ্গিত পিন্ধা অলঙ্কাৰ)। উলাহ বুজোৱা মাদলি। এতেকে,—হর্ষোৎফুল্ল মানুহ, a person in high glee.

উলুৰ লগত বগৰি পোৰা—ক্রি. উলুৱনিৰ মাজে মাজে বগৰি গছ থাকে। খেতি-বাতিৰ নিমিত্তে মাটি মুকলি কৰিবলৈ উলুৱনিত জুই লগাই দিয়া হয়। সেই জুইত উলু যে পোৰেই, বগৰি গছো পুৰি যায়। এতেকে,—সঙ্গদোষত অপৰাধী মানুহৰ লগত নিৰপৰাধী মানুহক দণ্ড কৰা, to punish an innocent person along with a guilty person on the ground of association.

উৰাই বাতি পুৱাই যোৱা—ক্রি. (পুহাই বাতি পুৱাই যোৱা) পুহ-মহীয়া বাতি বৰ দীঘল। এতেকে,—দীঘল বাতি অতিবাহিত হোৱা, the passing away of the longest night.

উশাহতে—ক্রি. বিণ. এবেলি উশাহ লওঁতে যিমান পৰ লাগে সিমান পৰতে, মুহূর্ত্তে, at once, immediately.

উশাহ পোৱা—ক্রি. [উশাহ ঘূৰি পোৱা] উশাহ নিৰোধ হৈ থাকি আকৌ পোৱা, সকাহ পোৱা, বিপদত অলপ ভৰণি পোৱা, to be relieved.

## উ

**উধৰপৰা মূধলৈ**—ক্রি. বিণ. [ অধৰপৰা উধলৈ ] ( অধ=অধঃ। উধ=উৰ্দ্ধ)। 'অধৰ' পৰা 'ওধ' আৰু 'ওধ'ৰ পৰা 'উধ' শব্দ ৰাগৰি ওলাইছে। 'অধ' শব্দে 'উধ' ৰূপ ধৰাত পিছৰ 'উধ' শব্দে উচ্চাৰণৰ সুচলৰ অৰ্থে 'মূধ' আকৃতি ধৰিলে। এতেকে,—তলৰপৰা ওপৰলৈ, গোটেই, সমূলি, form top to bottom, entirely.

**উনৈছত বা বলোৱা**—ক্রি. [ উনপঞ্চাশৎ বায়ু বলোৱা ] বায়ু উনপঞ্চাশ প্ৰকাৰ বুলি প্ৰসিদ্ধ। বেগেৰে লৰি-ধাপৰি ফুৰিলে বতাহ বলি যায়। এতেকে,—আনন্দত মতলীয়াভাৱে ফুৰা, ৰঙত উধাও হোৱা, to be excessively hilarious.

**উনৈছ-বিছ**—বি. উনৈছ আৰু বিছৰ ভিতৰত যিমান প্ৰভেদ, সিমান প্ৰভেদ, নিচেই অলপীয়া প্ৰভেদ, a slight difference.

**উষা পটেশ্বৰী**— বি. উষা শোণিতপুৰৰ বাণ ৰজাৰ জীয়েক, আৰু শ্ৰীকৃষ্ণৰ নাতি অনিৰুদ্ধৰ ঘৈণীয়েক। তেওঁ অতি সুন্দৰী আছিল। ( পটেশ্বৰী=ৰাজ-পাটৰ ঈশ্বৰী অৰ্থাৎ প্ৰধান ৰাজ-মহিষী ; তাৰপৰা, ৰূপৱতী তিৰোতা )। এতেকে, —অতি ৰূপৱতী তিৰোতা, an extremely beautiful woman.



**এই অনা দেৱা**—ক্রি. সান্দহ, কৰাই আদি জলপানৰ নিমিত্তে খোলাত এবাৰত যিমান চাউল দিয়া যায় তাক 'অনা' বোলে। সেই চাউল দেই গলে 'এই অনা দেলে' বুলি কোৱা হয়। এতেকে,—কোনো এবাৰৰ কাৰ্য্য নিষ্ফল হোৱা. the coming to nothing of a particular venture.

**এঁহগছৰ পৰা কৈঁহগছলৈ**—ক্রি. [ আঁহগছৰপৰা কেশগছলৈ ] আঁহডালৰপৰা চুলিডাললৈ, নিচেই ক্ষুদ্ৰ বিষয় পৰ্য্যন্ত, to the minutest thing.

**এক গাঁৱৰ এক মাৰৰ**—বি. [ এক গাঁৱৰ প্ৰজা এক মাৰৰ সন্তান ] একে মাকৰ সন্তানৰ ভিতৰত যেনে প্ৰীতি-স্নেহ থাকে, একে গাঁৱৰ প্ৰজাৰ ভিতৰতো তেনেকুৱা প্ৰীতি-স্নেহ থাকে। এতেকে,—একে গাঁৱৰ প্ৰজাবিলাকৰ ভিতৰত সহোদৰ ভাই-ককাইৰ তুল্য প্ৰীতিভাব, brotherly feelings among persons of the same place.

এক দেৱ এক সেৱ—বি. "এক দেৱ এক সেৱ এক বিনে নাই কেৱ"—এইটি মহাপুৰুষীয়া ধৰ্ম্মৰ মত। (এক দেৱ=একমাত্ৰ দেৱ অৰ্থাৎ শ্ৰীকৃষ্ণ, এক সেৱ=একমাত্ৰ সেৱা অৰ্থাৎ শ্ৰীকৃষ্ণৰ সেৱা।) এতেকে,—একমাত্ৰ ধ্যান-ধাৰণা, whole-hearted devotion, warm attachment.

একৈছি পুৰুষ—বি. এৰ্কৈছ পুৰুষ, বহু পুৰুষ, many generations.

একা-চেকা মানুহ—বি. মহ-পৰুৱে চঁক খালে যিপোনে যায় সেইপোনেই গৈ থাকে, তাক ওভোতাই আনিব পৰা নাযায়। এতেকে,—কোনো কাৰ্য্যৰ পোনে টান ললে সেই কাৰ্য্যৰপৰা ওভোতাই যাক আনিব পৰা নাযায় তেনে মানুহ, wayward fellow.

একাণে সোমাই একাণে ওলোৱা—ক্ৰি. কোনো কথা একাণে সোমাই তেতিয়াই একাণে (আন কাণে) ওলোৱা অৰ্থাৎ শুনা মাত্ৰকতে পাহৰি যোৱা, কথা মনত নথকা, to forget a thing as soon as it is heard.

একাদশত গুৰু হোৱা—('একাদশত বৃহস্পতি হোৱা' চোৱাঁ। বৃহস্পতি দেৱতা সকলৰ গুৰু।)

একাদশত বৃহস্পতি হোৱা—ক্ৰি. (জ্যোতিষীয়া মতে) জন্ম-পত্ৰিকাৰ একাদশত যদি বৃহস্পতি থাকে তেনেহলে ফল অত্যন্ত শুভ হয়। এতেকে,—ভাগ্য সুপ্ৰসন্ন হোৱা, the smiling of fortune.

একাদশীয়া বামুণে গৰাহ গৰাহ কৰা—ক্ৰি. একাদশী তিথিত বামুণে লঘোন দিয়ে। লঘোন ভাঙ্গোতে ভোকত ডাঙ্গৰকৈ একোগৰাহ ভাত খায়। এতেকে,—কোনো কাৰ্য্য হুতাহেৰে কৰা, to do a thing with extreme avidity.

একিল খালে এবুধি চপা—ক্ৰি. যদি এটা কিল খোৱা যায় তেনেহলে তাৰ লগতে এটা বুদ্ধি চাপে অৰ্থাৎ মাৰ-কিল খালেহে শিক্ষালাভ হয়। এতেকে,—ঠেকা পাই শিক্ষা পোৱা, to learn a lesson by sad experience.

একেখন মেখেলাৰ ভাই-ককাই—বি. মেখেলা তিৰোতাৰ পৰিধানীয় বস্ত্ৰ। এতেকে,—একে মাকৰপৰা জন্ম পোৱা ভাই-ককাই, সহোদৰ ভাই-ককাই, unterine brothers.

একে মুখেই ধান-চিৰা দিয়া, একে মুখেই চাউল-চিৰা দিয়া—ক্ৰি. এবেলি এখন মুখেৰে ধান-চিৰা দিম বুলি কৈ ঘূৰি সেই মুখেৰেই চাউল-চিৰা দিম বুলি কয়, এনে বোলা হৈছে। এতেকে,—কথা সলাই কোৱা, to change opinions one after the other.

একে খুন্দাতে যোৱা—ক্রি. [ একে খুন্দাতে মৰি যোৱা ] ম'হ-গৰুৱে মানুহক মূৰেৰে খুন্দা মাৰে। টানকৈ খুন্দা মাৰিলে একে খুন্দাতে মানুহ মৰে। গুল্ম, পিত্ত আদি কোনো কোনো ৰোগেও বুকুত খুন্দা মাৰি ধৰে আৰু কেতিয়াবা তেনেকুৱা একে খুন্দাতে মানুহ মৰে। এতেকে,–তৎক্ষণাৎ প্ৰাণ হেৰুওৱা, to meet with instantaneous death.

একে পাতত খোৱা একে কান্ধত লোৱা মানুহ—বি. একে পাতত অৰ্থাৎ একে শাৰীত খায় আৰু একে চাঙ্গিতে মৰা শ শ্মশানলৈ নিয়ে এনেকুৱা মানুহ অৰ্থাৎ একে খেলৰ মানুহ ; লগৰ-সঙ্গৰ মানুহ ; অতি মিলৰ মানুহ, persons belonging to the same clan, community, class ; companions in weal or woe.

একৈয়া বোটলা—ক্রি. খলি-খেল খেলোঁতে যি একৈয়া গুটি বোটলে সি মূঠৰ ওপৰত বহু গুটি পায়। এতেকে,—ঠায়ে ঠায়ে অলপ আৰ্জ্জন কৰি বহু আৰ্জ্জনৰ গৰাকী হোৱা, to make a fortune by securing small but constant gains.

এখন ভাল নবজা—ক্রি. ভাল বজাবলৈ হলে দুজন মানুহ লাগে। এতেকে,—দুই পক্ষৰ এক পক্ষ ভাল হলে দন্দ লাগিবৰ স্থল নোহোৱা, the existing of no room for quarrel when any one of the two parties does not want to quarrel.

এখনকে দহখনকৈ লগোৱা—ক্রি. এখন বন যদি বেয়াকৈ কৰা হয় তেন্তে সেই এখনকে ভাঙ্গি দহখন বন বেয়াকৈ কৰা হৈছে বুলি দেখুৱাই কথা লগোৱা, অতিপাতকৈ কথা লগোৱা, to speak ill of others by coloured statements

এগোট হোৱা—ক্রি. কেইবাগোট মানুহ লগ হৈ এগোটৰ নিচিনা হোৱা, একমত হোৱা, to be of one mind, to be united

এচহীয়া মানুহ—বি. কাঠ ফালিলে পোনে পোনে নাফাটি কেতিয়াবা সি বেঁকাকৈ ফাটি যায়। ( এচহীয়া = এটা চাহিৰ সমান অৰ্থাৎ আগৰ ফালৈ একপিমান।) এতেকে,—পোন বাটে কাৰ্য্য নকৰি তৎক্ষণাৎ যেই বাটে মন যায় সেই বাটে কাৰ্য্য কৰা মানুহ, a perverse person.

এছাল ছিগিলেও কথা নেৰা—ক্রি. ইমানকৈ কথা কয় বোলা হৈছে যে জিবাৰ এছাল অৰ্থাৎ এখন ছাল বা প্ৰথম ছাল ছিগি যায়। এতেকে,—তৰ্কত হাৰ নামানি যেনে তেনে প্ৰকাৰে নিজৰ মত এৰি নিদিয়া, to adhere to one's opinion dogmatically.

এটকা মহন্তৰ শপথ—বি. 'এটকা' শব্দে পূৰ্ণসংখ্যা বুজাইছে। এটকা মহন্ত=পূৰ্ণসংখ্যাৰ মহন্ত অৰ্থাৎ পূৰ্ণাঙ্গ ধৰ্ম্ম। এতেকে,—যৎপৰোনাস্তি ডাঙৰ শপথ, an oath in the name of all that is sacred.

এটা চকু কণা কৰা, এখন কাণ কলা কৰা—ক্রি. এফালে নেদেখাকৈ আৰু এফালে নুশুনাকৈ থকা, আওকণীয়া ভাও ধৰি থকা, বৰকৈ মন কাণ নিদিয়া, to be inattentive.

এটা চাউল পিটিকিলে এচৰু ভাতৰ গম পোৱা—ক্রি. ভাত সিজিছেনে নাই সিজা চাবলৈ হলে এটা চাউল হাতেৰে পিটিকি চোৱা হয়। তাৰপৰা গোটেই চৰু ভাত সিজা-নসিজাৰ গম পোৱা যায়। এতেকে,—কোনো মানুহৰ এটা কঁথা জানিলেই তাৰ সমুদায় স্বভাৱ জনা, to be able to know the character of a person by knowing a single incident of his life.

এঠাইত কাটিলে সাত ঠাইত গজা—বিণ. কোনো গছ যদি কাটি দিয়া হয়, তেনেহলে কটা ঠাইৰ তলতে পোখা ওলায়। এই স্থলত কোৱা হৈছে যে তাক এঠাইত কটা হৈছিল, কিন্তু সি সাত ঠাইত গজিল, অৰ্থাৎ আগেয়ে এডাল গছ আছিল, কিন্তু এতিয়া সাতডাল গছ হ'ল। এতেকে,–যাক কোনোমতে অপকাৰ কৰিব পৰা নাযায় তেনে মানুহ, অতি টেঙৰ মানুহ, a too clever person.

এডালি চুলিকে দুডালি কৰা—ক্রি. অকণিমান বস্তুকে দুফাল কৰা অৰ্থাৎ সামান্য বিষয়তো বেলেগ ভাব দেখুৱা, to show a spirit of disunion even in the minutest affairs.

এডালি চুলিকে সাতফাল কৰা—ক্রি. এডালি চুলিকে অৰ্থাৎ নিচেই অকণিমান বস্তুকো ভাগ কৰি সাতফাল কৰা অৰ্থাৎ অতি কৃপণতা কৰা, to act miserly in an extreme degree.

এডিঙ্গ পানীত পৰি পিয়াহত মৰা—ক্রি. ডিঙ্গিৰ ওচৰলৈকে পানী থাকিলে সেই পানী মুখ মেলি খাবৰ নিমিত্তে নিচেই উজু। এই স্থলত কোৱা হৈছে যে সিমানতো পানী খাবলৈ নাপাই পিয়াহত মৰে। এতেকে,—ধন সম্পত্তি থকাতো তাক ভোগ কৰিবলৈ নোপোৱা, সম্পত্তি থকা সত্বেও কৃপণতা কৰা, to comfort oneself as a poor man though living in plenty.

এডেও দুডেওকৈ লোটা নিবৰ হেও ধৰা—ক্রি. ডেও মৰাৰ ছলেৰে লাহে লাহে লোটাৰ পোনে চাপি আহি কোনেও নেদেখাকৈ লোটা চুৰ কৰি লৈ যায় বোলা হৈছে। এতেকে,—নিৰ্দ্দোষ কাৰ্য্য কৰাৰ ফাঁকটি কৰি পৰাৰ্থ অপহৰণৰ চেষ্টা কৰা, to attempt to rob a person by assuming an attitude of innocence.

এডোখৰ বেলি—বি. [সৰহীয়া এডোখৰ বেলি] বহু সময়, a considerable time.

এদোণ খুজিলে একঠা পোৱা—ক্রি. কোনো মানুহক যিমানখিনি বস্তু খোজা যায়, সিমানখিনি বস্তু সচৰাচৰ পোৱা নাযায়। এই স্থলত কোৱা হৈছে, যে যদি এদোণ খোজা যায়, তেন্তে একঠা পোৱা যায়। (১ দোণ=১০ কঠা)। এতেকে,—বহু পৰিমাণ খুজিলে অলপ পৰিমাণ পোৱা, to obtain a trifle of anything if one asks for a good deal of it.

এধমকত—ক্রি. বিণ. ধম্ ধম্ কৰে অহা কোনো এবাৰত, suddenly and precipitately on one occasion.

এধুমুহাত—ক্রি. বিণ. ধুমুহাৰ দৰে কোনোবে অহা কোনো এবাৰত, suddenly and precipitately on one occasion.

এনেই উর্ব্বশী দুৱাৰে বাট দিয়া—ক্রি. উৰ্ব্বশী, স্বৰ্গৰ অপ্সৰী। তেওঁ ইন্দ্ৰৰ সভাৰ নাচনী আছিল আৰু আকাশেদি উৰি ফুৰিব পাৰিছিল। এই স্থলত, উৰ্ব্বশী =অতি চঞ্চলা তিৰোতা। এনেকুৱা তিৰোতাক বন্ধ কৰি ৰাখিলেও তেওঁ যেনে তেনে প্ৰকাৰে এপোনে বাট উলিয়াই ঘৰৰপৰা বাজ হয়। তাকে নকৰি যদি দুৱাৰ মেলি সেইপোনে যাবলৈ বাট থোৱা যায়, তেনেহলে তেওঁ যে ঘৰৰপৰ: ওলাই যাব, তাৰ কোনো সন্দেহ নাথাকে। এতেকে,—দুষ্ট মানুহক দুষ্টালি কৰিবলৈ চল লগাই দিয়া, to put a wicked person in a field where he can give full play to his evil propensities.

এনেই বুঢ়ী নাচনী, তাতে নাতিনীয়েকৰ বিয়া হোৱা—ক্রি. বুঢ়ী মানুহৰ নাতিনী চাবলৈ বৰ হেঁপাহ। নাতিনী ডাঙৰ হৈ বিয়া হলে বুঢ়ীৰ আনন্দ বৰকৈ বাঢ়ে। তাতে যদি বুঢ়ী নাচনী হয়, তেনেহলে সেই বিয়াত তাইৰ নাচোনৰ সীমা নাথাকে। এতেকে,—অতিৰিক্ত আনন্দৰ কাৰণ হোৱা, the coming of pleasure to a person who is by nature pleasurably disposed.

এন্দুৰক সেন্দুৰ পিন্ধোৱা—ক্রি. এন্দুৰ ঘিণ-লগা প্ৰাণী, তাক সেন্দুৰ পিন্ধালে ভাল নেদেখি। এতেকে,—স্বভাৱতে যি ঘৃণিত তাক কৃত্ৰিম উপায়ৰ দ্বাৰা সুন্দৰ কৰিবৰ নিমিত্তে যত্ন কৰা, to attempt to beautify a naturally ugly person.

এন্দুৰে মাটি খনা, ঘৰতে কথা হোৱা—ক্রি. চোৰে মাটিৰ তলেদি সিন্ধি খানে। এন্দুৰেও সিন্ধিৰ নিচিনাকৈ গাঁত খানে। চোৰ বাহিৰৰ মানুহ, কিন্তু এন্দুৰ ঘৰৰ ভিতৰতে থাকে। এতেকে,—ঘৰৰ ভিতৰত কোনো ডাঙৰ অপৰাধ

হলে ঘৰৰ পৰিয়ালৰ ভিতৰতে কোনো এজন মানুহে সেই অপৰাধ কৰা, the doing of serious crime in a family by one of the members of that family.

এন্ধাৰত খেপিওৱা—ক্রি. এন্ধাৰত কোনো বস্তু হাতেৰে খেপিয়ালে বিচাৰি পোৱা নাযায়। এতেকে,—কণ-মুনাকৈ বিচৰা, to grope in the dark.

এন্ধাৰত দলি মৰা—ক্রি. এন্ধাৰত লক্ষ্য দেখা নাযায়। তেতিয়া দলি মাৰিলে দলি লাগিবও পাৰে। এতেকে,—কণা মুনাকৈ কোনো কাৰ্য্য কৰা, to act at random.

এফলীয়া ভাৰে কামি-হাড় ভঙা—ক্রি. এখন ভাৰ দুমূৰে দুটা মানুহে ধৰি কঢ়িয়ালে যদি ভাৰ এফলীয়া হয় অৰ্থাৎ যদি এফালে অধিক গধুৰ হয় তেনেহলে সেই ফালৰ ভাৰীৰ দুখ অধিক হয়। এতেকে,—যুটীয়া কাৰ্য্যত অধিক ভাৰ বোৱা অংশীদাৰৰ কষ্ট মাৰাত্মক হোৱা, to be over-burdened singly in a joint business.

এফাল শেনে খোৱা—বিণ. ভাল বস্তু দেখিলে শেনে থাপ মাৰি লৈ যায়। কোনো মানুহ এনে সুন্দৰ বোলা হৈছে যে শেনে মুখৰ এফাল অৰ্থাৎ এখন গাল থাপ মাৰি নি খাই পেলায় আৰু ফল-স্বৰূপে তেওঁৰ এখন গাল নাইকিয়া হয়। এতেকে,—অতি সুন্দৰ (বিদ্ৰূপ), too beautiful ( used ironcially. )

এবেলি সাপে খুটিলে লেজুতো ভয় হোৱা—ক্রি. লেজু দেখিবলৈ সাপৰ নিচিনা। এই স্থলত কোৱা হৈছে যে এবেলি মানুহক সাপে খুটিছে, তাৰ লেজু দেখিও সাপ বুলি ভ্ৰম হয়। এতেকে,—কোনো বিষয়ত এবেলি ভয় পালে তত্তুল্য সামান্য বিষয়তো ভয় পোৱা, to get frightened on account of previous sad experience of a real danger by any danger which is similar to it though unreal in character.

এবুৰি ছ-অঁৰা—বিণ. কুৰিটাই এবুৰি আৰু চাৰিটাই এঅঁৰা এইৰূপে অঙ্কৰ লেখ হয়। ( ছ-অঁৰা=চৌবিছ। ) এতেকে,—বহু, অধিক, excessive, too many.

এমা-দিমা ল'ৰা—বি. [ এমাহ দুই মাহৰ ল'ৰা ] এমাহ-দুমাহ বয়সীয়া ল'ৰা, কেঁচুৱা ল'ৰা। ( এমা-দিমা শব্দ 'ডিম' শব্দৰপৰা ওলোৱা সম্ভৱ দেখা নাযায় )। children of tender years.

এৰা-পাত খোৱা—বিণ. ছাগলীয়ে এৰা-পাত খায়। এতেকে,—অনৰ্থক বেলবেলাই কুৱা, talkative, chatty.

এলাহতকৈ চেলাৰ বিৰ টান হোৱা—ক্রি. এলা=আল্লা। চেলাই কামুৰিলে ধ্যানভঙ্গ হয়। ঐহিক কষ্ট সহিবলৈ টান। পৰকালৰ ভাৱনা হৃদয়ঙ্গম কৰিব পৰা নাযায়। এতেকে,—ভৱিষ্যৎ কষ্টতকৈ বৰ্ত্তমান কষ্ট গুৰুতৰ হোৱা, to be troubled more by feelings of existing difficulties than by ideas of any future danger. however great it may be.

এশখন মুখেৰে কোৱা – ক্রি. একেটা কথাকে বহুবাৰ বহু ৰকমেৰে সলাই কোৱা, বাৰে-পতি কথা সলাই বহুবাৰ বহু মিছা কোৱা, to talk differently on different occasions, to speak any number of lies.

এশ গৰু মাৰিলে বাঘৰ মৰণ হোৱা—ক্রি. প্ৰবাদ আছে যে বাঘে বধ কৰা গৰুৰ সংখ্যা বাঢ়ি গৈ যেতিয়া এশ হয় তেতিয়া বাঘৰ মৰণ মিলে অৰ্থাৎ মানুহৰ হাতত তাৰ প্ৰাণ যায়। এতেকে,—অতিৰিক্ত পাপ হলে নষ্ট হোৱা, to be ruined as a result of an excess of vice.

এশ জালুকৰ মূল—বি. [ এশ জালুকৰ সমান মূল ] এনে বিশিষ্ট মূল অৰ্থাৎ ঔষধৰ শিপা বোলা হৈছে যে এশ জালুক গোটালে যিমান গুণ হয়, তাৰ অকলৈ সিমান গুণ আছে। এই সূত্ৰত, অতি উগ্ৰ মানুহক তেনে শিপাৰে তুলনা কৰা হৈছে। এতেকে,—অতি উগ্ৰ, প্ৰতাপী বা কাৰ্য্যদক্ষ মানুহ, one who is exceedingly sharp, resourceful. competent.

এসাজি খুউৱাৰ সমান ৰং পোৱা—ক্রি. নিমন্ত্ৰণ কৰি এসাজি ভাত খুৱালে যিমান ৰং পোৱা যায় সিমান ৰং পোৱা অৰ্থাৎ বৰকৈ ৰং পোৱা, to be extremely delighted.

এহাতৰ হুল দুহাতে কাঢ়িব নোৱাৰা—ক্রি. হুল এহাতত ফুটে, কিন্তু দুই হাতেৰে ধৰি আজুৰিও তাক কাঢ়িব পৰা নাযায়। এতেকে,—কোনো বেয়া কাৰ্য্য সহজে কৰি পিছত বহু কষ্ট কৰিও তাৰ উপশম কৰিব নোৱাৰা, not to be able to undo even with great effort a mischief which has been done quite easily.

এহাতলৈকে হাত চুচি খোৱা—ক্রি. দৈ-গাখীৰৰ কলহত হাত কিলাকুটিলৈকে সুমাই দিলে কিলাকুটিৰপৰা এহাতলৈকে ঠাবিত গাখীৰ লাগি আছে। মানুহজনে সেই হাত চুচি গাখীৰ খায় অৰ্থাৎ গোটেই কলহ গাখীৰ একণো বাকি নোখোৱাকৈ খায় বোলা হৈছে। এতেকে,—অতিৰিক্ত ভোজন কৰা, to eat a giant's meal.

এহাতে চাপৰি নবজা—ক্রি. [ 'এখন তাল নবজা' চোৱাঁ ]।

এহেঙ নোহোৱা তেহেঙ নোহোৱা—ক্রি. [ এহেতো নোহোৱা তেহেতো নোহোৱা ] এই ঠাইতো নোহোৱা সেই ঠাইতো নোহোৱা, ক'তো'একো নোহোৱা, সকলো বিষয়ে নিষ্ফল হোৱা, to be unsuccessful here as well as there, i.e., not to be able to get on anywhere.



ঐদেহি-তৈদেহি পোৱা—ক্রি. [ আই ঐ দেহি বাই'ঐ দেহি পোৱা ] যিহকে মন যায় তাকে বলকা, নানা প্রকাৰ অৰ্থশূন্য কথা কোৱা, to talk incoherently.

ঐয়া-হৈয়া—ক্রি. বিহুত মানুহে জুম পাতি 'ঐয়া-হৈয়া' শব্দ উচ্চাৰণ কৰে। এতেকে, —অধিক মানুহে হাই-উকমি কৰি খেলিমেলিকৈ কাৰ্য্য কৰা, to act in confusion.



ওঁঠ চেপিলে পিয়াহ ওলোৱা—বিশ. কেঁচুৱা ল'ৰাই ওঁঠৰ দ্বাৰা পিয়াহ চুপি খায়। এই স্থলত ল'ৰাটো ইমান সৰু বুলি কোৱা হৈছে যে তাৰ ওঁঠ চেপিলে এতিয়াও পিয়াহ ওলায় অৰ্থাৎ সি মাকৰ পিয়াহ খাবলৈ এৰা বহু দিন হোৱা নাই। এতেকে,—সৰু, ( ল'ৰাত খাটে। ) infant.

ওঁঠ চেলেকা—ক্রি. কোনো বস্তু খাবৰ নিমিত্তে বৰকৈ লোভ লাগিলে ওঁঠৰ পানী ওলায়। যদি খাবলৈ পোৱা নাযায় তেনেহলে ওঁঠটো জিভাৰে চেলেকি পানীখিনি গুচাই পেলোৱা হয়। এতেকে,—বৰকৈ লোভ কৰি খাবলৈ নাপাই নিৰাশ হোৱা। তাৰপৰা, যেই সেই কোনো কাৰ্য্যত নিৰাশ হোৱা, to be disappointed.

ওঁঠৰ পানী পৰা—ক্রি. কোনো বস্তু খাবৰ নিমিত্তে বৰকৈ লোভ লাগিলে ওঁঠৰপৰা পানী পৰে। এতেকে,—বৰকৈ লোভ লগা, to be strongly tempted to eat or drink.

ওঠাৰখন মুখেৰে কোৱা—ক্রি. বহুবাৰ সলাই কথা কোৱা, to make varying statements.

ওঠাৰটা নাম দিয়া—ক্রি. [ ওঠাৰটা বেয়া নাম দিয়া ] যি যেনেকুৱা কাৰ্য্য কৰে, সি সেই অনুযায়ী নাম পায়। এতেকে,—বহু বেয়া কাৰ্য্য কৰে বুলি দোষাৰোপ কৰা, to ascribe too many faults to any one.

ওচৰৰ পুথি-খলিহা—বি. পুঠি খলিহা নিচেই সৰু মাছ। তথাপি তাক যদি ওচৰতে পোৱা যায় তেনেহলে সিও লাভজনক হয়। সেইৰূপে অলপীয়া ধন-বস্তু যদি ওচৰতে পোৱা যায় তেনেহলে তাকো লাভজনক বুলি ধৰা হয়। এতেকে,—ওচৰতে পোৱা বাবে লাভজনক বুলি ধৰা অলপীয়া ধন-বস্তু, small things near at hand and considered on that account to be profitable.

ওজাৰ নাকত খঁৰে খোৱা—ক্রি. ( ওজা = বৈদ্য। ) ওজাই পৰৰ ৰোগ ভাল কৰে। কিন্তু তেওঁৰ নিজৰ নাকতে খঁৰে খায়। খঁৰ সাধাৰণতঃ নাকত নহয়, কিন্তু ওজাৰ তেনে ঠাইতে খঁৰ হয়। এই স্থলত দুটা ভাব বুজোৱা হৈছে ঃ—(১) সকলোৰে দেখা ঠাইতে খঁৰ হয়। (২) খঁৰে খাই ছিঙি পেলায় অৰ্থাৎ নাক নাইকিয়া হয় বা লাজ নাইকিয়া হয়। এতেকে,—যি কোনো মানুহে কোনো কাৰ্য্যত পৈণত সেই কাৰ্য্যতে সেই মানুহে ঘাটি খোৱা, to be worsted in a field which is specially one's own.

ওপৰ-চকুৱা মানুহ—বি. ওপৰলৈ চকু ফুৰিলে হুল-জোঙে ফুটিবৰ আশঙ্কা থাকে। এতেকে,—গমা-গপা নকৰা লোক, তললৈ নমনা মানুহ, অসাৱধান বা বে-হিচাপী মানুহ, a superficial, indiscriminate, or careless person.

ওপৰ পেটত খোৱা—ক্রি. ( পেট=পেটৰ আহাৰ। ) আহাৰৰ ওপৰত, অৰ্থাৎ আহাৰৰ পূৰ্ব্বে খোৱা, to eat before meal.

ওপৰ ভাগৰ দোষ—বি. [ ওপৰ ভাগৰ বিপক্ষে দোষ ] ওপৰ ভাগত থকা অৰ্থাৎ স্বৰ্গবাসী দেৱতাৰ বিপক্ষে কৰা দোষ, transgressions against the deities of the heaven.

ওপৰ হাত—বিণ. যুঁজত হাত ওপৰ হৈ থাকিলে তাক চলাব পৰা যায়। এতেকে,—আনতকৈ শ্ৰেষ্ঠ, superior.

ওফন্দি গঙ্গাটোপ হোৱা—ক্রি. গঙ্গাটোপ মাছ ওফন্দি ওখ হৈ থাকে, কিন্তু সি আহাৰৰ নিমিত্তে অযোগ্য। এতেকে,—অযোগ্য মানুহে নিজে ডাঙৰ বুলি ভেম পাতি থকা, to be puffed up with vanity.

ওফোন্দা ডেম—বি. কোনো বস্তু ওফন্দিলে ডাঙৰ বুজায়। এতেকে, ডাঙৰ ডেম, great vanity.

ওভোতাই মোট ছেলোৱা,—ক্রি. আহোম-ৰজাৰ দিনত গুৰুতৰ অপৰাধ কৰিলে ওভোতাই গাৰ মোট ছেলোৱা হৈছিল; এতেকে,—উগ্র শাস্তি দিয়া, to punish severely.

ওৰা পতা—ক্রি. কাছ আদি কোনো কোনো প্রাণীয়ে লেথেৰি পাতি কণী পাৰে। তাকে 'ওৰা পতা' বোলে। এতেকে,—সন্তান-জন্মৰ পূৰ্ব্ব-লক্ষণ স্বৰূপে প্রথম সন্তান প্রসৱ কৰা, (তিৰোতাত খাটে।) to be delivered of a child heralding the birth of a number of children in future years.

ওলোটা বেদ—বিং. হিন্দুৰ ক্রিয়াকাণ্ড বেদৰ বিধি অনুযায়ী কৰা হয়। এতেকে,—বিপৰীত নিয়ম বা প্রণালী, an unusual rule or procedure.



ঔচ্ বুলিলে ওচৰ চপা—ক্রি. কুকুৰক 'ঔচ্' বুলি মাতিলে সি ওচৰ চাপে। এতেকে,—কুকুৰৰ দৰে নীচভাৱে পৰৰ আজ্ঞা পলা, to do sneakingly as one is bid, to carry out order slavishly.

ঔ পৰা—ক্রি. ঔ-টেঙ্গা পাৰিলে মাটিত ধুপ ধুপ কৰে পৰে। পিঠিত কোনো মানুহে ভুকুৱালেও সেইৰূপ শব্দ হয়। এতেকে,—ভুকু মৰা বা মাৰ-কিল কৰা, to deal heavy blows with the first.



কঁকাল চাই মেখেলা—বিং. কঁকালৰ জোখ চাই মেখেলাৰ আকাৰ হয়, অর্থাৎ কঁকাল ডাঙৰ হলে মেখেলা ডাঙৰ লাগে, কঁকাল সৰু হলে মেখেলা সৰু লাগে। এতেকে,—যথাযোগ্য কার্য্য, an appropriate action.

কঁকাল পৰা—ক্রি. মানুহ বুঢ়া হলে কঁকাল পৰে। এতেকে,—অকর্ম্মণ্য হোৱা, to be rendered useless.

কঁকাল ভগা—ক্রি. কঁকাল শৰীৰৰ মধ্যস্থান। কঁকাল ভাগিলে,প্ৰধান বল নষ্ট হয়। এতেকে,—প্ৰধান বল নষ্ট হোৱা, to be rendered unserviceable.

কঁকাল ভাঙ্গি নচা—ক্রি. নাচনীয়ে নানা-প্ৰকাৰ কঁকালৰ ভঙ্গি কৰি নাচে। এতেকে,—ভালকৈ নচা, to dance prettily.

কল খাই বাকলি পেলোৱা—ক্রি. নিজে কল খাই বাকলিটো আনে খাবলৈ পেলাই দিয়ে বোলা হৈছে। এতেকে,—কোনো বস্তুৰ প্ৰধান অংশ নিজে উপভোগ কৰি অকামিলা অংশ লোকক দিয়া, to give away to another the useless portion of a thing by enjoying the essential portion oneself.

কচু ল'ৰা—বি. অসমীয়া প্ৰসূতীয়ে কচুৰ জাল খায়। কচু চোকা হলে ল'ৰা চোকা হয়, এনে বিশ্বাস আছে। এই বাক্যত কচু চোকা, এই ভাব নিহিত আছে। এতেকে,—টটাটিঙ্গা ল'ৰা, a naughty boy.

কমোৱা তুলা—বি, কমোৱা তুলা নিচেই কোমল। এতেকে,—সুকোমল মানুহ, a very delicate person.

কমোৱা তুলা থোৱাদি থোৱা—ক্রি. কমোৱা তুলা নিচেই পাতল, অলপ বতাহতে উৰি যায়। সেই দেখি তাক অতি যতনেৰে থোৱা হয়। এতেকে,—অতি যতনেৰে থোৱা, to keep with utmost care.

কাঁহ পৰি জিম যোৱা—বিণ, কাঁহৰ শব্দ উঠি সেই শব্দ আপোনা-আপুনি পৰি জিম যাব নাপায়। কাঁহত হাত দি শব্দটো তৎক্ষণাৎ মাৰ নিয়াব লাগে। এতেকে,—মানুহ-দুনুহ নাইকিয়া নিজলাল, pervaded with deep silence.

কাঁহে কাঁহে লাগিলে বজা—ক্রি. দুটা কাঁহৰ পাত্ৰ লাগিলে অৰ্থাৎ ঠেকা-ঠেকি হলে বাজে অৰ্থাৎ শব্দ কৰে। দুটা মানুহে লাগিলে অৰ্থাৎ দন্দ্ লাগিলে বাজে অৰ্থাৎ মুখেৰে গলিয়াগলি কৰে। এই স্থলত, দন্দ্ কৰা মানুহক কাঁহৰ লগত তুলনা কৰা হৈছে। এতেকে,—বেগতে খং উঠা দুজন মানুহৰ ভিতৰত সামান্য বিষয়ে দন্দ্ লগা, the quarrelling of two persons of equally excitable temperament.

কাঁহী-পাতে গা কটা—ক্রি. (কাঁহী=কাঁহীৰ বাওৰ নিচিনা ধৰি থকা বহল পাতেৰে এবিধ গছ।) হাবিত সোমালে, কাঁহী-পাতে অৱশ্যে অলপ-অচৰপ গা কাটে, কিন্তু পৰিশ্ৰমী গাৱঁলীয়া মানুহৰ পক্ষে ই নিচেই সামান্য আঘাত। এতেকে,—নাম-মাত্ৰ অপকাৰ হোৱা, to be harmed nominally.

কিলৰ কুটুম—বি. [ কিলৰ ভয়ত কুটুম ] কুটুম=( এই স্থলত ) বন্ধু। কিলাৰ বুলি মনত ভয় পাই হোৱা বন্ধু, a person who turns out to be a friend under the influence of fear.

কুঁচিয়া-খোচা দিয়া - ক্রি. নীঘল লাঠিৰে কুঁচিয়া খুচি ধৰা হয়। এতেকে,—ৰৰকৈ অত্যাচাৰ কৰা, to outrage, to torment.

কুঁজৰ মূৰত কিল মৰা—ক্রি. কুঁজৰ ঠিক মূৰতে অৰ্থাৎ ওপৰতে কিল মাৰি দিলে কুঁজ পোন হৈ যায় বুলি কয়। কোনো মানুহক পোন কৰিবলৈ হলে তাৰ কুঁজত অৰ্থাৎ তাৰ যি দুৰ্ব্বল গুণ আছে তাৰ ওপৰতে কিল মাৰিব লাগে অৰ্থাৎ আঘাত কৰিব লাগে। এতেকে,—কোনো মানুহৰ দুৰ্বল অংশত আক্রমণ কৰা, to deal with a person just in the right way so as to obtain from him what is wanted.

কুঁজাত ধৰা—ক্রি. নাঙ্গল কুঁজা অৰ্থাৎ বেঁকোৰা। এতেকে,—নাঙ্গলত ধৰা, হাল বাবলৈ ধৰা, খেতি আৰম্ভ কৰা, চহা ব্যৱসায় অৱলম্বন কৰা, কষ্টকৰ সাধাৰণ ব্যৱসায়ৰ দ্বাৰা জীৱিকা উপাৰ্জ্জন কৰা, to live by ploughing the land, to earn by the sweat of the brow, to lead a laborious life.

কেঁকোৰা গাঁত বিচৰা ক্রি- কেঁকোৰাৰ গাঁত অঁকোৱা-পকোৱা। গাঁতত সোমালে কেঁকোৰাক বিচাৰি পাবলৈ টান হয়। কেঁকোৰাৰ গাঁত বুলিলে পলাই সাৰিব পৰা ঠাই বুজায়। এতেকে,—ভয়ত পলোৱা, to run away through great fear.

কেঁকোৰা খোলা দিয়া—ক্রি. কেঁকোৰাৰ পোৱালিয়ে মাকৰ গৰ্ভ খুলি প্ৰাণনাশ কৰি শুদা খোলাটো থৈ জন্ম লয়। এতেকে,—অন্তঃসাৰ-শূন্য কৰা, নিৰ্য্যাতন কৰা, অনেক কষ্ট দিয়া, to reduce to skeleton.

কেঁকোৰা চেপা দিয়া—ক্রি. কেঁকোৰাই ঠেংৰে ৰৰকৈ চেপি ধৰে। এতেকে,—টানকৈ চেপি দিয়া অৰ্থাৎ কষ্ট দিয়া, to squeeze, to torture.

কেঁকোৰা নাঙ্গলত ধৰা – ক্রি. নাঙ্গলৰ আকাৰ কেঁকোৰা। নাঙ্গলৰ দ্বাৰা খেতিৰ কাৰ্য্য কৰা হয়। এতেকে,– হাল-চহ কৰা, খেতিয়কৰ ব্যৱসায় অৱলম্বন কৰা, to lead a rural life.

কেঁচা ৰণত পৰি মৰা - ক্রি. ৰণৰ প্ৰথম অৱস্থাত উভয় পক্ষৰে ভীষণ ৰক্তপাত হয়। পিছত বহু সৈন্য মাৰি ৰণৰ বল কমে। এতেকে,—কোনো সঙ্কটজনক কাৰ্যাত প্ৰথমাৱস্থাতে যোগ দি নাশ পোৱা, to suffer terribly by doing an extremely hazardous act.

কেঁচুৱে এবেলি গাঁতৰপৰা ওলালে সোমাব নোৱাৰা—ক্রি. মানুহে কয় যে কেঁচুৱে এবেলি গাঁতৰপৰা ওলালে ঘূৰি গাঁত বিচাৰি নাপায়। গাঁতত সোমাব নোৱাৰি কিছুপৰ ৰগাই-জগাই ফুৰি মৰি থাকে। এতেকে,—কোনো নিশকতীয়া মানুহে নিজ ঠাই এৰি গলে আকৌ সেই ঠাই নোপোৱা, not to be able to regain lost ground ( said of a weak person ).

কেঁচু খোঁচৰেঁাতে সাপ ওলোৱা—ক্রি. মাটি খুঁচৰি কেঁচু উলিয়াবলৈ যাওঁতে কেতিয়াবা সাপ ওলায়। এতেকে, অলপ লাভলৈ চাওঁতে ডাঙৰ বিপদ উপস্থিত হোৱা, the coming of a great danger to a person in his attempt to make a nominal gain.

কেঁচুটো হোৱা—ক্রি. কেঁচুটোৰ নিচিনা লেউ-সেউ হোৱা, নিজৰ মানসিক শক্তি-সামৰ্থ্য নাইকিয়া হোৱা, সম্পূর্ণ পৰাধীন হোৱা, to be abjectly submissive.

কেঁচুত শগুণ পৰা—ক্রি. কেঁচু নগণ্য জীৱ। সি মৰিলে তাৰ মঙহ খাবলৈ শগুণ পৰে বোলা হৈছে। এতেকে,—অতি ডাঙৰ মানুহে অতি সামান্য বস্তুলৈ লোভ কৰা, to hanker after a trifling gain although in comfortable position.

কেঁত্‌কৰা—ক্রি. গাত দুখ পালে কেঁতকৰে চিঞৰ মাৰি দিয়ে। এতেকে,—দুখ পোৱা, to feel pain.

কেঁৰা-কুঁজা ভঙা—ক্রি. তাঁতৰ সূতা কেতিয়াবা কেঁৰা হয় অর্থাৎ পোনে পোনে নগৈ আন সূতাৰ মাজেদি যায়, আৰু কেতিয়াবা কুঁজা হয় অর্থাৎ সূতাৰ কুঁজ বা ফোঁহা ওলায়; শিপিনীয়ে কেঁৰা আৰু কুঁজা ভাঙি অর্থাৎ ভাল কৰি তাঁত বয়। এতেকে,—কোনো কার্য্যৰ আসোঁৱাহ-বিসোৱাহ গুচোৱা, to remove defects.

কেঁৰা দুপৰ—বি. কেঁৰা অর্থাৎ অলপ কতীয়া দুপৰ, দুপৰৰ ঠিক পূর্ব-ভাগ সময়, the part of the day immediately preceding the mid-day.

কোঁ কোঁ কাঁ কাঁ কৰা—ক্রি. পাৰ চৰায়ে জোৰ পাতি নিজৰ বাহত কোঁ কোঁ কাঁ কাঁ কৰি থাকে। এতেকে,—নিজৰ ঘৰতে তিৰোতা আৰু ল'ৰা-ছোৱালীৰে সৈতে হাই-উৰুমি নোহোৱাকৈ কাল যাপন কৰা, শান্তিৰে গৃহস্থালি চলোৱা, to live in a humble but peaceful home.

ক-খ পুথি—বি. শিক্ষা কৰোঁতে 'ক-খ'ৰ পৰা আৰম্ভ কৰা হয়। এতেকে,—প্রথম শিক্ষা-পুথি, an A. B. C. book, a first primer.

ক-খ ম-ম পঢ়া—ক্রি- প্ৰথম-শিক্ষাৰ পুথি পঢ়া, অলপীয়া শিক্ষা পোৱা, to obtain a little education, to have a smattering of knowledge.

ক বুজিব নোৱাৰা—বিণ. যি মানুহ সম্পূৰ্ণৰূপে অশিক্ষিত সি 'ক' এই আখৰটোকে পঢ়িব নোৱাৰে। এতেকে,—সম্পূৰ্ণৰূপে অশিক্ষিত, মহামূৰ্খ, grossly stupid.

ক বুজিয়েই ৰত্নাৱলী পঢ়িবলৈ যোৱা—ক্রি. ৰত্নাৱলী পুথিৰ ভাষা আৰু ভাব বৰ টান। সি মানুহে 'ক' বোলে অৰ্থাৎ প্ৰথম শিক্ষা আৰম্ভ কৰে, তাৰ পক্ষে ৰত্নাৱলী পঢ়া অসম্ভৱ। এতেকে,—যি কাৰ্য্য অতি শিক্ষিত মানুহৰ পক্ষে সম্ভৱ সেই কাৰ্য্য অলপ শিক্ষিত মানুহে কৰিবলৈ যোৱা, অসাধ্য-সাধন কৰিবলৈ চেষ্টা কৰা, the attempting by a novice to do what can only be done by a veteran.

কচু-কটা দিয়া—ক্রি. কচু কাটিবলৈ অতি সহজ। এতেকে,—অতি সহজে নাশ কৰা, to cut up very easily, to annihilate.

কচু-শাকৰ ভেঁটি—বি. আগৰ দিনত ডাঙৰ মানুহেৰে সৈতে ভেঁট হবলৈ হলে কিবা-কিবি বস্তু লৈ যাবৰ নিয়ম আছিল। যি মানুহ নিচেই দুখীয়া সি একো নিব নোৱাৰি কচু-শাক বুটলি লৈ তাকে ভেঁটি দিয়েগৈ। এতেকে,—দুখীয়া উপহাৰ, a humble present.

কচু-পাতৰ পানী— বি. কচু-পাতত থকা পানীৰ নিচিনা অথিৰ বস্তু বা মানুহ, anything unstable or transient in nature.

কচুৰ কটাৰী— বি. কচু নিচেই কোমল, তাৰ দ্বাৰা কটা কাৰ্য্য হব নোৱাৰে। এতেকে,— অকামিলা বস্তু, a useless weapon.

কটনা কটা ভাত— বি. [ কাটনী কটা ভাত ] কাটনীয়ে পলু কাটি সূতা উলিয়াই কাপোৰ বৈ বেচি সেই ধনেৰে জীৱিকা উপাৰ্জ্জন কৰে। এই কাৰ্য্যত অত্যন্ত পৰিশ্ৰম লাগে। ( ভাত=জীৱিকা ) এতেকে বহু কষ্টেৰে উপাৰ্জ্জিত ধন-বস্তু। ( তিৰোতাত খাটে। ) hardearned livelihood ( applied to a woman ).

কটা কাণ চুলিৰে ঢকা— ক্রি. আহোম ৰজাৰ দিনত কাণ-কটা দণ্ডৰ বিধি আছিল। এই দণ্ড অতি অপমানজনক। কাণ-কটা মানুহে কাণৰ ওপৰৰ চুলি দীঘলকৈ বাখি কটা অংশ ঢাকি থয়। এতেকে,—লাজ ঢকা, to hide shame.

কটা কাণ জোৰা দিয়া— ক্রি. আহোম ৰজাৰ দিনত ডাঙৰ অপৰাধ কৰিলে কাণ কটা হৈছিল। এই দণ্ড অতি অপমানজনক। এতেকে,— লাজ ঢাকিবলৈ চেষ্টা কৰা, to attempt to hide shame.

কটা ঘাত খাৰণিৰ চাট্ দিয়া— ক্রি. কটা ঘাত খাৰণিৰ চাট্ দিলে যন্ত্রণা অসহনীয় হয়। এতেকে,— এটা অপকাৰ কৰি এতাই পুনৰ শত্রুতাচৰণৰ দ্বাৰা সেই অপকাৰ অসহনীয় কৰা, to aggravate misery.

কটা ঘাত চেঙা তেল দিয়া— ক্রি. প্রথমতে কোনো মানুহক কটা হয়। তাৰ পাছত সেই কটা ঘাতে চেঙা তেল ঢালি দিয়া হয়। তেনে কৰিলে যন্ত্রণা অসহনীয় হয়। এতেকে,— দুখতে দুখ দিয়া, অপকাৰতে অপকাৰ কৰা, এবেলি অপকাৰ কৰি পুনৰ অহিতাচৰণৰ দ্বাৰা তাক অসহনীয় কৰা, to aggravate one's trouble.

কটা-বান্ধ দিয়া— ক্রি. কাটিবলৈ নিওঁতে যেনে বান্ধ দিয়া যায়, তেনে বান্ধ দিয়া, অতি টানকৈ বান্ধ, to bind tightly.

কটা-মৰা শত্রু— বি. চলত পালে যাক কাটিব পাৰে আৰু মাৰিব পাৰে তেনে শত্রু, মহাশত্রু, a bitter foe.

কটা যোৱা— বিণ. যাক কাটি বধ কৰা হব অর্থাৎ যাৰ সম্মুখত বিপদ উপস্থিত তেনেকুৱা ( গালিৰ মাত ), damned ( a term of reproach ).

কটাৰ পো— বি. [ কটা যোৱাৰ পো ] কটা যোৱা যোগ্যৰ মানুহৰ পুতেক, গুৰুতৰ অপৰাধীয়া প্রকৃতিৰ মানুহ ( গালিৰ মাত ), a rascal, a scoundrel ( a term of reproach ).

কঁটীয়া বজ্রক— বি. ( বজ্রক = বজ্র ) বজ্রময় অর্থাৎ টান-বান্ধৰ কঁটীয়া মানুহ, a strong built dwarfish fellow.

কঠালৰ এঠা— বি. কঠালৰ এঠা লেকেতীয়া, তাত মাখি আদি পৰিলে লাগি ধৰে। এতেকে,— যাৰ হাতত পৰিলে এৰাব পৰা নাযায় তেনে মানুহ, আকর্ষণকাৰী মানুহ, প্রেমিকা তিৰোতা, an attractive person, a captivating woman.

কঠীয়া মৰা— ক্রি. কঠীয়া ধান মৰা, বীজ নষ্ট হোৱা, গঁচ নাইকিয়া হোৱা, the destroying of the seed or germ of anything.

কঠীয়াহে চুটি, জেঠতে পৰা— বি. কঠীয়া যদিও চুটি, কিন্তু তাক জেঠতে অর্থাৎ বতৰৰ আদিতে পৰা হৈছে। এতেকে,— আকৃতিত কঁটীয়া কিন্তু বয়সত বহু-দিনীয়া মানুহ। তাৰপৰা,— বাহিৰে একো কথা নজনা কিন্তু ভিতৰে বহু কথা জনা মানুহ, a person who has lived long but is smaller in growth ; hence, a simple-looking wicked person.

**কণ-কঠীয়া মৰা—** ক্রি. বীজ মৰা, সঁচ নষ্ট হোৱা, ( কঠীয়া=কঠীয়া ধান, সঁচ । ) to destroy completely.

**কণা বিধতা—** বি. বিধতাৰ এটা চকু কণা বুলি কয়, কিয়নো তেওঁ একাল মানুহৰ কপালত সুখ লিখে, আৰু একাল মানুহৰ কপালত দুখ লিখে। যাৰ পোনে ভাল চকু পৰে, তাৰ কপালত সুখ লিখে আৰু যাৰ পোনে কণা চকু পৰে, তাৰ কপালত দুখ লিখে। এতেকে,—কোনো মানুহৰ সুখ আৰু কোনো মানুহৰ দুখ বিধান কৰোঁতা ব্রহ্মা, Brahma who disposes good to some men and evil to some men.

**কণা-বেহা কৰা—** ক্রি. [ কণাই বেহা কৰা ] দুচকু-কণা মানুহে বেহা কৰিলে চকুৰে বস্তু দেখিবলৈ নোপোৱা গতিকে বেয়া বস্তুকে ভাল বুলি অতিৰিক্ত বেচ দি কিনে। এতেকে,— অজ্ঞতা-বশতঃ অতিৰিক্ত বেচ দি আনৰপৰা কোনো বস্তু লোৱা, মূৰ্খতা-দোষত অতিৰিক্ত বানচ দি কোনো কাৰ্য্য কৰোৱা, to work at a loss.

**কণা মাকৰিটোৰেও গম নোপোৱা—** ক্রি. নিজে কোৱা কথা নিজৰ কাণৰ ভিতৰত থকা কণা-মাকৰিটোৰেও নুশুনাকৈ থকা অৰ্থাৎ কোনো কথা অতি গুপ্ত-ভাৱে থোৱা, to keep anything as a secret with utmost care.

**কণা হাঁহক পতান দি ভুৰুকিওৱা—** ক্রি. দুচকু কণা অৰ্থাৎ অন্ধ হাঁহক পতান দিলে সি তাকে ভাল ধান বুলি জানে। এতেকে,— মিছা ছলাহ দি বৰোৱা, to hoodwink a foolish person by giving him something unsubstantial.

**কণাৰ দলি—** বি. দুচকু কণা অৰ্থাৎ অন্ধ মানুহে দলি মাৰি থাকিলে হঠাৎ এবেলি লাগে। এতেকে,— অনুমানৰ ওপৰত কৰা কাৰ্য্য, random shot, guess-work.

**কণাৰ দিন ৰাতি—** বি. (কণা=দুচকু কণা, অন্ধ)। অন্ধৰ পক্ষে দিন আৰু ৰাতিৰ প্ৰভেদ নাই। এতেকে,— স্বভাৱতে বিচাৰৰ অক্ষম মানুহৰ পক্ষে কোনো বিষয়ৰ বিচাৰ, an opinion given by a person who is naturally disqualified to give it.

**কণাৰ লাখুটি—** বি. [ দুচকু কণাৰ লাখুটি ] অন্ধৰ লাখুটি অৰ্থাৎ নিচলাৰ একমাত্ৰ সহায়, the only support of the weak.

**কণাকণি কৰা—** ক্রি. পৰৰ কলঙ্ক ফুটাই নকৈ ইজনে সিজনৰ কাণত, সিজনে আন এজনৰ কাণত, এই ৰূপে গুপ্তভাৱে কোৱা-কুই কৰে। এতেকে,— গুপ্তভাৱে কলঙ্ক ৰটা, to speak ill of others in whispers.

**কণী-বিহুৰ গুটি**— বি. যদিও গুটি একণিমান তথাপি কণীবিহুৰ গুটি অৰ্থাৎ সেই গুটি গজি ডাঙৰ গছ হৈ ভৱিষ্যতে তাৰপৰা কণী-বিহ উৎপন্ন হ'ব, এই ভাব বুজোৱা হৈছে। এতেকে,— ভৱিষ্যতে যি শত্ৰু স্বৰূপ অপকাৰী হ'ব, তেনে মানুহ, বস্তু বা কাৰ্য্য, anything destined to do serious harm in future.

**কণী-বিহুৰ সঁচ**— ( সঁচ=বীজ ) শত্ৰুক কণী-বিহেৰে তুলনা কৰা হৈছে। এতেকে,— ভৱিষ্যতে শত্ৰু হ'ব এনে মানুহ, an enemy in embryo.

**কণী লগা ভুকু**—বি. কণী-লগা মাছ ডাঙৰ বুজায়। এতেকে,—ডাঙৰ ভুকু, a heavy blow with the fist.

**কতীয়া মাহ**—ক্রি. ( কতীয়া মাহ=কাতি-মাহ। ) কাতি মাহৰপৰা দিন চুটি হবলৈ আৰম্ভ কৰে। এতেকে,—চুটি মাহ, a short month.

**কথা ক'লেহে জগৰ লগা**—ক্রি. দুষ্কাৰ্য্য কৰিলে জগৰ নালাগে, কিন্তু সেই কথা যদি কোনোৱে কয় অৰ্থাৎ প্ৰকাশ কৰে তেনেহলে সেই মানুহ জগৰত পৰে। এতেকে,—দুষ্কৰ্ম্ম প্ৰকাশিত হ'লে জগৰীয়া হোৱা, the styling of an ac'ion as wicked when it is spoken out and not when it is done.

**কথা গৰকা**—ক্রি ভৰিৰে যেনেকে মাটি গৰকা অৰ্থাৎ ওপৰ-তল কৰা হয়, সেইৰূপে মুখেৰে কথা ওপৰ-তল কৰা হয় বোলা হৈছে। এতেকে,—কথা ভাল-বেয়া গমি চোৱা, to weigh the pros and cons of anything.

**কথা তল পেলোৱা**—ক্রি. আন এটা কথা কৈ-পূৰ্ব্বৰ কথা তল পেলোৱা অৰ্থাৎ লুকুৱা, to cause a thing to be lost sight of by introducing a different topic.

**কথা দি কথা লোৱা**—ক্রি. [ নিজৰ কথা দি পৰৰ কথা লোৱা ] বিশ্বাস বুজাবৰ নিমিত্তে নিজৰ সম্পৰ্কীয় কথা প্ৰকাশ কৰি আনৰপৰা আৱশ্যকীয় গুপ্ত কথা উলিয়াই লোৱা, to get out secrets from another person by pretending to disclose one's own secrets.

**কথা পাগোলা**—ক্রি. গৰুৱে ঘাঁহ খাই পিছত তাক উলিয়াই পাগোলে অৰ্থাৎ আকৌ খায়। এতেকে,—একেটা কথাকে ঘূৰাই ঘূৰাই কৈ থকা, to speak the same thing over and over again.

**কথা পাহৰোৱা**—ক্রি. অন্যান্য অপ্ৰাসঙ্গিক আলাপৰ দ্বাৰা প্ৰস্তাৱিত কথা অৰ্থাৎ মূল বিষয় পাহৰোৱা, to cause to forget the main issue by introducing irrelevent matter.

**কথা পিছোৱা**—ক্রি. এজনৰ বেয়া কথা লৈ গৈ আন এজনৰ ডিঙিত আঁৰি দিয়া, কথা লগোৱা, to back-bite.

**কথা ফুটি-ফাটি যোৱা**—ক্রি. কোনো বস্তু ফুটিলে বা ফাটিলে সক সক ডোখোৰা বিলাক উফৰি গৈ সিঁচৰতি হৈ পৰে। কথাও সেইৰূপে ফুটি-ফাটি যায় বোলা হৈছে। এতেকে,—কোনো কথা অতি শীঘ্রে চাৰিওপিনে প্রচাৰিত হৈ পৰা, the circulating of a news far and wide.

**কথা বুলিলে বতাহ বলা**—ক্রি. মুখৰপৰা বতাহ ওলালেই কথাৰ উৎপত্তি হয়। কাজে কাজেই সেই কথা বতাহৰ লগতে উৰে। এতেকে,—কথা শীঘ্রে ৰাষ্ট্র হোৱা, the running out into the world of a fact spoken out as waves of air, i.e., the gaining of wide publicity of a fact spoken out.

**কথাই কোবাই উকৰাই নিয়া**—ক্রি. বতাহে কোনো বস্তু কোবাই উকৰাই নিয়ে। কথাক বতাহেৰে বিজোৱা হৈছে। অধিককৈ কথা কৈ থাকিলে প্রকৃত কথাৰপৰা আঁতৰাই উকৰাই নিয়ে অর্থাৎ অবাস্তৱ কথা কোৱা হয়। এতেকে, —আলাপৰ আধিক্যত অবাস্তৱ কথা কোৱা, to be led away from the main issue by the heat of conversation, to digress during the course of conversation.

**কথাত আখৈ ফুটা**—ক্রি. আখৈ ভাজোঁতে ফট্ ফট্ কৰে ফুটে। বৰকৈ কথা ক'লেও কথা ফটফটাই থাকে। এতেকে,—বহু কথা কোৱা, to talk too much.

**কথাত ৰোৱা**—ক্রি. ( ৰোৱা = স্খলিত নোহোৱা ) কোনো কথা কৈ সেই কথাৰপৰা স্খলিত নোহোৱা, to stand by one's word or promise.

**কথাৰ আঁত**—বি. কথা কওঁতে কোনো এটা পটি ধৰি কথা কোৱা হয়। সেই পটিক সূতাৰ আঁতেৰে বিজোৱা হৈছে। আঁত হেৰালে সূতা আউলীয়া হয়। পটি হেৰালেও কথা বেমেজালি হয়। এতেকে,—কথাৰ পটি, the thread of a speech.

**কথাৰ কথা**—বি. কথাৰ লগৰ কথা, যোগ্য কথা, a fact worth the name.

**কথাৰ ছলত**—ক্রি. বিণ. লাগতিয়াল কথা ক'বলৈ হ'লে কোনো মানুহে সাধাৰণ কথা কোৱাৰ ছলেৰে ভাৰ মাজতে সুমাই কয়। এতেকে,—সাধাৰণ কথা কোৱাৰ ভাও কৰি, on the pretext of speaking on an ordinary topic.

**কথাৰ ছেও**—বি. ঢোলৰ নিচিনা কথাৰো ছেও আছে। এতেকে,—কথা কোৱাৰ ভাও, a mode of speech.

কথাৰ ধাৰ—বি. নৈৰ পানী সকলো ঠাইতে সমানে চলি নাথাকে। যিঠাইত সোঁত প্ৰবলভাৱে চলে, তাকে পানীৰ ধাৰ বোলে। নৈৰে সৈতে কথাৰ তুলনা কৰা হৈছে। এতেকে,—কথাৰ মুখ্য গতি, the drift of a statement.

কথাৰ মাত—বি. ( মাত=প্ৰকাশ ) কোনো একৰকমে কথাৰ প্ৰকাশ, anything spoken by way of example.

কথাৰ মাহিলা—বি. [ কথাৰ মহলা ] বিদ্যাত পাৰ্গত হৈছে নে নাই সেই বিষয়ে মহলা দিয়া হয়। এই স্থলত কোৱা হৈছে যে কথাৰ মহলা দিয়ে অৰ্থাৎ চিকুণকৈ কথা ক'ব পাৰে নে নোৱাৰে, সেই বিষয়ে মহলা দিয়ে। এতেকে,— কথা কোৱাৰ নিপুণতা, a clever turn of speech.

কথাৰ মূৰত—ক্রি. বিণ. ( মূৰ=শেষ ) কথাৰ শেষত, just at the point when a statement is finished.

কথা ৰোৱা—ক্রি. ( ৰোৱা=বিচলিত নোহোৱা ) কথাৰ স্খলন নোহোৱা, the abiding of a word or promise.

কথা ৰোৱা—ক্রি. ৰোৱা=থকা, চিৰস্থায়ী হোৱা ) কোনো কথা ( বিশেষকৈ কুখ্যাতি ) চিৰকাললৈ থকা, the lasting of a fact for ever.

কথাৰ লাচ—বি. ( লাচ=নাচ ) কথাৰ ভঙ্গি, an unwary movement of the tongue.

কন্দা-কটাতকৈ লগত যোৱাকে ভাল পোৱা—ক্রি. সতী যোৱা নিয়মৰপৰা এই বচনৰ সৃষ্টি হৈছে। যি তিৰোতাই সহ-মৰণৰ ইচ্ছা কৰে, তেওঁক মাথোন সতী যাবলৈ দিয়া হৈছিল। এই স্থলত কোৱা হৈছে যে সতী যাবৰ নিমিত্তে আন্তৰিক ইচ্ছা নাই, কিন্তু মানুহক দেখুৱাই বৰকৈ কন্দা-কটা কৰা হয়। আন মানুহে তেতিয়া কন্দা-কটাতকৈ লগত সতী যোৱাই ভাল বুলি কয়। তেনে কৰিলে তিৰোতাজনাই অৱশ্যে কান্দিবলৈ এৰি দিয়ে। এতেকে,— সদায় বেজাৰ কৰাতকৈ মৰি যোৱাকে ভাল পোৱা, ( বিদ্রূপ প্ৰয়োগ ) to prefer death to misery ( used ironically ).

কন্যাকাল হোৱা—ক্রি. (কন্যা=বিবাহৰ কন্যা) বিবাহ-যোগ্য কাল হোৱা, to attain puberty ( said of a girl ).

কন্যা-খোজ দিয়া—ক্রি. কন্যাৰ নিচিনাকৈ খোজ চলোৱা অৰ্থাৎ অতি লাহে লাহে খোজ কঢ়া, to walk too slowly.

কন্যা-দানৰ ভোজ—বি. বিয়াৰ পিছত কন্যা-দানৰ ভোজ দিয়া হয়। সেই ভোজ ডাঙৰকৈ পতা হয়। এতেকে,—ডাঙৰ ভোজ, a grand feast.

কপাল-ফুটা—বিশ. কপালত সৌভাগ্য লিখা থাকে বুলি কয়। (ফুটা=নষ্ট হোৱা) এতেকে,—মন্দ-ভাগী, দুৰ্ভগীয়া, of bad luck, unfortunate.

কপাল বেয়া হোৱা—ক্রি. বিধাতাই জীৱনৰ ঘটনাৱলী কপালত লিখি দিয়ে বুলি মানুহৰ বিশ্বাস আছে। এতেকে,—ভাগ্য মন্দ হোৱা, to have a bad luck.

কপাল মুকলি হোৱা—ক্রি. কপালত বিধি-লিপি লিখা থাকে, সেই হেতুকে 'কপাল' বুলিলে 'ভাগ্য' বুজায়। ভাগ্যক সূৰ্য্যৰে তুলনা কৰা হৈছে। যেনেকৈ ডাৱৰ গুচি সূৰ্য্য মুকলি হয়, সেইৰূপে বিষাদ গুচি ভাগ্য প্রকাশিত হয়। এতেকে,— সৌভাগ্য উদিত হোৱা, the coming of good luck.

কপালৰ ঘাম মাটিত পেলোৱা—ক্রি. অতিৰিক্ত শাৰীৰিক পৰিশ্ৰম কৰিলে কপালৰ পৰা ঘাম বাগৰি মাটিত পৰে। এতেকে,—অতিৰিক্ত পৰিশ্ৰম কৰা, to labour very hard.

ক'ৰ পানী ক'লৈ যায় চোৱা—ক্রি বাৰিষা বান-পানী আহিলে মানুহ সাৱধান হ'ব লাগে। কিন্তু ক'ৰ বান ক'লৈ যায় অৰ্থাৎ বান-পানী কোনফালৰপৰা আহি কোনফালে যায় তাৰ লক্ষণ চাইহে নিজে কি কৰা উচিত তাৰ দিহা কৰিব লাগে, কিয়নো বান-পানী সেই হাতে সমুলি নাহি আন হাতে বাগৰি যাবগৈ পাৰে। এতেকে,—ভাব-গতি চোৱা, to watch the course of a certain event.

কৰম-কানিৰ অধিকাৰী—বি. (কৰম=শ্ৰাদ্ধকৰ্ম, 'কানি' অনুৰূপ শব্দ। শৰাধ-বিধিৰ গৰাকী অৰ্থাৎ পুতেক, a legitimate son.

কৰাই-খোলাত দিয়া যেন হোৱা—ক্রি. খোলাত অৰ্থাৎ পাত্ৰত গোটা কৰাই ভজা যেন হোৱা, শুকাই-উৰাই যোৱা, to look pallid.

কৰি খোৱা মানুহ—বি. [বন কৰি খোৱা মানুহ] শাৰীৰিক পৰিশ্ৰমৰ দ্বাৰা জীৱিকা উপাৰ্জ্জন কাৰী মানুহ, শ্ৰমজীৱী মানুহ, one who earns livelihood by manual labour.

কৰিয়াই-কপিয়াই উঠা—ক্রি. [কাহ-কফ লৈয়েই উঠা] কাহ আৰু কফ ৰোগত পৰি থাকি আৰোগ্য লাভ কৰিছে, কিন্তু কাহ আৰু কফ সাৰশেষকৈ গুচা নাই, কাহ আৰু কফ লৈয়েই নৰিয়া উঠিছে বোলা হৈছে। এতেকে,—ৰোগৰ উপশম পোৱা, to slightly recover health and strength after sickness or debility.

কল খোৱা ধাতু উলিওৱা—ক্রি. কেঁচুৱা ল'ৰাক আঠিয়া কল খুওৱা হয়। (কল খোৱা ধাতু=কল খাদ্যৰ দ্বাৰা বৰ্দ্ধিত জীৱন।) এতেকে,—ধৰকৈ কষ্ট বা আহুকাল দি ধাতু বাজ কৰাৰ নিচিনা কৰা, অতিপাত কষ্ট বা আহুকালৰ দ্বাৰা বিভত কৰা, to molest terribly.

কল গিলা—ক্রি. কল গিলিবলৈ পৰিশ্ৰম নালাগে। এতেকে,—বিনা পৰিশ্ৰমে ভোগ কৰা, to enjoy without labour.

কলত ঢোকা বোৱা, ঢোকাত কল বোৱা—ক্রি. থোক-লগা কলগছ ভৰত হালি পৰিব খুজিলে তাক ঢোকা দি ৰখা হয়। সেই ঢোকা মাটিত নোপোতাকৈ ৰখা হয়, কিয়নো গছৰ হেঁচাত সি আপোনা-আপুনি ঠিক হৈ থাকে। ঢোকাই যেনেকৈ গছক থিয় কৰি ৰাখে, গছেও ঢোকাক সেইৰূপে থিয় কৰি ৰাখে। এতেকে,—পৰস্পৰে পৰস্পৰৰ সাহায্যত ঠিক হৈ থকা, to be assisted reciprocally.

কল-তলে বাঁহ তলে—ক্রি-বিণ. য'তে ত'তে মানুহে নেদেখা ঘোকোট ঠাইত, in any out-of-the-way place.

কলথোকা বাদুলীয়ে খোৱা—ক্রি. বাদুলীয়ে কলথোকা খালে কল-বাৰী থকা খেতিয়কে তাক সদায় হৈ থকা তুচ্ছ ঘটনা বুলি ভাবে। এতেকে,—তুচ্ছ ঘটনা হোৱা, the happening of a trivial incident.

কল-পুলিৰে বিয়া হোৱা—ক্রি. যিজন তিৰোতাৰ বিয়া সমূলি নহয়, মৰণৰ পূৰ্ব্বে শুদ্ধ হবৰ নিমিত্তে এটা কল-পুলিক দৰা পাতি তাৰ সৈতে তেওঁৰ বিয়া পতা হয়। এতেকে,—গোটেই জীৱন আবিয়ৈ হৈ থকা, to remain unmarried throughout life ( applied to a woman ).

কলগ্ৰহ হোৱা—ক্রি. [ গলগ্ৰহ হোৱা ] (গলগ্ৰহ=যাক গলত গ্ৰহণ কৰা হয় সি, ডিঙিত আঁৰি লোৱা ভাৰ।) এই বচনত আন এটা অৰ্থ নিহিত আছে-যাক কলৰ দৰে গ্ৰহণ কৰা হয় অৰ্থাৎ ডিঙিৰ নেলুত লগাই লোৱা হয় সি, খাওঁতে ডিঙিত লাগি ধৰা বস্তু, যাক গিলিবও নোৱাৰি উলিয়াবও নোৱাৰি তেনে বস্তু। এতেকে,—এৰিব ধৰিব নোৱাৰা-স্বৰূপ হোৱা, to adhere as a clog, encumbrance, burden.

কলমৰ খোচ—বি, কলমৰ আগ জোঙা। তাৰে তুলাপাতত খুচি লিখা হয়। এতেকে,—লিখিত কথা, টোকা বা আদেশ, anything in writing.

কলিকতীয়া ফাঁকি—বি. কলিকতাত বহু জাতীয় মানুহৰ সমাগম হয়, আৰু সি বহুল কাৰবাৰৰ নগৰ। তাত অনেক দুষ্ট মানুহে নানা প্ৰকাৰৰ বুজিব নোৱাৰা ফাঁকিৰ দ্বাৰা ধনোপাৰ্জ্জন কৰে। এতেকে,—সহজে বুজিব নোৱাৰা ফাঁকি, ডাঙৰ ফাঁকি, a clever trick.

কলিজা খোৱা—বিশ, কলিজা খালে মানুহ মৰে। এতেকে,—মৰ্ম্মভেদী, সাংঘাতিক। fatal.

ক'লীয়া আখৰ—বিশ. ক'লা মহীৰে আখৰ লিখা হয়। এতেকে,—লেখা-পঢ়া, বিদ্যা, knowledge, education.

ক'লীয়া কানাই—বি. কানাই শ্ৰীকৃষ্ণৰ নাম। তেওঁৰ বৰণ ক'লা আছিল বাবে তেওঁক কলীয়াও বোলা হয়। এতেকে,—ক'লা বৰণৰ মানুহ, a dark-skinned man.

ক'লীয়া কৃষ্ণাই—বি. [ 'কলীয়া কানাই' চোৱাঁ। ]

ক'লীয়া খেতৰ—বি. খেতৰ এবিধ দেও। তাৰ সংস্কৃত নাম ক্ষেত্ৰ-পাল। তাৰ আকৃতি বৰ ক'লা। এতেকে,—বৰ ক'লা বৰণৰ মানুহ, a back fellow.

ক'লীয়াপানীত মেলা—ক্রি. ( কলীয়াপানী=আন্দামান দ্বীপ ।) অপৰাধীক আন্দামানলৈ পঠোৱা হয়। আন্দামানলৈ যাওঁতে বাটত সাগৰ পাৰ হৈ যাব লাগে। সাগৰৰ পানী কলীয়া অৰ্থাৎ নীলা বৰণীয়া। এতেকে,—দ্বীপান্তৰ দণ্ডৰ আদেশ কৰা, to sentence a criminal to transportation.

ক'লী ফেঁচী— বি. ফেঁচা দেখিবলৈ অশুৱনী আৰু ক'লা। এতেকে,— আগঢ়ী ক'লী তিৰোতা, an ugly dark complexioned woman.

ক'লৈ যাওঁ গোপাল ক'লৈ যাওঁ কৃপাল লগোৱা— ক্রি. হে গোপাল, মই ক'লৈ যাওঁ, হে কৃপাল, মই ক'লৈ যাওঁ এনে কথা কোৱা, অৰ্থাৎ বিতত হোৱা, to be at one's wit's end.

কল্পতৰু বৃক্ষ— বি. কল্পতৰু বৃক্ষ স্বৰ্গত আছে। যেয়ে যি কল্পনা কৰি পাবলৈ প্ৰাৰ্থনা কৰে, এই বৃক্ষে তাকে সেই বস্তু দান কৰে। এতেকে,— মহাদানী পুৰুষ, a great philanthropist.

কল্পতৰু বৃক্ষে মাগন্তাজনক ফল দান কৰা— ক্রি. কল্পতৰু বৃক্ষে সকলোকে ফল দান কৰে, কিন্তু যি মাগিবলৈ নাযায় সি ফল পাব নোৱাৰে। এতেকে,— প্ৰাৰ্থনা নকৰালে কোনেও কোনো বাঞ্ছিত ফল লভিব নোৱাৰে, the securing of a boon from the generous by a person who applies for it.

কহুৱা চোৰ— বি. চোৰে চুৰ কৰিবলৈ যাওঁতে যদি কাহি থাকিব লগীয়া হয়, তেনেহ'লে তাৰ কাৰ্য্য নিষ্ফল হয়। এতেকে,— কোনো কাৰ্য্যৰ নিমিত্তে যথোপযুক্ত গুণ নথকা মানুহ, one without the requisit qualification for a particular work.

কাউৰী— বি. কাউৰীবিলাকে কা কা কৰি কোঢ়াল কৰি থাকে। এতেকে,— কোঢ়াল কৰি ফুৰা মানুহ, a noisy fellow.

কাউৰী কুকুৰা মাটিত নৌ পৰা পৰ— বি. ৰাতি পুৱালে কাউৰী আৰু কুকুৰা গছৰ ডালৰপৰা আহি মাটিত পৰেহি। এই স্থলত 'কুকুৰা' পদে 'বন-কুকুৰা' বুজাইছে। এতেকে,— কাউৰী আৰু কুকুৰা ওলোৱাৰ পূৰ্ব্ব সময়ৰ অৰ্থাৎ ৰাতিৰ অন্তত প্ৰথম পোহৰৰ সময়, day-break.

কাউৰীয়ে কা কা কৰা পৰ— বি. ৰাতি পুৱালে কাউৰীয়ে কা কা কৰি মাতে। এতেকে,— নিচেই ৰাতিপুৱা সময়, the early part of the morning.

কাউৰীয়ে বটা— ক্রি. নীচ মানুহক কাউৰীৰে তুলনা কৰা হৈছে। কাউৰীয়ে মানুহৰ বেয়া কথা অৰ্থাৎ অশুভ বাতৰি বটে। নীচ মানুহে পৰৰ বেয়া কথা অৰ্থাৎ কলঙ্ক প্ৰচাৰ কৰে। এতেকে,— নীচ মানুহে কলঙ্ক প্ৰচাৰ কৰা, to circulate a scandal like a mean fellow.

কাউৰীয়ে-শগুনে নোখোৱা— বিণ. মানুহ মৰি ৰৰকৈ গেলিলে তাক কাউৰী আৰু শগুনেও নোখোৱা হয়। এতেকে,— নিচেই অৱস্থাহীন, অতি দুৰ্দ্দশাগ্ৰস্ত, সমূলি উপায়ৰহিত, extremely wretched.

কাকতী-ফৰিং পৰা— ক্রি. যি পথাৰত কাকতী-ফৰিং পৰে তাৰ শস্য খাই সমূলি নষ্ট কৰে। এতেকে,— সমূলি নষ্ট হোৱা, to be blasted, to be devastated.

কাচনমতী বাই— বি. [ কাঞ্চনময়ী বাই ] সোণৰ নিচিনা তিৰোতা, ৰূপহী তিৰোতা, a bright and beautiful woman.

কাচুটি এৰা— ক্রি. কামৰ জঞ্জালত শুৰ্তি-শান্তি নাপালে চুৰিয়াৰ কাচুটি অৰ্থাৎ তল-পোৰ সৰি পৰিলে তাক খুচি লবলৈ সময় পোৱা নাযায়। তেতিয়া কাচুটি এৰিয়েই ফুৰিব লগাত পৰে। এতেকে,— চুৰিয়াকাপোৰ সামৰি ল'বলৈ সময় নোপোৱা, বিতত বা বিচেষ্ট হোৱা, to have no leisure for anything, to be hard-pressed for time.

কাঠ-কটা বন— বি. কাঠ-কাটিবলৈ টান। এতেকে,— টান বন, পৰিশ্ৰমৰ a difficult work.

কাঠ-ফটা জ্বৰ— বি. ৰ'দত কাঠ ৰৰকৈ তপত হলে ফাটে। জ্বৰতো মানুহৰ গা ৰৰকৈ তপত হয়। কাঠ যেনেকৈ পৰি থাকে, জ্বৰ হলে মানুহো সেইৰূপে পৰি থাকে, উঠা-লৰা কৰিব নোৱাৰে। এতেকে,— বৰ টান জ্বৰ, fever accompanied by very high temperature.

কাঠত মৰা দি মৰা— ক্রি. কাঠত টানকৈ মাৰিলে ঠাং ঠাং শব্দ হয়। টানকৈ প্রহাৰ কৰিলে তেনেৰূপ শব্দ হয়। এতেকে,—টানকৈ প্রহাৰ কৰা, to give a hard blow.

কাঠৰ কঠুৱা— বি. কাঠৰ কঠুৱা ভাগ অর্থাৎ কাঠৰ যি ভাগ বৰ টান সেই ভাগ। এতেকে,— অতি টান অর্থাৎ নির্দ্দয় মানুহ, a cruelhearted person.

কাঠৰ খুটা— বি. কাঠৰ খুটা বেগতে লৰাব নোৱাৰি। এতেকে,— লৰিব চৰিবৰ মন নোযোৱা মানুহ, এলেহুৱা মানুহ, one who is too lazy to move, a sluggard.

কাঠৰ ঢেকি— বি. কাঠৰ ঢেকি বেগতে লৰাব নোৱাৰি। এতেকে,— লৰিব-চৰিব নোখোজা এলেহুৱা মানুহ, a too lazy person.

কাঠৰ পুতলা— বি. কাঠৰ পুতলাই নিজে একো কৰিব নোৱাৰে। মানুহে যেনেকৈ নচুৱায় সি তেনেকৈ নাচে। এতেকে,— সর্ব্বতোভাৱে পৰৰ দ্বাৰা পৰিচালিত মানুহ, a puppet, a doll, one who is entirely led by others.

কাঠৰ মুঢা— বি. মুঢাটো বহি থকা মানুহৰ নিচিনা দেখি। বাঁহ আদিৰ মুঢ়া বেগতে লৰাব পাৰি, কিন্তু কাঠৰ মুঢা লৰাবলৈ টান। এতেকে,— লৰিব-চৰিব নোখোজা সোৰোপা মানুহ, an exceedingly lazy fellow.

কাঠে কাঠে পৰা— ক্রি. কাঠ টান বস্তু। যদি এডাল কাঠ আন এডাল কাঠৰ লগত পৰে, তেনেহলে কোনো ডাল কাঠ পোটোকা নপৰে বা ভাগি নাযায়। দুইবো ঘঁহনিত জুই উঠি যায়। কিন্তু এডাল কাঠ আৰু এডাল বাঁহ বা কাঠতকৈ আন কোমল বস্তুৰ লগ হলে তেনে নহয়। এতেকে,— দুজন সমান টান বা পটু মানুহৰ যুঁজ লগা, fighting with each other by persons who are equally matched.

কাণ উনাই থকা— ক্রি. [ কাণ উনিয়াই থকা ] কোনো কথা ভালকৈ শুনিবৰ নিমিত্তে কাণ উন্নীত অর্থাৎ থিয় কৰি থোৱা হয়। এতেকে,— সজাগ হৈ থকা, to be on the alert.

কাণ-কটা— বিণ. আহোম ৰজাৰ দিনত অপৰাধৰ বাবে কাণ-কটা দণ্ড দিয়াৰ বিধি আছিল। এতেকে,— অপৰাধী, নিলাজ, shameless.

কাণ-কটা আৰু চোৰৰ মিতিৰালি— বি. ( কাণকটা=নিলাজ, অঘাইটং।) দুর্জ্জনে দুর্জ্জনেৰে সৈতে পতা বন্ধুতা, friendship between a knave and a thief, friendship based on vice.

কাণ চুঁউৱা— ক্রি. কোনো কথা কাণত গৈ চুলে অর্থাৎ সামান্যৰূপে স্পর্শ কৰিলে তাক সামান্যৰূপে শুনা যায়। এতেকে,— সংক্ষেপে জনোৱা, to communicate a fact briefly.

কাণ দিয়া—ক্রি. [ কাণ পাতি দিয়া ] যি ফালৰপৰা কথা কোৱা হয়, সেইফালে কাণ পাতি দি তাক শুনা হয়। এতেকে,—শুনা, to lend an ear, to listen.

কাণ দুখন কাটি ভোৰ-তাল বজোৱা—ক্রি. কাণখন দেখিবলৈ তালৰ নিচিনা। কাণ দুখন কাটি তাকে ভোৰ-তাল কৰি বজোৱা হয় বোলা হৈছে। এতেকে,— উগ্র দণ্ড দিয়া, to punish severely.

কাণ পতা—ক্রি. কোনো কথা ভালকৈ শুনিবলৈ হলে যি পোনৰপৰা কথা আহে সেই পোনে কাণখন পাতি দিয়া হয়। এতেকে,—সাৱধানে শুনা, to hear attentively.

কাণ-মূৰ কাটি ঘোচা কৰা—ক্রি. [ 'ঘোচা' 'ঘুকুচা' পদৰ অপভ্রংশ। মূৰ কাটে অর্থাৎ মূৰৰ চুলি খুৰাই দিয়ে। আহোম ৰজাৰ দিনত কাণ কাটি আৰু মূৰৰ চুলি খুৰাই দণ্ড দিয়াৰ বিধি আছিল। কাণ মূৰ কাটিলে মানুহটো ঘুচা-মুচা দেখা যায়। এতেকে,—উগ্র দণ্ড দিয়া, to punish severely.

কাণ-মূৰ জোকৰা—বিণ. দগা গৰুক কাণত আৰু মূৰত কোবাই দিয়া হয়। দুখ পাই সি কাণ-মূৰ জোকাৰে, কিন্তু তথাপি হালত নচলে। এতেকে,—দগা, stupid, doltish, sluggard.

কাণ-মূৰ থিয় কৰা—ক্রি. জন্তুৱে হাবিত কিবা শব্দ শুনিলে মূৰ দাঙ্গি কাণ থিয় কৰি শুনে। এতেকে,—সজাগ হোৱা, to be on the alert.

কাণ-মূৰ নাইকীয়া কেঁকোৰা—বিং. আগৰ দিনত ডাঙ্গৰ অপৰাধ কৰিলে কাণ কটা হৈছিল আৰু মূৰ খুৰাই দিয়া হৈছিল। কাণ আৰু মূৰ ( মূৰৰ চুলি ) নথকাটো অপৰাধী অর্থাৎ লাজ নাইকিয়া মানুহৰ চিন আছিল। কেঁকোৰাৰ নিচিনা কাণ আৰু মূৰ নাইকিয়া মানুহ, নিধক মানুহ, a shameless person.

কাণে কাণ মাৰি সৰা—ক্রি. [ কাণেদি কাণ মাৰি সৰা ] কাণেদি=দাঁতিয়েদি। কাণ মাৰি=দাঁতি লাগি। এতেকে,—কথমপি ৰক্ষা পোৱা, to have a narrow escape.

কাণে কাণে সাৰি যোৱা—ক্রি. [ 'কাণে কাণ মাৰি সৰা' চোৱাঁ। ]

কাণে-নাকে খাই মৰা—ক্রি. কোদো, ৰৰল, পকৰা আদিয়ে কাণে-নাকে কামুৰিলে মানুহ বিভত হয়। এতেকে,—জুমুৰি দি ধৰি বিভত কৰা, ৰৰকৈ আহুকাল কৰা, to annoy greatly.

কাণে-নাকে মাত যোৱা—ক্রি. ৰোগত মগজু দুৰ্ব্বল হ'লে কাণৰ আৰু নাকৰ শক্তি কম হয়। কাণেদি সোঁসোঁৱনি শব্দ হয় আৰু মাত নাকে ওলায় অৰ্থাৎ গেনৃগেনীয়া হয়। এতেকে,—অতি দুৰ্ব্বল হোৱা, to become too weak.

কাণে-মূৰে খাই মৰা—ক্রি. মূৰত সৰহকৈ ওকণী হলে কাণে-মূৰে বগাই কামুৰি আহুকাল কৰে। এতেকে,—জুমুৰি দি ধৰি আহুকাল কৰা, বৰকৈ দিগ্ কৰা, to annoy excessively.

কাণত ঠিলা মৰা—ক্রি. কাণৰ বাট ঠিলাৰে মাৰিলে কথা শুনা নাযায়। এতেকে, নুশুনা, to turn a deaf ear, to be inattentive.

কাণত মন্ত্র দিয়া—ক্রি. গুৰুৱে শিষ্যক মন্ত্র দিওঁতে কাণে কাণে কয়। এতেকে, গুপ্তভাৱে কোনো শিকনি দিয়া, to instruct secretly.

কাণ-তলীয়া চৰ—বি. কাণত তাল লাগি যোৱাকৈ মৰা চৰ, ডাঙ্গৰ চৰ, a severe slap on the face.

কাণনী-নাকনী হোৱা—ক্রি. [কাণ-পানী নাক-পানী হোৱা] কাণে-নাকে পানী সোমালে উশাহ নিৰোধ হোৱাৰ নিচিনা অনুভৱ হয়। এতেকে,—বহু মানুহৰ আমনি আহুকালৰ দ্বাৰা বিভত হোৱা, to be worried by numerous petty annoyances.

কাণি-মুনি দিয়া—ক্রি. আত্ম-ৰক্ষাৰ নিমিত্তে অনন্তোপায় হলে কণা-মুনা হৈ যেনিয়ে পায় তেনিয়ে টোকোন ঘূৰাবলৈ ধৰে। এতেকে,—চকুৰে নেদেখাকৈ কোনো কাৰ্য্য কৰা, নভবা-নিচিন্তাকৈ উধাই-মুধাই কাৰ্য্য কৰা, to do a thing at random.

কান্দ'নি কলৰ ভাৰ—বি. [কান্দনি-নিৱাৰণী কলৰ ভাৰ] কেঁচুৱা ল'ৰাৰ কান্দনি-নিৱাৰণৰ নিমিত্তে বাটত পেলোৱা কলৰ ভাৰ, an offer of plantains made to a deity presiding over a household for the purpose of stopping too much crying of a baby.

কান্দি ভাত খোৱা—বিণ. কেঁচুৱা ল'ৰাই ঠেহ পাতি ভাত নাখায়। মাকে বলেৰে ধৰি আনি খাবলৈ দিলে সি কান্দি কান্দি ভাত খায়। এতেকে,—কেঁচুৱা ল'ৰাৰ নিচিনা, ল'ৰালী, childish ( said of a person ).

কান্দিলে কল পোৱা—ক্রি. ল'ৰাই কান্দিলে মাকে কল দি নিচুকায়। এতেকে,—চিঞৰ-বাখৰ কৰিলে প্ৰতিকাৰ পোৱা, to have a grievance redressed by insistent representation.

কান্দোনত গছৰ পাত সকওৱা—ক্রি. যদি কোনো মানুহক অৰণ্যত নির্ব্বাসিত কৰা হয়, তেনেহ'লে সেই মানুহৰ কান্দোনত সহানুভূতি দেখুৱাবলৈ গছ গছনিত বাজে আন কোনো নাথাকে। এই স্থলত কোৱা হৈছে যে তাৰ কান্দোন এনে মর্মভেদী যে গছে নিজে ওচৰলৈ আহিব নোৱাৰি পাত সৰুৱাই তাৰ দ্বাৰা ওচৰলৈ আহি সহানুভূতি দেখুৱায়। এতেকে,—অতি বেজাৰেৰে টানকৈ কন্দা, to lament distressfully.

কান্ধ পাতি লোৱা—ক্রি. গধুৰ বস্তু ল'বলৈ শৰীৰৰ সর্ব্ব-বল প্রয়োগ কৰি তাক কান্ধ পাতি ল'ব লাগে, to take a heavy burden with all effort.

কান্ধ পেলাই দিয়া—ক্রি. দুষ্ট হালোৱা গৰুৱে কান্ধৰপৰা যুঁৱলি পেলাই দিয়ে। এতেকে,—কাম-বন কৰিব নোখোজা, to shirk work.

কান্ধ সলোৱা—ক্রি. [ কান্ধৰ ভাৰ সলোৱা ] ভাৰীয়ে কান্ধ বিষালে সেই কান্ধৰপৰা ভাৰ নি আন কান্ধত লয়। এতেকে,—এজনাৰ ভাৰ সলাই আন এজনে লোৱা, টান কার্য্যত এজনে আন এজনক আজৰাই দিয়া, to give a person relief in any hard work.

কাঙ্কুলি-লুটিয়া-লুটি—বিং. কাঙ্কুলি মাছে এবেলি ইলুটি এবেলি সিলুটি হয়। এতেকে, —সুবিধা অনুযায়ী মতৰ পৰিবর্ত্তন, a change of sides according to expediency.

কাঠি চেলেকাৰ মৰণ মিলা—ক্রি. ডলাত পিঠা থৈ দিলে মনে-মনে কার্শলা সাপ আহি খাই গুচি যায়। পাচত জেঠী আহি পিঠা লাগি থকা কাঠি চেলেকে। গিৰিহঁতে দেখা পাই তাকে পিঠা-চোৰ ভাবি কুবিয়াই মাৰি পেলায়। এতেকে,—প্রকৃত দোষী চেঙৰ মানুহ সাৰি যোৱাত নিৰপৰাধী অজলা মানুহ বিপদগ্রস্ত হোৱা, the falling of an innocent but simple person into danger after the escape of the guilty but clever person.

কাপ চেলেকা—বি. লিখোঁতে কেতিয়াবা লাচতে কাপটো মুখত সুমুৱা হয়। চৰাইৰ পাখিৰে কাপ হয়। কাপ মুখত সুমালে কেঁচা মঙহ খোৱাৰ তুল্য দোষ বুলি ধৰা হয়। এতেকে,—লেখক ( নিন্দা প্রয়োগ ), a penman ( used contemptuously).

কাপে খোৱা—ক্রি. কাপেৰে কোনো এটা কথা নিজৰ স্বার্থৰ বিৰুদ্ধে লিখি দিলে সেই লেখাই ভৱিষ্যতে লিখোঁতাৰ সর্ব্বনাশ কৰে। এতেকে,—কাপৰ দ্বাৰা মাৰাত্মক অনিষ্ট হোৱা, to be seriously harmed by the use of the pen.

কাৰ্য্যৰ ভাৱ বুজা—ক্রি. যি কাৰ্য্য যি ভাৱেৰে কৰিলে সাৰ্থ সিদ্ধিৰ সূচনা হয়, সেই কাৰ্য্য সেই ভাৱেৰে কৰিবলৈ বুদ্ধি পোৱা ; কাৰ্য্যৰ ধাৰা বুজা, to know how to do a particular thing in a particular way.

কাৰ দিন কাৰ ৰাতি—বি. [ কাৰো দিন কাৰো ৰাতি ] আনন্দৰ পৰিমাণ ইমান অধিক হয় বোলা হৈছে যে দিন আৰু ৰাতিৰ প্ৰভেদ নাইকিয়া হয় অৰ্থাৎ কোনোৱে দিনতে শুই থাকে, কোনোৱে বা ৰাতি ফুৰি ফুৰে। এতেকে,— অপৰিমিত আনন্দ-ভোগ, the continual enjoyment of pleasure in an unusual manner.

কাৰো মুখলৈ কোনেও চাব নোৱাৰা অৱস্থা—বি. মানুহে বিপন্ন মানুহৰ মুখলৈ চাই পুতৌ কৰে। এই স্থলত বুজোৱা হৈছে যে যিবিলাক মানুহ আছে, সিইঁতৰ কেইওজন সমানে বিপন্ন বাবে কাৰো মুখলৈ কোনেও চাব নোৱাৰে। এতেকে,—কোনেও কাকো পুতৌ কৰিব নোৱাৰা অৱস্থা, the condition of a number of people in which any one is unable to help any other because all of them are equally involved in distress.

কাল-শত্ৰু—বি. ( কাল=যম। ) যমে মানুহ মাৰে। যমতকৈ মানুহৰ ডাঙৰ শত্ৰু নাই। এতেকে,—দুৰ্ঘোৰ শত্ৰু, a bitter foe.

কালে-অকালে—ক্রি. বিশ. কেতিয়াবা উচিত সময়ত আৰু কেতিয়াবা অনুচিত সময়ত, অৰ্থাৎ যেতিয়াই তেতিয়াই, সময়-অসময় নভবাকৈ, in season and out of season.

কালক্ষণ মিলা—ক্রি. ( কালক্ষণ=অশুভ ক্ষণ ) কোনো কাৰ্য্য অশুভ ক্ষণত কৰিলে দুৰ্গতি হয়। এতেকে,—দুৰ্গতি চপা, বিপদৰ সময় ওচৰ হোৱা, the approaching of misfortune.

কালক খোৱা– ক্রি. [ কলিজাক খোৱা ] মহা অনিষ্ট কৰা, to do a great mischief

কালৰ আপদ— বি. কেতিয়াবা এনে আপদীয় কাৰ্য্য ঘটে যে মানুহে ইচ্ছা কৰিযে তেনে কাৰ্য্য কৰিব পাৰে, এনেটো সম্ভৱ নহয়। তেনে স্থলত কোৱা হয় যে সেই কাৰ্য্য কালৰ অৰ্থাৎ যুগৰ প্ৰকৃতিগত গুণৰ দ্বাৰা উৎপাদিত। এতেকে,— কালোচিত আপদীয়া কাৰ্য্য অৰ্থাৎ ডাঙৰ অমঙ্গল, a momentous evil.

কালৰ কুটিল গতি— বি. কালৰ বেঁকা-বেঁকি গতি অৰ্থাৎ ভাগ্যৰ চঞ্চলতা, the vicissitudes of fortune.

কাললৈ কথা ৰোৱ— ক্রি. [ চিৰকাললৈ কথা ৰোৱা ] চিৰকালৰ নিমিত্তে কলঙ্ক থকা, the lasting of a scandal for ever.

কালে টনা— ক্রি. 'কাল' শব্দে 'যম' বুজায়। এতেকে,—মৃত্যুৰ ফাললৈ বেগেৰে যোৱা, আয়ু ক্ষয় হোৱা, to be on the path of death and destruction.

কালফুৰা-সফুৰা— বি. এই দুটা যমৰ প্ৰধান কিঙ্কৰ। ইহঁতৰ আকাৰ ভয়ঙ্কৰ। এতেকে,— যমৰ কিঙ্কৰৰ নিচিনা মানুহ, দেখিলে ভয় লগা মানুহ, a fierce-looking person, a terrible figure.

কালিকা লগা— বিণ. কালিকা=কালী দেৱী; ভাৱপৰা, কালী-দেৱীৰ মাহাত্ম্য। এতেকে,— মাহাত্ম্য লগা, awe inspiring.

কাৰৈ মাছ বছা— ক্রি. কাৰৈ মাছ বাছিবলৈ টান। এতেকে,— টান বন কৰা, to do a difficult job.

কাহুৰী আই— বি. কানিৰ অধিষ্ঠাত্ৰী দেৱী। (কানীয়াবিলাকে সঘনে কাহি থাকে বাবে সিহঁতৰ দেৱী কাহুৰী-স্বৰূপ,) the goddess presiding over the destinies of opium-eaters represented as coughing.

কিনা হাঁহৰ ঠোঁটলৈকে মঙহ উলিওৱা— ক্রি. যিটো হাঁহ ধন দি কিনি অনা হয়, তাৰ মঙহযে খোৱা হয়েই, ঠোঁটও বাদ দিয়া নাযায়। এতেকে,—যি বস্তু ধন-খৰচ কৰি পোৱা হয় তাৰ কোনো অংশ মিছাতে নষ্ট নকৰা, অৰ্থাৎ অপব্যয় নকৰা, to act frugally.

কিৰ্পিণৰ ধন— বি. কিৰ্পিণ নহলে ধন পোটাব নোৱাৰি। এতেকে,— কিৰ্পিণ ব্যৱহাৰৰ দ্বাৰা সঞ্চিত ধন, riches acquired by miserly conduct.

কিল-খোৱা— বিণ. বৰকৈ দুষ্টামি কৰি ফুৰিলে লোকৰ কিল খাব লাগে। এতেকে,— মহাদুষ্ট, very wicked.

কিলৰ খাৰ খোৱা— ক্রি. কল-গছ, ফুট-ছাই, পুনি ইত্যাদিৰ দ্বাৰা খাৰ প্ৰস্তুত হয়। চহা মানুহে সদায় খাৰ খায়। এই স্থলত কোৱা হৈছে যে তেনে খাৰ নাখাই কিলৰ দ্বাৰা প্ৰস্তুত খাৰ খায়। এতেকে,— সদায় কিল-মাৰ খোৱা, to be beaten too often.

কিললৈ বাসুদেৱ ডবোৱা— ক্রি. ['ভয়ত ভগৱন্ত পলোৱা' চোৱা]

কিলিংখা লগা— ক্রি. [কালক্ষণ লগা] কালক্ষণ মিলিলে কাৰ্য্যত আসোঁৱাহ ঘটে। এতেকে,— আসোঁৱাহ লগা, to be confronted with obstacles.

কিহবাই পোৱা— ক্রি. ভূত, পিশাচ দ'ত আদি দেওৰ ভিতৰত কোনোবা এজন দেৱে পালে অৰ্থাৎ গাত আহি লম্ভিলে নিজৰ ওপৰত নিজৰ আয়ত্ব নাথাকে। এতেকে,— নিজৰ ওপৰত নিজৰ আয়ত্ব হেৰুওৱা, to be out of oneself, to lose control over self.

কুকুৰ চিকুণ হ'লে গিৰিহঁতৰ যশ হোৱা— ক্রি. কুকুৰ চিকুণ হ'লে বুজা যায় যে গিৰিহঁতে তাক ভালকৈ পোহ-পাল দিছে। এভেকে,— তলতীয়া মানুহৰ অৱস্থা ভাল হলে ওপৰৰ্কি মানুহে সেই বাবে শলাগ পোৱা, the accruing of credit to a master if his servant is well off.

কুকুৰ-টোপনি— বি. কুকুৰে তুৰ্ঘোৰ টোপনিত থাকিলেও খিৰিক কৰিলেই সাৰ পায়। এভেকে,— তৎক্ষণাৎ সাৰ পোৱা টোপনি, the state of sleep when a person wakes at the slightest sound.

কুকুৰ-মৰণেৰে মৰা— ক্রি. কুকুৰে ভাতৰ চৰু চুলে আটায়ে খেদি-কুৰি তাক মাৰে। এভেকে,— ঘৃণিত অপযশ পাই মৰা, to die an ignominious death.

কুকুৰৰ নেজ দীঘল হ'লে নিজে পাৰি বহা—ক্রি. কুকুৰৰ নেজ দীঘল হলে নিজে পাৰি বহে, আন কুকুৰক তাৰে এডোখৰত পাৰি বহিবলৈ নিদিয়ে। কোনো মানুহৰ সম্পত্তি বেছি হলে সি নিজে ভোগ কৰে, তাৰে এক অংশ আনক ভোগ কৰিবলৈ নিদিয়ে। সম্পত্তিশালী মানুহক কুকুৰেৰে তুলনা কৰা হৈছে। এভেকে,—ঘৃণিত-জীৱন মানুহৰ সম্পত্তি বাঢ়িলে নিজে মাথোন তাক ভোগ কৰা ( গালিৰ মাত ), to enjoy a good thing all alone like a mean self seeker ( used in reproach ).

কুকুৰে কাঁইট নোখোৱা কৰা—ক্রি. কুকুৰে মাছৰ কাঁইট হেঁপাহেৰে খায়। এই স্থলত এনেৰূপে তাক অত্যাচাৰ কৰে বোলা হৈছে যে সি যদিও কাঁইট দেখিলে লোভ সামৰিব নোৱাৰে, তথাপি সি কাঁইট খাবলৈ এৰি দি পলাই যায়। ( কুকুৰৰ সম্বন্ধীয় বচন নি মানুহত খটোৱা হৈছে ), to ill-treat a person savagely.

কুকুৰে কামোৰা, ছৱালে দলিওৱা—ক্রি. পুৰা বাক্য—"দুখৰ উপৰি, দুখ পাৰ্ব্বতী, দুখৰ উপৰি দুখ। কুকুৰে কামোৰে, ছৱালে দলিয়ায়, কতো নিমিলয় সুখ॥" এই বাক্যৰ দ্বাৰা কষ্টৰ আতিশয্য বুজায়। জন্তুৰ ভিতৰত কুকুৰ নীচ আৰু মানুহৰ ভিতৰত ছৱাল অৰ্থাৎ ল'ৰা দুৰ্ব্বল। এনে কুকুৰ আৰু এনে ল'ৰাই অপকাৰ কৰিবলৈ সাহ পায় বোলা হৈছে। এভেকে,—সামান্য মানুহৰ হাতত অনেক প্ৰকাৰৰ লঘু-লাঞ্ছনা পোৱা, to be annoyed in manifold petty ways ( said of a poor man ).

কুকুৰ-ধূলি জীৱ—বি. মানুহৰ ভৰি শৰীৰৰ অধম অৱয়ৱ। তাৰ ভৰিৰ ধূলি ততোধিক অধম। এই স্থলত মানুহৰ ভৰিৰ ধূলি নুবুলি কুকুৰৰ ভৰিৰ ধূলি বোলা হৈছে। এভেকে,—নিকৃষ্ট প্ৰাণী, a mean sorry fellow.

কুকুৰ-খেমালি—বি. কুকুৰে কামোৰা-কামুৰি কৰি খেমালি কৰে। এতেকে,—বাহিৰে শত্রুভাব দেখুৱাই কৰা মিত্ৰতালি, familiarity expressed in acts of feigned hostility.

কুকুৰা কাটি শপত খোৱা—ক্রি. আহোম ৰজাৰ দিনত কুকুৰা কাটি শপত খোৱাৰ নিয়ম আছিল। এনেকুৱা শপত ডাঙৰ শপতৰ শ্রেণীত গণ্য হৈছিল। এতেকে,—ডাঙৰ শপত কৰা, to take a solemn oath.

কুকুৰাৰ ঠেং কাটি মঙ্গল চোৱা—ক্রি. আহোম ৰজাৰ দিনত বাইলুংবিলাকে কুকুৰাৰ ঠেঙেৰে মঙ্গল চাইছিল। বাইলুংবিলাক এইৰূপ ভৱিষ্যৎ গণনাত পাৰ্গত আছিল আৰু তেওঁবিলাকৰ সিদ্ধান্তমতেই ৰাজকীয় ডাঙৰ কাৰ্য্যত হাত দিয়া হৈছিল। এতেকে,—ভৱিষ্যৎ কোৱা, to prophesy.

কুঠাৰে-চিৰি—বিণ. যাক কুঠাৰৰ আঘাতৰ দ্বাৰা চিৰি পেলোৱা হয় তেনে স্বৰূপ। (তিৰোতাত খাটে।) দুৰ্ঘোৰ অপৰাধ কৰিলে এনে দণ্ড পাবৰ যোগ্য হয়। এতেকে,—ঘোৰ অপৰাধিনী। (গালিৰ মাত), sinful (a term of reproach, applied to a woman).

কুন্দত কটা—বিণ. কুন্দ-শালত কোনো বস্তু কাটিলে সি দেখিবলৈ ধুনীয়া হয়। এতেকে,—ধুনীয়া, well-shaped, beautiful, chiselled.

কুমলীয়া এদা পাই ভৰিত মোহাৰি খোৱা—ক্রি. বুঢ়া এদাৰ জাল টান, আৰু তাৰ ছাল ডাঠ। তাৰ ছাল কটাৰিৰে কাটিব লাগে আৰু কাটোঁতে জালে নাকত আৰু চকুত জনজনাই ধৰে। কিন্তু কুমলীয়া এদাৰ ছাল মোহাৰিলে এৰাই যায় আৰু তাৰ জালো নাই। এই স্থলত, তুচ্ছভাব বুজাবলৈ ভৰিত মোহাৰে বুলি কোৱা হৈছে। এতেকে,—ঢিলা মানুহ পালে তাৰ অপকাৰ কৰিবলৈ এফেৰি সঙ্কোচ নকৰা, not to hesitate to injure a person who is powerless to resist.

কুম্পানীৰ দিন—বিণ. [কোম্পানীৰ দিন] ইষ্ট ইণ্ডিয়া কোম্পানীৰ দিন অৰ্থাৎ ইংৰাজৰ ৰাজত্ব, the days of the East India Company, i,e., the British rule.

কুম্ভকৰ্ণৰ টোপনি—বি. কুম্ভকৰ্ণে ছমাহ একেৰাহে শুই থাকে। তেওঁ ৰাৱণৰ ভায়েক আছিল আৰু লক্ষ্মণৰ হাতত প্ৰাণ হেৰুৱায়। এতেকে,—দীঘলীয়া টোপনি, deepest slumber.

কুৰু-পাণ্ডৱৰ যুদ্ধ—বি. কুৰু আৰু পাণ্ডৱৰ ভিতৰত হোৱা যুদ্ধ, ইমান ঘোৰতৰ হৈছিল যে ইয়াৰ বৰ্ণনা কৰিবলৈ যাওঁতে ভাৰতবৰ্ষৰ অদ্বিতীয় কাব্য মহাভাৰতৰ সৃষ্টি হয়। এতেকে,—তুমুল যুদ্ধ, a terrible war, a fierce struggle.

কুকং-কাবাং কৰা—ক্রি. [ কুৰ্ কাৰ্ কৰা ] ঢাৰি-পাটীৰ ইফালে সিফালে অলপ অলপ বাগৰ মাৰিলে কুৰ্-কুৰ্ শব্দ হয়। এতেকে,—অলপ লৰ চৰ কৰা। ভাবপৰা,—এলাহ এৰি অলপ-অচৰপ কাম-কাজ কৰা, to shake off laziness and take to some sort of work.

কুলা-বুঢ়ী ওলোৱা—ক্রি. বিয়াৰ গাঁথিয়নৰ দিনা এজনী বুঢ়ীয়ে মূৰত এখন কুলা লৈ নাচে। এতেকে,—বহুৱালি কৰা, to play the part of a buffoon.

কুলাৰ আগৰ খুদ—বি. কুলাৰ আগত খুদ নাথাকে, মলখু থাকে। মলখু গোটা চাউলতকৈ ভাল। এতেকে,—বেয়া বুলি বুজোৱা ভাল বস্তু, a thing which is really good but interpreted as bad with a sinister motive.

কুশ ছিঙি দিয়া—ক্রি. বিয়াত ছোৱালী উলিয়াই দিলে কুশ ছিঙি দিয়া হয়, অর্থাৎ সেই দিন ধৰি ছোৱালীয়ে বাপেকৰ গোত্র এৰি গিৰিয়েকৰ গোত্র পায়। এতেকে,—সমূলি সম্পর্ক নাৰাখি দান কৰা, to give absolutely.

কুহুলিয়াই কথা কোৱা—ক্রি. কুলিৰ দৰে কুহু কুহু মাত মাতি কথা কোৱা, লেনিয়াই কথা কোৱা, to talk endearingly.

কুটা এডোখৰ দুডোখৰ নকৰা—বিণ. সমূলি বন-বাৰি নকৰা, ধোদ, an extremely indolent person.

কেও-কিছু নাইকিয়া—বিণ. [ কেও মানুহ কিছু বস্তু নাইকিয়া ] আত্মীয়-স্বজন আৰু ধন-বস্তু নাইকিয়া নিৰাশ্রয় আৰু টোকোনা, সহায়-সম্পত্তিহীন, destitute, helpless.

কেতৰ-ক'লীয়া—বিণ, [ খেতৰ ক'লীয়া ] খেতৰ এবিধ ভূত। সিহঁতৰ গাৰ বৰণ অতি ক'লা। এতেকে,—অতিপাত ক'লা, jet-black.

কেপে খোৱা—ক্রি. সাপে ধৰিলে ভেকুলীয়ে কেপ্‌কেপ্‌কৈ মাতে। কিছুমান চৰায়ে কেপ্ কেপ্ শব্দ কৰে। এনেকুৱা শব্দ অন্যান্য ঠাইৰপৰাও শুনা যায়। মানুহে কেঁচুৱা ল'ৰাক নিচুকাবলৈ কেপে খাব বুলি মিছা ভয় দেখুৱায়। এতেকে,—মিছা ভয়ৰ দ্বাৰা অভিভূত হোৱা, to be overcome with unreal fear.

কেয়াঁ আঙুলিৰ জোৰ ল'ব নোৱাৰা—ক্রি. যুঁজত হতাহতি কৰা হয়। এই স্থলত কোৱা হৈছে যে হাতৰ যি নিচেই সৰু অঙ্গ অর্থাৎ কেয়াঁ আঙুলি, তাৰে জোৰ ল'ব নোৱাৰে অর্থাৎ বলেৰে নোৱাৰে। এতেকে,—সমূলি সমকক্ষ হব নোৱাৰা, অলপো বলে নোৱাৰা, to be inferior out of all proportion.

কেৰ্কেটুৱাৰ বাঁহ-পাতৰ ভেঁটি—বি. কেৰ্কেটুৱা বাঁহনিত থাকে। ভেঁটি দিবলৈ তাৰ বাঁহপাতত বাজে আন একো সম্পত্তি নাই। এতেকে,—ক্ষুদ্ৰ মানুহৰ ক্ষুদ্ৰ উপহাৰ, **a humble present by a humble person.**

কেল্‌পনীয়া জীৱ—বি. ( কেল্‌পনীয়া=কেলেপ্‌+ঈয়া।) অনাহাৰত কেলেপ্‌-কেলেপ্‌ কৰি থকা জীৱ, দীন-হীন প্ৰাণী, তুচ্ছ মানুহ, **a wretch.**

কেহেলি-কেন্দেলিকৈ যোৱা—ক্ৰি. কোনো মানুহৰ কোনো ঠাইলৈ যাবৰ ইচ্ছা নাথাকিলে তাক যদি বলেৰে তালৈ পঠোৱা যায়, তেনেহলে সি বাটে বাটে কাহি আৰু কান্দি এথুজি-ডুথুজিকৈ লাহে লাহে যায়। এতেকে,—অতি লাহে লাহে যোৱা, অনিচ্ছাবশতঃ যোৱা, **to walk leisurely.**

কোটকোৰা কাঁইটে ফুটা—ক্ৰি. খোচা-বিন্ধা কৰাৰ দৰে অসুবিধা ভোগ কৰা, আহুকাল পোৱা, **to be annoyed greatly.**

কোমল ধুন্দুলি—বি. ধুন্দুলি নিচেই কোমল। এতেকে,—সুকোমল মানুহ, **an extremely delicate person.**

কোৰ মতা—ক্ৰি. যি যি দূষণীয় কাৰ্য্য কৰিলে মানুহৰ ৰোগ জন্মে, তেনে কাৰ্য্য কৰিলে ৰোগ নিজে মাতি অনাৰ দৰে হয়। ( কোৰ=শাৰীৰিক অসুখ।) এতেকে,—ৰোগোৎপাদক কাৰ্য্য কৰা, **to lead a life of irregular habits.**

কোলাৰটো এৰি পেটৰটোলৈ আশা কৰা—ক্ৰি. [ কোলাৰ ল'ৰাটো এৰি পেটৰ ল'ৰাটোলৈ আশা কৰা। ] জন্ম পোৱা সন্তান এৰি গৰ্ভস্থ সন্তানলৈ আশা কৰা অৰ্থাৎ সম্প্ৰতি যাক পোৱা হৈছে তাক এৰি ভৱিষ্যতে যাক পোৱা হ'ব তালৈ আশা কৰা, হাতেৰে পোৱা বস্তুলৈ কাণ নকৰি দূৰণীয়া বস্তুলৈ আশা কৰা, **to give up a thing in hand in expectation of a thing to come.**

কোৱা-কা জিলী-জা—বি. কোনো মানুহৰ মাত শুনিবলৈ পোৱা নাযায়। 'কোৱা' অৰ্থাৎ কাউৰীৰ 'কা' 'কা' আৰু জিলীৰ 'জা' 'জা' শব্দ শুনিবলৈ পোৱা যায়। এতেকে,—ঘোৰ নিস্তব্ধতা, **deep silence.**

কোৱাত কৈ বাতৰি দিয়া—ক্ৰি. ( কোৱা=কাউৰী।) কাউৰীৰ আগত কৈ অৰ্থাৎ কাউৰীক দূত-স্বৰূপে পঠিয়াই বাতৰি দিয়ে বোলা হৈছে। এতেকে,—ক'ৰবাত কোনোবা মানুহৰ মুখেৰে বাতৰি পঠোৱা, গুপ্তভাৱে বাতৰি পঠোৱা, **to send a news secretly.**

কৌটী-কলীয়া ৰীতি—বি. [ কোটী-কলীয়া ৰীতি ] কোটী কালৰপৰা চলি অহা ৰীতি, পূৰ্ব্বাপৰ প্ৰচলিত ৰীতি, **a time-honoured custom.**

কৌৰৱৰ চাউল খাই পাণ্ডৱৰ গুণ গোৱা—ক্রি. বিদুৰ কৌৰৱৰ অন্নেৰে প্রতিপালিত হৈছিল, কিন্তু তেওঁ সদায় পাণ্ডৱৰ পক্ষ সমৰ্থন কৰি কথা কৈছিল। সেই কথাৰপৰা এই বাক্যৰ উৎপত্তি হৈছে। এতেকে,—অগুণকাৰী হোৱা, to be ungrateful to the benefactor.

ক্রিয়া ধৰা—ক্রি. [ ক্রিয়া কৰিবলৈ ব্রত ধৰা। ] শ্রাদ্ধাদি ক্রিয়া কৰিবৰ নিমিত্তে ব্রত পালন কৰা, to observe fasting on account of religious ceremony.

ক্রিয়াহীন বামুণ—বি. বামুণ ক্রিয়া-কাণ্ডহীন হলে ভ্রষ্ট হয়। এতেকে,—অনাচাৰী বামুণ, a degenerate Brahman.

## খ

খঁৰা দা জোকৰা—ক্রি. দুখীয়া মানুহে খঁৰা দা ব্যৱহাৰ কৰে। এতেকে,—দুৰ্ব্বলী মানুহে ভয় দেখুওৱা, to brandish a powerless weapon to show empty threats.

খঁৰা ধুন—বি, ( খঁৰা=অসম্পূর্ণ। ) কাপোৰ-কানি, অলঙ্কাৰ-পাতি ইত্যাদি সঁজুলি সম্পূর্ণ হ'ব লাগে। যদি কোনো এটা বস্তু কম হয়, তেনেহলে ধুন অসম্পূর্ণ হয়। এতেকে,—অসম্পূর্ণ ধুন, the lack of completeness in fashion.

খাই-গাহৰি—বি. [ খাই হোৱা গাহৰি ] জন্মৰ দ্বাৰা নহৈ খাবনৰ দ্বাৰা গাহৰি হৈছে বোলা হৈছে। গাহৰি লেতেৰা জন্তু। এতেকে,—খকুৱা লেতেৰা মানুহ, a slovenly glutton.

খাঁজে-খোপে খোৱা—ক্রি. বাঁহ আদিত কটা খাঁজ খোপত লাগি মিলি পৰে। এতেকে,—এটা বস্তু বা কাৰ্য্য আন এটা বস্তু বা কাৰ্য্যৰ লগত ভালমতে মিলি যোৱা, সম্পূর্ণ সামঞ্জস্য হোৱা, to fit in perfectly with.

খালৰ পানী বাঁহ-পাতে শোহা—ক্রি. বাৰীৰ ঢাপত বঁাহ গছ থাকে। তাৰ দাঁতিতে খালৰ পানী থাকে। অসংখ্য বঁাহ-পাত খালত পৰি থাকে। খালতে পানীও থাকে। এই স্থলত কোৱা হৈছে যে সেই অলপীয়া পানী বঁাহ-পাতেই শুহি নিয়ে। অলপীয়া সম্পত্তিক খালৰ পানীৰে আৰু সেই সম্পত্তি-ভোগী মানুহবিলাকক বাঁহ-পাতেৰে তুলনা কৰা হৈছে। এতেকে,—কোনো লোকৰ অলপীয়া ধন-সম্পত্তিক পৰিয়ালভুক্ত আৰু আশ্রিত বহু মানুহে ভোগ কৰি অন্ত কৰা, the draining off of the scanty resources of a person by a host of people some of whom are members of his own family while others are dependent on him.

খুঁটাত বান্ধি লোৱা—ক্রি. অভিশাপত মাৰ-কিল কৰিবৰ নিমিত্তে মানুহক খুঁটাত বান্ধি লোৱা হয়। এতেকে,—উগ্র দণ্ড দিবৰ নিমিত্তে উদ্যোগ কৰা, to prepare to beat soundly.

খুঁটি খাব পৰা—ক্রি. চৰাই-পোৱালি ডাঙৰ হলে নিজৰ ঠোঁটেৰে খুঁটি টোপ খাব পাৰে, তাৰ আগেয়ে মাকে খুৱাই দিয়ে। এতেকে,—নিজে উপাৰ্জ্জন কৰিব পৰা, to be able to earn an independent livelihood.

খুঁটি-তাল বোৱা—ক্রি. দুখীয়া মানুহে জীৱিকাৰ একো উপায় উলিয়াব নোৱাৰি খুঁটি-তাল বজাই নাম গাই ঘৰে ঘৰে মাগি ফুৰে। এতেকে,—সমূলি উপায়-ৰহিত হোৱা, to have aboslutely no means left to do anything.

খুঁটি পুতি উজুতি খোৱা—ক্রি. [ আপুনি খুঁটি পুতি আপুনি উজুটি খোৱা ] মাটিত খুটি পোতা থাকিলে খুঁটিত ভৰি লাগি উজুটি খোৱা হয়। এতেকে,—আপোনাৰ কাৰ্য্যৰ দ্বাৰা আপুনি বাটি খোৱা, to be adversely affected by one's own conduct.

খুঁটিয়া-খুঁটি লগা—ক্রি. চৰাইবিলাকে ইটোৱে-সিটোৱে ঠোঁটেৰে খুটিয়া-খুটি কৰে। এতেকে,—পৰস্পৰ সামান্য প্ৰকাৰৰ দন্দ-খৰিয়াল কৰা, to engage in petty quarrels.

খুঁটীয়া ম'হে নাও বুকৰা—ক্রি. গুৰালে মাৰত উঠি নাকী ধৰি খুঁটিৰ ঘৰচীয়া ম'হ নৈত পাৰ কৰে। কেতিয়াবা সেই ম'হে নাও বুৰাই দিয়ে। এতেকে,—আপোন মানুহে সৰ্ব্বনাশ কৰা, the doing of the greatest harm by one's dearest relative or friend.

খোকা পতা—ক্রি. অধিক মাছ পাবৰ নিমিত্তে আশা কৰি ঠুহা বা চেপাৰ পৰিবৰ্ত্তে খোকা পতা হয়। এতেকে,—অধিক লাভ পাবৰ নিমিত্তে আশা কৰা, to covet inordinately.

খং ধাৰ কৰিব নলগা—ক্রি. যি বস্তু কোনো মানুহৰ আছে, সেই বস্তু তাৰ দেখুৱাবৰ প্ৰয়োজন নাই। সকলো মানুহৰে নিজৰ খং আছে, কোনোৱে আনৰপৰা তাক ধাৰ কৰিব নালাগে। এতেকে,—খং দেখুৱাব প্ৰয়োজন নোহোৱা, to perceive the uselessness to making an exhibition of anger.

খং নামে চণ্ডাল হোৱা—ক্রি: শপত লোৱাৰপৰা এই বাক্য ওলাইছে। ইয়াৰ প্ৰকৃত অৰ্থ "খং, এই নামেৰে সম্পৰ্ক থকা যৎকিঞ্চিৎ কামো যদি কৰোঁ, তেনেহলে মোক চণ্ডালৰ তুল্য নীচ জ্ঞান কৰিবা।"। এতেকে,—খঙাল মানুহ চণ্ডালৰ তুল্য নীচ হোৱা, to prove to be a person of low origin by giving vent to anger.

খং শিঙ্গা বজোৱা—ক্রি. বিপদৰ জাননী দিয়া, ( 'বং-শিঙ্গা বজোৱা' চোৱাঁ । ) to give a danger signal.

খং সৰা—ক্রি. [ খং সৰকওৱা ] খং সাৰে অৰ্থাৎ পলাই সাৰে। যাক যি আক্ৰমণ কৰিব খোজে, যি ওলোটাই আক্ৰমণ কৰিলে খং নিজে পলাই সাৰে। হুটি যাওঁতে বাটত যি পায় তাকে অপকাৰ কৰি পলাই যায়। যুদ্ধত হুটি যোৱা সেনাই এনেৰূপ আচৰণ কৰে, এই ভাব বুজায়। এতেকে,—বলি শত্ৰুক অপকাৰ কৰিব নোৱাৰি নিৰপৰাধী দুৰ্ব্বল মানুহক অপকাৰ কৰি ক্ৰোধ প্ৰকাশ কৰা, to take revenge on a weak person for an injury done by another who is too powerful.

খঙত আপোনাৰ মঙহ আপুনি খোৱা—ক্রি. অতিপাত খং উঠিলে কাকো একো অপকাৰ কৰিব নোৱাৰিলে কোনো কোনো মানুহে নিজৰ শৰীৰৰ কোনো এটা অংশ কামুৰি ছিঙি পেলায়। এতেকে,—খঙত বহ্বল হোৱা, to be over-powered by anger.

খঙত একো-নাইকিয়া হোৱা—ক্রি. ইমান খং উঠে যে একো নাইকিয়া হয়, অৰ্থাৎ যাৰ ভাবি খং এৰিব লাগে তেনে কোনো মানুহ নাইকিয়া যেন ভাব হয়। এতেকে,—অতি ক্ৰোধান্বিত হোৱা, to be beside oneself in anger.

খঙত জামদগ্নি হোৱা—ক্রি. জমদগ্নি ঋষিৰ পুতেক পৰশুৰাম আছিল। তেওঁৰ খং ইমান উগ্ৰ আছিল যে নিজৰ মাক ৰেণুকাক কুঠাৰেৰে কাটিলে, আৰু ২১ বাৰ ক্ষত্ৰিয় সংহৰি পৃথিবী নিক্ষত্ৰিয়া কৰিলে। এতেকে,—অতি খঙাল ভাব ধাৰণ কৰা, to be mad with rage.

খঙত পেট কাটি হুমাহলৈ শুকনী খোৱা—ক্রি. ইমান খং উঠে যে নিজৰ পেটটো কাটে। পিছত কটা ঘা শুকুৱাবৰ নিমিত্তে হুমাহলৈ ঔষধ খাব লাগে। এতেকে,—খঙৰ ওপৰত হঠাৎ মহা অনিষ্ট সাধন কৰি পিছত সেই অনিষ্টৰ উপশমৰ নিমিত্তে বহু কাল যত্ন কৰা, খঙত খন্তেকতে কোনো কাৰ্য্য কৰি পিছত তাৰ ফল-স্বৰূপে বহুকাল মনস্তাপ কৰা, to do an act in anger on the spur of the moment and then to repent for it for a long period.

খঙৰ কিল লগা-থপা হোৱা—ক্রি. (থপা=থাপ ; লগা অনুৰূপ।) খঙত অলপকৈ থাপ মাৰিলেই দন্দ লগা, to be offended even at the touch of the hand when the hand is laid in anger.

খঙে গৈ মূৰৰ চুলি পোৱা—ক্রি. খঙত ওপৰলৈ তেজ উঠে। এই স্থলত কোৱা হৈছে যে খং গৈ ইমান ওপৰলৈ উঠিছে যে সি মূৰৰ চুলি পাইছেগৈ। এভেকে,—অতিকৈ খং উঠা, to be extermely angry.

খজুৱতি উঠা—ক্রি. গাৰ খজুৱতি উঠিলে উচ্ পিচ্ লাগে। এভেকে,—উচ্পিচ্ লগা, to be impatient to do anything.

খত-বান্ধ দি ধৰা—ক্রি. [ খতেৰে বান্ধ দি ধৰা ] খত=দলিল। যাতে কথা লুটিয়াব নোৱাৰে সেইমতে দলিলত লিখি কথা বান্ধি দিবলৈ টানি লোৱা, ৰৰকৈ তাগিদ কৰা, to bind by written agreement, to demand peremptorily.

খন খাই খন পেলোৱা—ক্রি. এখন খাই এখন পেলোৱা, ( তামোল খোৱাত ব্যৱহৃত হয় ) to chew pan and throw it away and then chew another and so on, i.e, chew pan too frequently.

খণ্ডেকীয়া ভোজ—বি. ভোজ বান্ধি-বাঢ়ি যুগুত কৰি খাবৰ পৰত এনেকুৱা বিপদ উপস্থিত হ'ব পাৰে যে খাওঁতা নোহোৱা হৈ সেই ভোজ ভাতে পেলনি যায়। বিপদ হ'বলৈ বেছি পৰ নালাগে, এই ভাব বুজায়। এভেকে,—বহু আয়োজনৰ দ্বাৰা সম্পাদিত হোৱা কিন্তু তৎক্ষণাৎ দুৰ্ঘটনাৰ দ্বাৰা নষ্ট হ'ব পৰা কোনো বস্তু বা কাৰ্য্য, anything which is done with great care but which is lible to be marred in moment by accident.

খৰচি মৰা—ক্রি. [ খৰচীয়া মৰা ] কথাৰ খৰচীয়া অৱস্থা মৰা অৰ্থাৎ কঠিনতা গুচাই ঢিলা কৰি দিয়া, ভাঙ্গি-পাতি বুজুৱা, to make easy or clear, to remove the stiffness of anything.

খৰম গোসাঁই—বি. বৰদোৱা থানত শ্রীশঙ্কৰদেৱৰ এযোৰ খৰম আছে। মহাপুৰুষীয়া বিলাকে তাকে ঈশ্বৰ বুলি ভাব কৰে, the sandals of Sankaradeva preserved in the Bardowa Satıra in Nowgong and worshipped by the Vaishnavas.

খৰলি খোৱা—ক্রি. দুখীয়া মানুহে লোণৰ পৰিবৰ্ত্তে খাৰ দি শাকৰ জাঙ্গা খায়। এভেকে,—দুখীয়া খাৱন খোৱা। ভাবপৰা—টোকোনাভাৱে কালযাপন কৰা, to lead a poor life.

খৰি দিয়া—ক্রি. মানুহ মৰিলে খৰি দি দাহ কৰা হয়। এভেকে, শব দাহ কৰা, to cremate.

খৰি-ভাৰী—বি. টৌকোনা মানুহে হাবিত খৰি কাটি ভাৰেৰে কঢ়িয়াই বেচেগৈ। এতেকে,—টৌকোনা মানুহ, a pauper.

খৰ্ব্ব-নিখৰ্ব্ব—বিণ. খৰ+বৰ। সংখ্যা-বাচক। খৰ্ব্ব শব্দৰ পাচত নিখৰ্ব্ব শব্দ আছে বাবে এই স্থলত নিখৰ্ব্ব শব্দ যোজিত হৈছে। তাৰ বেলেগ অৰ্থ নাই। এতেকে,—বৰ চোকা, very smart.

খলি পোতা—ক্রি. খলি=খুলি বা খোলা, কোনো কাৰ্য্যৰ নিমিত্তে নিৰ্দ্দিষ্ট স্থান-বিশেষ। পোতা=পুতি লোৱা, শিপাই লোৱা, এবিধ নোৱাৰাকৈ লোৱা। এতেকে,—নিগাজিকৈ ঠাই লোৱা, to live for a considerable period under temptation। (used in a depreciative sense)

খৰে ধৰা—বি. [খৰে ধৰা] অজীৰ্ণ ৰোগ। ('খৰ' শব্দেৰে সম্বন্ধ নাই।) indigestion.

খহুলা ভেকুলী—বি. ভেকুলীৰ ছালখন খহটা-খহটি, দেখাত সি খহুলা যেন বোধ হয়। এতেকে,—কদাকাৰ মানুহ, ঘিণলগা মানুহ, one who is ugly, deformed, disgusting or disagreeable.

খাই এগাৰি যোৱা—ক্রি. [খাই উগাৰি যোৱা] অপৰিমিত আহাৰ কৰিলে উগাৰ আহে। এতেকে,—অপৰিমিত আহাৰ কৰা, to eat to surfeit.

খাই পাতফলা—ক্রি. খাই পাত ফালি পেলাই দি নাই খোৱা বুলি কোৱা অৰ্থাৎ উপকাৰ পাই শলাগ নোলোৱা, to be ungrateful.

খাই মৰা—ক্রি. মানুহক কোনো জন্তুৱে খালে সি মৰি যায়। এতেকে,—অতিপাত আহুকাল কৰা, to annoy too much.

খাইকহ—ক্রি. (খাক্কস) প্রৱাদমতে বাইকহৰ (বাক্কসৰ) মাত ডাঙৰ, সি বাও বাওকৈ মাতে। খাইকহৰ (খাক্কসৰ) খঁক ডাঙৰ, সি খাওঁ খাওঁ মূৰ্ত্তি ধৰি ফুৰে। এতেকে,—অতিপাত খঁকুৱা মানুহ, a gourmand.

খাইমূৰা মানুহ—বি. যি মানুহে মূৰ খায় অৰ্থাৎ পৰিয়ালৰ আন আন মানুহক মাৰি অকলশৰীয়া হয়, সেই মানুহ। (কোনো মানুহৰ গাত কুলক্ষণ থাকিলে তাৰ দোষত পৰিয়ালৰ আটাইবিলাক মানুহ মৰি যায়, এনে বিশ্বাসবশতঃ এই বাক্যৰ উৎপত্তি হৈছে।) a solitary man in a family living after the death of all the other members.

খাওঁ খাওঁ মূৰ্ত্তি— বি. [খাওঁ খাওঁ কৰা মূৰ্ত্তি] অতি আকলুৱা মানুহ; বৰ খঙাল মানুহ, a gourmand; furious person.

খাটনিক লোটনি বোলা— ক্রি. খাটনি আৰু লোটনি এই দুই শব্দ সমাৰ্থক বোলা হৈছে, কিয়নো ডকাইতে লুটিলে যেনেকৈ মানুহ সৰ্ব্বস্বান্ত হয়, খাটনি ধৰিব জনা মানুহে খাটনি ধৰিলেও সেইৰূপে সৰ্ব্বস্বান্ত হয়, অৰ্থাৎ সি তাৰ যথা-সম্পত্তি দিও খাটনি ধৰা মানুহক সন্তুষ্ট কৰে। এতেকে,— খাটনি আৰু লোটনি দুইকো সমান হানিজনক গণ্য কৰা, to regard flattery and robbery as same, both being equally disastrous in their effect upon the person who is flattered and the person who is robbed respectively.

খাৰ জানিলে চাউলেই চিৰা হোৱা— ক্রি. চিৰা=চাউল চিৰা, সান্দহ। বৰাচাউল ভাজি ঢেঁকিত খুন্দিলে সান্দহ হয়। এই স্থলত কোৱা হৈছে যে খাৰ জানিলে চাউলেই অৰ্থাৎ বৰা-চাউলেই চিৰা হয়, অৰ্থাৎ চিৰাৰ সমান তৃপ্তিদায়ক হয়। বৰা-চাউল তিয়ালে কোমল চাউল হয়, আৰু সি তৃপ্তিদায়ক জলপান। এতেকে,— নিয়ম-প্ৰণালী জানিলে অসুবিধাজনক কাৰ্য্য বা বস্তুকো সুবিধা-জনক কৰি ল'ব পৰা, to turn a bad thing to good account if one knows how to do it.

খাৰ-জীবৰ লক্ষণ— বি. এনেকুৱা লক্ষণ যাৰ দ্বাৰা বুজিব পৰা যায় যে মানুহজনে ভৱিষ্যতে ভালমতে খাব পাৰিব আৰু ভালমতে জীব পাৰিব, অৰ্থাৎ উন্নতিৰ চিন, signs of future prosperity.

খাবলৈ পাই এন্‌গেনোৱা— ক্রি. [খাবলৈ পাই গেন-গেনোৱা।] কোনো মানুহে ভালকৈ খাবলৈ পাইছে। সিমানতে তাৰ সম্পূৰ্ণ তৃপ্তি হ'ব লাগে। কিন্তু তেনে নহৈ তাৰ লেন বাঢ়ি যায়। ভোজনৰ বিষয়ে কিবা-কিবি অসন্তোষ বুজোৱা কথা সি লেনিয়াই কয়। লেনিয়াই কোৱা বাবে মাত গেন-গেনীয়া হয়। এতেকে,— কোনো বিষয়ে তৃপ্তি সম্পূৰ্ণ হোৱা বাবে লেন ধৰি অসন্তোষৰ ভাব বুজোৱা, অসন্তোষৰ কাৰণ নথকা সত্ত্বেও অসন্তোষ প্ৰকাশ কৰা, to grumble where no real grievance exists.

খাম ল'ম বুলি জীয়াই থকা— ক্রি. [ভাত খাম, কাপোৰ ল'ম বুলি জীয়াই থকা] ভালমতে ভাত খাম আৰু ভালমতে কাপোৰ ল'ম অৰ্থাৎ সুখ-স্বচ্ছন্দতা উপভোগ কৰিম এই আশা লৈ জীৱন ধাৰণ কৰা, to live with the hope of enjoying pleasure.

খাৰ কঢ়া জিবা— বি. ধকৰা কাপোৰ খাৰ কাঢ়িলেহে পিন্ধিব পৰা যায়। জিবাক কাপোৰেৰে তুলনা কৰা হৈছে। এতেকে,— শিষ্টালাপী জিবা, a polished tongue.

**খাব খোৱা জিবা**— বি. যি মানুহে খাব বেছিকৈ খায় আৰু সিহঁতৰ ভাষা শুদ্ধ নহয়। এতেকে,— অশুদ্ধ মাত, faulty language.

**খালৰ যখিণী**— বিং. খাল লেতেৰা, তেনে লেতেৰা ঠাইত যখিণীহে থাকে, মানুহ নাথাকে। এতেকে,— লেতেৰী তিৰোতা, a slut.

**খালে-দোঙে**— ক্রি. বিণ. য'তে ত'তে, anywhere and everywhere.

**খায় নে কান্ধত পিন্ধে ক'ব নোৱাৰা**— ক্রি. কোনো বস্তু খাদ্য-স্বৰূপে ব্যৱহৃত হয় নে কান্ধত পিন্ধিবৰ নিমিত্তে অৰ্থাৎ অলঙ্কাৰ-স্বৰূপে ব্যৱহৃত হয়, সেই বিষয় নাজানে বোলা হৈছে। এতেকে,— কোনো বিষয়ে একো নজনা, to be in dismal ignorance.

**খিটিং-খাটাং লগা**— ক্রি. কঁাহৰ কঁাহী-বাটি ইটোৱে-সিটোৱে লাগি খিটিং-খাটাং শব্দ কৰে। সেই কথাৰপৰা এই বাক্যৰ সৃষ্টি হৈছে। এতেকে,— সামান্য প্ৰকাৰৰ দন্দ-কাজিয়া লগা, to be engaged in petty quarrels.

**খুন্দা-মৰে নিয়া**— ক্রি. [ খুন্দা মৰাই নিয়া ] খুন্দা-মৰা ৰোগত তৎক্ষণাৎ মৃত্যু ঘটে। ( নিয়া = পৰলোকলৈ নিয়া, মাৰি নিয়া। ) এতেকে,— তৎক্ষণাৎ প্ৰাণনাশ হোৱা, to be killed instantaneously.

**খুন্দাই লাখুটি**— বি. লাখুটিৰে কাঠ, বাঁহ, মাটি আদিত খুন্দা খাই টকৃটকাই ফুৰে। এতেকে,— খুন্দা-খুন্দলি খাই টকৃটকাই ফুৰা মানুহ, টানবন্ধীয়া কষ্ট-সহিষ্ণু কটীয়া-চানেকীয়া মানুহ। ( লাখুটি মানুহতকৈ চুটি, এই কথাৰপৰা কটীয়া ভাব ওলাইছে ), a strong-built dwarfish fellow.

**খুন্দি ভাও কৰা**— ক্রি. মৰিয়াই পিতল খুন্দি ভাও অৰ্থাৎ চটা কৰে। বৰকৈ মাৰ-পিট কৰা, to assault severely.

**খুদ খোৱা**— ক্রি. [ চাউলৰ খুদ খোৱা ] যি মানুহৰ খেতি নাই সি লোকৰপৰা খুদ্-চাউল মাগি আনি তাকে ৰান্ধি ভাত খায়। এতেকে,— অতি টোকোনা, impecunious.

**খেও খোৱা**— ক্রি. জালোৱাই পানীত খেৱালি জাল মাৰি মাছ ধৰে। জাল নিয়মিতৰূপে চাৰিওপোনে সমানে মেল খাই পৰাকে 'খেও খোৱা' বোলে। খেও খালে খেওৰ ভিতৰত পৰা মাছ সাৰি যাব নোৱাৰে। এতেকে,— কোনো কথা বা কাৰ্য্য যেনে-স্বৰূপ হ'ব লাগে তেনে স্বৰূপ হৈ পৰা, মিলি পৰা, ( জাল 'মেলি' পৰে আৰু কথা 'মিলি' পৰে এই সাদৃশ্যৰপৰা এই বাক্যৰ সৃষ্টি হৈছে। ), to be in agreement, harmony, correspondence, concord.

খেৰ শুকোৱাদি শুকোৱা— ক্রি. খেৰ কাটি থ'লে ৰ'দত তৎক্ষণাৎ শুকাই যায়। এতেকে,—শিপ্রে ক্ষীণ হৈ যোৱা, to be going down rapidly in health.

খেৰৰ শনি— বি. খেৰৰ শনি পুৰিলে তৎক্ষণাৎ ছাই হৈ যায়। এতেকে,— কোনো খন্তেকীয়া বস্তু, মানুহ, কার্য্য ইত্যাদি, anything of a transient nature.

খেৰণিয়ে বননিয়ে— ক্রি. বিণ. য'তে ত'তে জঘন্য ঠাইত, in any out-of-the-way place.

খোজত পকৰা মৰা— ক্রি. পকৰা নমৰক বুলি যাওঁতেও খোজত পকৰা মৰে এই ভাব বুজোৱা হৈছে। এতেকে,— নিচেই লাহে লাহে খোজ কঢ়া, to walk too slowly.

খোপ এৰা— ক্রি. 'খোপ ছিঙ্গা' চোৱাঁ।

খোপ ছিঙ্গা— ক্রি. কোনো বস্তু খোপত লাগিলে নেবায়। এই স্থলত বোলা হৈছে যে খোপ ছিঙ্গে অর্থাৎ খোপৰপৰা একৰাই দিয়ে। এতেকে,— কোনো মানুহে কোনো এটা মতত লাগি থাকি বহু পৰৰ মূৰত সেই মত এৰি দিয়া, to concede.

খোপ লগা—ক্রি. [ খোপত লগা ] খোপত লাগিলে কোনো বস্তু বেগতে নেবায়। এই স্থলত, কোনো কথাৰ খোপ লাগিছে অর্থাৎ মানুহজনে কোনো এটা কথাত লাগি আছে, বেগতে কথাটো এৰি নিদিয়ে এনে ভাব বুজোৱা হৈছে। এতেকে,—গপ লগা, to be too proud to do a thing ( used playfully ).

খোৰ লোৱা—ক্রি. ( খোৰ' আৰু 'খোৰোং' সম্পৰ্কীয় শব্দ। থকা ঠাই লোৱা, to take abode in expectation of gains (used in a depreciative sense )

খোৰাৰ খোজেপতি অপৰাধ ধৰা—ক্রি. যি খোৰা নাম পাইছে সি এবেলি দুবেলি ভালকৈ খোজ পেলালেও মানুহে তাৰ খোজত দোষহে দেখে। এতেকে,—যাৰ দিন মন্দ হয় তাৰ সকলো কার্য্যকে মানুহে বেয়া বুলি ধৰা, to find fault at every step with a person who has fallen on evil times.

খোলা উলিওৱা—ক্রি. ভিতৰত শাহ নাইকিয়া হ'লে অকল খোলাটো থাকে। এতেকে,—সাৰ-পদার্থ নষ্ট কৰা, to reduce to skeleton.

খোলাকটিৰ তাল—বি. তাল কাঁহৰ দ্বাৰা নির্মিত। খোলাকটিৰ তাল হ'ব নোৱাৰে। এতেকে মূল্য নাইকিয়া বস্তু, অকামিলা বা তুচ্ছ পদার্থ, an article of no value, a useless or contemptible thing.

খোৱা-কামোৰা কৰা—ক্রি. [ খোৱাত কামুৰা-কামুৰি কৰা ] কুকুৰবিলাকে কোনো খোৱা বস্তু পালে প্রত্যেকে তাক অকলৈ খাবৰ নিমিত্তে আনক কামুৰি খেদাবৰ চেষ্টা কৰে। এতেকে,—কোনো বস্তুৰ নিমিত্তে নীচালীভাৱে দন্দ পতা, to wrangle meanly:

খোৱাৰ বোন্দা—বি. [ খোৱাৰ বিষয়ে বোন্দা ] বোন্দা-মেকুৰী মাছৰ মহাখকুৱা। এতেকে,—মহা-খকুৱা মানুহ, an excessively greedy fellow.

খোৱা লোৱা কৰা—ক্রি. ভোগ কৰা অর্থাৎ পুৰুষে তিৰোতাৰ লগত আৰু তিৰোতাই পুৰুষৰ লগত সঙ্গম কৰা, to have sexual intercourse; to cohabit.

## গ

গছত কঠাল থৈ ওঁঠত তেল ঘঁহা—ক্রি. কঠাল খাওঁতে এঠা নালাগিবৰ নিমিত্তে ওঁঠত তেল ঘঁহি লোৱা হয়। এই স্থলত কোৱা হৈছে, যে কঠাল গছত থাকোঁতেই অর্থাৎ তাক নৌ পাওঁতেই ওঁঠত তেল ঘঁহা হয়। এতেকে,—কোনো কার্য্য শেষ হোৱাৰ পূর্ব্বেই তাৰ ফললাভ হ'ল বুলি জ্ঞান কৰি তদনুযায়ী চলা, to count on the result of a work before it is actually finished.

গছত তুলি গুৰি কটা—ক্রি. ছল কৰি গছত তুলি পাছত গুৰি কাটি দিলে গছ পৰি যায়, লগতে গছৰ ওপৰত থকা মানুহো পৰে। এতেকে,—বিশ্বাসঘাতকতা কৰা, to betray,

গছৰ গুটি খাই নাম নোকোৱা—ক্রি. গছৰ গুটি চুৰ কৰি খোৱা হয়, কিন্তু কোন মানুহৰ বাৰীৰ গছ তাৰ নাম কোৱা নহয়। এতেকে,—ধৰা নপৰাকৈ কোনো অপৰাধ কৰা, to do a wrong secretly.

গছৰ পাত লগে নসৰা—ক্রি. গছৰ পাত আটাইবিলাক একেলগে নসৰে। যাৰ যেতিয়া সময় হয়, সেই পাত তেতিয়া সৰে। মৃত্যু-কাল উপস্থিত হ'লে মানুহো সেইৰূপে মৰে, কোনেও কালৈও বাট নাচায়, বয়স বা আগ-পাছ একো নামানে। এতেকে,—আটাইবিলাক মানুহ একেলগে নমৰা, to die each in his appointed hour.

গজমূৰা মানুহ—বি. [ গজৰ ভিতৰত মূৰা তুল্য মানুহ ] মূৰা হাতী অকলে থাকে এই কথাৰপৰা, কোনো মানুহৰ মূৰ হাতীৰ দৰে ডাঙৰ কিন্তু সি অকলে থাকে অৰ্থাৎ তাৰ বংশ-পৰিয়াল মৰি অন্ত পৰে, এই অৰ্থৰ উৎপত্তি হৈছে। এতেকে,—কুলক্ষণীয়া মানুহ, an ill-omened person.

গজ-হস্তী—বি. [ গজ-গজীয়া হস্তী ] ওখ-ডাঙৰ হাতী, a big elephant.

গজৰ খৈয়া—বি. [ গোজোৰা খৈয়া ] নগাৰ বহতীয়াক খৈয়া বোলে। গোজোৰা=গোজোৰা-গোজোৰকৈ উত্তৰ দিয়া। খৈয়াবিলাকে কাম-বন ভালকৈ নকৰিছিল। কোনো কামলৈ পাঁচিলে গোজ্-গোজাই থাকে। এতেকে,—আপাহি থাকিলেও বন-বাবি নকৰা মানুহ, লৰ-চৰ কৰিব নোখোজা ওঠৰ গোঠৰ মানুহ, a rough unwilling worker.

গঢ়-গতি—বি. চলন-ফুৰণ, আও-ভাও, movements, conduct.

গণিতা কৰা—ক্রি. লেখ কৰা, লেখত লোৱা, যথাযোগ্য সন্মান কৰা, to count, to consider, to regard.

গতি লগা—ক্রি. ভাল গতি লগা। বিদ্রূপাৰ্থত ব্যৱহৃত হয়। এতেকে,—অৱস্থা কোনো বিষয়ে বেয়া হোৱা, to be settled ( used ironically ); hence, to be unsettled, to be done for:

গতি হোৱা—ক্রি. স্বৰ্গলৈ গতি হোৱা অৰ্থাৎ মৰণ হোৱা, to be dead.

গধূলি সাত হাল বোৱা—ক্রি. গধূলি মনত পাতে যে পিছদিনা সাতখন হাল বাব, কিন্তু পিছদিনা এখনো বোৱা নহয়। এতেকে,—মনতে বহু আলচ কৰা কিন্তু কাৰ্য্যত একো কৰিব নোৱাৰা, to do many things in theory but absolutely nothing in practice.

গপ ৰখা—ক্রি. গপে শোভা পোৱা, অহঙ্কাৰ অক্ষুণ্ণ থকা, to be unimpaired in dignity

গপে সিদ্ধি হোৱা আৰু তপে সিদ্ধি হোৱা—ক্রি. কোনো কাৰ্য্য গপেৰে অৰ্থাৎ নিজৰ মানত থাকিলে সিদ্ধি হোৱা, আৰু তপেৰে অৰ্থাৎ সাধনা কৰিলে সিদ্ধি হোৱা, the fulfilling of an object either by preserving a dignified calm or by resorting to austere practices.

গৰখীয়া খেমালি—বি. গৰখীয়া ল'ৰাই গৰু চৰাওঁতে দিন নিয়াবৰ নিমিত্তে মিছামিছি খেমালি কৰে। এতেকে,—অৰ্থশূন্য ল'ৰালি কাৰ্য্য, অলাগতিয়াল কাৰ্য্য, a childish affair, a useless work.

গৰখীয়া ভাল হ'লে গৰু ভাল হোৱা—ক্রি. গৰখীয়াই যদি ভালকৈপে গৰু ৰাখে তেতিয়া গৰুৱে জেওৰা ভাঙি শস্য নষ্ট কৰিব নোৱাৰে। এতেকে,—চলাওঁতা ভাল হ'লে চলোঁতা ভাল হোৱা, the turning out of a person to be good or bad according as he is directed in the right way or in the wrong way by his superior adviser or guardian.

গৰখীয়া মেল— বি. গৰখীয়া ল'ৰাই গৰু চৰাওঁতে জুম পাতি বহি মিছামিছি মেল পাতে। এতেকে,—ধেমেলীয়া মেল, a childish meeting.

গৰত থৈ কুটা—ক্রি. মাছ মঙহ গৰত থৈ কুটা হয়। এতেকে,—কাটি-মাৰি উচ্ছেদ কৰা, to destroy completely.

গৰগঞা মিতিৰ— বি. গৰগাওঁ আসামৰ ৰাজধানী আছিল। তাৰ বাসিন্দাবিলাক টেঙৰ আৰু অথাইটং আছিল। আলহীয়ে বিদায় লৈ নাৱত উঠিলে গৰগঞা মিতিৰে মুখেৰে মৰম বুজাই কয় 'মিতিৰ, আজি নাযাবা, থাকাঁচোন' কিন্তু ইফালে গম ধৰিব নোৱাৰাকৈ ভৰিৰে নাওখন হেঁচি দিয়ে। নাও গৈ পানীৰ ধাৰত পৰিলে তাক ৰাখিব পৰা নাযায়। এতেকে,—কপটীয়া বন্ধু, an insincere friend.

গৰগাওঁৰ কথা শুনি তল যোৱা— ক্রি. অসমৰ ৰাজধানী গৰগাওঁ এনে চমৎকাৰ নগৰ আছিল যে তাৰ কথা শুনিলে বিস্ময়ত তল যাব লাগে। এতেকে,—কোনো আচৰিত বস্তু বা ঘটনাৰ কথা শুনি বিচুৰ্ত্তি হোৱা, to be dazed on hearing any description of a wonderful thing or event.

গৰু খুন্দা মহাজন—বি. মহাজন=মহন্ত। মহন্তসকলে ডবা কোবায়। ডবাৰ ছালখন গৰুৰ ছালেৰে হোৱা বাবে ডবা কোবোৱাক গৰু খুন্দা বোলা হৈছে। গৰু খুন্দাৰ প্রকৃত অর্থ গৰু বধোৱা। এই কার্য্য উচ্চজাতীয় হিন্দুৱে নকৰে। এতেকে,—ডবা কোবোৱা মহন্ত, ( গালিৰ মাত ) a mahanta who plays the daba which is a kind of large drum prepared with cow-skin (used abusively ).

গৰু-খোজৰ পানী—বি. পথাৰৰ গৰু-খোজৰ ফাটত ৰবৰুণৰ পানী ৰয়। এতেকে,—নিচেই অলপীয়া পানী, a small quantity of water.

গৰু চুৰ কৰি পঘা ধৰিবলৈ লাজ পোৱা—ক্রি. পঘা ধৰি চোৰে গৰু চুৰ কৰি লৈ যায়। এই স্থলত কোৱা হৈছে, যে গৰু চুৰ কৰিবলৈ লাজ নাপায়, কিন্তু পঘা ধৰি নিবলৈ লাজ পায়। এতেকে,—কোনো দুষ্কর্ম্ম কৰিবলৈ লাজ নাপাই সেই দুষ্কর্ম্মৰ আনুষঙ্গিক কার্য্য কৰিবলৈ লাজ পোৱা, to commit a hateful crime and yet be ashamed to show hands.

গৰু-চোৰ—বি. হিন্দুৱে গৰুক দেৱতুল্য ভাবে। তেনে গৰুক চুৰ কৰাটো অতি জঘন্য কাৰ্য্য বুলি ধৰা হয়। এতেকে,—অতিপাত অসৎ লোক, a notorious thief, a great knave.

গৰু-চোৰৰ গঙ্গা-স্নান—বি. গৰু চুৰ কৰাটো মহাপাপৰ ভিতৰত গণ্য হয়। তেনেকুৱা মহাপাপীৰ পক্ষে গঙ্গা-স্নান অসাৰ্থক। এতেকে,— অসাৰ্থক কাৰ্য্য, an infructuous action.

গৰু-বিচৰা দিয়া—ক্রি. খেতিয়ক মানুহৰ পক্ষে গৰু সৰ্ব্বপ্ৰধান সম্পত্তি। গৰু হেৰালে সিহঁতে বিচাৰিবলৈ কোনো ঠাই বাকী নথয়। এতেকে,—হেৰাথুৰি খাই বিচাৰি ফুৰা, to make a laborious search.

গৰু মৰা, পোক মৰা—বি. গৰুৰ ঘা হ'লে পোকে গৰুৰ লগ লাগে। পোকে ঘা বহলাই নি শেহান্তৰত গৰুটো মাৰেগৈ। যেতিয়া গৰু মৰে, তেতিয়া পোক আঁতৰি যায়। গৰু জীয়াই থাকে মানে গিৰিহঁতৰ, গৰু আৰু পোক দুইৰে সৈতে সম্বন্ধ থাকে, অৰ্থাৎ গিৰিহঁতে গৰুৰ পোক বাছি থাকিব লাগে। যেতিয়া গৰু মৰে আৰু পোক আঁতৰি যায়, তেতিয়া গিৰিহঁতৰ দুইৰেপৰা সম্বন্ধ এৰায়। সেইৰূপে, সুবিধা বুলি মানুহেও কোনো এজন মানুহৰ লগ লাগে আৰু সেই মানুহক উস্তগুলিৰ দ্বাৰা সৰ্ব্বনাশ কৰে। ফল-স্বৰূপে তাৰ প্ৰাণহানি হয়। এতিয়া কোৱা হৈছে, যে যদি কাৰোবাৰ সেই আশ্ৰয়-দাতা মানুহেৰে সৈতে সম্বন্ধ আছিল, সি মৰাত সেই সম্বন্ধযে গুচিলেই, লগে লগে তাৰ আশ্ৰয়ত থকা স্বাৰ্থান্বেষী মানুহজনৰপৰাও সম্বন্ধ গুচিল। এতেকে,—কোনো এজনৰ, সম্বন্ধীয় মানুহৰ মৰণ হ'লে সেই সম্বন্ধীয় মানুহেৰে সৈতে স্বাৰ্থ-সিদ্ধিৰ নিমিত্তে যি লগ লাগিছিল, সেই স্বাৰ্থান্বেষী মানুহৰপৰা প্ৰথম জনৰ সম্বন্ধ ছিগা, the disconnecting of two persons on account of loss of another who served as the connecting link.

গৰুৰ আগত টোকাৰী বোৱা—ক্রি. মানুহৰ আগত টোকাৰী বালে সি তাৰ ৰস বুজি আনন্দ উপভোগ কৰে। গৰুৱে বাদ্যৰ ৰস একো নুবুজে। গৰুৰ আগত টোকাৰী বজোৱা অসাৰ্থক। এতেকে,—মোল নুবুজা মানুহৰ আগত কোনো ভাল কাৰ্য্য কৰা, to do a certain good act in the presence of a person who is too dull to appreciate the real worth of it.

গৰু হৈ ঘাঁহ খোৱা—ক্রি. গৰু মূৰ্খ বুলি খ্যাত। এতেকে,—মূৰ্খ হৈ মূৰ্খ কাৰ্য্য কৰা, to play the part of a fool.

গৰুড়ৰ পাখা বান্ধি থোৱা—ক্রি. গৰুড় পক্ষীক পোৱালি অৱস্থাতে পাখা বন্ধি সৰহ দিন থ'ব পৰা নাযায়, কিয়নো ডেউকাত বল হ'লে সি ডোলক ছটি ছিঙি নিশ্চয় উৰাও মাৰিব। এতেকে,—বলৱন্ত প্ৰাণীৰ স্বাভাৱিক বল নিৱাৰণ কৰিব নোৱাৰা, to be powerless to arrest the natural development of genius, to be unable to prevent the growth of anything by artificial means.

গলৰ মণি—মণি গলত ওলোমাই পিন্ধা হয়। এজনে আন এজনক আঁকোৱালি ধৰি গলৰ ওচৰলৈ টানি আনি মৰম কৰে। এতেকে,—অতি আদৰৰ মানুহ, one much beloved, a darling.

গলধন ধৰা—বিণ. যেতিয়া ম'হৰ গলধন ধৰে, তেতিয়া সি যুঁজিবলৈ বিচাৰি ফুৰে। এতেকে,—যুঁজাক ( ব্যঙ্গাৰ্থ ), a fighter, a bull ( used ironically ).

গলধনৰ গাগৰি— বি. প্ৰবাদ আছে যে গাগৰি বা ভেমৰ স্থান মানুহৰ গলধন। যাৰ গলধন ডাঙৰ, তাৰ গাগৰি ডাঙৰ অৰ্থাৎ ভেম বেছি। গলধনত ভুকুৱাই দিলে গাগৰি ভাগে অৰ্থাৎ ভেম টুটে। এতেকে,—সহজে ভাঙিব পৰা ভেম, মিছা ভেম, vain boasting, bragging.

গাঁতৰ এন্দুৰ—বি. এন্দুৰ গাঁতৰ ভিতৰত থাকে। সি গাঁতৰ ভিতৰৰ কথাহে জানে, বাজৰ কথা নাজানে। এতেকে,—অজ্ঞ মানুহ, an uninformed person, an ignoramus.

গাঁতলৈ যোৱা—ক্রি. মানুহ মৰিলে শৱ গাঁতত পোতা হয়। এতেকে,—মৃত্যুৰ ওচৰ চপা, (গালিৰ মাত) to approach the grave (used abusively).

গাঁতে খঁটা—ক্রি. শৱ পুতিবলৈ গাঁত লাগে। এই স্থলত কোৱা হৈছে, যে মৰিলে পুতিবলৈ গাঁতৰ নাটনি নহয়। এতেকে,—সামান্যভাৱে কালযাপন কৰি মৰি যোৱা, হাকাল বিকাল নকৰাকৈ জীৱন-লীলা সাং কৰা, the passing of life in an unostentatious manner.

গা অহা— ক্রি. [ গাৰ ভঙ্গি অহা ] গাৰ ভঙ্গি বাজনাৰ ছেৱেৰে মিল হোৱা, the harmonising of the movements of a dance with the tune of the music.

গা-আলেগা দিয়া— ক্রি. গা আলগ কৰি দিয়া অৰ্থাৎ নিজে আঁতৰি থকা, কোনো বস্তু বা কাৰ্য্যৰে সম্বন্ধ নৰখা, to dissociate oneself from anything, to evade responsibility.

গা উঠা— ক্রি. [ গাৰ তেজ উঠা ] উলাহ লাগিলে গাৰ তেজ উঠে অৰ্থাৎ বেগেৰে চলিবলৈ ধৰে। এতেকে,— উলাহ লগা, to be animated.

গা-এৰা দিয়া— ক্রি. সাৰি যোৱা ( 'গা ধৰা দিয়া'ৰ ওলোটা ), to slip off, to escape.

গা এৰি দিয়া— ক্রি. [ গাক যাবলৈ এৰি দিয়া ] সময়ৰ সোঁতত উটি যাবলৈ গা এৰি দিয়া, চেষ্টা কৰিবলৈ এৰি দিয়া, to be drifted downstream, to abstain from exerting oneself in anything.

গা কৰা— ক্রি. [ গাৰ নিচিনা কৰা ] মানুহৰ গাৰ নিচিনা দেখা পোৱা অৱস্থা কৰা, শৰীৰৰ অৱস্থা আগতকৈ ভাল কৰা, to recoup health.

গা কুট্‌কুটোৱা— ক্রি. একে ঠৰেৰে বহি থাকিলে গা কুট্‌কুটায়। এতেকে,— কোনো কাৰ্য্য কৰিবৰ নিমিত্তে উচ্‌পিচ্‌ লগা, to be impatient to do anything.

গা-গধুৰ— বি. গা গধুৰ হ'লে উঠিব-লৰিবৰ মন নাযায়। এতেকে,— এলেহুৱা, inert, sluggish, inactive.

গা গুৱাহটীয়া হোৱা— ক্রি. অসমৰ ৰাজধানী শিৱসাগৰ আছিল। গুৱাহাটী নগৰ শিৱসাগৰৰ ভাটীত আছে। এতেকে,— গা ভাটী দিয়া, সোঁও-বয়স পাৰ হোৱা, to be on the down-hill of life, to be past middle age.

গা ঘাটি দিয়া— ক্রি. শাৰীৰিক অৱস্থা হীন হোৱা, to be in failing health.

গা ঘেলোৱা— ক্রি. আয়মেৰে ফুৰা, অবাবত কাল কটোৱা, to walk with affected dignity, to spend time wantonly.

গা চাই গামোচা— বি. আগৰ দিনত গামোচাক চুৰিয়াৰ দৰে ব্যৱহাৰ কৰা হৈছিল। দীঘল মানুহৰ নিমিত্তে দীঘল গামোচা, আৰু চুটি-চাপৰ মানুহৰ নিমিত্তে চুটি গামোচা লাগিছিল। এতেকে,— যথাযোগ্য বস্তু, a suitable or appropriate thing.

গা চেকেৰ কৰি যোৱা— ক্রি. চোকা অস্ত্ৰেৰে কাটিলে গা চেকেৰ কৰি যায়। এতেকে,— পৰৰ দুখত সহানুভূতিৰ ভাব ওপজা, feeling poignantly for the sufferings of another.

গা জৰ্জ্জৰীয়া লগা— ক্রি. ( জৰ্জ্জৰীয়া=শুকান। ) শৰীৰ পৰিপাটি যেন বোধ হোৱা। ভাবপৰা,— লেঠা-জঞ্জাল গুচি ভাল লগা, to be disencumbered, to be disembarrassed.

গা জিলিকা— ক্রি. তিৰোতাৰ গৰ্ভ পাঁচ মহীয়া হ'লে গা জিলিকে অৰ্থাৎ গা দেখি গৰ্ভ হৈছে বুলি নিলগৰপৰা মানুহে জানিব পাৰে। তিৰোতাৰ গৰ্ভ বাহিৰৰ-পৰা বুজিব পৰাকৈ ডাঙৰ হোৱা, to be big with child.

গা জোকাৰি ফুৰা— ক্রি. উলহ-মালহকৈ ফুৰিলে গা বৰকৈ জোকাৰ খায়। এতেকে,— উলহ-মালহকৈ ফুৰা, স্বচ্ছন্দভাৱে কাৰ্য্য কৰা, to walk about merrily, to conduct oneself light-heartedly.

গা টঙোৱা— ক্রি. [ গা জোকাৰি ফুৰা ] 'টঙোৱা' ক্রিয়া প্রকৃততে অকৰ্ম্মক। কিন্তু মূল হেৰাই পিছত সকৰ্ম্মক-স্বৰূপে ব্যৱহৃত হ'ল। মানুহৰ গা ৰোগত পৰি থাকিলে সেউসেউ হয়। ৰোগ ভাল হ'লে গা টান হয়। এতেকে,— ৰোগৰপৰা মুক্তি পাই কিছু সুস্থ-সবল হোৱা। ভাবপৰা,— আৰ্থিক অৱস্থা কিছু উন্নত কৰা, to be convalescent; hence, to be somewhat improved pecuniarily.

গা দঙা— ক্রি. নৰিয়া ভাল হ'লে গা দাঙি উঠা-বহা কৰা হয়। এতেকে,—ৰোগৰ উপশম হোৱা। ভাবপৰা,— আৰ্থিক অৱস্থা কিছু উন্নত কৰা, to be convalescent; hence, to be somewhat improved pecuniarily.

গা দহদহীয়া লগা— ক্রি. 'দহদহীয়া'ৰ 'দহ' শব্দ 'দৃঢ়' শব্দৰপৰা ওলাইছে। দহদহীয়া=টনটনীয়া। এতেকে,—গা সুস্থ-সবল লগা। ভাবপৰা,—আৰ্থিক অৱস্থা স্বচ্ছল হোৱা, to be improved pecuniarily, to be well on.

গা-ধন— বি. দৰাৰপৰা ছোৱালীৰ গাৰ বাবে মূল্য-স্বৰূপ লোৱা ধন, money taken from a bridegroom as the price of the bride.

গা-নৰিয়া মানুহ— বি. গৰ্ভৱতী মানুহে বৰকৈ উঠি-লৰি ফুৰিব নোৱাৰে। নৰিয়া মানুহৰ গা যেনে অক্ষম হয়, গৰ্ভৱতী মানুহৰো গা তেনে অক্ষম হয়। এতেকে,— গৰ্ভৱতী তিৰোতা, a pregnant woman.

গা পাতি লোৱা— ক্রি. পৰৰ দোষ নিজৰ গাত পাতি লোৱা, পৰৰ দায়িত্ব লোৱা, to take the responsibility on one's own shoulder.

গা পেলাই দিয়া— ক্রি. শকত বস্তু দাঙোতে গা পৰি যায়। এতেকে,— চেষ্টা কৰিবলৈ এৰি দিয়া, নিৰাশ হোৱা, to lie supinely, to be listless or inattentive, to lose heart.

গা ভগা— ক্রি. তিৰোতাৰ প্রসৱৰ পূৰ্ব্বৰ স্ৰাৱ হোৱা; ক্ষীণ হোৱা, to be discharged of female matter before delivery; to be thin and weak.

গা ভাৰী— বিণ. গাত অৰ্থাৎ গৰ্ভত ভাৰ লোৱা, গৰ্ভৱতী, pregnant.

গা ভাল হোৱা— ক্রি. তিৰোতাৰ প্ৰসৱ হোৱা, to be delivered of a child.

গা-মূৰ ধোৱা— ক্রি. তিৰোতাই ঋতুৰ পাছত গা আৰু মূৰ ধোৱে। সেইৰূপে শুচি হোৱাৰ পাছত পতি-সঙ্গম হয়। এতেকে,— to conceive child in the womb.

গা যোৱা— ক্রি. [ গাৰ তেজ যোৱা ] তিৰোতাৰ ৰক্ত-স্ৰাৱ হোৱা, to be affected with haemorrhage ( said of a woman ).

গা বজিত বজিত কৰা— ক্রি. 'বজিত' শব্দৰ সংস্কৃত 'বজ্' ধাতুৰে সম্পৰ্ক নাই; সি 'বণং জিতম্' এনে বাক্যৰপৰা উৎপন্ন হৈছে। বণ জিকিলে শৰীৰৰ যেনে ভাব হয় তেনে ভাব হয় বুলি কোৱা হৈছে। এতেকে,— আনন্দত গা নাচি উঠা, to be exhilarated, to feel buoyant.

গা বাইজাই কৰা— ক্রি. [ বাইজাই=বয় যায়। ] গা এবেলি বয় আৰু এবেলি যায় অৰ্থাৎ লৰি থাকে। এতেকে,—গা অথিৰ লগা। ( প্ৰধানকৈ ভোকত গা বাইজাই কৰে বোলা হয় ), to stagger, to reel.

গা বোৱা—ক্রি. [ গাৰ তেজ বোৱা ] তিৰোতাৰ ৰক্ত-স্ৰাৱ বন্ধ হোৱা, সুকীয়া হোৱা, নিজগৰী হোৱা, ( সচৰাচৰ বিদ্ৰূপাৰ্থত ওলোটা ভাব বুজায়, যেনে, আমাৰ ফালে গা ব'ল=আমাৰ সুস্থভাৱ আঁতৰিল, আমি জঞ্জালত পৰিলোঁ ), the stopping of haemorrhage of a woman; to be well off ( often used ironically, when it means, to be ill off ).

গা লৰা—ক্রি. গৰ্ভ লৰা, প্ৰসৱ-কাল উপস্থিত হোৱা, the turning of a child in the womb previous to delivery.

গা লৰা—ক্রি. কোনো কাৰ্য্য কৰিবলৈ হ'লে গাটো লৰাই আগ বাঢ়ি যাব লাগে। এতেকে,—কোনো কাৰ্য্য কৰিবলৈ উদ্যোগ হোৱা, preparing to do any work.

গালিৰে কুকুৰ-পিটা কৰা—ক্রি. কুকুৰে চক ছুলে তাক ধৰি নথৈ পিটা হয়। এই স্থলত ইমানকৈ গালি পাৰে বোলা হৈছে, যে মানুহটোক নথৈ পিটাৰ তুল্য কৰে। এতেকে,—নথৈ গালি পৰা, to abuse vilely.

গা সাতখন আঠখন কৰা—ক্রি. নাচনীয়ে নাচোঁতে গা বৰকৈ ভাগে। এই স্থলত গা ইমান ভাগে বোলা হৈছে যে সি সাতখন আঠখন হৈ যায়। এতেকে,— আনন্দত বৰকৈ নচা অৰ্থাৎ উল্লাসিত হোৱা, to be extremely jubilant.

গা সুৰি যোৱা—বি. [ গা স্ৰৱি যোৱা ] তিৰোতাৰ ৰক্ত-স্ৰাৱ, haemorrhage ( applied to a woman ).

গা হৈ কোৱা—ক্রি. নিজে দায়িত্ব গ্রহণ কৰি কোৱা ; ডাঠি কোৱা, to speak confidently.

গাই গাই লগা, মাত-বোল নোহোৱা—ক্রি. দুজন মানুহে গাই গাই লাগি থাকে, তথাপি সিহঁতৰ ভিতৰত মাত-বোল নাই বোলা হৈছে। এতেকে,—নিচেই ওচৰ-চুবুৰীয়া মানুহেৰে মিলা-প্রীতি নথকা, the living of too close neighbours on terms of hostility.

গাই গোটে পেটে ভঁৰাল হোৱা—ক্রি. [ গাইগুটীয়াকৈ পেটে ভঁৰাল হোৱা ] গাই গাই এগোট হৈ পেটে পেটে ভঁৰাল হোৱা অর্থাৎ প্রত্যেকেই বেলেগ হৈ সুকীয়াকৈ খোৱা, to live every one for himself.

গাটোৰ লগতে ছাঁটো যোৱা—ক্রি. গাটো যেনি যায়, গাটোৰ ছাঁটোও তেনি লগে লগে যায়। এতেকে,—অভেদ-স্বৰূপে থকা, to associate with a person like his shadow, to live in inseparable association.

গাত গামোচা লোৱা—ক্রি. ছোৱালীবিলাকে পাট-গাভৰু হলে শুদা মেখেলাৰে নাথাকি গাত এখন গামোচা লৈ থাকে। এতেকে,—পাট-গাভৰু হোৱা, to arrive at the stage preceding puberty, generally between 10 and 14 years ( said of a girl ).

গাত চিকুটিলে গম পোৱা—ক্রি. পৰক চিকুটিলে সি কিমান দুখ পায়, সেই কথা নিজৰ গাত চিকুটি চালেই গম পোৱা যায়। এতেকে,—পৰৰ দুখ নিজৰ দুখেৰে বিজাই অনুমান কৰা, to realise the feelings of another person by comparing them with like feelings in one's own mind.

গাত জুই জ্বলা—ক্রি. জুই লাগিলে গা যেনেকৈ পুৰি-দেই যায়, সেইৰূপে পুৰি-দেই যায় বোলা হৈছে। এতেকে,—অতিৰিক্ত বেজাৰ-কষ্ট পোৱা, to be deeply afflicted with sorrow.

গাত জৰে-বিষে উঠা—ক্রি. বেজাৰত তত হেৰোৱা, to suffer anguish.

গাত পাখি গজা—ক্রি. চৰাইৰ গাত পাখি গজিলে সি উৰণীয়া হয়। এতেকে,—ডাঙৰ-দীঘল হোৱা, নিজে নিজৰ তত্বাৱধান ল'ব পৰা হোৱা, to grow sufficiently to be able to take care of oneself.

গাত বিহ লগা--ক্রি. বিহ লাগিলে যেনেকৈ গা ছিগি-ভাগি যায়, সেইৰূপে ছিগি-ভাগি যায় বোলা হৈছে। এতেকে,—বেজাৰত ছাটি-ফুটি লগা, to be highly excited with feelings of grief.

গাত বিহ-কাঁড় লগা—ক্রি. বিষাল কাঁড় গাৰ ভিতৰলৈ সোমালে যেনে লাগে তেনে লাগে বোলা হৈছে। এভেকে,—বেজাৰত ছাটি-ফুটি কৰা, to be morbidly affected with grief.

গাত বিহু লগা—ক্রি. বিহুত গা ভাঙ্গি নাচি ৰং-ধেমালি কৰা হয়। এভেকে,—ৰৰকৈ আনন্দ-ভাব ওপজা, to be overjoyed.

গাত লেঠা হোৱা—ক্রি. গৰ্ভৱতী হোৱা, to become pregnant.

গাত শিপা গজা—ক্রি. গছত শিপা গজিলে তাক লৰাব পৰা নাযায়। এভেকে,—এলাহত লৰিব চৰিব নোৱাৰা, to be too lazy to move.

গাত হাত ফুৰোৱা—ক্রি. গৰু-ম'হ আদি জন্তুক জাতি কৰিবৰ নিমিত্তে গাত হাত ফুৰাই চক ভঙ্গা হয়। এভেকে,—চুকচুকোৱা, to cajole, to blandish, to flatter.

গাৰ উমান—বি. নিজৰ ( মনৰ ) অনুমান, mental vision, surmise.

গাৰ কেৰেপ নোহোৱা—ক্রি. শোঁৰ্চতে গা কাতি-কুন্তা কৰিলে চাঙ্গৰ কেৰেপকৈ শব্দ হয়। এভেকে,—কাতি-কুন্তা নোহোৱা, অকাতৰে সহি থকা, to endure without flinching.

গাৰ গতি বিষম হোৱা- ক্রি. [ বিষম=সাংঘাতিক অৱস্থা। ] শৰীৰ সাংঘাতিক অৱস্থাৰ পোনে ঢাল লোৱা অর্থাৎ মৃত্যুকাল ওচৰ চপা, the approaching of the end of life.

গাৰ গোন্ধত সাতখন বিলৰ মাছ মৰা—ক্রি. দুৰ্গন্ধ পানীত মাছ মৰি যায়। এই স্থলত গাৰ গোন্ধ এনে বেয়া বুলি কোৱা হৈছে যে তাৰ গোন্ধত সাতখন বিলৰ মাছ মৰে। এভেকে,—শৰীৰ অতি দুৰ্গন্ধময় হোৱা, to emit an offensive smell from the body.

গাৰ গোসাঁই নাইকিয়া হোৱা—ক্রি. প্রতি মানুহৰ গাত একোজন গোসাঁই অর্থাৎ শৰীৰ-ৰক্ষক দেৱতা থাকে বুলি কয়। ডাঙ্গৰ বিপদ হ'বৰ কালত শৰীৰ ৰক্ষাৰ উপায় নাথাকিলে, গাৰ গোসাঁই আঁতৰে। এভেকে,—বিপদৰপৰা সাৰিবৰ উপায় নাইকিয়া হোৱা, বিপদত অথিৰ হোৱা, to be at one's wits end.

গাৰ নোম নেদেখা পৰ—বি. সাঁজ লাগিলে গাৰ নোম চকুৰে নেদেখা হয়। এভেকে,—সাঁজ লগা বেলি, dusk.

গাৰ নোম শত্রু হোৱা—ক্রি. [ গাৰ নোম হৈ শত্রু হোৱা ] অতি আপোন মানুহেই শত্রু হোৱা, to behave like an enemy though bound by ties of nearest friendship or relationship.

গাৰ ফালে পৰ-পালি দিয়া—বিণ. ৰোগ টান হ'লে মানুহে ৰাতি ৰোগীৰ ওচৰত ৰহি পৰ-পালি দিব লাগে। তেনে অৱস্থাত ৰোগীৰ গা নিচেইকৈ খীণাই-শুকাই যায়। এতেকে,—নিচেইকৈ ক্ষীণ, অতি দুৰ্ব্বল, weak and emaciated.

গাৰি ধৰা— ক্রি. সবল হোৱা, to grow fat.

গাই বাই খোলাকটিৰ ভাল পোৱা—ক্রি. নাম গালে, ভাল বালে, কিন্তু শেষত জানিব পাৰিলে যে সেই ভাল কাঁহৰ ভাল নহয় খোলাকটিৰহে ভাল, অৰ্থাৎ ইমান পৰিশ্ৰমৰ ফলত কেৱল এজোৰ খোলাকটিৰ ভাল পালে, এই বাক্যৰ দ্বাৰা এই ভাব বুজোৱা হৈছে। এতেকে,—বহু পৰিশ্ৰম কৰি নগণ্য লাভ পোৱা, to have a nominal gain though strenuous efforts are made.

গাই বাই চোৱা—ক্রি. যেতিয়ালৈকে উপযুক্ত মাননী দিয়া নহয়, তেতিয়ালৈকে গায়ন-বায়নৰ জোৰাই ঘূৰি ঘূৰি নতুন নতুন ছেও মাৰি থাকে। এতেকে,—কোনো কাৰ্য্য কৰিবৰ নিমিত্তে বহু যত্ন কৰা, to try hard.

গাইমুৱা মানুহ—বি. গাই মাইকী। যি মানুহৰ মুখত দাঁড়ি-গোফ নগজে, তেনে মানুহক মাইকীৰ নিচিনা দেখা যায়। এতেকে,—মাইকীমুৱা মানুহ, a man of feminine appearance.

গাখীৰতকৈ বগা হ'লে কুঠীয়া হোৱা— ক্রি. ( কুঠীয়া=কুষ্ঠ-ৰগীয়া ) গাখীৰৰ বৰণ বগা কিন্তু কুষ্ঠ ৰোগৰ বৰণ তাতোকৈ বগা। এতেকে,— অতিৰিক্ত মঙ্গল অমঙ্গলত পৰিণত হোৱা, the degenerating of a virtue to the category of vice by being pushed to extremes.

গাখীৰতে ম'হৰ খুটি—বি. কোনো ঠাইত গাখীৰ সাধাৰণতে পোৱা যায়, তাতে ম'হৰ খুটি পতা হয় বোলা হৈছে। এতেকে,—সুখৰ উপৰি সুখ, super-added pleasure.

গাখীৰৰ নামেৰে পানী খোৱা—ক্রি. গুৱালে গাখীৰ-পানী মিহলাই বেচে। কোনো সময়ত সি ইমানকৈ বেছি পানী মিহলায় যে সেই গাখীৰ পানীৰ তুল্য হয়। এই স্থলত কোৱা হৈছে যে গাখীৰ পানীৰ তুল্য হ'লেও, তাক হেঁপাহ কৰি খোৱা যায়। এতেকে,—নাম-মাত্ৰ ভালৰ সংশ্ৰৱ থকা বস্তুকো পাবলৈ আকাঙ্ক্ষা কৰা, to relish a thing which has the slightest tinge of good mixed with it; to desire a thing which, though not good in itself, passes as such by being associated with something good.

গাখীৰে-গুড়ে সনা —ক্রি. গাখীৰে-গুড়ে সানিলে ভালকৈ মিলি যায়। এতেকে,—ভালকৈ মিলি যোৱা, to agree thoroughly.

গাজত লগা—বিণ. ( গাজ=কুমলীয়া পুলি। ) হৃদয়ৰ মৰ্ম্মস্থান কোমল বাবে তাক গাজ বোলা হৈছে। এতেকে,—মৰ্ম্ম-ভেদী, cutting to the quick, pungent, severe.

গাজনি-গোমৰণি—বি. মেঘে বহুপৰ গাজি গুমৰি থাকিলে বৰষুণ নহয়। মানুহেও বৰকৈ ডবিয়াই-হুকিয়াই থাকিলে মাৰ-কিল হ'বলৈ নাপায়। এতেকে,—মাৰ-কিল নোহোৱা ডাবি-হুকি, rebuke uttered in a thundering voice but not followed by beating.

গান্ধী মাৰি হাত গোন্ধোৱা—ক্রি. গান্ধী তুচ্ছ প্ৰাণী। তাৰ গাটো বৰকৈ গোন্ধায়। তেনেকুৱা তুচ্ছ প্ৰাণীক মাৰিলে পুৰুষালি নাই. বৰং হাত গোন্ধায়। এতেকে,—তুচ্ছ মানুহক নষ্ট কৰি অপমান আৰ্জ্জন কৰা, to soil one's reputation by injuring an insignificant person.

গাভিনী শিয়াল—বি. শিয়ালৰ পেট গেৰেলা। শিয়ালীৰ পেট তাতোকৈ গেৰেলা। গাভিনী শিয়ালীৰ পেট অতিপাত গেৰেলা, আৰু সিহঁতে বৰকৈ লৰি-চৰি ফুৰিব নোৱাৰে। এতেকে,— বৰকৈ লৰিব-চৰিবৰ মন নোযোৱা ভেৰেহা এলেহুৱা মানুহ, a person of unwieldy bulk, a lazy person.

গাভী মানুহ—বি. গাত ধন-বস্তুৰ টোপোলা থাকিলে গাৰ ভাৰ বেছি হয়। এতেকে,—সম্পত্তিশালী মানুহ, a rich man.

গায়নৰ ঘৰৰ কুকুৰে ৰাগ দিয়া—ক্রি. গায়নৰ গীত সদায় শুনি থাকি তেওঁৰ ঘৰৰ সকলোৱে অলপ-অচৰপ গীত জনা হয়। এই স্থলত কোৱা হৈছে যে আন কি কুকুৰেও ৰাগ দিব জানে অৰ্থাৎ ৰাগ টানি গীত গাব জানে। এতেকে,—যি মানুহে কোনো বিদ্যা জানে তেওঁৰ ঘৰৰ সকলোৱে সেই বিদ্যাৰ বিষয়ে অলপ-অচৰপ জনা, the knowing of something of the master's craft by each one connected with him in howsoever a humble way.

গায়নৰ ঘেণ্ডা—বি. গায়নে ঘেণ্ডা মাৰোঁতে বৰকৈ কোঢ়াল হয়। এতেকে,—ডাঙৰ কোঢ়াল, a loud noise.

গায়নৰ জেঙা মৰা—ক্রি. গায়নৰ জোৰাক নানা প্ৰকাৰেৰে মাননী দিব লাগে। তেওঁবিলাকৰ জেঙা ইমান সৰহ যে সহজে তাক মৰা টান। এতেকে,—কোনো জঙলীয়া বিষয়ৰ জঞ্জাল ভঙা, লেঠা মৰা, to settle a knotty affair.

গাল মৰা—ক্রি. মুখৰ ভিতৰলৈ কোনো বস্তু এনেৰূপে মাৰি পঠোৱা হয় যে গৰাহটো ডাঙৰ হৈ তুখন গাল ওফন্দি পৰে। আন মানুহে কেনেবাকৈ খায় বুলি নিজে এইৰূপে বেগতে খাই পেলায়। এতেকে,—আত্মসাৎ কৰা, to appropriate to one's own use.

গালি পাৰিলে আলিয়ে যোৱা—ক্রি. গালি গাইদি নপৰাকৈ আলিয়ে অর্থাৎ আন পোনে যায় বোলা হৈছে। কাঁড় মাৰিলে গাত আঘাত লাগে; কিন্তু গালি পাৰিলে তেনেৰূপে আঘাত নালাগে। এতেকে,—গালিয়ে মানুহৰ প্রকৃত অপকাৰ কৰিব নোৱাৰা, the failing of abusive language to do actual harm to any one.

গালিৰ বাহ—বি. ইমানকৈ গালি পাৰে বোলা হৈছে, যে গালিবিলাক গাত লাগি লাগি গাটো ওফন্দি এটা গালিৰ বাহ হৈছে। কোদো, বৰল আদি থুং থকা প্রাণীৰে গালিক তুলনা কৰা হৈছে। সেইবিলাক গাত লাগিলে মানুহৰ যেনে কষ্ট হয়, গালি গাত লাগিলেও তেনে কষ্ট হয়। এতেকে,—যাক সদায় গালি পৰা যায় তেনে মানুহ, a person who is an object of continual vituperation.

গালৈ সামৰা—ক্রি. নিজৰ গালৈ অর্থাৎ নিজলৈ সামৰা, আত্মসাৎ কৰা, to appropriate to one's own use.

গাহৰি-গঁড়াল— বি. গাহৰিৰ গঁড়াল অতি লেতেৰা। এতেকে,—জঘন্য বাসস্থান, a nasty dwelling-place.

গুড় চেলেকোৱা—ক্রি. কেঁচুৱা ল'ৰাক যেয়ে গুড় চেলেকায়, সি তাৰে লগতে যায়। এতেকে,—ফুচুলোৱা, to entice, allure, tempt.

গুণ টনা— ক্রি. বৰনাও কোনো নৈত উজাই নিওতে গুণ টানি নিয়ে। এতেকে,— প্রাণ-কাতৰে বল দিয়া, to exert to the utmost.

গুণ নাপালে ধৰম পোৱা— ক্রি. ইহাকালত যশস্যা নাপালেও পৰ-কালত নিশ্চয় ধর্ম্ম ফল পোৱা, to be blessed if not praised.

গুণৱতী ৰাধা— বি. ৰাধা এনে গুণৱতী আছিল যে স্বয়ং শ্রীকৃষ্ণ তেওঁৰ প্রেমত আবদ্ধ হৈছিল। এতেকে,—গুণৱতী তিৰোতা, an accomplished woman.

গুৰি-কঠাল পৰা দিয়া— ক্রি. কঠাল-গছৰ গুৰিৰ ফালে ডাঙৰ কঠাল লাগে। তেনেকুৱা ডাঙৰ কঠাল পাৰিলে ৰবকৈ শব্দ হয়। এতেকে,—ডাঙৰ শব্দেৰে পৰা, to fall with a loud noise.

গুৰি-শকত— বিণ. গুৰি ভলত থাকি গছডাল ধৰি থাকে। যদি গুৰি শকত হয়, তেনেহলে গছ বতাহত উঘলি নপৰে। মানুহবো সেইৰূপে তলত ধৰিবলৈ যদি বৰলোক থাকে, তেনেহলে তাক সহজে কোনোৱে অপকাৰ কৰিব নোৱাৰে। এতেকে,—বৰলোকৰপৰা সাহাৰ্য্য পোৱা, having a powerful backing.

গুৰি পকৰাৰ অলপ পানীয়েই বান হোৱা— ক্রি. বান-পানী আহিলে মানুহ গৰু আদি উটুৱাই নিয়ে। গুৰি পকৰা অতি ক্ষুদ্র। অলপ পানীতে সি ঠাইৰিব নোৱাৰি উটি যায়। এই স্থলত কোৱা হৈছে, যে সেয়ে তাৰ পক্ষে বানৰ তুল্য হয়। এতেকে,— ইতৰ মানুহৰ পক্ষে সামান্য অসুবিধাই দুৰ্ঘোৰ বিপদৰ তুল্য হোৱা, the regarding of a slight inconveniencea s great danger by a per‚on who is weak and helpless.

গুৰিত গোবৰ দিয়া— ক্রি. গছৰ গুৰিত গোবৰ দিলে গছ বাঢ়ে। এতেকে,— কোনো কাৰ্য্য সফল কৰিবৰ নিমিত্তে যথোচিত উপায় কৰা, to promote the growth of anything.

গুৰু এৰা ভক্তি— বি. প্ৰত্যেক অসমীয়া হিন্দু মানুহৰ নিৰ্দ্দিষ্ট গুৰু আছে। এই স্থলত কোৱা হৈছে, যে নিজ গুৰু এৰি পৰ গুৰুত শৰণ লৈ ভক্তি কামনা কৰা হৈছে। এনে ভক্তি নিসিজে, এই বাক্যৰ দ্বাৰা এই ভাব বুজোৱা হৈছে। এতেকে,— নিজ গুৰু এৰি পৰ গুৰুত লোৱা ভক্তি।

গুৰুলা-গুৰুল কিল— বি. [ গেৰেলা-গেৰেল কিল ] শকত ভাঙৰ কিল, heavy blows.

গুৰু-ভকতৰ আঁৰ হোৱা— ক্রি. কোনো মানুহ মৰিলে সি গুৰু আৰু ভকতৰ আঁৰ হয় অৰ্থাৎ তেওঁবিলাকে তাক সংসাৰত আৰু দেখিবলৈ নাপায়। এতেকে, —মৃত্যুপ্ৰাপ্ত হোৱা, to die.

গুলীটোৰ দৰে যোৱা— ক্রি. হিলৈৰ গুলী অতি বেগেৰে যায়। এতেকে,—অতি বেগেৰে যোৱা, to travel with utmost rapidity.

গুৱাল-গালি পৰা— ক্রি. গুৱালবিলাকে ম'হ-গৰু চৰাওঁতে চিঞৰি চিঞৰি বিহুনাম গোৱাৰ ছলেৰে, কাৰো নাম নধৰাকৈ উধাই-মুধাই গালি পাৰে। এতেকে, — কোনো মানুহক নাম নধৰাকৈ গালি পৰা, to direct an abuse against people in a general way without referring to any particular individual by name.

গৃহস্থৰ চৰণ— বি. [ গৃহস্থ দেৱতাৰ চৰণ ] গৃহত থকা দেৱতা অৰ্থাৎ ইষ্ট দেৱতা। ( 'চৰণ' শব্দৰ পৃথক অৰ্থ নাই, ভক্তি বুজাবৰ নিমিত্তে ই ব্যৱহৃত হয় ), the household deity.

গেঙেৰি দিয়া— ক্রি. কুকুৰ বাঘ আদি জন্তুৱে গেঙেৰি দি ভয় দেখুৱায়। এতেকে,—ভয় দেখুওৱা, to show one's teeth, to threaten.

গেন্ধেলা হাতেৰে কৰা— ক্রি. [ গেন্ধেলা=দুৰ্গন্ধ। ] হাত দুৰ্গন্ধ হ'লে সেই হাতেৰে কৰা কাৰ্য্যও দুৰ্গন্ধ হয়, এনে ভাব বুজোৱা হৈছে। এতেকে,— লেতেৰাকৈ কৰা, to act clumsily.

গেৰ নসৰা ল'ৰা— বি. চৰাই পোৱালিবিলাকৰ গেৰ জগাৰ কিছু দিন পাছত সৰে। এতেকে,— কম বয়সৰ ল'ৰা। ( ব্যঙ্গাৰ্থ ) a mere infant.

গেৰেলা হালত বোৱা— ক্রি. গৰুৰ দ্বাৰাহে হাল বোৱা হয়। এই স্থলত, গেৰেলাৰে হাল বায় বোলা হৈছে। এতেকে, — দুখীয়া মানুহে দুখীয়াভাৱে কাৰ্য্য কৰিবলৈ লাজ পাই চহকী মানুহৰ অনুকৰণ কৰিবলৈ গৈ হাস্যাস্পদ কাৰ্য্য কৰা, to ape a great man.

গেলা গপ— বি. শৱ গেলিলে উখহি ডাঙৰ হয়। গপ নাথাকে অৰ্থাৎ মৰে। এই স্থলত কোৱা হৈছে যে, সি মৰি গেলি যায়। এতেকে,—নিষ্ফল ডাঙৰ অহঙ্কাৰ, vain boasting.

গেলা ডাৱৰীয়া— বি. ডাৱৰীয়া বতৰত বৰষুণ পৰি ঠাই-ভুঁই গেল্‌গেলীয়া হয়। এতেকে,— ওলাব-সোমাব নোৱাৰা বা কাম-বন কৰিব নোৱাৰা ডাৱৰীয়া বতৰ, a foul weather.

গেলাত টেঙা দিয়া— ক্রি. [ গেলা মাছত টেঙা দিয়া ] গেলা মাছৰ আঞ্জা কৰিবলৈ হ'লে ভাত টেঙা নিদি জালুক দিয়ে। গেলা মাছৰ আঞ্জাত টেঙা দিলে, মাছ উৰলি সমূহ অনুপযুক্ত হয়। এতেকে,— কোনো অপকাৰ কৰি সেই অপকাৰকে গুৰুতৰ কৰা, to aggravate an injury.

গোট গৰু— বি. [ গোটেই গৰু ] গোটেই গৰু, অৰ্থাৎ জধামূৰ্খ, সমূলি জ্ঞান নাই-কিয়া মানুহ, a dunce.

গোট ভাত গিলা— ক্রি. [ 'উপজি গোট ভাত গিলা' চোৱাঁ। ]

গোটে গোটে মানুহ গিলা— বিণ. ডোখৰ ডোখৰ নকৰাকৈ গোট মানুহক গিলি পেলায় বোলা হৈছে। এতেকে,—বাওমূৰা, monstrous.

গোত্ৰৰ গালি— বি. [ স্বগোত্ৰৰ গালি ] সগোত্ৰৰ মানুহে গালি পাৰিলে তাক সহিবলৈ টান। এতেকে,— আত্মীয়-স্বজনৰ অসহনীয় দুৰ্ব্বাক্য, reproaches by one's own kith and kin which are unbearable.

গোনা মস্তা ওলোৱা— ক্রি. গোনা মস্তা ম'হ বৰ বলী। এতেকে,—বৰ বলী ৰূপে ওলোৱা অর্থাৎ অতি পৰাক্রমী বুলোৱা, to display prowess.

গোন্ধোৱা কথা— বি. বস্তুৰ বেয়া গোন্ধ মানুহে সহিব নোৱাৰে। এই মূলত বেয়া কথাক বেয়া গোন্ধেৰে তুলনা কৰা হৈছে। এতেকে,— অশ্রাব্য কথা, অসহনীয় অন্যায় কথা, a nasty thing, a highly wrongful or improper act, a nuisance.

গোম সাপৰ কণী অনা— ক্রি. গোম সাপ বিষাল আৰু তাৰ খং বেছি। তাৰ কণী আনিলে সি উগ্র মূর্ত্তি ধৰি খেদা দিয়ে। এতেকে,— শক্তিমন্ত খঙাল মানুহৰ দ্রোহ আচৰা, to annoy a person who is too powerful.

গোৰ মাৰি গঙ্গাত পেলোৱা—ক্রি. হিন্দুমতে গঙ্গাত স্নান কৰিলে বহু পুণ্য হয়। গোৰ মাৰি পঠিয়ালে যদি মানুহজন গৈ গঙ্গাত পৰেগৈ তেনেহ'লে তেওঁ সেই কার্য্যৰ দ্বাৰা গঙ্গা-স্নানৰ ফল পায়। এতেকে,—অপকাৰ কৰোঁতে অনিচ্ছা-বশতঃ উপকাৰ কৰা, to benefit a person accidentally while intending to do him harm.

গোৰে-পোৰে তল যোৱা কথা—বি. যদি কোনো মানুহৰ গৰুৰে সৈতে তাৰ পুতেকৰ অস্বাভাবিক সঙ্গম হয়, তেনেহলে হিন্দুমতে সেই গৰু আৰু ল'ৰা দুইও অশুচি হয়। এতেকে,—গুৰুতৰ জগৰীয়া কথা, a heinous crime.

গোসানী লম্ভা—বি. [গোসানী=কালী গোসানী।] কালী গোসানীৰ দ্বাৰা সমাক্রান্ত হোৱা, inspired.

গোহাঁই গাভৰু মানুহ—বি. আহোম ৰজাৰ দিনত আহোমৰ ডাঙৰ বিষয়াসকলক গোহাঁই আৰু তেওঁবিলাকৰ ঘৈণীসকলক গাভৰু বোলা হৈছিল। এতেকে,— ওপৰ তৰপৰ সম্ভ্রান্ত মানুহ, the aristocracy.

গোহালিৰ গৰুৱে বাৰীৰ ঘাঁহে বাহি নহা—ক্রি. নিজৰ গোহালিৰ গৰু আৰু নিজৰ বাৰীৰ ঘাঁহ এই দুইটাৰ বাহি নিমিলে অর্থাৎ নিজৰ গৰুৱে নিজৰ বাৰীত ঘাঁহ নাখাই পৰৰ বাৰীত ঘাঁহ খায়। এতেকে,—নিজৰ উপযুক্ত মানুহক ভাল নাপাই একে গুণসম্বলিত পৰৰ মানুহক ভাল পোৱা, the taking of fancy to a person of another family in disregard of a person of own family though the letter possesses the requisite qualification not inferior to those of the former.

গ্রাহ-গজেন্দ্রৰ যুদ্ধ—বি. পূর্ব্বকালত গ্রাহ আৰু গজেন্দ্রৰ ভিতৰত এনে ঘোৰতৰ যুদ্ধ হৈছিল যে গজেন্দ্রই নিৰুপায় হৈ বিষ্ণুক স্তুতি কৰিলে। বিষ্ণু আহি সুদর্শন চক্রৰ দ্বাৰা গ্রাহৰ মুখ চিৰি দিলত গজেন্দ্রৰ উদ্ধাৰ হ'ল। এতেকে,— ভীষণ যুদ্ধ, a severe struggle, a terrible battle.

ঘঁটা লবোৱা—ক্রি. [ ঘণ্টা লবোৱা ] ( ঘণ্টা=টিলিঙ্গা। ) টিলিঙ্গা বজাওঁতে বৰকৈ লৰি থাকে। এতেকে,—কোনো মানুহক খঙ্গেৰে ধৰি জোকাৰ-পোকাৰ কৰা, to handle a person roughly.

ঘঁৰিয়াল-পৰা দিয়া—ক্রি. ঘঁৰিয়াল পানী-ঘুৰঁলিত দীঘল হৈ পৰি থাকে। এতেকে, —দীঘল হৈ পৰি থকা, to lie down at full length.

ঘিউ-চকত হাত দি অহা—ক্রি. কন্যাকালৰ সময়ত ছোৱালীয়ে ঘিউ-চকত হাত দিবৰ নিয়ম আছে। তেনে কৰিলে সৌভাগ্যৱতী হয় বুলি কয়। এতেকে, – ভাগ্যৱতী হোৱা, to come with a good luck (applied to a woman.)

ঘোঁৰা নৌ ঘটোঁতে চাবুক ঘটা—ক্রি. চাবুকৰ দ্বাৰা ঘোঁৰা চলোৱা হয়। ঘোঁৰা ঘটিবলৈ টান, কিন্তু চাবুক ঘটিবলৈ একো টান নহয়। এই স্থলত কোৱা হৈছে, যে ঘোঁৰা ঘটিম বুলি আশা কৰি, নৌ ঘটোঁতেই আগেয়ে চাবুকডাল আনি থোৱা হয়। এতেকে,—কোনো কাৰ্য্যৰ প্ৰধান অংশ আগেয়ে নকৰি সামান্য সৰু সৰু অংশ কৰা, to do an ancillary part before the principal part of an action.

ঘোঁৰা-বাগৰ দিয়া—ক্রি. ঘোঁৰাই অনবৰত লৰা-ধপৰা কৰি ফুৰে, তাৰ শীঘ্রে ভাগৰ নালাগে। যেতিয়া তাৰ ভাগৰ লাগে, তেতিয়া সি মাটিত পৰি এটা বাগৰ দিয়েই, আকৌ উঠি লৰ মাৰে। কোনো কোনো কামিলা মানুহেও সেইৰূপে কাৰ্য্য কৰি ফুৰে আৰু ভাগৰ লাগিলে ঢাৰি-পাটীত খন্তেক পৰি থাকি আকৌ উঠি পূৰ্ব্বৰ দৰে কাৰ্য্য কৰে। এতেকে,—নিচেই অলপ পৰ ঢাৰি-পাটীত পৰি জিৰণি লোৱা, to rest for a very short-time only by lying down on the bed.

ঘোঁৰা-শিঙৰ কঁৰিয়া পিন্ধোৱা—ক্রি. ঘোঁৰাৰ শিং নাই। ঘোঁৰা-শিঙৰ কঁৰিয়া হ'ব নোৱাৰে। এতেকে,—পাবলৈ নাইকীয়া পদাৰ্থৰ দ্বাৰা গঠিত অতুলনীয় অলঙ্কাৰ দান কৰা ( ব্যঙ্গাৰ্থ ) to make a gift of a rare jewel ( used ironically ).

ঘোঁৰাৰ চুটি—বি. ঘোঁৰাই বেগেৰে চুটি মেলিব পাৰে। এতেকে,—অতিপাত লৰ। তাৰপৰা,—অতিপাত কাৰ্য্যতৎপৰতা, too much running; hence, great activities.

ঘনচিৰিকাই ৰাজহাঁহৰ বুলন ধৰা—ক্রি. [সাধু-কথা] ঘনচিৰিকাই ৰাজহাঁহৰ বুলন শিকিবলৈ গৈ ৰাজহাঁহৰ বুলনো শিকিব নোৱাৰিলে, নিজৰ বুলনো পাহৰিলে। তেতিয়াৰপৰা একো উপায় নাপাই সি ডেও দি খোজ কাঢ়িবলৈ ধৰিলে। এতেকে,—ইতৰ মানুহে ৰৰলোকৰ কাৰ্য্য অনুকৰণ কৰা, the aping of a great man by an insignificant fellow.

ঘনাই খুঁটিলে শিঙৰাও মাছ হোৱা—ক্রি. শিঙৰা মাছত সাৰ পদাৰ্থ কম থাকে। যদি ৰৰশীত শিঙৰা মাছে ঘনাই খোঁটে অৰ্থাৎ যদি ৰৰশীৰে শিঙৰা মাছ ৰাৰে পতি ধৰা হয়, তেনেহলে আটাইবিলাক মাছ গোটাই সাৰ পদাৰ্থ অধিক পোৱা যায়। এতেকে,—তাকৰীয়া লাভ ঘনাই পালে সিও কাৰ্য্যকৰী হোৱা, the turning of small gains to be profitable in the long run if they are obtained unceasingly.

ঘৰ গছকা—ক্রি. বিয়াৰ পিছত কইনাই দৰাৰ ঘৰলৈ আহি ঘৰ গছকি তেতিয়াই ৰাপেক-মাকৰ ঘৰলৈ উভতি যায়। এতেকে,—ঘৰ দখল লোৱাৰ নিয়ম কৰা, to take formal possession of a house

ঘৰ গুচাই ৰাঁহতল কৰা—ক্রি. ৰাঁহতল জেগেলা ঠাই। গুচোৱা=নষ্ট কৰা। এতেকে,—ঘৰুৱা অৱস্থা সমূলি হীন কৰা, to bring household affairs to rack and ruin.

ঘৰ জিনা—ক্রি. ঘৰত থিতাপি হৈ নিজৰ স্বামিত্ব বুজোৱা, to overlord a household.

ঘৰ ধৰা—ক্রি. [ঘৰ=গৃহস্থালি।] গৃহস্থালি চলোৱা, to manage household affairs.

ঘৰ পতা—ক্রি. [ঘৰ=গৃহস্থালি।] বিয়া কৰোৱা, to marry.

ঘৰ পতা ককা—বি. গৃহস্থালি পতা ককা অৰ্থাৎ বুঢ়া মানুহ। যো-জা কৰি দৰা-কইনাৰ বিয়া পতা মানুহ, a match-maker.

ঘৰ-বুঢ়া—বি. প্ৰত্যেক গৃহস্থৰ পৰিয়ালত একেজন বুঢ়া মানুহ থাকে, যি ঘৰতে থাকি বাৰী-ঘৰ ঠিক কৰি ৰাখে। এতেকে,—ঘৰ-বাৰী ঠিক কৰি ৰখা বুঢ়া মানুহ, an old man who superintends the domestic economy of a family.

ঘৰ-বেৰা দিয়া—ক্রি. শত্রুৰ ঘৰৰ চাৰিওফালে বেৰি ধৰা, ঘৰ আক্ৰমণ কৰা, to attack a house from all sides.

ঘৰ ভঙ্গা— ক্রি. [ ঘৰ=গৃহস্থালি । ) গৃহস্থালি নষ্ট কৰা, to ruin a household.

ঘৰ সোমা—ক্রি. [ ঘৰত থাকিবলৈ সোমা ) । নতুন ঘৰত প্রথম বসতি কৰা, to make a formal entry into a house.

ঘৰ সোমা—ক্রি. ( ঘৰ মানি সোমা ) নিজৰ ঘৰ বুলি মানি সোমা, নিজ ঘৰ বুলি তদনুযায়ী কার্য্য কৰা, to regard a house as one's own house.

ঘৰ শুদা হোৱা, বাজ শুদা নোহোৱা—ক্রি. ( শুদা=ধন-বস্তুহীন ) । প্রকৃততে দুখীয়া হ'লেও বাজত দুখীয়া ভাব নেদেখুওৱা, not to appear as poor in public though really poor.

ঘৰৰ ঘৈণী—বি. ঘৰ অর্থাৎ ঘৰৰ কার্য্য বা গৃহস্থালি চলোৱা ঘৈণী, a wife who manages the household.

ঘৰৰ মানুহ—বি. ( ঘৰৰ মূল মানুহ । ) ঘৈণীয়েক বা গিৰিয়েক, a wife or a husband.

ঘাই ঘৰ— বি. নির্দ্দিষ্ট ঠাইত থকা চিৰস্থায়ী পৈতৃক ঘৰ, home.

ঘিটিং মৰা—ক্রি. ভূঁইকঁপ অহাৰ পূর্ব্বতে ঘিটিং শব্দ হয়, ভূঁইকঁপ পোৱাহি মাত্রে যায়গৈ অর্থাৎ সি ক্ষণস্থায়ী মাথোন । এতেকে,—হঠাৎ গুচি যোৱা, to disappear suddenly.

ঘুকুটিয়াই থকা—ক্রি. কোনো মানুহৰ কোনো কথা কৈ মনোযোগ আকর্ষণ কৰিবলৈ হ'লে হাতেৰে ঘোকোটা মাৰি তাৰ গাটো লৰাই দিয়া হয় । এতেকে,—বাৰে বাৰে কথা সোঁৱৰাই থকা, to remind a person repeatedly of anything.

ঘুলি সোমা—ক্রি. ম'হে ঘুলিত পৰি বোকাত লেটি-পেটি হৈ থাকে । এতেকে,—কোনো বিষয়ত সম্পূর্ণৰূপে জড়িত হোৱা, to be completely immersed in anything.

ঘেৰঘেৰণি টনা—ক্রি. মৰিবৰ সময়ত কণ্ঠত কফ উপস্থিত হৈ উশাহ টানোতে ঘেৰ্-ঘেৰণি শব্দ হয় । এতেকে,—মৃত্যুকাল উপস্থিত হোৱা, to gasp, to respire convulsively.

ঘোচামৰ জৰী—ক্রি. ঘৈণীয়েকে গিৰিয়েকক জৰীৰে বন্ধাৰ দৰে বান্ধি থয় । এতেকে,—ঘৈণীয়েক, the housholder's tether, i. e., a wife.

ঘোষা-ৰত্নাৱলী পঢ়া—ক্রি. আগৰ দিনত শ্রীমাধৱদেৱৰ দ্বাৰা ৰচিত 'নাম-ঘোষা' আৰু "ভক্তি-ৰত্নাৱলী" পুথি যি পঢ়িব পাৰিছিল তেওঁকে বিদ্বান বোলা হৈছিল । এতেকে,—ওখ খাপৰ শিক্ষা পোৱা, to be highly educated.

চেঁচনি দিয়া— ক্রি. ( চেঁচা পানী দিয়া ) কোনো মানুহ অচেতন হ'লে মুখত চেঁচা পানী দিয়া হয়। এই সূত্রত, পানীৰ দ্বাৰা নিদি কথাৰ দ্বাৰা জুৰণি দিয়া বুজাইছে। এতেকে,—শান্ত হ'বলৈ বুজনি দিয়া, to give soothing, advice, to try to console.

চেঁচুকৰ ডেমডেউকা—বি. ডেমডেউকা চেঁচুকত পজে। সি ৰ'দ সহিব নোৱাৰে এতেকে,—সুকোমল মানুহ, a delicate person, one unaccustomed to do hard work.

চকু গজা—ক্রি. কেঁচুৱা দ'ৰাৰ চকু মুকলি হয়, আৰু গছৰ চকুৰপৰা পোখা গজে। এতেকে,—বুজন হোৱা, to be grown-up.

চকু থাকি খালত পৰা—ক্রি. বিপদ দেখিও আওহেলা কৰি গৈ থাকি বিপদত পৰা, জানি-শুনি বিপদগ্রস্ত হোৱা, to run into danger deliberately.

চকু দিয়া—ক্রি. কোনো মানুহৰ প্রতি আসক্তিৰ সঞ্চাৰ হৈ তালৈ চকু দিয়া অর্থাৎ তাৰ প্রতি আকৃষ্ট হোৱা, to be attracted towards anyone amorously.

চকু পকোৱা—ক্রি. খং উঠিলে মানুহে চকু পকাই ধৰে। এতেকে,—খঙাল ভাব ধৰা, খং কৰা, to look on angrily.

চকু ভাঙি চোৱা—ক্রি. অতি আগ্রহেৰে কোনো পোনে চালে চকু ৰবকৈ ঘূৰাই ভঙাৰ নিচিনা কৰা হয়। এতেকে,—অতি আগ্রহেৰে চোৱা, to look at wistfully.

চকু মেলি চোৱা—ক্রি. চকু মুদি থাকিলে কোনো বস্তু দেখা নাযায়, চকু মেলিলেহে তাক দেখিবলৈ পোৱা যায়। এতেকে,—কোনো মানুহৰ ফালে দৃষ্টি অর্থাৎ শুভ দৃষ্টি পেলোৱা, অনুগ্রহ কৰা, to feel compassion towards any one, to take pity on any one.

চকুত থু দি কান্দা—ক্রি. কান্দিলে চকু-লো ওলায়। লোকক দেখুৱাই মিছা-মিছিকৈ কান্দিবলৈ হ'লে চকুত থু সানি তাকে চকুলো বুজাব লগীয়া হয়। এতেকে,—কপটীয়া সহানুভূতি প্রকাশ কৰা, to express feigned sympathy.

চকুত বালি মৰা—ক্রি. চকুত বালি চটিয়াই দিলে ধুৰঁলি-কুৰঁলী দেখা যায়। এতেকে,—চাই থাকোঁতেই চকুৰে নেদেখা কৰা অর্থাৎ চকুৰ আগতে ফাঁকি দিয়া, বুজিব নোৱাৰাকৈ তৎক্ষণাৎ ডাঙৰ প্রৱঞ্চনা কৰা, to cheat daringly.

চকুত লগা—বিণ. [ লগা=উজ্জ্বল হৈ লগা। ] দৃষ্টি-আকর্ষণকাৰী অর্থাৎ ভৱনী, of attrative appearence.

চকুৰ কুটা, দাঁতৰ শাল—বি. চকুত কুটা পৰি চকু খচ্‌খচাই থাকে। যেতিয়ালৈকে সি নোলায়, তেতিয়ালৈকে মানুহ জনে ভত্‌ নাপায়। দাঁতত শাল সোমালেও বৰ আহুকাল লাগে। জিবাখন অবিশ্রাম সেই ঠাইলৈকে গৈ থাকে। যেতিয়ালৈকে সি নোলায়, তেতিয়ালৈকে মানুহ জনৰ অসুখ অশাঁতি লাগি থাকে। শত্রুক তেনেকুৱা কুটা আৰু শালেৰে তুলনা কৰা হৈছে। যেতিয়ালৈকে শত্রু 'নোলায়' অর্থাৎ আঁতৰ নহয়, তেতিয়ালৈকে শান্তি পোৱা নাযায়। এতেকে,—ডাঙৰ শত্রু, a bitter foe.

চকুৰ পচাৰতে—ক্রি. বিণ. চকুৰ পচাৰ পৰোঁতে যিমান সময় লাগে সিমান সময়তে অর্থাৎ তুৰন্তে, in the twinkling of an eye immediatly, at once.

চকুৰে নেদেখা আৰু কাণেৰে নুশুনা দেশ—বি. যি দেশৰ চিত্র জীৱন্ত মানুহে নেদেখে আৰু যি দেশৰ বাক্য জীৱন্ত মানুহে নুশুনে তেনেকুৱা দেশ অর্থাৎ পৰলোক, the next world.

চকুৱে জুই-আঙনি দেখা—ক্রি. 'চকুৱে সৰিয়হ ফুল দেখা' চোৱাঁ। এই স্থলত, আঁক-বাক চিত্রবিলাকক 'সৰিয়হ-ফুল' নুবুলি 'জুই-আঙনি' বোলা হৈছে।

চকুৱে সৰিয়হ ফুল দেখা—ক্রি. দুর্বলতা অধিক হ'লে মূৰ ঘূৰায় আৰু চকুৱে সম্মুখত আঁক-বাঁক চিত্র উৰি ফুৰা যেন দেখে। সেইবিলাক চিত্র হালধীয়া সৰিয়হ ফুলৰ সদৃশ। মূৰত বৰকৈ আঘাত পালেও সেইৰূপে মূৰ ঘূৰাই তেনেকুৱা চিত্র দেখা পোৱা যায়। এতেকে,—বিষম প্রহাৰ পোৱা, বৰকৈ মাৰ খোৱা, to receive a severe beating.

চকু মুদা—ক্রি. মানুহ মৰিলে চকু মুদ যায়। এতেকে,—মৰা, to die.

চকু মুদা কুলি—বি. কুলিয়ে কাউৰীৰ বাহত কণী পাৰে। কুলিৰ চকু আৰু কাউৰীৰ চকু বেলেগ। কিন্তু কুলি-পোৱালিয়ে চকু মুদি থাকে। কাউৰী মাকে নিজৰ পোৱালি বুলি তাক টোপ খুৱাই পুহি থাকে। যেতিয়া উৰণীয়া হয় কুলি-পোৱালিয়ে উৰা মাৰে। কাউৰী-মাকে ফাঁকি বুজিব পাৰি তাৰ পাছে পাছে খেদি যায়। এতেকে,—টনকিয়াল নোহোৱা পর্য্যন্ত অৰ্কৰাৰ ভাও ধৰি পৰৰ ঘটন খোৱা টেঙৰ মানুহ, a clever person living at the expense of another till he is in a position to earn an independent income.

চকু লগা মানুহ—বি. তীক্ষ্ণ চকু থকা মানুহ অর্থাৎ ভাল-বেয়া তৎক্ষণাৎ বাছিব পৰা মানুহ, a sharp sighted, acute or discerning person.

চকু-লোৱে বাট নেদেখা—ক্রি. [ চকু-লোৱেৰে বাট নেদেখা ] চকু-লো অধিকৰৈ ওলালে বাট-পথ নেদেখা হয়, এতেকে,—বৰকৈ কন্দা, to shed profuse tears.

চটাই-পাখৰি—বি. [ চট্‌চটাই ফুৰা পাখৰী ] পাখৰী-পখৰা অর্থাৎ কেইবাটাও মিহলি ৰঙৰ কাপোৰ পিন্ধা তিৰোতা। এতেকে,—চট্‌চটাই ফুৰা বিলাসিনী তিৰোতা, a coquette, a flirt.

চ'ত ফুৰা—ক্রি. চ'তৰ মাহত টোলৰ ছাত্রবিলাকে ৰৰলোকৰ ঘৰে ঘৰে ফুৰি আশীর্বাদ দি ধন তোলা, the soliciting of alms from well to-do people by a party of Brahman students wandering about in the month of Chaitra.

চ তৰ বিহুলৈ ছমাহ থাকোঁতেই হাত মেলি নচা—ক্রি. চ'তৰ বিহুত মানুহে উৰাই-ঘূৰাই নাচে। এই স্থলত কোৱা হৈছে, যে চ'তৰ বিহুলৈ ছমাহ থাকোঁতেই, সেই উপলক্ষে এতিয়াই হাত মেলি নাচে। এতেকে,—আনন্দৰ কাৰণ প্রকৃততে উপস্থিত নৌ হওঁতেই আনন্দপ্রকাশ কৰা, to express pleasure before the cause of pleasure actually arrives.

চ'তিয়া-চ'তি কৰা—ক্রি. চ'তৰ মাহত শিপিনীবিলাকে, বিহুলৈ কাৰ কাপোৰ আগেয়ে ওলায়, সেই কথাৰে আঁৰিয়া-আঁৰি কৰে। তাকে 'চ'তিয়া-চ'তি' কৰা বোলে। এতেকে,—আঁৰিয়া-আঁৰি কৰা, to vie with each other.

চনকা মানুহ—বি. গছৰ ডাল চনকা হ'লে বেগতে ভাগি পৰে। সেইৰূপে মানুহৰ মন চনকা হ'লে ভাগি যায় অর্থাৎ সেই মানুহে কোনো একেটা কথাতে লাগি নাথাকি ফচ্‌কৰে তাক এৰি পেলায়। (চনকা=চন্‌চনীয়া, চন্‌চন্‌কৰে এৰাই পৰা।) এতেকে,—কোমল মনৰ মানুহ, a person who is yielding in nature.

চয়-নিচয় কৰা—[ নিচয়=নিশ্চয়। ] সিদ্ধান্ত বা নিষ্পত্তি কৰা, to decide one way or the other.

চৰখৰীয়াত পৰা—ক্রি. নৈত চৰখৰীয়া বালি পৰে। তাৰ ওপৰে পানী বৈ থাকে। পানীৰ গভীৰতা বুজিব নোৱাৰি সেই ফালে নাও চলাই নিলে নাও লাগি ধৰে। এতেকে,—বিপদ অনুমান কৰিব নোৱাৰি হঠাৎ গৈ বিপদত পৰা, to run into danger unawares.

চৰণৰ ছাঁ—বি. ৰৰলোকক ৰৰগছেৰে বিজোৱা হৈছে। ৰৰগছে ছাঁৰ দ্বাৰা আশ্রয় দিয়ে। ৰৰলোকে বিভূতিৰ দ্বাৰা আশ্রয় দিয়ে। ঈষৎ পৰিমাণ বুজাবৰ নিমিত্তে 'চৰণ' শব্দৰ প্রয়োগ হৈছে। এতেকে,—ঈষৎ পৰিমাণ বিভূতিৰ দ্বাৰা আশ্রয়দান, protection afforded by a great man at a trifling cost.

চৰণে চপাই ধৰা—ক্রি. নাও সোঁতত উটি যাব খুজিলে ভৰিৰে চপাই ধৰা হয়। এই স্থলত, জীৱনক নাৱেৰে বিজোৱা হৈছে। বৰলোকে চৰণেৰে অৰ্থাৎ ঈষৎ পৰিমাণ বিভূতিৰ দ্বাৰা ইতৰ মানুহৰ জীৱন উদ্ধাৰ কৰিব পাৰে বোলা হৈছে। এতেকে,—যৎসামান্য সাহায্যৰ দ্বাৰা উদ্ধাৰ কৰা, to save one by showing the slightest favour ( said of a great man ).

চৰাইটি হৈ ধানটি খুঁটি নোখোৱা—ক্রি. চৰায়ে ধান এটি খুঁটি খালে অতি সামান্য অপকাৰ হয়। এই স্থলত তেনেকুৱা সামান্য অপকাৰো নকৰে বোলা হৈছে। এতেকে,—যৎকিঞ্চিত অপকাৰ নকৰা, এফেৰিও অহিতাচৰণ নকৰা, to refrain from doing even the slightest injury.

চৰাইৰ লগৰ মানুহ—বি. চৰায়ে য'লৈ ত'লৈ যেতিয়াই তেতিয়াই গৈ থাকে, কেতিয়া ক'ত থাকে আৰু কেতিয়া ক'লৈ যায় একো স্থিৰতা নাই। মন গ'লে কেতিয়াবা সি বহু দূৰলৈকে গুচি যায়। এতেকে,—থকা ঠাইৰ স্থিৰতা নোহোৱা মানুহ, a person who is on constant move from place to place.

চৰিয়াই গাল দোণ যেন কৰা—ক্রি. চৰিয়ালে গাল উখহি পৰে। এই স্থলত ইমান উখহে বোলা হৈছে, যে গালে দোণৰ আকৃতি ধাৰণ কৰিছে। এতেকে,— বৰকৈ চৰিওৱা, to slap severely on the cheek.

চৰুক সুধি চাউল বহোৱা—ক্রি. চৰুত চাউল বহাই ভাত ৰন্ধা হয়। কিন্তু চাউল বহাব লাগে নে নেলাগে, সেই বিষয়ে চৰুৰ অনুমতি লোৱা নাযায়। এতেকে,—সাৰ্বতোভাৱে তলতীয়া মানুহৰ অনুমতি লৈ কাৰ্য্য কৰা, to be dictated by an underling who is the principal interested party.

চৰুত খাঁতী—বিণ. কেতিয়াবা কোনো ৰান্ধনীয়ে ভাত ৰান্ধি থাকোঁতে লোভ সামৰিব নোৱাৰি চৰুতে কিবাকিবি ভাল বস্তু খায়। এতেকে,—লুভুনী, greedy ( said of a woman ).

চৰুলৈ জাল নোযোৱা—[চৰু=ভাতৰ চৰু। জাল=জুইৰ জাল।] ভাত নাৰান্ধিলে লঘোনে থাকিব লগীয়া হয়। এতেকে,—সমূলি অনাহাৰে থকা, to remain absolutely without food.

চৰাই-কাণে পহু-কাণে শুনা—ক্রি. [চৰাই-কাণেৰে পহু-কাণেৰে শুনা।] কোনো কথা পশু-পক্ষীয়ে শুনি কোৱা মেলা কৰাত সেই কথা বতাহত উৰি অহাত শুনিবলৈ পোৱা যায় বোলা হৈছে। এতেকে,—ক'ৰবাত কোনোবা মানুহৰ মুখে শুনা, উৰা বাতৰি-ৰূপে শুনা, to hear anything through wild rumour.

চল পাই চাপৰি ৰোৱা— ক্রি. [ চাপৰি ৰোৱা=নাম প্রসঙ্গ কৰা। ] চল ঠাই নহ'লে নাম-প্রসঙ্গ কৰিব নোৱাৰি। এতেকে,— সুবিধা পাই আনন্দ প্রকাশ কৰা, to feel excited by gaining an advantageous position.

চলা জনা পুৰুষ— বি. যিজনা পুৰুষ চলিল অর্থাৎ পৰলোকলৈ গ'ল সেইজনা পুৰুষ, পৰলোকপ্রাপ্ত হোৱা মহাত্মা পুৰুষ, a great man who has departed this life.

চহাই বেহা শিকা— ক্রি. আগৰ দিনৰ গাওঁৰ চহা মানুহে খেতি কৰিছিল, আৰু নগৰীয়া মানুহে বেহা কৰিছিল। বেহা ওখ খাপৰ ব্যৱসায়ৰ ভিতৰত গণ্য আছিল। এই স্থলত বুজোৱা হৈছে যে চহাই বেহা শিকিলে আনন্দত ধৈর্য্য হেৰুৱায়। এতেকে,— ইতৰ মানুহে উচ্চ পদ পাই অধীৰ হোৱা, to act as an upstart.

চাই বাট বোলা— ক্রি. [ তললৈ চাই বাট বোলা। ] যাওঁতে বাটৰ হুল-জোং চাইচিন্তি খোজ কাঢ়ে বোলা হৈছে। এতেকে,— সাৱধানে কার্য্য কৰা, to act with caution.

চাউল উঠা— ক্রি. [ চাউল=জীৱিকা। উঠা=দূৰীভূত হোৱা। ] জীৱিকা অন্ত হোৱা অর্থাৎ জীৱিকাৰ স্থল নাইকিয়া হোৱা, to be deprived of the means of earning one's livelihood.

চাউল উঠা— ক্রি. অন্নৰ দ্বাৰা সংসাৰ-যাত্রা নির্ব্বাহ কৰা যায়। অন্নৰ সংস্থান অন্ত পৰিলে সংসাৰ-যাত্রা অন্ত পৰে। ( উঠা=দূৰীভূত হোৱা; অন্ত পৰা। ) এতেকে,— আয়ুষ শেষ হোৱা, the finishing of the course of life.

চাউল-খোৱা— বি. চাউল-সিজোৱা খোৱা অর্থাৎ ভোজ, dinner, feast.

চাউল-চক নিয়া— ক্রি. ঘৰৰপৰা নিলগত গৈ তাতে থাকি বন-বাৰী কৰিবলৈ হ'লে চাউল আৰু চক আদি ভাত ৰন্ধাৰ সজুলি লৈ যাব লাগে। এতেকে,— কোনো এঠাইত কিছু দিন থকা, to halt in a place longer than one day.

চাউল মোকলোৱা— ক্রি. ঘৰত আবদ্ধ অৱস্থাৰপৰা চাউল মুকলি কৰি তাক পাবলৈ সমর্থ হয় বোলা হৈছে। এতেকে,— জীৱিকা-উপার্জ্জন কৰা, to earn one's livelihood.

চাওডাং উঠা— ক্রি. চাওডাঙৰ নিচিনাকৈ উঠি কাটি-ছিঙি পেলোৱা, এফালৰপৰা নষ্ট কৰি যোৱা, to devastate.

চাং পতা কথা— বি. মিছাৰ খুটা লগোৱা চাঙত স্থাপিত কথা, মিছা গল্প, a false story.

চাঙত তুলি ধোঁৱা দিয়া— ক্রি. কেঁচা কল চাঙৰ ওপৰত তুলি ধোঁৱা দিলে সি শীঘ্রে পকে ৷ এতেকে,— যতনেৰে ৰখা ( ব্যঙ্গার্থ ), to maintain with tender care ( used ironically ),

চাঙিত উঠা— ক্রি. মানুহ মৰিলে শৱ চাঙিত তুলি মৰিশালিলৈ নিয়া হয় ৷ এতেকে,— মৰা, to die.

চাপৰি ধোৱাকে কুঁজা বোলা— ক্রি. কুঁজা মানুহে গাটো পোন কৰি যাব নোৱাৰে, চাপৰি খোজ কাঢ়ে ৷ কোনো কুঁজাৰ সম্পৰ্কে কোৱা হৈছে যে সি চাপৰি গৈছিল ৷ এতেকে,— কোনো অপ্রিয় কথা পোনে পোনে স্বীকাৰ নকৰি ঘেঁকা বাটে স্বীকাৰ কৰা, to admit an unpleasant thing in a round-about way.

চাপৰিয়ালৰ দোণ— বি. চাউল আদি জোখৰ দোণত ১০ কঠা ধৰে ৷ কিন্তু চাপৰিয়ালৰ দোণবিলাকত ৭ কঠাতকৈ বেছি নধৰিছিল ৷ এতেকে,—কম জোখৰ দোণ, a short measure.

চাব দি ধৰা— ক্রি. বাঘে গৰু ম'হ হঠাৎ চাব দি ধৰে ৷ এতেকে,— উমান নোপোৱাকৈ হঠাৎ কোনো মানুহক দোষী বুলি ধৰা, to charge a person directly with an offence in a manner so that he may not have time to think over and may thus be compelled to admit it.

চামৰ পীৰা পাৰি দিয়া— ক্রি. মান সম্ভ্রম দেখুৱাবলৈ হ'লে আলহীক চামৰ পীৰা পাৰি দিয়া হয় ৷ এতেকে,— মান-সম্ভ্রম দেখুওৱা, to show high regard.

চাৰিআঙ্গুলীয়া কপাল— বি. যাৰ কপাল বহল, তাৰ ভাগ্য ভাল, আৰু যাৰ কপাল ঠেক তাৰ ভাগ্য বেয়া বুলি কয় ৷ ( চাৰি-আঙ্গুলীয়া=ঠেক ৷ ) এতেকে,— মন্দ ভাগ্য, bad luck.

চাৰি আলিৰ ৰটনি— বি. [ চাৰি আলিৰ মুৰৰ ৰটনি ] চাৰিটা আলিয়েদি মানুহ আহি মুৰতে লগ লয় ৷ তাতে নানা জনে নানা কথা ৰটে ৷ এতেকে,— বাটকৰা মানুহৰ দায়িত্বহীন উক্তি, a haphazard statement by an irresponsible person.

চাৰি চাপৰ বাজ— বিণ. মানুহে টোলৰ চাৰিওপিনে চাপ মাৰে ৷ এতেকে,— টোলৰ বাজ অর্থাৎ সকলো প্ৰকাৰৰ সম্পৰ্কৰহিত, outside the pale of anything.

চালি-জাৰি থকা— ক্রি. চালিলে জাৰিলে ধান-চাউল ইফালৰপৰা সিফাললৈ যায়, সিফালৰপৰা ইফাললৈ আহে ৷ এতেকে,— লকৰাই ফুৰোৱা, আমনি কৰা, to molest.

চালে চকু বোৱা—বিণ. চাই পঠিয়ালে চকু তাতে বৈ থাকে, তাৰপৰা আন ফাললৈ চকু ঘূৰাব নোৱাৰি। এতেকে,— অতি শুৱনী, fascinating.

চালে পানী কটা— ক্রি. [ চালেদি পানী কটা ] কোনো বস্তু অস্ত্ৰৰ দ্বাৰা কাটিলে সেই বস্তুৰ মাজেদি অস্ত্র সৰকি যায়। এই স্থলত পানী ঘৰৰ চালৰ মাজেদি সৰকি যায় বোলা হৈছে। এতেকে,— অতিৰিক্ত বান-পানী উঠা, the rising of flood to a very high level.

চালে বাবে কোবোৱা— ক্রি. য'তে ত'তে কোবোৱা অর্থাৎ বিবুদ্ধি হৈ অশৃঙ্খল-ভাৱে কার্য্য কৰা, to beat about the bush.

চিকা ফুৰা— ক্রি. চিকাই কিবা-কিবি খোৱা বস্তু চুৰ কৰি নিয়ে। চোৰেও চুৰ কৰে। চিকাৰ দৰে চোৰেও দুৰ্গন্ধময় অৰ্থাৎ ঘৃণনীয়। এতেকে,— চুৰ কৰা to steal.

চিকা মাৰি হাত গোন্ধোৱা— ক্রি. চিকা নগণ্য জীৱ। তাক বধিলে পুৰুষালি প্ৰকাশ নাপায়। বৰং সেই কার্য্যৰ দ্বাৰা হাত দুৰ্গন্ধময় হয়। এতেকে,— নগণ্য লোকৰ অপকাৰ কৰি দুৰ্যশ অনা, to cast stain on a fair name by injuring a helpless person.

চাব দি ধৰা – ক্রি. বাঘে গৰু-ম'হ হঠাৎ চাব দি ধৰে। এতেকে,—উমান নোপোৱাকৈ হঠাৎ কোনো মানুহক দোষী বুলি ধৰা, to charge a person directly with an offence in a manner so that he may not have time to think over and may thus he compelled to admit it.

চিকা-পোৱালি—বিং. চিকা-পোৱালিৰ নিচিনা অর্থাৎ কেটেঙা নিচলা মানুহ, an infirm or feeble person.

চিকুটি লাও বুঢ়া কৰা – ক্রি. জালি লাওহে খাবৰ যোগ্য। চিকুটিলে লাও শীঘ্ৰে বুঢ়া অর্থাৎ পূৰঠ হয়। জালি নে বুঢ়া চাবলৈ হ'লে চিকুটিলে গম পোৱা যায়। এতেকে,—সামান্য অহিতাচৰণৰ দ্বাৰা শত্ৰুক সজাগ কৰা, to put an enemy on his guard by pinpricking him.

চিকুটি শিলক ক্ষয় নিয়াব নোৱাৰা—ক্রি. নখেৰে চিকুটিলে শিলে ক্ষয় নাপায়। বৰলোকক শিলেৰে তুলনা কৰা হৈছে। এতেকে, - সামান্য মানুহে বৰলোকৰ অপকাৰ কৰিবৰ নিমিত্তে অপাৰগ হোৱা, to be unable to harm a formidable opponent ( said of a powerless individual ).

চিকুণ চাম—বি. [ চিকুণ শ্যাম ] শ্রীকৃষ্ণৰ এটা নাম শ্যাম। তেওঁ দেখিবলৈ চিকুণ আছিল। এতেকে,—পৰিষ্কাৰ পৰিচ্ছন্ন মানুহ, a comely, neat or tidy person.

চিকুণাই কথা কোৱা—ক্রি. সাজ-পাৰ পিন্ধাই চিকুণ কৰি কথা কোৱা, শুনিবলৈ শুৱলা কৰি কথা কোৱা, to speak in a polished style.

চিঞৰত গগন ফলা—ক্রি বৰকৈ চিঞৰ মাৰিলে শব্দ গৈ গগন লজ্ঘে। এই স্থলত চিঞৰ ইমান টান বুলি কোৱা হৈছে, যে তাৰ শব্দ আকাশলৈ উঠি, আকাশ ফালি পেলায়। এতেকে,—বৰকৈ চিঞৰ-বাখৰ কৰা, to rend the sky with loud cries.

চিত হৈ মাৰলি লেখা—ক্রি. নৰিয়া মানুহে চিত হৈ পৰি থাকোঁতে চালৰ মাৰ-বিলাক দেখা পায়। ঘৰটোত কেইডাল মাৰলি আছে, তাকে মনতে লেখি সময় খেদায়। এতেকে,—নৰিয়া পৰা, to be confined to bed with a severe attack of illness.

চিপ টনা—ক্রি. মৰিবৰ সময়ত মানুহে উশাহ লওঁতে, বৰশীৰ চিপ টান মাৰিলে যেনে দেখা যায় তেনেভাৱে মুৰটো দাং খাই যায়। এতেকে, মৰণৰ কাল উপস্থিত হোৱা, respire convulsively, i. e., to be on the point of death.

চিৰাল-ফটা দিয়া—ক্রি. চিৰাল পকিলে বৰকৈ ফাটে। এতেকে,—চিৰা-চিৰকৈ ফটা, to be cracked thoroughly.

চিলনী আই—বি. [ 'চিলনী-জীয়েক' চোৱাঁ ] কোনো ছোৱালী আলসুৱা আৰু আজলী। তাইক গিৰিয়েকৰ ঘৰতো মাকে গৈ গৃহস্থালী কাৰ্য্যত দেখুৱাই-শুনুৱাই দিব লাগে। এতেকে,—আজলী ছোৱালীৰ টেঙৰী মাক। a a clever mother of a simple girl.

চিলনী-জীয়েক – বি. [ সাধু কথা ] মানুহৰ ছোৱালী এটি চিলনীয়ে পাই তুলি-তালি ডাঙৰ-দীঘল কৰি বিয়া দিলে। কিন্তু মনুষ্য সমাজত নথকাৰ নিমিত্তে তাই গৃহস্থালী কাৰ্য্য নাজানিছিল। কোনো কাৰ্য্য কৰিব নোৱাৰিলে তাই চিলনী মাকক মাতে। চিলনীয়ে উৰি গৈ দিহা কৰি দি সেই কাৰ্য্য উত্তমৰূপে কৰোৱাই দিয়ে। এতেকে,—আলসুৱা আজলী ছোৱালী, a beloved simple girl.

চিলনী-সাঁতোৰ—বি. আকাশত চিলনী উৰি ফুৰে। কোনো মানুহে পানীত আকাশৰ পোনলৈ চকু কৰি সাঁতোৰে। এতেকে,—চিত হৈ দিয়া সাঁতোৰ; swimming on ones back.

চিলাই থাপ মৰা—ক্রি. [ চিল=চিলনী। ] চিলনীয়ে অকস্মাৎ বস্তু থাপ মাৰি লৈ যায়। এতেকে,—গম ধৰিব নোৱাৰাকৈ অকস্মাৎ কোনো বস্তু অপহৰণ কৰা, to rob one of a thing suddenly.

চিলাই নিয়া কোৱাই নিয়া—ক্রি. [ চিল=চিলনী। কোৱা=কাউৰী। ] চিলনীয়ে আৰু কাউৰীয়ে গম নোপোৱাকৈ অকস্মাৎ আহি কোনো বস্তু থাপ মাৰি লৈ যায়। এতেকে,—অকস্মাৎ গম নোপোৱাকৈ আহি পৰৰ ধন-বস্তু অপহৰণ কৰা, to appear suddenly and rob one of something.

চিলাত কৈ বাতৰি দিয়া—ক্রি. [ চিলা=চিলনী। ] চিলনীৰ আগত বাতৰি পঠোৱা অর্থাৎ গুপ্তভাৱে বাতৰি পঠোৱা, to communicate a news secretly.

চিলিম ছিগা—ক্রি. ধপাত খাওঁতে ধেঁাৱাখোৱা টানকৈ হুপিলে চিলিমৰ জুই বৰকৈ জ্বলে। চিলিমৰ পাগ টান নহ'লে চিলিমটো মাজতে ছিগি যায়। সেয়ে হ'লে ধপাত খোৱাৰ উপায় নাইকিয়া হয়। এতেকে,—উপায়-ৰহিত হোৱা, to be helpless.

চুক-সুন্দৰী- বি. ভেকুলী ঘৰৰ চুকত থাকে। এতেকে,—ঘৰৰ চাৰি বেৰৰ বাজলৈ নোলোৱা সুন্দৰী তিৰোতা ( ব্যঙ্গার্থে ), an indoor beauty ( used ironically ).

চুকত থাকি বুকত কামোৰা—ক্রি. ঘৰৰ চুকত সাপ থাকে। সি কেতিয়াবা ৰাতি চল চাই আহি গিৰিহঁতৰ বুকত কামোৰে। এতেকে,—আশ্রয়দাতাৰ অহিতাচৰণ কৰা, to serve one a bad turn ungratefully.

চুকৰ ভেকুলী—বি. ভেকুলীয়ে ঘৰৰ চুকৰ কথাত বাজে আন কথা নাজানে। এতেকে,—অজ্ঞ মানুহ, an ignoramus, one having absolutely no experience of the outside world.

চুঙাৰ বাদুলি—বাদুলি চুঙাৰ ফোপত সোমাই থাকে। সি চুঙাৰ ফোপত বাজে আন ঠাইৰ কথা একো নাজানে। এতেকে,—বাহিৰৰ কথা নজনা অর্থাৎ অনভিজ্ঞ মানুহ, one without the slightest experience of the outside world.

চুঙাৰ বাদুলিয়ে ঢোল যেন কণী পৰা—ক্রি. চুঙাৰ বাদুলি নিচেই সৰু, কিন্তু তাৰ কণীটো ঢোল যেন অর্থাৎ বৰ ডাঙৰ। এতেকে,—সৰু মানুহে ডাঙৰ কার্য্য কৰা, the doing of a big thing by a small man.

চুঙাৰ ফোঁপত হাত সুমাই থকা—ক্রি. কাম-বন কৰিবলৈ হাত লৰাব লাগে। এই স্থলত কোৱা হৈছে, যে হাত দুখন চুঙাৰ ফোঁপত সুমাই থয় অর্থাৎ তাক এনেভাৱে থয়, যাতে সমূলি তাক লৰাব পৰা নাযায়। এতেকে,—অতিপাত এলাহত কাল যাপন কৰা, to spend time in extreme laziness.

কাপোৰ—বি. চুৰিয়াৰে দীঘল কাপোৰ লাগে, কিন্তু মেখেলাৰে চুটি কাপোৰ লাগে। এতেকে,—মেখেলা. a petticoat.

চুলিকটা মিছিমি—বি. কিছুমান মিছিমিয়ে চুলি কাটে, কিছুমানে দীঘল চুলি ৰাখে। কালক্রমত 'চুলি কটা'ৰ অর্থ হ'ল 'যি-আনৰ চুলি কাটে'। এতেকে,—ভয়-জনক মানুহ, a fierce person.

চুলি চিঙ্গি কাতৰ কৰা—ক্রি. তিৰোতাৰ চুলি অতি আদৰৰ বস্তু। তেনে বহুমূলীয়া বস্তু ছিঙ্গি আসন পাতি কাতৰোক্তি জনায় বোলা হৈছে। এতেকে,—অতি কাতৰভাবে মিনতি জনোৱা, to implore feelingly.

চুলিয়ে-ধাতু যোৱা—ক্রি. মানুহ মৰিলে ভৰিৰ ফালৰপৰা লাহে লাহে মৰি ধাতু ওপৰলৈ যায়। এই স্থলত ধাতু ইমান ওপৰলৈ যায় বোলা হৈছে যে সি উজাই চুলি পাইছেগৈ। কোনো কার্য্যত বৰকৈ ভয় পালে মানুহ মৰাৰ দৰে হয়। এতেকে,—বৰকৈ ভয় পোৱা, to be terrified to the utmost.

চূণখাৰ কৰা—ক্রি. [ চূর্ণকাৰ কৰা ] অপমানৰ দ্বাৰা চূর্ণকাৰ কৰা, গুৰুতৰভাবে অপমানিত কৰা, to humiliate extremly, to mortify.

চূণৰ ফোঁটত মৰা—ক্রি. চূণৰ ফোঁট লক্ষ্য কৰি তাত মাৰে অর্থাৎ সেই ফোঁটতে নিলগৰ পৰা হিলৈৰ গুলি বা ধেনুৰ কাড় মাৰি লগোৱা হয়। এতেকে,—কোনো কার্য্য অলপো লৰচৰ নোহোৱাকৈ ঠিকতে কৰা, to do a thing in an exact manner.

চূণৰ চকত হাত দি অহা—ক্রি. কন্যাকালৰ সময়ত এটা ঘিউৰ চক আৰু এটা চূণৰ চক দুটা পাতি ছোৱালীক যেই সেই এটা চকত হাত দিবলৈ কোৱা হয়। ঘিউৰ চকত হাত পৰিলে সৌভাগ্য আৰু চূণৰ চকত হাত পৰিলে দুর্ভাগ্য বুজায়। এতেকে,—ভাগ্যহীন হোৱা, to come with a bad luck.

চেং চেং ভক্ ভক্—বি. জুয়ে পুৰিলে গা চেংচেঙায় আৰু ভক্‌ভকায়। সুন্দৰী তিৰোতাৰ সৌন্দর্য্য দেখিলেও কামাগ্নি উদিত হৈ শৰীৰৰ দাহভাব উপস্থিত হয়। এতেকে,—সুন্দৰী তিৰোতাৰ সৌন্দর্য্য, the elegance of woman.

চেনেহৰ চুমাই নাকটি ছিঙ্গা—ক্রি. [ নাকটি=নাকৰ আগটি। ] চেনেহতে মুখত চুমা খোৱাৰ ভাৱেৰে নাকত কামোৰ মাৰি নাকৰ আগটি চিঙ্গি দিয়ে বোলা হৈছে। এতেকে,—মিত্রৰ ভাও ধৰি শত্রুতাচৰণ কৰা, to do a hostile act under cover of friendship.

চেৰ-পেটী বেং—বি. [ চেৰেলা-পেটী বেং ] বেঙৰ পেট সাধাৰণতে গেৰেলা। চুটি-চাপৰ মানুহক বেঙেৰে তুলনা কৰি মানুহজনৰ পেটটো চেৰেলা এই প্ৰভেদ দেখুওৱা হৈছে। এতেকে,—চেৰেলা চুটি-চাপৰ মানুহ,a thin short-statured person.

চেৰেলী গাই—বি. গাই চেৰেলী হলে দেখিবলৈ যেনে হয়, তিৰোতা চেৰেলী হলে দেখিবলৈ তেনে হয় বোলা হৈছে। এতেকে,—নিচলী তিৰোতা, a lean woman.

চেলকণা মাছ—বি. চেলকণা নিচেই সৰু মাছ, অলপ পানীতে চেল্-চেলাই ফুৰে। ইতৰ মানুহেও সামান্য ধন-বস্তু পালেই চেল্-চেলাই ফুৰে। এতেকে,—সামান্য ধন বস্তু পাই চেল্-চেলাই ফুৰা ইতৰ মানুহ, an insignificant person making a display of his small asset on which he sets too much value.

চেলাপটি জোক—বি. গাত চেলাপটি জোক লাগিলে বেগতে নেৰায়। এতেকে,—কোনো কাৰ্য্যত লেকেটীয়াকৈ লাগি থকা মানুহ, a tenacious person.

চৈধ্য চৰণ শিকা—ক্রি. [ চৈধ্য শৰণ শিকা ] চৈধ্য ভুবনত শৰণ লৈ শিকা, ডাঙৰ শিক্ষা পোৱা অৰ্থাৎ মহাবিপদগ্ৰস্ত হোৱা, to be overtaken by the direst calamity.

চৈধ্য ভুবন দেখা—ক্রি. পলাই সাৰিবলৈ ঠাই বিচাৰি গৈ চৈধ্য ভুবন দেখা হয় বুলি কোৱা হৈছে। এতেকে,—পলাই সাৰিবলৈ তত্ মত্ নোপোৱা, চুক্তি হেৰুওৱা, to be at one's wit's end.

চোং সলোৱা—ক্রি. ডাঙৰ কাৰণ নাথাকিলে জন্তুৱে চোং এৰি নাযায়, এই কথাৰ পৰা এই বাক্যৰ উৎপত্তি হৈছে। এতেকে,—কোনো ডাঙৰ কাৰণৰ নিমিত্তে থকা ঠাই এৰি যোৱা, to change one's habitation for some special reason.

চোকা টেকেলা—বি. কোনো কাৰ্য্যৰ নিমিত্তে টেকেলাক পাচিলে সি সেই কাৰ্য্য সাধনৰ অৰ্থে হুৰমুৰকৈ ধৰে। টেকেলা যদি চোকা হয়, তেন্তে সি নেৰা-নেপেৰাকৈ ধৰি কোনো প্ৰকাৰেৰে কাৰ্য্য উদ্ধাৰ কৰে। এতেকে,—নেৰা-নেপেৰাকৈ ধৰা টান মুখীয়া মানুহ, a person who makes peremptory demand, one who presses hard for anything.

চোতালৰ আগৰ দুবৰি—বি. চোতালৰ আগৰ দুবৰি দিনৌ মানুহে খচকে, কিন্তু পুৱা হ'লে সি আকৌ ঠন ধৰি পৰে। এতেকে,—বহু অত্যাচাৰ পাইয়ো তজি থকা মানুহ, a person who possesses the power of recovering from oppression or exhaustion.

চোবা চেলেকা মানুহ—বি. আনে পেলাই দিয়া ভাযোলৰ চোবা চেলেকি খোৱা মানুহ অৰ্থাৎ নীচ আৰু পৰপ্ৰত্যাশী মানুহ, a mean sorry fellow dependent on another's bounty.

চোৰ পলালে বুদ্ধি ওলোৱ—ক্রি. বস্তু চুৰ কৰাৰ পূৰ্বেই চোৰ-নিৱাৰণৰ বুদ্ধি অৰ্থাৎ উপায় কৰিব লাগে। এই স্থলত কোৱা হৈছে, যে বস্তু চুৰি কৰি যোৱাৰ পাছত চোৰ-নিৱাৰণৰ উপায় স্থিৰ কৰা হৈছে। এতেকে,—কোনো অনিষ্ট হৈ যোৱাৰ পাছত অনিষ্ট নিৱাৰণৰ উপায় নিৰ্দ্ধাৰিত কৰা, to adopt preventive measures after the mischief has been done.

চোৰ বুলিলে ওৰ পৰা – ক্রি. চোৰৰ সদায় ধৰা পৰাৰ মনত ভয় জাগি থাকে। গিৰিহঁতে গম পাই 'চোৰ' বুলি কোৱা মাত্রে, তাৰ ওৰ পৰে অৰ্থাৎ ধৰা পৰিলে যি উপায় অৱলম্বন কৰিব লাগে আগেয়ে তাক ভাবি থোৱা স্বত্বেও, সকলো পাহৰি পেপুৱা লাগি ধৰা পৰে। (ওৰ পৰা=অন্ত পৰা, শেষ হোৱা।) এতেকে,—দোষী মানুহ সশঙ্কিত অৱস্থাত থকাৰ নিমিত্তে সহজে ধৰা পৰা, the apprehending of a guilty person on account af his over anxieties for safety.

চোৰক মোৰে পোৱা—ক্রি. 'মোৰ' এবিধ মুৰ-ফুৰণি ৰোগ। এই শব্দৰ 'মুৰ' শব্দেৰে সৈতে সম্পৰ্ক আছে। চোৰে পৰৰ বস্তু চুৰ কৰি নি 'মোৰ' কৰে অৰ্থাৎ 'নিজৰ' কৰে। এই স্থলত 'মোৰ' শব্দৰ দুই অৰ্থ বুজাই কোৱা হৈছে। চোৰক 'মোৰে' পায় অৰ্থাৎ চোৰে চুৰ কৰি পলাই যাওঁতে 'মোৰে' ধৰি পৰি যায় আৰু তেনে অৱস্থাত চুৰ কৰা বস্তুৰেই তাক ধৰা পেলায়। এতেকে,—পৰক ঠগা মানুহে নিজে ঠগত পৰা, to cheat a person who is himself a cheat.

চোৰৰ শপথ -বি. চোৰে চুৰ কৰি চুৰ নাই কৰা বুলি সহজে শপথ কৰে। এতেকে, —মিছা শপথ, a false oath.

চোৰে চোৰে পিতল গঢ়া—ক্রি. যি পিতলৰ লোটা-কলহ গঢ়ে সি নিজে চোৰ আৰু যি তাক গঢ়িবলৈ দিয়ে সিও চোৰ। গঢ়োঁতাৰ মন্ত্রণাত গঢ়াওঁতাই চুৰি কৰি পিতল আনি দুইজনে মিলি লোটা-কলহ তৈয়াৰ কৰে, প্ৰকৃততে পিতলৰ গৰাকীয়ে এইবিলাক একো বুজ নাপায়। ইয়াৰ দ্বাৰা বুজোৱা হৈছে, যে লোটা-কলহৰ গৰাকী গঢ়াওঁতাও নহয় গঢ়োঁতাও নহয়, যাৰপৰা পিতল চুৰ কৰি অনা হৈছে সিহে প্ৰকৃত গৰাকী। এইৰূপে চোৰে চোৰে

মিলি কার্য্য কৰিলে সি নিষ্ফল হয়। এতেকে,—কোনো বিষয়ে প্ৰকৃত পৰাকীৰ মতামত নোলোৱাকৈ অসম্পৰ্কিত মানুহে মিলি কোনো কাৰ্য্য কৰা, the entering into agreement by two parties about a matter which vitally concerns a third party and not themselves.

চোৰে নিয়া গৰুৰে বাটে বাটে ঘঁাহ পোৱা—ক্রি. চোৰে চুৰ কৰি নিয়া গৰুৱে বাটে বাটে অৰ্থাৎ হাবিয়ে বননিয়ে যেনিয়ে নিয়ে তেতিয়ে ঘঁাহ খাই যায়। তাক ঘঁাহনিলৈ নি চৰোৱাৰ আৱশ্যকতা নাই। যি মানুহে য'তে ত'তে ফুৰি ফুৰে, তাত খোৱা-পিন্ধাৰ দিহাও সেইৰূপে ঠায়ে ঠায়ে মিলে, তাৰ নিমিত্তে সি বেলেগে ভাবনা-চিন্তা কৰিব নালাগে। বাহিৰত ফুৰি ফুৰা মানুহে ভাত পানী খোৱাৰ দিহাও বাহিৰতে কৰে, ভাত খাবৰ নিমিত্তে নিজ ঘৰলৈ আহিবৰ আৱশ্যকতা নাই। দুষ্ট মানুহৰ ঘৰলৈ আহিবৰ আৱশ্যকতা নাই। আনকি, ভাত খাবৰ নিমিত্তেও আহিব নালাগে। 'চোৰে নিয়া' কথাৰ দ্বাৰা বুজোৱা হৈছে যে সেই মানুহটোক লোকে এই দৰে লৈ যায়, অৰ্থাৎ কোনো বেয়া মতলব দেখুৱাই তাক লৈ যায়। এতেকে,—দুষ্ট মানুহে খোৱা-লোৱাৰ ব্যৱস্থা সুবিধা বুজি য'তে ত'তে কৰি ফুৰা, the finding of his necessities in any place where he happens to be for the time being by a wicked person who has been tempted away from his house.

চোৰ-চাং—বি. যাতে চোৰে সহজে কোনো বস্তু চুৰ কৰি নিব নোৱাৰে সেইমতে ঘৰৰ চালৰ অলপ নামতে পতা বস্তু থোৱা চাং, a high platform for safe custody of property.

চোৰাত মেলা—ক্রি. গাত বিছা আদি মেলি দিলে সি য'তে বগায় ত'তে গা বিজ্‌বিজায়। আগৰ দিনত দণ্ড-স্বৰূপে মানুহৰ গাত চোৰাতেৰে কোবোৱা হৈছিল। য'তে চোৰাত লাগে, ত'তে গা বিজ্‌বিজায়। এতেকে,—চোৰাতৰ ঠালেৰে গোটেই গাতে উধাই-মুধাই কোবোৱা অৰ্থাৎ বৰকৈ যন্ত্ৰণা দিয়া, to torture.

# ছ

ছাঁ চাই নচা—ক্রি. সক ল'ৰাই ৰাতি চাকিৰ পোহৰত বেৰত নিজৰ গাটো ছাঁ দেখি হাত ভৰি জোকাৰি নচাৰ দৰে কৰে। এতেকে,—কাল্পনিক বস্তুক সত্য অনুমান কৰি ল'ৰাৰ দৰে অঙ্গিভঙ্গি কৰা, মিছা অনুমানৰ ওপৰত কাৰ্য্য কৰা, to dance at a shadow like a child, *i. e.*, to act on a false assumption.

ছাঁটোকে বাঘটো দেখা—ক্রি. ভয়াতুৰ মানুহে ৰাতি কোনো বস্তুৰ ছাঁটো দেখি তাকে সঁচা-সঁচি বাঘ বুলি অমূলক সন্দেহ কৰে। এতেকে,—অমূলক সন্দেহ কৰা, to entertain unfounded suspicion.

ছাঁতে শুকোৱা, মুঠিতে লুকোৱা—বিণ. মানুহে ৰ'দত শুকায়, কিন্তু এই স্থলত ছাঁতে শুকায় বোলা হৈছে। 'মুঠিতে লুকায়' অৰ্থাৎ কঁকাল মুঠিতে লুকায়, কঁকালৰ মেৰ মুঠিৰে খামুচি পোৱা যায়। এতেকে সুকোমল, কৃশ-মধ্যমা, দিপ্‌লিপ্‌ (ছোৱালীত খাটে), delicate and slender-waisted, charming (said of a girl).

ছত্ৰ ধৰা—ক্রি. [ছত্ৰ=ছাতি।] ৰ'দে বৰষুণে নোপোৱাকৈ ছাতিয়ে মানুহক আবৃত কৰি ৰাখে। এতেকে,- আবৃত কৰি ৰখা অৰ্থাৎ বিপদ-দুৰ্ঘটনা অশান্তি দুৰৱস্থা আদিৰপৰা আঁৰ কৰি ৰখা, সুখ-স্বচ্ছন্দভাৱে ৰখা, to provide ease and comfort.

ছয় পো বাৰ নাতি দেখা—ক্রি. অতি দীৰ্ঘজীৱী মানুহে ছয় পো আৰু বাৰ নাতি দেখিবলৈ পায়। এতেকে,—অত্যন্ত দীৰ্ঘায়ুস হোৱা, to attain a very long life.

ছাই-আলি – বি. আলি মাটিৰে বন্ধা হয়, ছাইৰে বন্ধা আলি বৰকৈ জিলিকে কিন্তু কামিলা নহয়, কিয়নো পানী আহিলে তাক উটাই লৈ যায়। এতেকে — দেখিবলৈ ধুনীয়া, কিন্তু অচিৰস্থায়ী কাৰ্য্য, বস্তু বা বিভূতি, anything of an ephemeral nature.

ছাই খোচৰা—বিণ. পৰৰ অলঙ্কাৰ-পাতি গঢ়োঁতে সোণাৰিৰ জুহালত সোণৰ কণিকা পৰি থাকে। ছাই খুচৰি পাছত সোণাৰিয়ে সেইবিলাক নিজলৈ থৈ দিয়ে। সোণ-অপহৰণ হিন্দুৰ ভিতৰত মহাপাপ বুলি গণ্য হয়। এতেকে, —অন্যায় উপায়ৰ দ্বাৰা উপাৰ্জ্জনকাৰী, earning by unfair means.

ছান কঢ়া—ক্রি. [ ছিন কঢ়া ] হিন্দী 'ছিন্', কাঢ়ি লোৱা। 'ছিন্' ক্রিয়াৰ গুৰি পাহৰি যোৱাত অসমীয়া 'কঢ়া' ক্রিয়াৰ যোগ হ'ল। লগে লগে 'ছিন'ৰ গঢ় লৰি 'ছান হ'ল আৰু অৰ্থ লৰি কিছু কাঢ়ি লোৱা' হ'ল। এতেকে,—একাংশ কাঢ়ি লোৱা, to rob a slice.

ছাল-ছিগা—বিণ. [কান্ধৰ ছাল ছিগা ] ভাৰ কঢ়িয়াওঁতে দুখীয়া মানুহৰ কান্ধৰ ছাল ছিগি যায় এতেকে,—ভিকহু, টোকোনা, utterly destitute.

ছাল-বাকলি নাইকিয়া—বিণ. গছৰ ছাল-বাকলি নাথাকিলে লথা হয়। এতেকে,—লথা, সৰ্ব্বশূন্য, মহা-দৰিদ্ৰ, poverty-stricken.

ছুই নিকিলোৱা—ক্রি. অধিককৈ গালি-শপনি পাৰি কিলোৱাৰ নিচিনা কৰে, কিন্তু হাতেৰে ছুই নিকিলায়, অৰ্থাৎ ছুই কিলাবলৈ মাথোন বাকী থয় এই ভাব বুজোৱা হৈছে। এতেকে,—অভিপাত গালি-শপনি পৰা. to abuse violently.

ছুন নোৱাৰা—ক্রি. 'নোৱাৰা হোৱা' চোৱাঁ।

ছুবলৈ পালে খাবলৈ পোৱা—ক্রি. কোনো বস্তু ছুই-মেলি চলাবলৈ পালে তাক খাবলৈ চল উলিয়াব পৰা যায়। এতেকে,—কোনো অধিকাৰৰ একাংশ লাভ কৰিলে সৰ্বাংশ লাভ কৰিবৰ নিমিত্তে সুবিধা উলিয়াব পৰা, to be able to secure the full right if once able to secure just a fraction of it.

ছুৱা পাত চেলেকা—বিণ. ভাত খোৱাৰ পাছত ছুৱা-পাত পেলাই দিলে কুকুৰ আহি তাক চেলেকে। এতেকে,—কুকুৰৰ দৰে নীচ আৰু পৰপ্ৰত্যাশী. slavishly dependent.

ছেলোমন—বি. [ ছেলোৱা-মন ] নিশকতীয়া মনৰ মানুহ, an imbecile.

ছেলোৱা কপৌ—বি. খোৱা চৰাই অৰ্থাৎ কপৌ, পাৰ, হাইঠা, পৰঘূমা ইত্যাদিৰ ভিতৰত কপৌটোৱেই সৰু। তাতে যদি তাৰ ছালখন ছেলাই পেলোৱা হয়, তেনেহ'লে তাক নিচেই সৰু দেখি। এতেকে,—নিচেই সৰু মানুহ, অতি ক্ষীণ মানুহ, a weakling, an imbecile.

ছোৰা-ছোৰে কাটিলেও এটোপা গাৰ তেজ নোলোৱা—বিণ. ইমান নীৰস যে ছোৰা ছোৰে কাটিলেও গাৰ এটোপা তেজ নোলায় অৰ্থাৎ সমূলি ৰস-পম নাইকিয়া, এই ভাব বুজোৱা হৈছে। এতেকে,—আওটোকোনা, utterly destitute.

জগত-জাননী পণ্ডিত-পাৱনী—বিণ. যাক জগতৰ মানুহে জানে আৰু যি পণ্ডিত লোকক পবিত্র কৰে। এতেকে,—সুপ্রসিদ্ধ আৰু অসাধাৰণ ক্ষমতাশালী renowned and talented.

জগা কাঠ—বি. [ জেকা কাঠ ] নৈত উটি অহা জেকি থকা কাঠ। এনে কাঠ য'তে ত'তে লাগি পৰি থাকে। এতেকে,—লৰ-চৰ কৰিব নোখোজা এলেহুৱা মানুহ, a too lazy person.

জড়ভৰত হোৱা—ক্রি. পূর্ব্ব-কালত ভৰত ৰজাই মৌনব্রত অৱলম্বন কৰিছিল। তেওঁক তেতিয়া জড়-অৱস্থাপন্ন যেন দেখা গৈছিল। এতেকে,—নমতা-নোবোলা হোৱা, মৌন হোৱা, to become mute.

জধা-মূৰ্খ—বিণ. [ জড় মূৰ্খ ] জড়বৎ মূৰ্খ অর্থাৎ ঘোৰ মূৰ্খ, a blockhead.

জনম-জাতি কোৱা—ক্রি. জন্ম-জাতি ইত্যাদি বিষয়ৰ বিৱৰণ কোৱা, আঁতি-গুৰি কোৱা, to give a narrative of one's life.

জনমতি যোৱা—ক্রি. [ জনমটি যোৱা ] জনম=জন্মাৱধি কাল, গোটেই জীৱন এতেকে,—গোটেই জীৱন দুখত অতিবাহিত হোৱা, to be miserable throughout one's life.

জনমৰ দুখীয়া—বিণ. গোটেই জনম দুখীয়া, আজন্ম দুখীয়া, steeped in life-long poverty.

জনাই নজনাই—ক্রি. বিণ. আধা-জনাকৈ আৰু আধা-নজনাকৈ, with partial knowledge, ill-knowingly.

জনাৰ ভাত-মাছ—বি ভাত-মাছ খাবলৈ যত্ন কৰিব নালাগে। যি কোনো কার্য্যত অভিজ্ঞ, সি সেই কার্য্য অনায়াসে কৰিব পাৰে। এতেকে,—অভিজ্ঞ লোকৰ পক্ষে সহজ-সাধ্য কার্য্য, a simple matter to an experienced person.

জয় কালত ভয় নোহোৱা—ক্রি. যেতিয়া কোনো লোকৰ দিন ভালে থাকে, তেতিয়া শত্রুৱে তাৰ অহিতসাধন কৰিব নোৱাৰে। এতেকে,—সৌভাগ্য থাকিলে কোনো বিষয়ে ঘাটি হ'বৰ আশঙ্কা নোহোৱা, to have no reason for apprehension when one's stars are on the ascendant.

জয়-জয়-ময়-ময়—বি. [ জয়ময় জয়ময় ] 'ময়' সংস্কৃত তদ্ধিত প্রত্যয়। 'জয়ময়' শব্দে 'জয়-পৰিপূর্ণ' অর্থাৎ চাৰিওফালে জয়, এনে ভাব বুজায়। এতেকে,—সর্ব্বাঙ্গীন মঙ্গল, triumph all round.

জয়দেৱ-কাকুতি—বিং. পূৰ্ব্বকালত জয়দেৱে দুৰ্ধোৰ ৰোগৰপৰা মুক্তি পাবৰ নিমিত্তে অত্যন্ত ব্যাকুলিত হৈ একান্তচিত্তে জগন্নাথক কাকুতি-মনতি কৰিছিল। এতেকে,—অত্যন্ত ব্যাকুলিত হৈ একান্ত চিত্তে জনোৱা কাকুতি, most earnest entreaty.

জয়-পাচে ক্ষয়—বি. [জয়মাত্রে ক্ষয়] জয় হোৱা মাত্রে ক্ষয় অৰ্থাৎ উন্নতিৰ অব্যৱহিত পাছতে অৱনতি, fall immediately after triumph.

জয়ে জয়ে—ক্রি-বিণ. জয় উচ্চাৰণ কৰি কোনো কাৰ্য্য আৰম্ভ কৰা হয়। এতেকে,—সৰ্ব্বপ্ৰথমে, at the very outset.

জয়ঢোল কোবোৱা—ক্রি. পূৰ্ব্ব কালত ৰণত জয় হ'লে জয়-ঢোল কোবোৱা ৰীতি আছিল। এতেকে,—অতি আনন্দিত হোৱা, to be jubilant.

জয় ৰাম বোলা, জয় হৰি বোলা—ক্রি. সবাহত "জয় ৰাম বোলা, জয় হৰি বোলা" এই বুলি নাম শেষ কৰা হয়। এতেকে,—কোনো কাৰ্য্য শেষ কৰা, to come to the end of anything.

জৰাসন্ধ দেৱতাই লগা—ক্রি. জৰাসন্ধ পৰাক্ৰমী অসুৰ ৰজা আছিল। জ্বৰকো এটা অসুৰ বা অপদেৱতাৰ কাৰ্য্য বুলি মানুহে ভাবে। জ্বৰৰ অসুৰৰ নাম, উচ্চাৰণৰ মিল ৰাখি, 'জৰাসন্ধ' দিয়া হৈছে। এতেকে, জ্বৰ ৰোগৰ দ্বাৰা আক্ৰান্ত হোৱা, to have an attack of fever.

জৰী বৰকৈ টানিলে ছিগি যোৱা—ক্রি. জৰী অলপ চুটি থাকিলে টানিলে ওলায়, আৰু এইদৰে টানি গাঁথি দিলেহে বান্ধ কট্‌কটীয়া হয়। কিন্তু যদি জৰী বৰকৈ অৰ্থাৎ অতিৰিক্তভাৱে টনা হয়, তেনেহ'লে সি ছিগি যায়। এতেকে,—কোনো কাৰ্য্য অতিৰিক্তভাৱে কট্‌কটীয়া কৰিবলৈ গৈ তাক সমূলি ভ্ৰষ্ট কৰা, to spoil the whole thing in an attempt to make it better than the best.

জল্ জল্ পট্ পট্—[জলজলীয়া ফটফটীয়া] জলজলীয়া আৰু ফটফটীয়া বস্তু সকলোৰে নিলগৰেপৰা দেখা পায়। এতেকে,—জনাজাত, প্ৰখ্যাত, conspicuous, distinguished.

জলকীয়াৰ জালকেই সোৱাদ পোৱা—ক্রি. জলকীয়াই যদিও পোৰে, তথাপি মানুহে সোৱাদ বস্তু যিৰূপে ব্যৱহাৰ কৰে তাকো সেইৰূপে হেঁপাহেৰে ব্যৱহাৰ কৰে। এতেকে,—বাহিৰে দেখাত অসুবিধাজনক কাৰ্য্যত তাৰ কোনো এটা মোহিনী শক্তিৰ দ্বাৰা আকৃষ্ট হৈ লিপ্ত হোৱা, to be associated with anything that is apparently repulsive but yet exercising peculiar fascination over its subject.

জলত দিয়া থলত দিয়া—ক্রি. জলত জলশাই ডাঙৰীয়া, থলত থলশাই ডাঙৰীয়া নামে উছৰ্গি দিয়া হয় অৰ্থাৎ জলে থলে সকলো ঠাইতে দান কৰা হয়। এতেকে,—অ'ত ত'ত দান কৰা, ইটো সিটো কৰি বহু মানুহক দিয়া, to spend money in diverse petty ways.

জলা জুইত হাত সুমুৱা—ক্রি. জলি থকা জুইত হাত সুমালে সি পুৰি দেই যায়। এতেকে,—দেখা-দেখি ডাঙৰ বিপদত উপযাচি পৰা, to embrace danger deliberately.

জলাহ-যমুনা হোৱা—ক্রি. [ জলাহ = জলাশয়, যমুনা = ডাঙৰ জলাশয়। ] চাৰিওফালে পানীৰে উপচি পৰা, to be overflooded all around.

জহনীৰ বুকুত যোৱা—বিণ. জহনীক ৰাক্ষসীৰে তুলনা কৰা হৈছে। সেই ৰাক্ষসীয়ে যাক বুকুলৈ চপাই লয়, সি তৎক্ষণাৎ জহনী ৰোগত মৰে। এতেকে,—মৰিবলৈ যোৱা, যাৰ গাত মৃত্যুৰ লক্ষণ দেখা পোৱা যায় তেনেকুৱা মৃত্যুগামী, ( গালিৰ মাত ), worthy of destruction ( a term of abuse ).

জাক ফুৰা—ক্রি. [ জাকত ফুৰা ] সঙ্গমৰ নিমিত্তে জাকত ফুৰি ফুৰা। ( গৰুত খাটে, মতা আৰু মাইকী উভয়তে। ) to walk in company to satisfy sexual craving ( applied to cattle ).

জাকত জিলিকা—বিণ. শুৱনী গৰু যাওঁতে জাকত জিলিকি যায়। এতেকে,—শুৱনী, conspicuous, beautiful.

জাকৈয়া ছোৱালী—বি. জাকৈ বাই মাছ ধৰা ছোৱালী অৰ্থাৎ বাহিৰত ওলাই ফুৰা গাঁৱলীয়া ছোৱালী, a country girl.

জাত এৰা—বিণ. কোনো শস্যে যদি নিজৰ জাত এৰে, তেনেহ'লে ক্রমশঃ তাৰ আকাৰ সৰু হয় আৰু লোপ পায়। এতেকে,—চেফেৰা, degenerate.

জাত চাই কঠীয়া—বি. বেয়া জাতৰ কঠীয়া হ'লে ধান বেয়া হয়; আৰু ভাল জাতৰ কঠীয়া হ'লে ধান ভাল হয়। এতেকে,—বাপেক-মাক চাই ল'ৰা-ছোৱালী, children resembling their parents.

জাতি চন্দন—বি. জাতি চন্দন অতি জুৰ। এতেকে,—অতি জুৰ মানুহ, a very meek and mild person.

জান-নাজান—বিণ. [ জানি-নাজানি ] কেতিয়াবা জানি আৰু কেতিয়াবা নাজানি এনেকুৱা অৰ্থাৎ অতি ক্ষুদ্ৰ, ভালকৈ মণিব নোৱাৰা, কম, too minute or small, infinitesimal.

জানন্ত মোমা—বি. (সাধুকথা) গাঁৱৰ ভিতৰত সকলোতকৈ জনা বুলি জানন্ত মোমা নাম পাইছিল। নিগনি কি জন্ত চিনিব নোৱাৰি সকলো মানুহে জানন্ত মোমাক সুধিবলৈ গ'ল। জানন্ত মোমাই মনতে ভাবি চালে,—"ইয়াক পানীত পেলাই চোৱা যাওক। যদি ই তললৈ যায় তেনেহ'লে হাতী আৰু যদি ওপঙে তেনেহ'লে পানীকাউৰী। ইয়াকে ভাবি জানন্ত মোমাই নিগনিটো পানীত পেলাই দিলে। নিগনি পানীৰ তললৈ যোৱাত সি যে প্রকৃততে হাতী এই কথা জানন্ত মোমাই সকলোকে বুজাই দিলে। এতেকে,—জনা বুলি মিছা গওপ মৰা মানুহ, an ignoramus, a vain pretender to knowledge.

জাপৰ কাপোৰ—বি. ৰাতি শোওঁতে কেইবাতৰপীয়াকৈ জাপি ডাঠ কৰি কাপোৰ গাত লোৱা হয়। এতেকে,—শোওঁতে গাত লোৱা কাপোৰ, a cloth used as a covering in bed.

জাৰি-জোকাৰি দিয়া—বি. কোনো বস্তু দি আঁতাই পাত্রটোত যি দুটা-এটা লাগি থাকে, পাছত তাকো জাৰি-জোকাৰি দিয়া হয় বোলা হৈছে। এতেকে,—একো বাকী নথকাকৈ দিয়া, to give away the entire quantity.

জাল খোৱা—ক্রি. কোনো মানুহক বৰকৈ মাৰ-কিল কৰিলে তাৰ গাত বিষ হয়। তেতিয়া সি যদি জাল খায়, তেনেহলে বিষ কমে। এতেকে,—বৰকৈ মাৰ-কিল খোৱা, to be beaten soundly.

জাল পতা—ক্রি. পশু ধৰিবৰ নিমিত্তে জাল পতা হয়। এতেকে,—অপকাৰ কৰিবৰ নিমিত্তে ফিকিৰ পতা, to plan, design, conspire.

জাল ফালি হৰিণা যোৱা—ক্রি. জাল পাতি হৰিণা ধৰা হয়। জালত পৰিলে কেতিয়াবা হৰিণাই জাল ফালি পলাই যায়। এতেকে,—শত্রুৰ কৌশল ভেদ কৰি সাৰি যোৱা, to outwit an enemy.

জালকে জকাই বোলা—ক্রি. জাল শব্দে এই স্থলত সৰু ঘোকোটা জাল বুজাইছে। তেনে জাল আৰু জকাইৰ আকৃতিৰ ভিতৰত বহু সাদৃশ্য আছে। মাছ ধৰিবলৈ যেতিয়া বৰকৈ লৰালৰি লাগে, তেতিয়া জকাই বিচাৰি নৈ ভুলত জালকে জকাই বুলি অনা হয়, এই ভাব বুজোৱা হৈছে। এতেকে,—ভুলত এটাক আন এটা বুলি ধৰা, to commit a mistake of identity.

জালত দিয়া সোণ—বি. সোণ জালত দিলে অর্থাৎ জুইত পুৰিলে সি অতি উজ্জ্বল হয়। এতেকে,—অতি শুৱনি মানুহ, a bright and beautiful person.

**জালে-জোলে খোৱা**—ক্রি. দুখীয়া মানুহৰ আঞ্জা-পাচলি নথকাত জুলীয়া হয়। তাকে সিহঁতে জলকীয়া বা জালুকৰ জাল দি খায়। এতেকে,—দুখীয়া খাৱনেৰে খোৱা, to live on a plain diet.

**জিজি**—বি. মাত নুফুটা কেঁচুৱা ল'ৰাই "জি-জি" শব্দ উচ্চাৰণ কৰে। ল'ৰাই সেই কথাৰে মাছ খাবলৈ খুজিছে বুলি মাকে ভাবে। এতেকে,—মাছ। (কেঁচুৱা ল'ৰাৰ সম্পৰ্কে ব্যৱহৃত হয়।) fish served in dish (applied with reference to a baby.

**জিবাখন কাটি পেলোৱা**—ক্রি. জিবাৰ সাহাযোৰে কথা কোৱা হয়। এবেলি কোনো কথা কৈ তাৰ পাছত নাই কোৱা বুলি আসৈ মাতিলে জিবা কাটি পেলোৱাৰ নিচিনা হয়। এতেকে —এবেলি কোনো কথা কৈ ঘূৰি আসৈ মতা, কথা নৰোৱা, to withdraw a word once spoken.

**জিবাৰ পানী ওলোৱ'**—ক্রি. ভাল বস্ত খাবৰ নিমিত্তে হেঁপাহ হ'লে জিবাৰ পানী ওলায়। এতেকে,—কোনো ভাল বস্তুৰ নিমিত্তে হেঁপাহ হোৱা, to feel the temptation of anything too strongly.

**জিৰণীয়া মৌ**—বি. মৌ-জাক উৰি যাওঁতে বাটত সুবিধাজনক ঠাইত বৈ অলপ পৰ জিৰাই সেই ঠাই এৰি গুচি যায়। এতেকে,—কোনো ঠাইত স্বাৰ্থৰ নিমিত্তে অস্থায়ীভাৱে থকা মানুহ, a person who resides in a certain place temporarily to serve his selfish ends.

**জী-মৰা জোঁৱাই**—জীয়েক মৰিলে জোঁৱায়েকলৈ পূৰ্ব্বৰ দৰে মৰম-চেনেহ নাথাকে। এতেকে,—যাৰপৰা সম্বন্ধ ঘটে সেইজন আঁতৰা বাবে মৰম-চেনেহৰপৰা বঞ্চিত হোৱা মানুহ, মৰম হেৰুওৱা মানুহ, one losing the love of another on account of the loss of a person dear to both.

**জীয়া জুই**— বি. জুয়ে চেংচেঙায়। কোনো আপোন মানুহক ডাঙৰ বিপদত পৰা দেখিলেও গা চেংচেঙায়। প্ৰভেদ এয়ে যে জুই মৰা, কিন্তু বিপদগ্ৰস্ত লোক জীয়া। জীয়া জুইৰ তাপ মৰা জুইৰ তাপতকৈ বেছি বোধ হয়, এই ভাব বুজোৱা হৈছে। জীয়া জুয়ে আন্তৰিক তাপ দিয়ে, মৰা জুয়ে বাহ্যিক তাপ দিয়ে। এতেকে,— অত্যন্ত সন্তাপদায়ক, ঘোৰ বিপদগ্ৰস্ত আত্মীয় মানুহ, a beloved person in great affliction.

**জীয়া বাঁৰী**— বি. [ গিৰীয়েক জীয়াতে বাঁৰী ] গিৰীয়েক জীয়াই থাকোঁতেই বাঁৰীৰ তুল্য ব্যৱহাৰ পোৱা তিৰোতা, a neglected wife.

জীয়া ভূত— বি. মানুহ মৰিলে আত্মা গৈ ভূত হয়। ভূতে অত্যাচাৰ কৰে। এই স্থলত জীৱন্ত অৱস্থাতে ভূত বুলি কোৱা হৈছে। এতেকে,— অত্যাচাৰ কৰা মানুহ, অত্যন্ত দুৰ্দ্দান্ত মানুহ, a person of violent disposition, a too wicked person.

জীয়াৰ দিন টুটা— ক্রি. দিন শব্দে কাল অৰ্থাৎ আয়ুস বুজাইছে। জীয়া= জীয়া মানুহ। এতেকে — জীৱিত মানুহৰ আয়ুস ক্ৰমশঃ কম হৈ যোৱা, the gradual decreasing of a man's life.

জীৱই উজান-ভাটী কৰা— ক্রি. শৰীৰৰ ডাঙৰ কষ্ট হ'লে জীৱটো এবেলি ওপৰলৈ উঠে আৰু এবেলি তললৈ নামে অৰ্থাৎ ওলাই যাবৰ নিমিত্তে অস্থিৰ হয়। এতেকে,— অতিপাত বিপদগ্ৰস্ত হোৱা, to be morbidly afflicted with grief.

জীৱন্তে মৰা— ক্রি. জীৱন্ত অৱস্থাতে মৰাৰ দৰে হোৱা অৰ্থাৎ মহাকষ্টত পৰি মৃত্যুপ্ৰায় হোৱা, to be overwhelmed by the direst calamity.

জুই খোৱা— ক্রি. জুই খালে শৰীৰৰ অভ্যন্তৰ পুৰি যায়। ডাঙৰ বিপদত পৰিলেও চিন্তাত আভ্যন্তৰিক দাহ উপস্থিত হয়। এতেকে,— ডাঙৰ বিপদত পৰা, to run into great danger.

জুই দিলে মুখ নোপোৰা মানুহ - বি. যি মানুহে মুখেৰে অতিকৈ কথা ক'ব পাৰে, তাৰ মুখৰ তেজ বৰ চোকা বোলা হয়। জুইৰ তেজো চোকা। জুইৰ তেজতকৈ মুখৰ তেজ চোকা হ'লে, জুয়ে মুখক বিঘাত কৰিব নোৱাৰে। এতেকে,— অতিপাত চোকা মুখৰ মানুহ, a person having an acrimonious tongue.

জুইত জাঁপ দিয়া— ক্রি. ডাঙৰ বিপদক জুইৰে তুলনা কৰা হৈছে। সম্মুখত ডাঙৰ বিপদ দেখিও তাত গৈ পৰা যেনে, জাঁপ মাৰি জুইত পৰাও তেনে বোলা হৈছে। এতেকে,— দেখা-দেখি ডাঙৰ বিপদত উপযাচি পৰা, to court great danger deliberately.

জুইত জাহ যোৱা— ক্রি. ফৰিং আদি জুইত পৰিলে যেনেকৈ জাহ যায়, মানুহো ডাঙৰ বিপদত পৰিলে তেনেকৈ জাহ যায় বোলা হৈছে। এতেকে,—ডাঙৰ বিপদত পৰি সমূলি ধ্বংস পোৱা, to be completely ruined by deliberately running into great danger.

জুই-আঙ্গঠা কাপোৰেৰে ঢাকি থ'ব নোৱাৰা— ক্রি. যদি জুইৰ আঙ্গঠা কাপোৰেৰে ঢাকি থোৱা যায়, তেনেহ'লে কাপোৰখন পুৰি আঙ্গঠা ওলাই পৰে।

সেইৰূপে, মানুহৰ প্ৰকৃত গুণ আবৃত কৰি ৰাখিব পৰা নাযায়; সি যেনে তেনে প্ৰকাৰে প্ৰকাশিত হ'ব। এতেকে,—প্ৰকৃত গুণ লুকাই ৰাখিব নোৱাৰা, to be unable to stifle real genius by opposition.

জুই-ছাই দৰ— বি. [জুই যেন তপত ছাই দৰ] বৰ তপত ছাই চুব নোৱাৰি। কোনো বস্তুৰ দৰ অতিৰিক্ত হ'লেও তাক চুব নোৱাৰি অৰ্থাৎ কিনি হাতত ল'ব নোৱাৰি। এতেকে,—অতিৰিক্ত মূল্য, কিনিব নোৱাৰা বেচ, prohibitive price, excessive value.

জুই পানী অসঞ্চাৰ হোৱা— ক্ৰি. দুঘৰ মানুহৰ ভিতৰত ডাঙৰ শত্ৰুতা চলিলে ই ঘৰৰপৰা সি ঘৰলৈ জুই আৰু পানীৰ চলা-চল বন্ধ হয়। জুই আৰু পানী জীৱনযাত্ৰাৰ নিমিত্তে প্ৰধান লাগতিয়াল আৰু সেই দুটা বস্তু য'তে ত'তে বিনা মূল্যে পোৱা যায়। জুই আৰু পানীৰ মূল্য নাই আৰু সেই দুই বস্তু খোজনীয়াক নিদিলে মহাপাপ হয়। এতেকে,—ভয়ানক শত্ৰুতা হোৱা, to be on terms of bitterest enmity.

জুইশলাত গঢ়িলে কমাৰশালত গঢ়িব পৰা— ক্ৰি. কমাৰে নিজ ব্যৱহাৰৰ নিমিত্তে কাম চলাব পৰাকৈ জুইশালত অস্ত্ৰ তৈয়াৰ কৰি প্ৰথমে কাম শিকে। অভিজ্ঞতা লাভ কৰিলে পাছত কমাৰৰ বৃত্তি ধৰি বেচিবৰ নিমিত্তে উত্তম অস্ত্ৰ কমাৰশালত তৈয়াৰ কৰে। এতেকে,—সৰু কাম কৰি শিক্ষা হ'লেহে ডাঙৰ কাম কৰিব পৰা, to be able to do an important business by being trained from the humblest stage.

জুগলি— বি —[যুগলি] যাক যোগান দিয়া যায় অৰ্থাৎ আহাৰ দিয়া যায় সি, পেট। (বিদ্ৰূপ-প্ৰয়োগ।) stomach (used ironically).

জুলীয়া গুৰ— বি গুৰ জুলীয়া হ'লে সি একে ঠাইতে নাথাকে, যেনিয়ে সুবিধা পায় তেনিয়ে বাগৰি যায়। সেইৰূপে যি মানুহৰ মতৰ স্থিৰতা নাই, সিও যেনি সুবিধা পায় তেনি বাগৰি যায়, অৰ্থাৎ সেই ফাললৈকে মত পৰিৱৰ্ত্তন কৰে। এতেকে,—অস্থিৰ মতৰ মানুহ, one without a fixed principle of his own, an irresolute person, a waverer.

জুয়ে ধৰা দি ধৰা— ক্ৰি. বতাহ লাগি লাগি জুয়ে ওচৰত থকা মানুহক খেদি খেদি ধৰে। এতেকে,—টানকৈ তাগিদা কৰা, to make an insistent demand for anything.

জুপুৰা হাবিত বাঘ থকা— ক্ৰি. [জুপুৰা=সৰু] চাপৰিত জুপুৰা হাবি থাকে, আৰু তাত গৰু-ম'হ চৰে। গৰু-ম'হ ধৰিবৰ নিমিত্তে বাঘে ডাঙৰ হাবিৰপৰা আহি তেনে ঠাইত আহাৰ বিচাৰি ফুৰে। এতেকে,—সৰু-সুৰা কাৰ্য্যত ডাঙৰ ভয়ৰ কাৰণ থকা, the happening of danger in small matters.

জুলুকি জুলুকি শিকোৱা— ক্রি. [ জোলোকা-জোলোকে শিকোৱা ] অতি বেজাৰত টেটু শুকায়, তেতিয়া জোলোকা-জোলোকে পানী খাব লাগে। এই স্থলত কোৱা হৈছে যে এনে শিকনি দিয়া হয়, মানুহটোৱে জোলোকা-জোলোকে পানী খাব লগীয়া হয়। এতেকে,—উগ্র দণ্ড দিয়া, নানা প্রকাৰ আহুকাল কৰা, to punish severely, to annoy in different ways.

জেঠ মহীয়া পকা আম যেই সেই জোপাই সোৱাদ হোৱা— ক্রি. আম কেঁচা অৱস্থাত টেঙা হৈ থাকে, পকিলে সোৱাদ হয়। স্বভাৱতে কোনো আম টেঙা আৰু কোনো আম সোৱাদ। কিন্তু পকিলে সকলো বিলাক আম সোৱাদ হয়। জাতত আম টেঙা নে সোৱাদ, কেঁচা অৱস্থাত খাই চালেহে চিন পোৱা যায়। জেঠ মাহত সকলো আম পকে। এতেকে,— উপযুক্ত সময়ত যেই সেই বস্ত সোৱাদ হোৱা, the turning out of anything to be sweet in its proper time.

জেৰেঙাতৈ নিয়া— ক্রি. আহোম ৰজাৰ দিনত শিৱসাগৰৰ ওচৰত জেৰেঙা পথাৰত অপৰাধীক প্রাণদণ্ড দিয়া হৈছিল। এতেকে,— প্রাণদণ্ড দিয়া, to condemn a person to death.

জোকৰ মুখত চূণ দিয়া— ক্রি. জোকৰ মুখত চূণ দিলে সি তৎক্ষণাৎ মৰি যায়। এতেকে,— যাক যি প্রকাৰেৰে ঘটুৱাব লাগে তাক সেই প্রকাৰেৰে ঘটুওৱা, to punish a person appropriately.

জোখা লগা— ক্রি. নিয়মিত জোখত লগা। ( অধিকাংশ স্থলত ব্যঙ্গার্থত ব্যৱহৃত হয়। তেতিয়া তাৰ অর্থ ওলোটা হয়, যেনে— নিয়মিত জোখত নলগা। তাৰপৰা ( অসুবিধা, জঞ্জাল বা লেঠা লগা ), to be well proportioned, symmetrical, harmonious, concordant, ( often used ironically, when it bears the opposite meaning, to be ill proportioned, unsymmetrical, unharmonious, discordant ; thence ) to be put to inconvenience.

জোৰ পুৰি বৰলাৰ হাত পোৱা— ক্রি. জোৰ লাহে লাহে পুৰি চুটি হৈ যায়। জুই হাত পাবলৈ অলপ থাকোঁতেই ঘৈণীয়েকে গৈ আন এটাৰ জোৰ দিয়েগৈ। কিন্তু বৰলাৰ ঘৈণীয়েক নোহোৱাত তাক আন এটাৰ জোৰ দিওঁতা মানুহ নোলায়। কাজে-কাজেই জোৰ পুৰি গৈ জুয়ে বৰলাৰ হাত পুৰিবৰ উপক্রম কৰে বোলা হৈছে। বৰলাৰ ভাল গৃহস্থালি হ'ব নোৱাৰে। 'বৰলা' শব্দে নিঃসহায়তাৰ ভাব বুজাইছে। এতেকে,— কোনো এটা বিষয়ত সহায়-সাৰথিহীন মানুহৰ অৱস্থা শোচনীয় হোৱা, the going down of the affairs of a person without help to the extreme limit.

জোৰৰ আগত বাতি— বি. [ বাতি=চাকি। ] জোৰৰ পোহৰ ডাঙৰ। তাৰ আগত চাকিৰ পোহৰ নিজিজিকে। এতেকে,— ৰবলোকৰ আগত ক্ষমতা নজাব নোৱাৰা সাধাৰণ মানুহ, an insignificant fellow in the presence of an illustrious personage.

জোৰা দি কোৱা—ক্রি. [ মিছা জোৰা দি কোৱা। ] বঢ়াই কোৱা, to exaggerate.

জোৰাই দিয়া—ক্রি. মুখেৰে জোৰা পাতি দিয়া অর্থাৎ মতা হ'লে মাইকীৰে আৰু মাইকী হ'লে মতাৰে জোৰা লগাই কথা কোৱা, to speak a person as pairing with another of the opposite sex.

জোল ওলোৱা—ক্রি. কোনো বস্তু চেপিলে জোল ওলায়। এতেকে,—হেঁচা-টেপাত কষ্ট পোৱা, ডাঙৰ অসুবিধা পোৱা, to be put to much inconvenience.

জোলে জোৰা – ক্রি. [ 'জোল ওলোৱা' চোৱা। ] ইমান সৰহকৈ জোল ওলায় যে সেইখিনিয়েই জোৰে। ( ব্যঙ্গার্থত ব্যৱহৃত হৈছে। ) এতেকে,—বহু কষ্ট পোৱা, to be distressed.

জ্ঞাতিয়ে অগা-ডেটা নকৰিলে গঙ্গা পাবগৈ পৰা—ক্রি. কোনো কুকুৰে অচিনাকি কুকুৰ বাটত দেখিলে তাক অগা-ডেটা কৰি কামোৰা-কামুৰি কৰে। কুকুৰে একেবাহে ভাগৰ নলগাকৈ গৈ থাকিব পাৰে। সি কয়,—"মোক যদি জ্ঞাতিয়ে অগা-ডেটা নকৰিলেহেঁতেন, মই গৈ গঙ্গাস্নান কৰি সদ্গতি পাব পাৰিলোহেঁতেন।" এতেকে,—জাতিৰ বাধা নাপালে বহু উন্নতি কৰিব পৰা, to be able to rise to eminence but for obstacles put in one's way by one's kith and kin.

জ্ঞানে গৰকা—ক্রি. [ জ্ঞানেৰে গৰকা ] কোনো বস্তু ভৰিৰে গৰকিলে সি লেউ-সেউ হয়। কথাৰো কঠিনতা ভাগিলে আৰু ভালৰূপে বুজিলে সি লেউ-সেউ হয়। এতেকে,—কোনো কথা পৰে নোকোৱাকৈ নিজ জ্ঞানৰ দ্বাৰা ভালৰূপে বুজি লোৱা, to consider within oneself the *pros* and *cons* of anything.

টকালি পাৰি খোৱা—ক্রি. উপাদেয় বস্তু খাওঁতে জিবাখন তালুত লাগি টকালি পৰাৰ নিচিনা শব্দ হয়। এতেকে,—তৃপ্তিৰে ভোজন কৰা, to eat with a gusto

টং কৰি চোৱা—ক্রি. [ তত্ কৰি চোৱা ] কোনো বিষয়ৰ তত্ত্ব অৰ্থাৎ মূল কথা বিচাৰ কৰি চোৱা, to judge after due deliberation.

টাই-টুই কৰা—ক্রি. [ ঠেই-ঠেই কৰা ] হাত লৰাই ঠেই-ঠেই'ক'ৰে নচা হয়। এতেকে,—হাত জোকোৰা। তাৰপৰা,—হাতৰ ঠাৰেৰে বুজোৱা ; নিৰস্ত্র অৱস্থাত শত্রুৰে আক্রমণ কৰোঁতে শুদা হাত জোকাৰি বাধা দিবলৈ চেষ্টা কৰা, to move one's hand ; hence, to communicate anything by signalling with the hand, to show fight with an empty hand.

টাং-গুটি—বি. টাং-গুটিক যেনেকৈ কুবিয়াই লৈ ফুৰায় তেনেকৈ কুবিয়াই লৈ ফুৰুওৱা মানুহ, ঠোঙোনা খাই-ফুৰা মানুহ, one who is tossed about as a play ball, a person receiving indignities from all quarters.

টাকুৰী ঘূৰাদি ঘূৰা—ক্রি. টাকুৰীৰ দ্বাৰা সূতা পকোৱা হয়। টাকুৰী কোবেৰে ঘূৰি থাকে। অভিপাত কাম-বন কৰিলেও মানুহে এবেলি ইফালে এবেলি সিফালে নোবোৱাকৈ ঘূৰি ফুৰে। এতেকে,—অভিপাত কাম-বন কৰা, to toil uninterruptedly.

টাকুৰী ঘূৰাদি ঘূৰা—ক্রি. টাকুৰা বৰকৈ ঘূৰে। কোনো মানুহৰ মূৰত গুৰুতৰ আঘাত কৰিলেও তাৰ মূৰ বৰকৈ ঘূৰে। এতেকে,—বৰকৈ মাৰ-কিল খোৱা, to receive a voilent beating.

টাঙোন জোকৰা—ক্রি. মানুহে মাৰ-কিল কৰিবৰ নিমিত্তে সাজু হৈ টাঙোন জোকাৰে। এতেকে,—মৰিয়াবলৈ উদ্যোগ কৰা, ভয় দেখুওৱা, to show fight, to threaten.

টান পালে ৰাম বোলা—ক্রি. [ টান=টান অৱস্থা, কষ্ট, বিপদ ] সম্পদৰ কালত ঈশ্বৰক পাহৰি থকা যায়, বিপদতহে ঈশ্বৰৰ প্রতি ভক্তি জাগৃত হয়, এনে ভাব বুজোৱা হৈছে। এতেকে,—কষ্ট পালে ঈশ্বৰৰ নাম কৰা, to remember God only in times of adversity.

টানি আঁজুৰি কৰা—ক্রি. যেনে তেনে উপায়েৰে কষ্ট কৰি কৰা, to act with a great deal of inconvenience.

টানি-মানি—ক্রি. বিণ. [ 'মানি' অনুৰূপ শব্দ ] অতিকৈ টানি অৰ্থাৎ যদিও অতিকৈ টানি ধৰা হয়, তথাপি, at most.

টিক্‌চি-বিক্‌চি উঠা—ক্রি. টিক্‌চি=টিঙ্গত চৰি ; 'বিক্‌চি' অনুকাৰ শব্দ। খং টিঙ্গত অৰ্থাৎ মূৰত চৰি মানুহটো বহা অৱস্থাৰপৰা উঠে বোলা হৈছে। খং উঠিলে মানুহ উঠে আৰু যুঁজৰ নিমিত্তে সাজু হয়। এতেকে,- ক্রোধত উগ্র মূৰ্ত্তি ধৰা, to be furiously excited.

টিকনিৰ আগত খং উঠা—ক্রি. খং উঠিলে তেজ মূৰলৈ উঠে। এই স্থলত কোৱা হৈছে যে তেজ ইমান ওপৰলৈ উঠিছে যে সি গৈ টিকনিৰ আগ পায়গৈ। এতেকে,—অতিকৈ খং উঠা, to be highly excited with anger.

টিকাজগা—ক্রি গাই-গৰুৰ পোৱালি জগাৰ পূৰ্ব্বতে দুই টিকাত অলপ খোল পৰে। এতেকে,—গাই-গৰুৰ পোৱালি জগিবৰ সময় উপস্থিত হোৱা, the coming of the time of delivery of a cow.

টিকাত গুৰিয়ালেও খাবলৈ নেৰা—ক্রি. উপাদেয় বস্তু খাবলৈ বহিলে, কোনো মানুহে যদি টিকাত গুৰিয়াই খাবলৈ হাক দিয়ে, তথাপি খাবলৈ নেৰে। এতেকে —কোনো উপাদেয় বস্তু খাবলৈ হাক দিলেও নাখাই থাকিব নোৱাৰা, not to cease eating a delicacy at any cost.

টিকাত চাপৰ মৰা—ক্রি. ঢোলৰ অভাৱত টিকাত চাপৰ মৰা অৰ্থাৎ আনন্দত মত্তলীয়া হোৱা, to be transported with joy.

টিকাৰ ছাল ছেলিলেও কথা নেৰা—ক্রি. কোনো মানুহক ধৰি চোঁচোৰাই টানি নিলে তাৰ টিকাৰ ছাল ছেলি যায়। এই স্থলত কোৱা হৈছে যে তেনে কৰাতো নিজৰ কথা নেৰে। এতেকে,- গাৰ বলেৰে ধৰিলেও কথা নেৰা, আঁকোৰ-গোজালিকৈ নিজৰ মতত ধৰি থকা, to adhere to one's opinion dogmatically at any cost.

টিকা ফটা ৰ'দ—বিং. [ টিকা=বৰি মাটি, ওখ ঠাই। ] টান ৰ'দত টিকা চিৰা-চিৰে ফাটে। এতেকে,—টান ৰ'দ, scorching sunshine.

টিঙ্গনা নাৱত ওপৰ-ভৰা হোৱা—ক্রি. টিঙ্গনা নাওত ওপৰ-ভৰা হলে সি কাতি হৈ বুৰি যায়। এতেকে,—যিমান চম্ভালিব পৰা যায় কোনো কাৰ্য্যৰ ভাৰ তাতকৈ অধিক হোৱা, to be over-burdened.

টিজিৰি-তুলা হোৱা—ক্রি. [ টিজিৰি তুলা=টিজিৰি, মৰা মাত্রেই খপকৰে জলি উঠা তুলা। ] আগৰ দিনত টিজিৰি মাৰি তুলাৰে জুই ধৰি ৰখা হৈছিল। এতেকে,—খপকৰে খঙত জলি উঠা, হঠাৎ অগ্নি-মূৰ্ত্তি ধাৰণ কৰা, to be suddenly excited with anger.

টিলিকি কিনা—ক্রি. (উপকথা) কোনো এটা মানুহে এটা গৰু কিনি আনিছিল। গৰুটোৱে বাটতে মূত্ৰত্যাগ কৰিলে। সি ভাবিলে,—“গৰুটোৰ পেটটো ফুটা, সেই দেখি তাৰ পেটৰপৰা পানী পৰিছে। মোক বেচোঁতাই প্ৰৱঞ্চনা কৰিলে। বাক মইও বাটত কাৰোবাক পালে এই দৰে ঠগিম।” সিফালৰপৰা এটা বাটকৰাই উল্লাহত নাম গাই টিলিকি বজাই আহি আছিল। গৰুৰ গৰাকীয়ে আগেয়ে টিলিকি শুনা নাছিল। এনে অদ্ভুত বাদ্য শিকিবৰ নিমিত্তে তাৰ হেঁপাহ হ’ল। সি বাটকৰাক সেই বাদ্যৰ বেচ কিমান সুধিলে। বাটকৰাই ভাবিলে,—“ই মহা মূৰ্খ, ইয়াক ঠগি গৰুটো নিব পাৰিলে ভাল।” সি কলে,—“বাক ধন নালাগে। তোমাৰ গৰুটো দিয়া, মই অপূৰ্ব্ব বাদ্য তোমাক শিকাই দিম ” গৰুৰ গৰাকীয়ে ভাবিলে,—“এইবেলি ইয়াক ঠগিলোঁ। ই বেটালিয়ে গৰুটো পেট ফুটা বুলি নাজানে।” সি প্ৰস্তাৱত মান্তি হল। বাটকৰাই এফেৰিমান পৰ তাত থাকি বুঢ়া আঙ্গুলিৰ আগটো পিছলাই কেনেকৈ টিলিকি বজাব লাগে তাক ভালকৈ শিকাই দিলে। বাটকৰাই গৰু লৈ গুচি গল। ইটোৱে টিলিকিটো শিকি আনন্দত উধাব হৈ গুৰে বাটটো টিলিকি বজাই গৈ গৈ ঘৰ পালে। ঘৈণীয়েকে উলহ-মালহকৈ নতুনকৈ কিনি অনা গৰু চাবলৈ আহিল। তাই গৰু নেদেখি তধা লাগিল। “গৰু আনিছানে?” বুলি ঘৈণীয়েকে সোধাত সি টিলিকিটো বজাই কয়,—“এইটি?” তাই সোধে “গৰু কি কৰিলা? “সি টিলিকি বজাই কয়, “এইটি ক’ত পালা?” বহু পৰ সোধা-পোছা কৰি ঘৈণীয়েকে বুজিব পাৰিলে যে এমুঠি ধন দি মহামূৰ্খ গিৰিয়েকে টিলিকিটো কিনি আনিলে। এতেকে,—বহুব্যয় কৰি কোনো অসাৰুৱা কাৰ্য্য কৰা, to do at a great expense anything which turns out to be absolutely useless.

টিপচিয়ে গৰুডৰ উৰাও মাৰিব খোজা—ক্ৰি টিপচি অতি সৰু চৰাই। গৰুড মহাপক্ষী। টিপচিয়ে গৰুডৰ উৰাও কেতিয়াও মাৰিব নোৱাৰে। এতেকে,—অসম্ভৱ কাৰ্য্য কৰিবলৈ চেষ্টা কৰা, to attempt an impossible feat.

টিপচিৰ ভজা—বি. টিপচি একণিমান চৰাই, তাৰ মঙ্গহ ভাজি খাবলৈ দিয়া নগণ্য কথা। এতেকে,—নগণ্য উপহাৰ, a humble gift.

টিলিকিতে উৰাই দিয়া—ক্ৰি. কোনো মানুহক একেবাৰে গণিতা নকৰিলে তাক উৰাই দিয়া যায় অৰ্থাৎ তাৰ অস্তিত্বকে নামানে। টেলাই নকৰা বুজাবলৈ মানুহে টিলিকি মাৰি কথা কয়। এতেকে,—সমূলি টেলাই নকৰা, to show utter disregard of any one.

টুকবিয়াই চোৱা—ক্রি. কোনো বস্তু টুকবিয়াই চালে সি ফোঁপোলা নে শাহ থকা বুজিব পাৰি। এতেকে,—উমান লোৱা, গড়-গতি বুজা, to sound one's mind.

টুটকীয়া নহ'লে গাঁও নবহা—ক্রি. নতুনকৈ কোনো এঠাইত গাঁও বহাবলৈ হলে টুটকীয়া মানুহ লৈ নানা প্রকাৰ কথা লগাই আন গাঁৱৰপৰা মানুহ ভগাই আনে। এতেকে,—সকলো কার্য্যতে টুটকীয়া মানুহৰ আৱশ্যকতা থকা, the turning out of a slanderer to be useful in some way in any affair.

টুটকীয়া নাৰদ -বি. নাৰদৰ দৰে টুটকীয়া কথা কোৱা মানুহ, লগনীয়া মানুহ, a slanderer, a backbiter.

টুপাই বুৰ মৰা—ক্রি. বুৰ মাৰোঁতে টুপুংকৰে শব্দ হয়। বুৰ মাৰিলে মানুহটো তৎক্ষণাৎ লুকাই যায়, পানীৰ তলে তলে সি কেনি যায় কোনেও ভত ধৰিব নোৱাৰে। এতেকে,—থিতাতে গা লুকুউৱা, কোনো এটা কার্য্য কৰি গা নেদেখুৱাই সুককৰে আঁতৰি যোৱা, to escape after doing a thing without showing one's hand, to disown authorship of an action after having done it, to disappear suddenly.

টেই-টুকি দিয়া—ক্রি. [ টাৰি টুকি দিয়া ] তেলৰ টাৰি টুকি দিয়ে অর্থাৎ টাৰিত তেলৰ শেষ নোথোৱাকৈ তেনেই দিয়ে বোলা হৈছে। এতেকে,—বাকী নোহোৱাকৈ দিয়া, তেনেই দিয়া, to give away wholly and completely.

টেক্‌টেকা বাই—বি. টেক্ টেক্‌কৰে কথা কৈ থকা অর্থাৎ প্রগল্‌ভা তিৰোতা, a noisy woman.

টেকাম্ টেকামকৈ খোৱা– ক্রি. খাওঁতে জিবা অধিককৈ লৰচৰ কৰিলে টেকাম্ টেকাম্ শব্দ হয়। এতেকে,—তৃপ্তিৰে খোৱা। ( ব্যঙ্গার্থত ব্যৱহৃত হয় ) to eat with a gusto ( used ironically ).

টেকেলি দিয়া—বি. বিয়াত দৰাঘৰীয়া-ঘৰীয়া মানুহে কন্যাক নোৱাবৰ নিমিত্তে টেকেলিৰে পানী দিয়া উৎসৱ, the ceremony of giving water for the bath of the bride in a wedding.

টেকেলি-পেটা—বিশ. টেকেলিৰ নিচিনা পেট থকা, বৰ পেটুৱা, pot-bellied, having a prominent belly.

টেঙ্গৰৰ ডিঙ্গিত ডোল লগা—ক্রি. ডোল ডিঙ্গিত লাগিলে বেগতে নেৰায়। অজলা মানুহৰ ডোল ভৰিত লাগে অর্থাৎ ডোল লাগিলেও সি বেগতে তাক একৰাব পাৰে, কিন্তু টেঙ্গৰৰ ডোল ডিঙ্গিত লগাৰ নিমিত্তে তাৰ সাৰিবলৈ টান পৰে। এই স্থলত বিপদক ডোলেৰে তুলনা কৰা হৈছে। এতেকে,—টেঙ্গৰ মানুহে টেঙ্গৰালি কৰি ফুৰোঁতে দৈৱাৎ ধৰা পৰি বিপদত পৰিলে সাৰিবলৈ টান হোৱা, the entangling of a cunning person in an inextricable difficulty.

টেঙ্গৰৰ সাতোটা গুণ থকা—ক্রি. সাতোটা=বহু-সংখ্যক। 'গুণ' শব্দে এই স্থলত দুর্গুণ অর্থাৎ ফিকিৰ বুজাইছে। এতেকে,– টেঙ্গৰ মানুহৰ বহু ফিকিৰ থকা, the possessing of very many artifices by a clever person.

টেঙ্গা আম এবেলি বেচিব পৰা—ক্রি. টেঙ্গা আম মানুহে জানি শুনি নিকিনে। বেচোঁতাই টেঙ্গা আমকে মিঠা বুলি ফাঁকি দি কেতিয়াবা বেচে। এই স্থলত কোৱা হৈছে, তেনে-ৰূপে সেইজন মানুহে এবেলি মাথোন বেচিব পাৰে, কিয়নো পিছলৈ ভাৰপৰা আৰু সেই মানুহে কেতিয়াও আম নিকিনে। এতেকে,—গোটেই জীৱনত কোনো মানুহক এবেলি মাথোন ঠগিব পৰা, to be able to deal with a person badly only once during one's life time, i, e., for the first time only after which one is found out and avoided during the rest of his life.

টেঙ্গা দিয়া—ক্রি. টেঙ্গা বস্তু খাবলৈ দিয়া। এতেকে —বেজাৰ-অসন্তোষ দিয়া, to displease.

টেটুত ক্ষুৰ দিলেও ফুটা কড়ি এটা নোলোৱা—বি. যদি ডকাইত আহি টেটুত ক্ষুৰ দি কয় "এটা ফুটা কুড়ি উলিয়াই দে, নহ'লে তোক কাটি পেলাম" তথাপি সি সিমানকে উলিয়াব নোৱাৰে। এতেকে,—নিচেই টোকোনা মানুহ, poorest of the poor.

টেটুত ডোল এডাল দিয়া—ক্রি. টেটুত ডোল বন্ধা থাকিলে গৰুৱে য'লৈকে ইচ্ছা কৰে ত'লৈকে যাব নোৱাৰে। সেইৰূপে মানুহে তিৰোতা বিয়া কৰিলে মুকলি-মূৰীয়াকৈ ঘৰ এৰি ফুৰিব নোৱাৰে। এতেকে,—বিয়া কৰাই দিয়া (মতা মানুহৰ সম্পর্কে খাটে), to get a man married.

টেটুলৈকে ধাৰ—বি. ধাৰৰ পৰিমাণ ইমান অধিক বোলা হৈছে যে আৰু অলপ যদি ধাৰ বাঢ়ে তেনেহ'লে মানুহটো সমূলি পোতা যাব। এতেকে,—অপৰিমিত ধাৰ, heavy debts.

টেটোন টামন—বি. টেটোন আৰু টামন নামেৰে দুটা সিয়ান ভাই-ককাই আছিল। এতেকে,—অতি ধূৰ্ত্ত মানুহ, a too cunning fellow.

টোক্ টোক্ টাক্ টাক্‌কৈ থকা—ক্রি. ইঁহে বোকা-পানীত ঠোঁটেৰে টোক্-টোক্ টাক্-টাক্ কৰি থাকে। এতেকে,—দুখীয়া চলন বা মিলা-প্ৰীতিৰে কাল-যাপন কৰা, to lead a humble life.

টোকোৰা-পঁজা—বি. [ পঁজা=জুপুৰি ঘৰ। ] টোকোৰাৰ বাহৰ নিচিনা সৰ্ম্মূল দুখীয়া ঘৰ, a wretched hut.

টোকোৰা লথিওৱা দিয়া- ক্রি. [ সাধুকথা ] চৰায়ে বাহ কেনেকৈ বান্ধিব লাগে এই কথা ঈশ্বৰে টোকোৰাৰ আগত বুজাই দিলে। টোকোৰাই আন আন চৰাইক সেই বিদ্যা নিশিকালে। সেই অপৰাধত আটাইবিলাক চৰায়ে টোকোৰাৰ মূৰত লথিয়াবৰে ধৰিলে। তেতিয়াৰপৰা টোকোৰা লথামূৰা হ'ল। এতেকে.—বহু মানুহে গোট খাই কোনো এজনক গাই-পতি অলপ-অচৰপ মাৰকিল কৰা, the causing of some slight injury to one by each of a crowd of men.

টোটক-নাটক কৰা—ক্রি. [ টুটক-নাটক কৰা ] তালৈ টুটক অৰ্থাৎ কমক, তালৈ নাটক অৰ্থাৎ নোজোৰক—এনেভাৱ কৰা, সামান্যভাৱে কপটাচৰণ কৰা, to act in a jealous spirit in petty affairs.

টোপ পৰিবৰৈ নিদিয়া - ক্রি. চৰায়ে পোৱালিক টোপ খুৱাওঁতে মুখতে মুখ সুমাই দি খুৱায়, টোপ মাটিত পৰিবলৈ নিদিয়ে। এতেকে,—অতি চেনেহেৰে পালন কৰা, to foster with utmost solicitude, to bring up with tender care.

টোপনি খকুৱ —বিণ. টোপনিলৈ খক অৰ্থাৎ হেঁপাহ থকা, অধিককৈ শুই থকা, heavy with sleeping

টোপনিয়ে জোকোৱা—বি. প্ৰণয়ী মানুহে যেনেকৈ শুবলৈ জোকায় টোপনিয়েও তেনেকৈ শুবলৈ জোকায় বোলা হৈছে। এতেকে,—টোপনি আহিব খোজা, to be inclined to sleep, to be heavy with sleepiness.

টোপা কাঁড়টো যোৱাদি যোৱা—ক্রি. টোপা কাঁড় অতি বেগেৰে যায়। এতেকে, —অতি বেগেৰে যোৱা, to travel with utmost celerity.

টোপা খল্ল—বি. টোপা খল্ল দেখিলে ঘিণ লাগে। এতেকে,—ঘৃণনীয় মানুহ, a disgusting person.



ঠোঁট কটা কাউৰী—বি. কাউৰীয়ে ঠোঁট এৰাৰি ৰমলিয়াই ফুৰে। তাৰ ঠোঁটৰ আগটো যদি কাটি দিয়া যায়, তেনেহ'লে সি অতিৰিক্তভাৱে ঠোঁঠ এৰাৰি ৰমলিয়াবলৈ ধৰে। অতিৰিক্তভাৱে যিহকে তিহকে কথা কৈ ফুৰা মানুহক এনেকুৱা কাউৰীৰে সৈতে তুলনা কৰা হৈছে। এতেকে,—অনৰ্থক বলকি ফুৰা নিলাজ মানুহ, a shameless person with an unrestrained tongue.

ঠোঁট-মুখ চেলেকা—ক্রি. লুভীয়া বস্তু আগত দেখিলে খাবৰ নিমিত্তে হেঁপাহ হৈ মানুহে ঠোঁট অৰ্থাৎ ওঁঠ আৰু মুখ চেলেকে। এতেকে,—ইচ্ছা থকা সত্ত্বেও কোনো বস্তু নোপোৱা, to be disappointed for not obtaining a thing which is very much desired.

ঠন ধৰা—ক্রি. [ ঠানি ধৰা ] ঠানি ওলালে গছৰ শ্ৰী বাঢ়ে। মানুহক গছেৰে তুলনা কৰা হৈছে। এতেকে,—ঘৰ-সম্পত্তি বঢ়া, to be well off, to be thriving or prosperous.

ঠাই দি টপ্‌টপনি শুনা—ক্রি. যদি কোনো মানুহক থাকিবলৈ ঘৰত ঠাই দিয়া হয় তেনেহলে সি সেই বাবে শলাগ ল'ব লাগে। এই স্থলত কোৱা হৈছে যে শলাগ লোৱা দূৰত থাকোক, সি নানা প্ৰকাৰ আসোঁৱাহ ধৰি গিৰিহঁতৰ আগত নানা প্ৰকাৰেৰে টপ্‌টপাই কথা কৈ থাকে। এতেকে,—কোনো মানুহক আশ্ৰয় দিলে সি শলাগ নলৈ নানা প্ৰকাৰৰ আসোঁৱাহ ধৰা, to hear complaints from a protege for shortcomings made instead of expressions of gratitude for benefits received.

ঠাই নাইকিয়া—বিণ. কোনো বস্তু অতিৰিক্ত হ'লে থ'বলৈ ঠাই নাইকিয়া হয়। এতেকে,—অতিৰিক্ত, অপৰিমিত, অসংখ্য, excessive, plentiful, innumerable.

ঠৰঙা পচলা—বি. মানুহে কল-পুলি পচলা কৰি খায়। কল-পুলিৰ ডাঙৰ পাত নাথাকে, আৰু তাত থোকো নপৰে। বতাহ বলিলেও সি ঠৰঙা হৈয়েই থাকে, হালি-জালি নাযায়। এতেকে,—ঠৰঙা হৈ থকা অৰ্থাৎ লৰচৰ নকৰা মানুহ, বন-বাৰি কৰিবলৈ অনিচ্ছুক মানুহ, one who is too lazy to move, an extremely indolent person.

ঠেং নচুৱাই থকা—ক্রি. বন-বাৰি নোহোৱা মানুহে বহি বহি ঠেং জোকাৰি থাকে। এতেকে,—এলাহত কালহৰণ কৰা, to spend time idly.

ঠেঙৰ ওপৰত ঠেং তোলা—ক্রি. সুখীয়া মানুহে আয়েসেৰে ঠেঙৰ ওপৰত ঠেং তুলি থাকে। এতেকে,—আয়েসেৰে থকা, সুখ-স্বচ্ছন্দতা উপভোগ কৰা, to lead a life of ease and comfort.

ঠেং-তলে যোৱা—বিণ. ঠেং শৰীৰৰ সকলো অৱয়ৱৰ তলত থাকে। কোনো মানুহৰ ঠেঙৰ তলেদি যি মানুহে সৰকি যায়, সেই সৰকি যোৱা মানুহটো প্ৰথম মানুহতকৈ বহু গুণে নাম খাপৰ বুলি বুজা যায়। এতেকে,—অতি অধম, inferior beyond comparison.

ঠেক ছিগা=বিণ. গছৰ ঠেক ছিগিলে সি উন্নতি কৰিব নোৱাৰে। মানুহক গছেৰে তুলনা কৰা হৈছে। এতেকে,--প্ৰধান অৱলম্বনশূন্য, destititute of the principal support.

ঠেলিয়াই কোৱা—ক্রি. এনেকুৱা ঠেলা মাৰি কথা কোৱা হয়, সেই কথা ঠেলা খাই কোনো নিৰ্দ্দিষ্ট মানুহৰ ওচৰ চাপে, অৰ্থাৎ সেই কথাৰ দ্বাৰা সেই মানুহৰ সম্পৰ্কে কোনো কথা সঙ্কেতেৰে বুজোৱা, to speak anything regarding a person by insinuation.

ঠোঙোনা খোৱা—বিণ. মাৰিবে মাৰিলে ঠং ঠং কৰে শব্দ হয়। 'ঠঙনা' শব্দে ঠংকৰে কৰা প্ৰহাৰ বুজায়। 'ঠোঙোনা' শব্দ 'ঠঙনা' শব্দৰ ৰূপান্তৰ। এতেকে,—মাৰ কিল খোৱা অৰ্থাৎ পৰৰ দ্বাৰা লাঞ্ছিত, অধম, subject to indignities, vile.

## ড

ডঁৰিত বান্দৰ নচা—ক্রি. নাচোন এটা টান কাৰ্য্য। বান্দৰ জনাজাত দুষ্ট জন্তু। মৰিয়াই-খটিয়াই তেনে টান কাৰ্য্যকো বান্দৰৰ হতুৱাই কৰোৱা হয়। এতেকে,—দণ্ডৰ ভয়ত দুঃসাধ্য কাৰ্য্যকো কৰিব পৰা, to be able to do even a piece of difficult work under the fear of punishment.

ডাঁহী সাপ—বি. এই সাপ পৰ্ব্বতত থাকে বুলি কয় আৰু ইয়াৰ খং ইমান বেছি যে ই হেনো আকাশেদি উৰি আহে। এতেকে—অত্যন্ত ক্ৰোধী স্বভাৱৰ মানুহ, an extremely angry person.

ডবনি পিটি খোৱ—ক্রি. [ ডবা পিটি খোৱা ] 'অতিৰিক্ত ভোজন কৰা'ক 'ধুম্ ধুম্ কৰি খোৱা' বোলে। ডবা পিটিলেও ধুম ধুম্ কৰে শব্দ হয়। এতেকে,—অতিৰিক্ত ভোজন কৰা, to eat enormously.

ডবনিকৈ খোৱা—ক্রি. [ ডবা-সমানকৈ খোৱা ] অধিককৈ ভোজন কৰা, to eat too much.

ডবা কানীয়া—বি. ডবা-ধোৱাঁখোৱাত কানি-টিকিৰা পুৰি খোৱা কানীয়া, ডাঙৰ কানীয়া, a confirmed opium-eater.

ডবা কোবোৱা—ক্রি. ডবাক মানুহেৰে ৰিজোৱা হৈছে। ডবাৰ ছাল=মানুহৰ পিঠি। ডবাৰ মাৰি=মানুহক কোবোৱা এছাৰি। এতেকে,—ডবাক যিৰূপে কোবায় সেইৰূপে কোবোৱা, ৰবকৈ মাৰ-কিল কৰা, to beat severly.

ডলাৰ বগৰি—বি. ডলাৰ বগৰি একে ঠাইতে নাথাকে। ডলাখন অলপ লৰিলেই বগৰিবিলাক যেনিয়ে তেনিয়ে বাগৰি ফুৰে। এতেকে,—বাগৰি ফুৰা অর্থাৎ ঘনাই ঠাই সলাই ফুৰা মানুহ, one who very often changes residence.

ডলুৱা ভূত—বি. গছৰ ডালত থকা ভূত, হাবিত থকা ডাঙৰ ভূত। ভূত বৰ খঁকুৱা। তাৰপৰা,—খঁকুৱা মানুহ, a terrible ghost ; hence a glutton.

ডাং কটা চোৰ—বি. ৰাতি ঘৰৰ দুৱাৰত ডাং দি থোৱা হয়। ডাঙৰ চোৰে ডাং কাটি ভিতৰলৈ সোমাই বস্তু চুৰ কৰিবলৈ যায়। এতেকে, ডাঙৰ চোৰ, a notorious thief.

ডাং কোবোৱা—বিণ. গৰু-গাই আদি নোসোমাবৰ নিমিত্তে ঠায়ে ঠায়ে ডাং দিয়া থাকে। কোনো মানুহে ডাঙৰ ওপৰেদি পাৰ হ'বলৈ হলে কাপোৰ-কানি দাঙি ল'ব লাগে। এই স্থলত কোৱা হৈছে, যে কাপোৰ-কানিয়ে ডাং কোবাই যায় অর্থাৎ ডাঙত লাগি চুঁচৰি যায়। এতেকে,—উচ্ছৃঙ্খল ( মানুহত খাটে ) disorderly, irregular ( applied to man ).

ডাবিত সুৰাসুৰ-নাগ কঁপোৱা—ক্রি. এনেৰূপে ডবিওৱা হয় বোলা হৈছে যে সুৰ, অসুৰ আৰু নাগ অর্থাৎ ত্রিভুৱনবাসী সকলোৱে ভয়ত কঁপি যায়। এতেকে,—অতিপাত ডবিওৱা, to abuse grossly, to rebuke sternly.

ডাল কোবোৱা—ক্রি. বান্দৰে ডালত ওলমি সেই ডাল এৰি আন ডাললৈ গ'লে এৰি দিয়া ডালটো কোব মাৰি ওপৰলৈ যায়। বান্দৰে এইৰূপে অতীজৰেপৰা ডালে ডালে বগাই ফুৰে। সি আজিলৈকে ঘৰ নাসাজি পূর্ব্বৰ ৰীতি অনুযায়ী চলি আছে। এই স্থলত পূর্ব্বৰ ৰীতিমতে চলা মানুহক বান্দৰেৰে তুলনা কৰা হৈছে। এতেকে,—আদিম অৱস্থাৰে কালযাপন কৰা, অতীজৰ ৰীতি অনুযায়ী চলা, to live in the primitive style, to follow an antiquated custom.

ডাল চোৰ—বি. ডালে ডালে নিয়ে অৰ্থাৎ কোনো বস্তু সৰু-সুৰাকৈ কাটি লুকুৱাই নিনি গোটে গোটে চুৰ কৰি নিয়ে বোলা হৈছে। এতেকে,—ডাঙৰ চোৰ, a notorious thief.

ডাল-জোৰা দিয়া—ক্রি. মূল গছৰ লগত ডাল জোৰা দিয়া অৰ্থাৎ মূল কথাৰ লগত অমূলক কথা যোগ দিয়া, বঢ়াই কথা কোৱা, to exaggerate.

ডাল-দৰিদ্ৰ মানুহ—বি [ডাল-ডলীয়া দৰিদ্ৰ মানুহ] ঘৰৰ বেৰ ডাল-ডলীয়া অৰ্থাৎ সমূলি সেৰেঙা এই ভাব বুজোৱা হৈছে। এতেকে,—নিঃকিন মানুহ, a destitute person.

ডিঙিত ধৰি কন্দা—ক্রি. আত্মীয়-স্বজনে বিপদগ্ৰস্ত মানুহৰ ডিঙিত ধৰি কান্দে। এতেকে,—বিপদত সহানুভূতি প্ৰকাশ কৰা, to make a passionate display of sympathy.

ডিঙি পাতি থোৱা—ক্রি. বধ কৰিবৰ নিমিত্তে ডিঙিত অস্ত্ৰাঘাত কৰা হয়। এই স্থলত, ইচ্ছাপূৰ্ব্বক ডিঙি কাটিবলৈ পাতি থয় বোলা হৈছে। এতেকে,—মহৎ অপকাৰৰ নিমিত্তে সাজু হৈ থকা, to be prepared for the worst.

ডিঙিৰ হাৰমাল—বি. কুকুৰে হাৰ চোবাওঁতে কেতিয়াবা হাৰ ডিঙিৰ ভিতৰৰ নেলুত লাগি ধৰে। হাৰডাল সি একৰাবও নোৱাৰে, গিলিবও নোৱাৰে, এনে অৱস্থাত কুকুৰে ফুৰে। (হাৰমাল=হাৰৰ মাৰ অথাৎ হাৰ লাগি ধৰা মাৰাত্মক ব্যাপাৰ।) এতেকে,—যাক এৰিবও পৰা নাযায়, ধৰিবও পৰা নাযায়, তেনে কাৰ্য্য বা মানুহ, যাৰপৰা ৰৰকৈ আহুকাল পোৱা যায় তেনে কাৰ্য্য বা মানুহ, a thing which cannot be got rid of though annoying.

ডুখৰি পীৰাৰ মাৰ—বি. [ডুখৰীয়া পীৰাৰ মাৰ] ডুখৰীয়া অৰ্থাৎ ভগা পীৰাৰে কৰা প্ৰহাৰ বুজায়। ভগা পীৰাত ইতৰ মানুহে বহে; ভগা পীৰাৰে মৰিয়ালে বেছিকৈ দুখ পায়, আৰু আন অস্ত্ৰ বিচাৰিলে বেলি হয় বাবে বহি থকা পীৰাৰেই মৰিওৱা হয়, এই বাক্যত এই বাক্যত এই তিনিও ভাৱ জড়িত আছে। এতেকে,—ঢুকি পোৱাতে থকা যেই সেই নিন্দনীয় অস্ত্ৰৰ দ্বাৰা গুৰু প্ৰহাৰ, a heavy assault by means of anything picked up near at hand.

ডেকাকছে যোৱা—ক্রি. [ডেকা-কালে যোৱা] ডেকা-কালতে মৃত্যুগামী হোৱা, to die prematurely.

ডোম-চোৰ—বি. চৈতৰ চোৰ, ধৰা নপৰা চোৰ, a cunning thief, an undetected thief.

ডোমৰ ঢেঁকী—বি. চুটি-চাপৰ মানুহ ( গালিৰ মাত ), a short-statured person ( used abusively ).

ঢ

ঢেঁকী-থুৰীয়া বুদ্ধি—বি. ঢেঁকি খোৰা মটহা বস্তু। এতেকে,—মটহা বুদ্ধি, obtuse intellect.

ঢেঁকি-থুৰীয়া মাৰ—বি. ঢেঁকী খোৰা শকত-ডাঙৰ বস্তু, তাৰে মৰিয়ালে বৰকৈ দুখ পোৱা যায়। এতেকে,—ডাঙৰ প্ৰহাৰ, severe assault.

ঢেঁকী-শাল ফুৰিলে খুদৰ আকাল নোহোৱা—ক্রি. ঢেঁকী শালত অনেক খুদ পৰি থাকে। খুদ বিচৰা মানুহে ঢেঁকীশাল ফুৰিলেই খুদ পাব পাৰে। যৎসামান্য বস্তু হ'লেই যাৰ চলে, সেই মানুহে য'তে ত'তে ফুৰিলে তাক পাব পাৰে, এই ভাব বুজায়। এতেকে,—সামান্য অভাৱ য'তে ত'তে পূৰণ হোৱা, the fulfilling of the trifling wants of a poor man quite easily in any way.

ঢেঁকুৰা কুকুৰেও বাট নিদিয়া—বিণ. ঢেঁকুৰা কুকুৰ=ঢেঁকী-শালত শুই থকা লেতেৰা কুকুৰ। নিতান্ত জুকলা-জুপুৰা মানুহক তেনে কুকুৰেও যাবলৈ বাট নিদিয়ে বোলা হৈ'ছে। এতেকে,—অতিকৈ জুকলা-জুপুৰা, shabby and miserable.

ঢৌৰা-পাক দিয়া—ক্রি. ঢৌৰা চৰাইবিলাকে শাৰী পাতি আকাশেদি অকাই-পকাই উৰি যায়, আৰু আগৰ শাৰীৰ বাটে বাটে পিছৰ শাৰী যায়। গায়ন জোৰাই গায়ন গাওঁতে সেইক্ৰমে যায় দেখি গায়নৰ এটা পাকৰ নাম ঢৌৰা-পাক। এতেকে,—আগৰ শাৰীৰ পিছ ধৰি যোৱা, নভৰা-নিচিন্তাকৈ পৰৰ অনুকৰণ কৰা, to follow the front line, to imitate others unthinkingly.

ঢোঁৰা সাপৰ ফোঁপাউৰি—বি. ঢোঁৰা সাপৰ বিষ নাই, কিন্তু তাৰ ফোঁপাউৰি অৰ্থাৎ ফোঁচ-ফোঁচনি বেছি। এতেকে,—ক্ষমতাহীন মানুহে মুখেৰে দেখুওৱা ভয়, empty threats by a weak person.

ঢাপত গজা, কুলি পৰ'—বিণ. ধাপত গজা আৰু কুলি পৰা আম গছৰ আম নিকৃষ্ট। এতেকে,—নিকৃষ্ট, অকামিলা, inferior, useless.

ঢাবিৰ আঁৰত ৰজাকো চৰ্চ্চা—ক্রি. মাজত আঁৰ থাকিলে মানুহক দেখা পোৱা নাযায়। ঢাবিৰ আঁৰৰত অৰ্থাৎ গুপ্ত স্থানত থাকি ৰজাৰ নিচিনা অসীম ক্ষমতাপন্ন মানুহৰো নিন্দাচৰ্চ্চা কৰিব পৰা যায়, এই ভাব বুজোৱা হৈছে। এতেকে, —লুকাই ৰৰলোকৰো নিন্দাচৰ্চ্চা কৰিব পৰা, to be able to speak ill even on the greatest man of the land behind the screen.

ঢেৰাই-মেৰাই পৰা—ক্রি. [ ঢৰাত মেৰাই পৰা ] বৰকৈ ভাগৰ লাগিলে মানুহে ঢৰাত আহি মেৰপাক খাই পৰে। এতেকে, বৰকৈ ক্লান্ত হোৱা, to feel too much exhausted.

ঢেৰেকনি মৰা—ক্রি. মানুহে হঠাৎ ডাঙৰ ডাবি দিলে মেঘে ঢেৰেকনি মৰাৰ নিচিনা শব্দ শুনি। এতেকে,—হঠাৎ ডাঙৰকৈ ডাবি দিয়া, to scold in a thundering voice, to rebuke sternly.

ঢেকৰা-ঠাবি সিজোৱা—ক্রি. ঢেকৰা-ঠাবি বেগতে নিসিজে। নিসিজা মানুহক ঢেকৰা-ঠাবিৰে তুলনা কৰা হৈছে। এতেকে,—নিসিজা মানুহক সিজা কৰিবলৈ চেষ্টা কৰা অৰ্থাৎ হুঁটা মানুহক পৰামৰ্শ দিয়া, to offer advice to a wayward person.

ঢেল-ওপঙা দিয়া—ক্রি. জীয়া মানুহে হাত-ভৰি মাৰি সাঁতুৰি ওপঙি যায়। মৰা মানুহে ঢেল উলিয়াই এনেই ওপঙি যায়। এতেকে,—মৰা মানুহৰ দৰে কোনো প্ৰকাৰৰ শ্ৰম নকৰি গা এৰি দিয়া, to lead an easy life.

ঢোকাতে কল ৰোৱা, কলতে ঢোকা ৰোৱা—ক্রি. লাগনী কলগছ ভৰত পৰিব খুজিলে তাক ঢোকা দি ৰখা হয়। এই স্থলত কোৱা হৈছে, যে ঢোকা পাই কলগছ নপৰাকৈ থিয় দি থাকে, আৰু কলগছৰ হেঁচা পাই ঢোকাও নপৰাকৈ থিয় দি থাকে। ঢোকাৰ তলৰ মূৰ মাটিত নোপোতাকৈ ওপৰতে লগাই থোৱা হয়। কলগছৰ হেঁচা নপৰিলে সি নিশ্চয় মাটিত পৰি যাব। ৰৰলোকক কলগছেৰে আৰু ইতৰ লোকক ঢোকাৰে তুলনা কৰা হৈছে। এতেকে,—ৰৰলোক আৰু ইতৰ লোক উভয়ে উভয়ৰ সাহাৰ্য্যৰ দ্বাৰা কাৰ্য্য চলোৱা, the affording of help mutually between a great man and an ordinary man.

ঢোল পিটি ভনোৱা—ক্রি. কোনো বাতৰি ডাঙৰকৈ ৰাষ্ট্ৰ কৰিবলৈ হ'লে তাক ঢোল পিটি ভনোৱা যায়। এতেকে,—বহলকৈ প্ৰচাৰ কৰা, ৰাষ্ট্ৰ কৰা, to circulate widely.

ঢোলৰ লগত টেমেকা—বি. ভাল ঢোল ধুম্ ধুম্‌কৰে বাজে। টেমেকা শব্দে টেমেক-টেমেককৰে বজা বেয়া ঢোল বুজায়। এতেকে,—কোনো প্ৰধান মানুহৰ লগত অকিঞ্চিৎকৰ মানুহ, a mean sorry fellow by the side of a distinguished person.

ঢৌ লেখা—ক্ৰি. নৈৰ পানীত অসংখ্য ঢৌ উঠে। যি মানুহৰ কোনো কাম-কাজ নাথাকে, সি পাৰত বহি কিমান ঢৌ ভটীয়াই গৈ আছে, তাকে লেখি থাকে। এতেকে,—কাম-বন নকৰি কাল কটোৱা, নিষ্কৰ্ম্মা হৈ থকা, to idle away time.

ঢৌ-লেটিপেটি—বি. নৈত অসংখ্য ঢৌ দেখিবলৈ পোৱা যায়। ঢৌবিলাক লগ লাগি লেটিপেটি হৈ পৰে। 'ধেই খেতি নেতি,' বাক্যৰ এটি ছেও। সাদৃশ্য-নীতি অনুযায়ী এই খণ্ড-বাক্য গঠিত হৈছে। এতেকে,—অতিপাত লেটিপেটি, বিষম খেলিমেলি, utter confusion, extreme disorder.

ঢৌতে খৰ মৰা—ক্ৰি. পানীত সাঁতোৰোঁতে খৰ মৰা হয়। কিন্তু বাবিষা ঢৌ উঠিলে খৰ মাৰিবলৈ টান হয়। যিবিলাক পাকৈত মানুহ সেইবিলাকে ঢৌৰ পাক বুজি ঢৌতে খৰ মাৰিব পাৰে, অৰ্থাৎ ঢৌ উঠোঁতে তাৰ লগতে গাটো দাঙি দি ঢৌ পৰোঁতে তাৰ লগতে গাটো লুটিয়াই পেলায়। এতেকে,—জঞ্জালৰ ভিতৰতে আজৰি উলিওৱা, to snatch away time from busy moments to be able to do something else.



তপত ভাতৰ ধোঁৱাই খোৱা—ক্ৰি. তপত ভাত বাঢ়িলে তাৰপৰা বৰকৈ ধোঁৱা ওলায়। ভাত খাবলৈ বহা মানুহজনক তাৰ ধোঁৱাই খায় অৰ্থাৎ ধোঁৱা চকুত সোমাই আমনি কৰে। অসন্তোষীয়া মানুহৰ সম্পৰ্কে এই বাক্য ব্যৱহৃত হয়। সকলোপোনে সুখ হোৱা সত্বেও সেই মানুহে মনেৰে পাতি কোনো এটা অসন্তোষৰ কাৰণ উলিয়াই লয়, আন একো নহ'লে তপত ভাতৰ ধোঁৱাই আমনি কৰা বুলি আপত্তি কৰে। এতেকে,—মিছা কষ্ট কল্পনা কৰি ক্লেশ পোৱা, to be worried by imaginary ills, to be troubled by unreal grievances.

তপত পিঁড়—বি. [ পিঁড়=পিণ্ড। ] দশপিণ্ড দিওঁতে অস্থি ভাজিব লাগে। এতেকে,—মৃতকৰ হতে দশপিণ্ড, the tenth day funeral ceremony prevalent among the Hindus.

তপতে তপতে—ক্রি. বিণ. লো আদি ধাতু তপত হৈ থাকোঁতেই তাক পিটি অস্ত্র আদি বস্তু প্রস্তুত কৰিব পৰা যায়, চেঁচা হ'লে ধাতুৱে উঁজ নলয়। এতেকে,—অবিলম্বে, without delay.

ত্বয়াময়া যুদ্ধ—বি. [ ত্বয়া ময়া যুদ্ধ ] ( ত্বয়া=যুষ্মদ্ শব্দৰ তৃতীয়াৰ এক বচন, ময়া=অস্মদ্ শব্দৰ তৃতীয়াৰ এক বচন। ত্বয়া ময়া=তোমাৰ দ্বাৰা আৰু মোৰ দ্বাৰা। ) তুমি আৰু মই এই দুই জনে লগ লাগি এজনৰ নিষ্পত্তি হোৱাৰ পিছত হে যুদ্ধ শেষ কৰা হ'ব বোলা হৈছে। এতেকে,—ঘোৰ যুদ্ধ, a terrible battle.

তৰচেঙেলী—বি. চেঙেলী মাছ স্বভাৱতে চট্‌ফটীয়া। তৰত অৰ্থাৎ বাম পানীত আৰু চট্‌ফটীয়া হয়। এতেকে,—বৰকৈ চট্‌ফটীয়া মানুহ, a cunning or subtle person.

তৰা-নৰা ছিঙা—ক্রি. [ লৰত তৰা নৰা ছিঙা ] ইমানকৈ ভয় পাই লৰ মৰা হয় যে হাবিৰ তৰা আৰু পথাৰৰ নৰা উজুটিত ছিজি যায়। এতেকে,—অতি বেগেৰে লৰি পলোৱা, to flee precipitately.

তলৰ মাটি ওপৰ কৰা—ক্রি. তলৰ মাটি ধুলি কৰি ওপৰলৈ উকওৱা অৰ্থাৎ মহা আড়ম্বৰ কৰা, to make an excessive display of pomp.

তল খুচৰীয়া মানুহ—বি. এন্দুৰে মাটিৰ তলে তলে খুচৰি ডাঙৰ গাঁত কৰে। মাটিৰ ওপৰ ভাগ আগৰ দৰে সমান হৈ থাকে। এতেকে,—এজনৰ কথা ভিতৰি আন এজনক লগোৱা মানুহ, গম নিদিয়াকৈ পৰৰ অনিষ্ট কৰা মানুহ, a back-biter, a slanderer, one who harms another without being suspected of doing it.

তল-খুচৰীয়া বুদ্ধি—বি. এন্দুৰে ঘৰৰ তলেদি মাটি খুচৰি গাঁত খানে। ওপৰৰ পৰা সেই গাঁত দেখিবলৈ পোৱা নাযায়। এই স্থলত, বুজিব নোৱাৰাকৈ গুপ্ত-ভাৱে অহিত আচৰণ কৰা মানুহক এন্দুৰেৰে তুলনা কৰা হৈছে। এতেকে,—গুপ্ত অভিসন্ধি, secret design.

তল-হাত—বিণ. যুঁজত দুটা মানুহ পৰি গ'লে যিজনৰ হাত তলত পৰে সি বল কৰিব নোৱাৰে। যাৰ হাত ওপৰ হৈ থাকে, সি সেই হাতেৰে আক্রমণ কৰিবলৈ সুবিধা পায়। এতেকে,—বশৱৰ্তী, পৰাধীন, subservient, dependent.

ভলি-উদং মানুহ—বি. ভলি উদং অৰ্থাৎ বস্ত্ৰ নথকা পাত্ৰেৰে মানুহক বিজোৱা হৈছে। এতেকে,—ধন-সম্পত্তি নাইকিয়া মানুহ, a destitute person.

ভলে ভলে—ক্রি. বিণ. কোনো মানুহে পানীৰ ভলে ভলে বুৰিয়াই বহু দূৰলৈকে যায়। সি কেনি যায় তাক কোনেও নেদেখে, যেতিয়া এঠাইত ওলায়েপে ভেতিয়াহে তাক দেখিবলৈ পায়। এতেকে,—গুপুতভাৱে, কোনেও গম ধৰিব নোৱাৰাকৈ, secretly, without being noticed by any man.

ভলে পুতল দিয়া—ক্রি. তাঁতৰ পুতল কাপোৰখনৰ ওপৰ ফালে লগোৱা হয় আহোম বিলাকে পূৰ্ব্বে পুতল তলৰ ফালে লগাইছিল। যি সময়ত এই বচনৰ সৃষ্টি হয়, সেই সময়ত কোনো কোনো আহোমৰ প্ৰধান মানুহে শত্ৰু-দমনৰ অৰ্থে ষড়যন্ত্ৰ কৰিছিল। এতেকে,—ষড়যন্ত্ৰ কৰা, to conspire, to plot.

তাম-তুলসী নমনা—বিণ. হিন্দুৰ মানত তাম আৰু তুলসী পবিত্ৰ বস্তু। এতেকে,—বিধৰ্ম্মী, অনাচাৰী, holding heretical ideas, immoral.

তামোল-পাণ কটা—ক্রি. বিয়াৰ বন্দবস্ত ঠিক হ'লে দৰা-ঘৰৰপৰা ছোৱালী-ঘৰলৈ দয়-দস্তুৰেৰে তামোল-পাণৰ ভাৰ নিয়া হয়। বাইজ মাজি সেই তামোল-পাণ কটা হয়। এতেকে,—বিয়াৰ বন্দবস্ত ঠিক হোৱা, to ratify negotiation of marriage.

তামোল-পাণ দি জনোৱা—ক্রি. ডাঙৰ মানুহক কোনো কথা জনাবলৈ হ'লে তামোল-পাণ আগ বঢ়াই জনোৱা হয়। এতেকে,—শ্ৰদ্ধা-ভক্তিৰে কোনো কথা জনোৱা, to represent anything reverentially to a distinguished person.

তাৰকা ৰাক্ষসী—বি. তাৰকা ভয়ঙ্কৰ ৰাক্ষসী আছিল। পঞ্চ-পাণ্ডৱৰ অজ্ঞাতবাসৰ কালত এই ৰাক্ষসীয়ে মুখ মেলি ভীমক গিলিবলৈ আহোঁতে ভীমে তাইক বধ কৰিলে। এতেকে,—ডাঙৰ-দীঘল ৰাক্ষসী-স্বভাৱাপন্ন তিৰোতা, an amazon.

তাল-জুৰীয়া ল'ৰা—বি. এজোৰৰ দুপাট তাল সমান। তাল যেনেকৈ বাজে, ল'ৰাও সেইৰূপে বাজে, অৰ্থাৎ ইটোৱে সিটোৱে দন্দ-হাই কৰে, এই কথাৰপৰা ল'ৰাক তালেৰে তুলনা কৰা হৈছে। এতেকে,—ছবহু সমান দুটা ল'ৰা, সমান-বয়সীয়া আৰু দেখিবলৈ একে ৰকমৰ দুটা ল'ৰা, a couple of boys who are equal in all respects.

তালবাল খোৱা—ক্রি. [ টলবল খোৱা ] মূৰত ডাঙৰ আঘাত পালে মূৰ টলবলাই যায়। মানুহে ডাঙৰ বিপদত পৰিলেও মূৰ ঘূৰাই যায়। এতেকে,—বিপদত পৰি অস্থিৰ হোৱা, to be deeply affected by misfortune.

ত্ৰাহি মধুসূদন--বি. এই বাক্য সংস্কৃত। ইয়াৰ দ্বাৰা 'হে মধুসূদন, পৰিত্ৰাণ কৰা।' এই অৰ্থ বুজায়। ভয়ঙ্কৰ বিপদত পৰিলে মানুহে এইৰূপে ঈশ্বৰৰ নাম লয়। এতেকে,—কোনো ভয়ঙ্কৰ বিপদৰপৰা উদ্ধাৰ পাবৰ নিমিত্তে ব্যৱহৃত হোৱা ঈশ্বৰলৈ কাকুতি-মিনতি, an earnest prayer to God for deliverance from a supreme crisis.

তিগ্ৰমাত্তি খং উঠা—ক্ৰি. [ অত্যুগ্ৰমূৰ্ত্তি খং উঠা ] অতি উগ্ৰভাৱে খং উঠা, to be highly irritated with anger.

তিতা দিয়া—ক্ৰি. তিতা বস্তু খাবলৈ বৰ বেয়া। এতেকে,—বৰকৈ বেজাৰ-অসন্তোষ দিয়া, to disgust greatly.

তিতা-মুখীয়া লগা—ক্ৰি. [ তিতা-মুখীয়া লগা ] বৰকৈ তিতা বস্তু খালে মুখখন বহু বেলিলৈকে তিতা হৈ থকাত আহুকাল লাগে। এতেকে,—বৰকৈ আহুকাল লগা, to feel exeedingly disgusted.

তিথিৰ মূৰত পানীচলু দিয়া—ক্ৰি. শ্ৰাদ্ধ-আদি সকাম তিথি অনুযায়ী কৰা হয়। তিথিৰ মূৰত অৰ্থাৎ যি তিথিত সকাম হ'ব লাগে, সেই তিথিত সকাম কৰিব লাগে। পানীচলু দিয়া—জলাঞ্জলি দিয়া। জলাঞ্জলিৰ দ্বাৰা আত্মাৰ সদ্গতি হয় বুলি কয়। মানুহৰ বিকাৰ হ'লে মূৰত পানী দিয়া হয়। এই সূত্ৰত আত্মাৰ বিকাৰৰ বাবে তিথিৰ মূৰত পানী 'দয়া হয়, এনে ভাব বুজোৱা হয়। এতেকে,—মৃতকৰ হস্তে নিৰ্দ্ধাৰিত কালত জলাঞ্জলি দিয়া, to observe funeral ceremonies on due dates as enjoined by the shastra.

তিন-দিনীয়া গা-মূৰ ধোৱা—ক্ৰি. তিৰোতাৰ ঋতু হ'লে তিন দিনৰ মূৰত গা আৰু মূৰ ধোৱে। সাধাৰণতে গা ধোওঁতে তিৰোতাবিলাকে মূৰ নিতিয়ায়, কিয়নো খোপাৰ চুলি সদায় তিয়ালে পচি যায়, কিন্তু ঋতুস্নানৰ সময়ত মূৰ তিয়াই দিয়ে। এতেকে,—ঋতু-স্নান কৰা, to take purificatory bath on the third day after the menstrual flow.

তিনিগধূলি—বি. [ তিনি বেলাৰ বেলি গধূলি ] প্ৰথম বেলা ৰাতিপুৱা, দ্বিতীয় বেলা দুপৰীয়া, আৰু তৃতীয় বেলা গধূলি। এতেকে,—সন্ধিয়া সময়, evening.

তিনি টিলিকি মৰা—ক্ৰি. মনত আনন্দ হ'লে মানুহে টিলিকি মাৰে বোলা হৈছে। এতেকে,—আনন্দত উত্তাৱল হোৱা, to be too much excited with pleasurable emotions.

তিনি ঠেলেঙনি খোৱা—ক্ৰি. [ তিনি ঠেলনি খোৱা ] অ'ৰপৰা ত'লৈ তিনিবাৰ ঠেলা খোৱা অৰ্থাৎ বিপদত জৰ্জ্জৰিত হোৱা, to be dashed about from pillar to post.

তিনি তলকতে—ক্রি. বিণ. [ তিনি তিলতে ] ( তলকতে=তিলেকতে ) তিনি তিল পৰিমিত সময়তে অৰ্থাৎ তুৰন্তে ; immediately.

তিনি তেলনি মাৰি খোৱা—ক্রি. তেলনি=বহু তেল। অধিক অৰ্থ বুজাবলৈ 'অনি' প্ৰত্যয় ব্যৱহৃত হয়। এতেকে—উপাদেয় ভোজন কৰা, to eat a dish of delicacies.

তিনিপৰীয়া বেলি—ক্রি. বিণ. [ দিনৰ তিনিপৰীয়া বেলি ] দিনৰ তিনিপৰ সময় পাৰ হ'লে বাকি হ'বলৈ আৰু এপৰ মাথোন বাকী থাকে। এতেকে,—বহু পৰত, at a late hour.

তিনি ভুৱন দেখা—ক্রি. পলাই সাৰিবলৈ ঠাই বিচাৰি গৈ স্বৰ্গ, মৰ্ত্ত্য, পাতাল এই তিনি ভুৱন দেখা পায় বোলা হৈছে। এতেকে,—হাবাথুৰি খাই ফুৰা, বিভত হোৱা, to flee for life.

তিনমূৰি বাট—বি. [ তিনিমূৰী বাট ] তিনি বাটৰ মূৰ যোগ হোৱা ঠাই, a place where three roads meet.

তিনি সত্য খোৱা—ক্রি. তিনি বেলি 'সত্য কৈছো' বুলি শপথ কৰা অৰ্থাৎ দৃঢ় শপথ কৰা, to take a solemn oath.

তিৰী-বধ, গো-বধ, সাত কপিলা-বধ—বি. হিন্দু-ধৰ্ম্মমতে তিৰোতা-বধ, গৰু-বধ, সাতোটা কপিলা গৰু-বধ এইবিলাক মহাপাপৰ ভিতৰত গণ্য। এইবিলাক কৰিলে যিমান পাপ হয়, কোনো কাৰ্য্য কৰিলে সিমান পাপ হ'ব বুলি, শপথ দিবলৈ এই বাক্য ব্যৱহৃত হয়, a form of oath binding oneself most solemnly to do a thing and inviting damnation upon one's head in the event of the thing not being done.

তিৰী-বৈৰী সীমা-বৈৰী—বি. ( তিৰী=বিবাহিতা তিৰী, ঘৈণীয়েক। সীমা=মাটিৰ সীমা। ) যি মানুহে পৰৰ তিৰোতাক ভাঙে অৰ্থাৎ ভগ্নাই নিজৰ তিৰোতা কৰিবলৈ যায় আৰু যি পৰৰ মাটিৰ সীমা ভাঙে অৰ্থাৎ পৰৰ মাটি ঠেলি নিজৰ সীমাভুক্ত কৰে, সেই মানুহ তাৰ মহাশত্ৰু। এতেকে,—মহাশত্ৰু, a deadly enemy.

তিৰী মতি মানুহ—বি. শিক্ষা আৰু অভিজ্ঞতাৰ অভাৱত তিৰীৰ মতি বা বুদ্ধি পুৰুষতকৈ কম। এতেকে,—কম বুদ্ধিৰ তিৰোতা মানুহ, a frail woman.

তিৰোতাৰ একাল সাহ—বি. তিৰোতাৰ সাহ কম। এই স্থলত তিৰোতাৰ সাহৰ একাল ( সমানে একাল, আধা ) বোলা হৈছে। এতেকে,—নিচেই কম সাহ, কাপুৰুষালি, very little courage, cowardice.

তিৰোতা-সেকৰা—বিণ. [তিৰোতাক সেৱা কৰা] ঘৈণীয়েকৰ বশৱৰ্ত্তী, henpecked.

**তিল-তর্জ্জু**—বিণ. যাব যাবা এটা তিলব সমান গধুৰ বা পাতল হ'লেও ধৰিব পৰা যায় তেনে তর্জ্জু। এতেকে,—এতিলো কম-বেছি নোহোৱা সমান, well-balanced, exact.

**তিল-পৰিমাণে**—ক্রি. বিণ. তিল সক গুটি। এতেকে,—অলপ পৰিমাণে তাকৰকৈ, to a small extent, slightly.

**তিল-মাহ খোৱা**—ক্রি. প্রবাদ আছে যে যমলোকলৈ যাওঁতে বৈতৰণী নৈ পাৰ হৈ যাব লাগে। বহু মানুহে সিপাৰে হাতত তিলব লাক আৰু মাহৰ লাক লৈ থিয় দি থাকে। বৈতৰণী পাৰ হওঁতে তিবোতা মানুহৰ বৰকৈ ভাগৰ লাগে। তিল-মাহৰ লাক খাই তেওঁবিলাকে বল পায়। যিজনা পুৰুষৰ হাতৰপৰা যিজনা তিবোতাই লাক খায়, সেই পুৰুষক সেই তিবোতাই এই জন্মত স্বামী পায়। এতেকে,—পূর্ব্বজন্মত স্বামী নির্দ্ধাবিত হোৱা, to have a person as husband according to a pre ordained decree.

**তিলকে তাল কৰা**—ক্রি. তিল অতি ক্ষুদ্র, কিন্তু তাল ডাঙৰ বস্তু। এতেকে,—অতি ক্ষুদ্র কথা এটাকে ডাঙৰ কথা কৰি কোৱা, বৰকৈ বঢ়াই কোৱা, to exaggerate.

**তিলোত্তমা**—বিণ. সুন্দ আৰু উপসুন্দ দুই ভায়েক অতি প্রতাপী অসুৰ আছিল। দেৱতাসকলে তেওঁবিলাকক ঘটুৱাব নোৱাৰি বিষ্ণুৰ সাহায্য খুজিলে। বিষ্ণুৱে বিশ্ব-ব্রহ্মাণ্ডৰ সকলোবেপৰা তিল তিল কৰি সৌন্দর্য্য নি এজনা উত্তম কন্যা সৃজি সুন্দ আৰু উপসুন্দৰ ওচৰলৈ পঠালে। অনুপমা কন্যালাভ কৰিবৰ নিমিত্তে দুইবো ভিতৰত তুমুল যুদ্ধ হ'ল, আৰু শেষত দুয়ো নিহত হ'ল। এতেকে,—অতি ৰূপৱতী কন্যা, a paragon of beauty.

**তীখবচিং**—বি. [ তীখৰ সিংহ ] তীখাৰ নিচিনা মানুহ, চোকা মানুহ, a sharp person, a clever person.

**তুৰি-মুৰি কৰা**—ক্রি. [ টেৰি-মেৰি কৰা ] ( টেৰি=টেৰা, বেঁকা। 'মেৰি' অনুৰূপ পদ। ) পোন বাটে নগৈ বেঁকা বাটে যোৱা, যিমতে কোনো কার্য্য কৰিবলৈ কোৱা হয় সেইমতে নকৰা, আদেশৰ ওলচৰ কৰি কার্য্য কৰা, to act contrariwise, to act perversely.

**তুলসী-পতীয়া বামুণ**—বি. বামুণে তুলসী-পাতেৰে শান্তিয়নী পানী চটিয়াই মানুহ বা বস্তু শুদ্ধ কৰে। এই স্থলত কোনো মানুহৰ সম্পর্কে বিদ্রূপ-ভাবেৰে কোৱা হৈছে যে তেওঁ সকলোকে এইৰূপ তুলসী-পাতেৰে শুদ্ধ কৰি ল'ব লগীয়া অর্থাৎ অশুচি যেন দেখে। এতেকে,—অতিৰিক্ত নৈষ্ঠিক বামুণ, an excessively orthodox Brahman.

তুলসীৰ লগত কলপটুৱা মুক্ত হোৱা—ক্রি. কলপটুৱাৰ খোল সাজি তাত তুলসীপাত থৈ পূজাৰীয়ে পূজা কৰে। এনে কৰাত তুলসীয়ে মুক্ত হয়েই, তাৰ লগতে কলপটুৱাও মুক্ত হয় বুলি কোৱা হৈছে। এতেকে,—নিজে অযোগ্য হৈও যোগ্যৰ সঙ্গত পৰি উপকাৰ পোৱা, to be benefited, though undeserving, along, with a good man by reason of companionship.

তুলি ধৰা—ক্রি. কোনো মানুহক ওপৰলৈ তুলি ধৰিলে সকলোৰে দৃষ্টি তেওঁৰ ওপৰত পৰে। সেইৰূপে ভাল সাজ কাপোৰ বা অলঙ্কাৰ-পাতিয়েও মানুহক তুলি ধৰে অর্থাৎ পৰৰ দৃষ্টি আকর্ষণ কৰে। এতেকে,—সুশোভিত কৰা, to make prominent to the eye, to cause to appear beautiful.

তেজ পিয়া—ক্রি বাঘে গৰু-ম'হ বধি তেজ পিয়ে। এতেকে,—বধ কৰা, গুৰুতৰ দণ্ড দিয়া, to kill, to punish severely.

তেজক পানী কৰা—ক্রি. অতিৰিক্ত শ্রম কৰিলে তেজ পনীয়া হয় অর্থাৎ তেজৰ বল কমে। এতেকে,—কঠিন পৰিশ্রম কৰা, to labour too hard.

তেজ ফুটি যাওঁ ফাটি যাওঁ কৰা—ক্রি. মানুহটোৰ নাড়ীত তেজৰ প্রবাহ ইমান বেছি বোলা হৈছে যে থাকিবলৈ ঠাই নোপোৱাত নাড়ী ফুটি-ফাটি তেজ ওলাই পৰিবৰ উপক্রম হৈছে। এতেকে,—গাত বৰকৈ তেজ হোৱা, to have a blooming appearance.

তেল-টেঙ্গা ঘঁহা—ক্রি. আগৰ মানুহে তেল আৰু টেঙ্গা ঘঁহি গা পৰিষ্কাৰ কৰে। এতেকে,—গা আওঁতোৱা, to be neat and in good order.

তেল নাইকিয়াত কপৰীয়া হোৱা—ক্রি. অৱস্থাধীন হ'লে মানুহ অধলা হয়। অৱস্থাহীন হোৱা কথা স্বীকাৰ নকৰি কোৱা হৈছে যে তেল নঘঁহাৰ নিমিত্তেহে চুলি কপৰীয়া হৈছে, আন কাৰণে নহয়। এতেকে,—অৱস্থা বেয়া হোৱা স্বত্বেও বেয়া বুলি নোকোৱা, not to admit misfortune though afflicted with misfortune as a matter of fact.

তেলীয়াই তেল পেলোৱা, কপহুৱাই লেট্‌পেটোৱা—ক্রি. [সাধুকথা] তেলীয়াই তেলৰ ভাৰ পৰি যোৱাত কান্দিবলৈ ধৰিলে। কপহুৱাই ফাকটি জুৰি সহানুভূতি প্রকাশ কৰাৰ ভাৱেৰে লগতে এপোনে কান্দিবলৈ ধৰিলে, আন পোনে কপাহবিলাক তেলত পেলাই লেট্‌পেটাই ল'লে। তেলীয়াই কান্দি-কাটি গুচি গ'ল, কপহুৱাই কপাহ লৈ নিজৰ ঘৰ পালেগৈ। নিজ ঘৰত কপাহ চেপি আটাইখিনি তেল উলিয়াই ল'লে। এতেকে,—পৰৰ দুখ পতিওৱাৰ ছলেৰে স্বার্থসিদ্ধি কৰা, to serve one's ends under a pretence expressing sympathy with another in distress.

তেলে ধৰা—ক্রি. [ তেল=চৰ্বি ] চৰ্বি বাঢ়িলে মানুহ বা জন্তুৰ ফুৰ্ত্তি বেছি হয়। এতেকে,—বেছি ফুৰ্ত্তি হোৱা, to be full of life and vigour.

তোম বাহি উটাই দিয়া—ক্রি. [ তোমত বাহি লৈত উটাই দিয়া ] নৰ-বধীয়ে মানুহক বধ কৰি তোখৰ-তোখৰকৈ কাটি তোমত ভৰাই নৈত উটাই দিয়ে, যাতে চিন-চাপ নথকা হৈ তাৰ ধৰা পৰিবৰ আশঙ্কা নাথাকে। এতেকে,—উগ্ৰ দণ্ড দিয়া, to punished severely.

তৌবা তৌবা দেখুওৱা—ক্রি. কোনো বিপৰীত ঘটনা দেখিলে মুছলমানসকলে 'তৌবা' শব্দ উচ্চাৰণ কৰে। এই সুলত, এনেকুৱা বিপৰীত ঘটনা দেখুওৱা হয় বোলা হৈছে যে মানুহজনে 'তৌবা' 'তৌবা' কৰিব লগাত পৰে। এতেকে,—বিপৰীত ঘটনা দেখুওৱা অৰ্থাৎ গুৰুতৰভাৱে অহিত আচৰণ কৰা, to harm a person seriously.

## থ

থল গৰকা—ক্রি. থল (স্থল) গৰকিলে বহে। এই সুলত কোনো থলৰ মানুহক গৰকা বুজোৱা হৈছে। এতেকে,—কোনো ঠাইৰ মানুহবিলাকক কিছুকাল থাকি বহুওৱা অৰ্থাৎ বশ কৰা, to establish one's reputation in a place by residing in it for some time.

থান-থিত নোহোৱা—বিশ. [ স্থান-স্থিতি নোহোৱা ] ললি ফুৰা অৰ্থাৎ ঘৰ-বাৰী নোহোৱা, দুখীয়া, vagabond, indigent.

থালি ভগা জুয়ে খেদা—ক্রি. কুঁহিয়াৰৰ বহিৰ থালি ভাগিলে জালি-গাঁতৰ জুয়ে সন্মুখত যাকে পায় তাকে ভস্মীভূত কৰে। এতেকে,—পিছে পিছে লেৰা-নেপেৰাকৈ খেদি যোৱা, অনবৰত দ্রোহ আচৰা, to pursue relentlessly, to continue to act hostilely.

থিয় কাণ—বি. হাবিত জন্তুৱে খিৰিক-খাৰাক শব্দ হ'লে কাণ থিয় কৰি শুনে। এতেকে,—সজাগ, সাৱধান, wakeful, vigilant.

থিয় গোৰ—বি. থিয় হৈ মৰা গোৰ, টান গোৰ, a severe kick.

থিয়ৈ থিয়ৈ স্বৰ্গলৈ যোৱা—ক্রি. অতি পুণ্যাত্মা মানুহে পূৰ্ব্ব-কালত থিয় হৈ থকা অৱস্থাৰে স্বৰ্গলৈ গৈছিল বুলি কয়। এতেকে,—স্বশৰীৰে স্বৰ্গলৈ যোৱা; ধৰ্ম্মজীৱন ধাৰণ কৰা, to ascend heaven in flesh and blood; to lead a saintly life.

থিয়ৈ মৰা—ক্রি. থিয় অৱস্থাতে বা তৎক্ষণাৎ মৰা অর্থাৎ নভৰা-নিচিন্তা ডাঙৰ বিপদত পৰি মৰা প্ৰায় হোৱা, to be ruined by failing into an unforeseen danger.

থুকুচি পেলোৱা—ক্রি. কোনো বস্তু গড়ত থৈ থ্‌কুচ-থ্‌কুচকৈ দাৰে কাটি পেলোৱা হয়। এই স্থলত কৰ্কৰ্থনাৰ দ্বাৰা থ্‌কুচি পেলোৱা বুজোৱা হৈছে। এতেকে,—কৰ্কৰ্থনাৰ দ্বাৰা কাটি পেলোৱাৰ তুল্য কৰা অর্থাৎ বৰকৈ কৰ্কৰ্থনা কৰা, to scold sharply.

থুপৰী তিৰোতা—বি. থুপৰী=থোপোৰা+ঈ, ( স্ত্রীলিঙ্গ ) জন্মগত আসোঁৱাহ থকাত কোনো তিৰোতাই থোপোৰা লাগি থাকে। কন্যাকালৰ সময় হোৱাতো তেনে তিৰোতাৰ কন্যাকাল নহয় আৰু তেওঁ গৃহস্থালী কাৰ্য্যতো অকামিলা হয়। এতেকে,—বাঢ়িব নোৱাৰা কঁঠীয়া তিৰোতা; কন্যাকালৰ সময় হোৱাটো কন্যাকাল নোহোৱা তিৰোতা; অকাজভাগী তিৰোতা, a woman of arrested development; a woman not subject to menstuation; an unaccomplished woman.

থেকেচ নেকেচ কৰা—ক্রি. কোনো বস্তু অনাদৃত হ'লে থেকেচ্‌কৈ পেলাই দিয়ে। ( 'নেকেচ্‌' অনুকাৰ শব্দ। ) এতেকে,—অনাদৰ কৰা, to slight, to treat with intentional neglect or superciliousness.

থেকেচি পেলোৱা—ক্রি. [ মুখ মাটিত থেকেচি পেলোৱা। ] উগ্ৰ দণ্ড দিয়া, to punish severely.

থেকেৰা-ঠহা দিয়া – ক্রি. থেকেৰা বৰকৈ ঠাহি লোণ সানি ৰ'দত শুকাই থোৱা হয়। এতেকে,—কথাৰে কোনো মানুহক বৰকৈ ঠাহি পেলোৱা অর্থাৎ অতিকৈ গালি-শপনি পৰা, to reproach vilely.

থেকেৰা ফুল—বি. থেকেৰাৰ ফুল নাই, কিন্তু প্ৰবাদ আছে যে থেকেৰা ফুল ৰাতিৰ ভিতৰতে ফুলে, ৰাতিৰ ভিতৰতে সৰে, কোনেও তাক দেখা নাপায়। এতেকে,—কোনেও বুজ নোপোৱাকৈ গুপ্তভাৱে কৰা কাৰ্য্য, a secret act.

থেন্ থেন্ মেন্ মেন্—বি. [ 'থেনা-মেন' পদৰ দ্বিত্ব ] প্ৰকৃত ৰোগ নাই কিন্তু গাটো ভগা-ছিগাৰ নিচিনা অনুভৱ হৈ থাকে। এতেকে,—সামান্য শাৰীৰিক বিকাৰ, slight indisposition.

দাঁত কৰচা—ক্রি. বৰকৈ খং উঠিলে মানুহে দাঁত কৰচে। এই বাক্য অকর্ম্মক আৰু সকর্ম্মক উভয় প্রকাৰে ব্যৱহৃত হয়। এতেকে,—বৰকৈ খং উঠা বা খং কৰা, to be infuriated, to reproach overmuch.

দাঁত ঘেলোৱা—ক্রি. মৰা মানুহে দ"াত ঘেলাই পৰি থাকে। এতেকে —মৰা মানুহৰ দৰে একো কৰিব নোৱাৰাকৈ পৰি থকা, অকৰ্ম্ম'ণ্য হোৱা, to lie useless.

দাঁত ঘেলোৱা—ক্রি. [ ঘেলোৱা = উলিওৱা ] বৰকৈ হাঁহিলে দাঁত ওলাই থাকে। এতেকে,—বৰকৈ হঁহা, to laugh outrihgt.

দাঁত নিকটোৱা—ক্রি. মৰা শৰ দাঁতবিলাক নিকট খাই থাকে অর্থাৎ ওলাই থাকে। এতেকে,—মৃত্যুগামী হোৱা, to die.

দাঁত নিকটোৱা—ক্রি. বৰকৈ হাঁহিলে দাঁত নিকট খায় অর্থাৎ ওলাই থাকে। এতেকে,—বৰকৈ হঁহা to laugh outright.

দাঁত নিকটোৱা—ক্রি. মেকুৰী বা কুকুৰক খেদি নিলে যেতিয়া সি সাৰিব নোৱাৰা হয়, তেতিয়া উভতি দাঁত নিকটাই দেখুৱায়। সেইৰূপে মানুহে কোনো দোষ কৰিলে য'দি সাৰিব নোৱাৰাকৈ ধৰা পৰে, তেতিয়া সি লাজত দাঁত নিকটাই হঁহাৰ ভাব দেখুৱায়। এতেকে,—বৰকৈ লাজ পোৱা, লাজত উপায় নোপোৱা, to be put out of countenance.

দাঁতে দাঁতে লগা—ক্রি. মৃত্যুৰ সময়ত মুখ মেলিব পৰা নাযায়। তেতিয়া ওপৰৰ দাঁতে তলৰ দাঁতে লাগি ধৰে। এতেকে,—মৃত্যুকাল উপস্থিত হোৱা, to be on the point of death.

দন্দ জোকোৱা—ক্রি. আগৈয়ে নিজে জোকাই দন্দ পাতি লোৱা, to pick a quarrel.

দম্দমোৱা—ক্রি. মাটিত গোৰোহনি মাৰি দম্ দম্ শব্দ কৰা, খঙাল ভাব দেখুওৱা, to assume an offensive attitude.

দৰা দেখুৱাই সুৰাগুৰি তোলা—ক্রি. বিয়াত দৰা কন্যা-ঘৰলৈ অহাৰ পূর্ব্বেই সুৰাগুৰি তোলাৰ নিয়ম। দৰা আহিলে দৰাক দেখুৱাই সুৰাগুৰি তুলিবলৈ যোৱাটো গহৰিব কার্য্য। এতেকে,—অতি বিলম্বকৈ কার্য্য কৰা, to make very great delay in doing a thing.

দলনিত পোনা মেলা—ক্রি. দলনি ডাঙৰ জলাশয়। দলনিত গৰৈ, শ'ল, শাল আদি মাছে অসংখ্য পোনা জগাই মেলি দিয়ে। পোনাবিলাকে চাৰিওপোনে সিচঁৰিত হৈ অনাই-বনাই ফুৰে। এতেকে,—অনাই-বনাই ফুৰা অৱস্থা কৰা, খান-খিত নোহোৱা কৰা, অত্যন্ত দুৰ্দ্দশাগ্ৰস্ত কৰা, নিৰাশ্ৰয় কৰি এৰি দিয়া, to set a person at large without any one to protect him, to let a person loose in the broad world without any one to take care of him.

দশৰথৰ এগছ কুটা দুগছ নকৰা—ক্রি. এগছ কুটা ছিঙ্গি দুগছ কৰিলে ৰংসামান্ত কাৰ্য্য কৰা হয়। এই স্থলত বিমানফেৰাও কাৰ্য্য নকৰে বোলা হৈছে। ঘৰখনত দহগছ কুটা থাকে অৰ্থাৎ অনেক সৰু-সুৰা কাম থাকে। সেইবিলাক কামৰ একেৰিকে নকৰে বোলা হৈছে। 'দশৰথ'ৰ বিশেষ একো অৰ্থ নাই। 'দশ' শব্দ যোগ দি এটি সংজ্ঞা শব্দ যুগুত কৰা হৈছে মাথোন। এতেকে,—সমুলি কাম-বন নকৰা, to do absolutely no work, to lie wholly inactive.

দহ বুলিলে দহ হোৱা, পঁচি বুলিলে পঁচি হোৱা—ক্রি. [ কড়ি-খেলৰ বাক্য ] [ পঁচি=পঁচিছ। ) দহ বুলি কড়ি পেলাই দিলে দহ পৰে আৰু পঁচি বুলি পেলালে পঁচি পৰে। এতেকে,—যিহকে বোলা যায় সেয়ে হোৱা অৰ্থাৎ ইচ্ছানুযায়ী কাৰ্য্য হোৱা, to have anything fulfilled according to one's desire.

দহ ভকতৰ আঁৰ হোৱা—ক্রি. কোনো মানুহ মৰিলে সি দহ ভকতৰ (ৰাইজৰ) আঁৰ হয়, অৰ্থাৎ তাক ৰাইজে সংসাৰত আৰু দেখিবলৈ নাপায়। এতেকে,—মৃত্যুপ্ৰাপ্ত হোৱা, to die.

দহ ভকতৰ আশীৰ্ব্বাদ—বি. [দহ ভকত=ৰাইজ ] ৰাইজৰ আশীৰ্ব্বাদ, the blessings of the people.

দহ ভকতৰ দোষে ছোৱা—ক্রি. [ দহ ভকত=ৰাইজ ] ৰাইজক অসন্তোষ দিয়াটো দোষণীয় কাৰ্য্য। (দোষে ছোৱা=দোষ লগা। ) এতেকে,—ৰাইজৰ বিৰক্তি-ভাজন হোৱা, to incur the displeasure of the public.

দহখন মুখেৰে কথা কোৱা—ক্রি. দহ বেলি দহ ৰকমে কথা কোৱা, বেলিয়ে বেলিয়ে সলাই কথা কোৱা, to change one's opinion every time.

দহটকীয়া হোৱা—ক্রি. কোনো মানুহে দহ টকা কপৰ পৰাকী হ'লে যেনে হয় তেনে হোৱা ; গমগমীয়া হোৱা, সুস্থ-সবল হোৱা, to be strong and vigorous.

দহোকুৰি—ক্রি. বিণ. দহো কুৰি শপথলৈ মন কৰি, নিশ্চিতকৈ, অৱশ্যে অৱশ্যে, certainly, without fail.

দক্ষিণা লোৱা খোজ দিয়া—ক্রি. বামুণে শ্রাদ্ধাদিত দক্ষিণা ল'বর নিমিত্তে অতি বেগেরে খোজ দিয়ে। এতেকে,—অতি বেগেরে খোজ দিয়া, to walk too fast.

দাং খাই উঠা—ক্রি. [ খঙত দাং খাই উঠা ] অধিক খঙত মানুহে ইচ্ছা নকরা স্বত্ত্বেও দাং খাই উঠে অর্থাৎ থিয় হয়। যুঁজিবলৈ হ'লে, মানুহে থিয় হ'ব লাগে। এতেকে,—খঙর ভমকত থিয় হোৱা, যুঁজিবলৈ উদ্যত হোৱা, to rise to one's feet in a menacing, attitude, to show fight.

দাও দাওকৈ অহা—ক্রি. [ দাও দাওকৈ উঠি অহা ] ঢোলৰ চেঁও প্রথমে দাও দাওকৈ বাজি পাছে ক্রমশঃ উঠি আহে। এতেকে,—ক্রমশঃ উগ্র ভাব ধারণ করা, to grow more and more violent.

দাঁত দেখিলে আঁত দেখা—ক্রি. হাঁহিলে দাঁত দেখা পোৱা যায়। 'আঁত' শব্দে 'আন্তৰিক স্বভাব বুজাইছে। এতেকে—কার্য্যর স্বভাৱৰ দ্বাৰা আন্তৰিক স্বভাৱৰ নির্ণয় কৰিবৰ নিমিত্তে সমর্থ হোৱা, ( বিশেষকৈ তিৰোতাত খাটে ), to be able to ascertain the inward character of a person from his or her outward conduct. (especially applies to a woman. )

দাতা কর্ণ—বি. কর্ণই নিজৰ পুত্ৰক বৃষকেতুক বামুণক দান দিছিল। এতেকে,— মহাদানী পুৰুষ, a great philanthropist.

দান চাই দক্ষিণা—বি. বামুণক দান দিওঁতে দানৰ লগত দক্ষিণা দিব লাগে। দান যদি ডাঙৰ হয়, দক্ষিণা বেছিকৈ দিব লাগে। দান যদি সৰু, দক্ষিণা তাকৰকৈ দিব লাগে। এতেকে,—যথোচিত কার্য্য, an appropriate action.

দান-মান কৰা—ক্রি. [ দান অমান কৰা ] কোনো মানুহক এটা বস্তু দি ঘূৰাই আনিলে তেওঁক এবেলি মান কৰি ঘূৰি অমান কৰা হয়। এতেকে,—কোনো মানুহক এবেলি মান কৰি ঘূৰি অমান কৰা, সম্ভ্ৰম দেখুৱাই অব্যৱহিত পাছতে অসম্ভ্ৰম দেখুওৱা, to show disrespect immediately after respect.

দাতে তৃণ ধৰা—ক্রি. পূৰ্ব্বকালত শৰণাগত হ'লে দাঁতেৰে তৃণ কামুৰি ধৰাৰ নিয়ম আছিল। এতেকে শৰণাগত হোৱা, to own allegiance, to submit.

দামে-ভাবে অহা—ক্রি. কিনোতাই দিয়া ধন দাম-ভাৱেৰে মিল হোৱা, কোনো বিষয়ৰ প্ৰস্তাৱত উভয় পক্ষৰ চৰ্ত্ত মিল হোৱা, to come to terms.

দিন উঠা—ক্রি. [ শুভ দিন উঠা ] শুভ দিন উদিত হোৱা, ভাগ্যোদয় হোৱা, the rising of fortune.

দিন উঠা—ক্রি. [ শুভ দিন উঠা ] শুভ দিন গুচা, সৌভাগ্য দূৰীভূত হোৱা, the coming of good days to an end.

দিন পৰা—ক্রি. [ শুভ দিন পৰা ] শুভ দিন অন্ত হোৱা, সৌভাগ্য অৱসান হোৱা, the waning of fortune.

দিন পালে ক্ষণ পোৱা—ক্রি. বহু দিন পালে শুভ ক্ষণ উলিয়াই ল'ব পৰা যায়। এতেকে,—সময় পালে সুযোগ পোৱা, to find opportunity by securing delay.

দিন ভিক্ষা কৰি তনু ৰক্ষা কৰা—ক্রি. যি মানুহৰ সঞ্চিত ধন-বিত্ত নাই, সি দিনে কাম কৰি তাৰ উপাৰ্জ্জনৰ দ্বাৰা ঘৰ চলায়। এতেকে,—দিনে ভিক্ষা কৰি পোৱা অন্নৰ দ্বাৰা প্ৰাণধাৰণ কৰা অৰ্থাৎ নিজেই দুখীয়াভাৱে গৃহস্থালি চলোৱা, to live from hand to mouth.

দিন মন্দ হোৱা—ক্রি. [ জ্যোতিষীয়ামতে ] অৱস্থা অশুভ হোৱা, to be fallen on evil times.

দিনে নটা—ক্রি. ( দিন=আয়ুস। ) আয়ুসৰ নাটনি হোৱা, অল্পায়ুস হোৱা, to be short-lived.

দিনেকে দিনে—ক্রি. বিণ. [ দিনেকে দিনেকে। দিনেক=এক দিন ] প্ৰত্যেক দিনে, every day.

দিহা লগা—ক্রি. [ 'দিশ' শব্দৰপৰা 'দিহা' শব্দৰ উৎপত্তি হৈছে। ] ভাল ব্যৱস্থা হোৱা। তাৰপৰা ( ব্যঙ্গাৰ্থত ) ভাগৰ অসুবিধা হোৱা, to be settled, hence ( ironically ) to be done for.

দিহিঙে দিপাঙে—ক্রি. বিণ. [ দিহাঙে দিবাঙে ] দিহাং আৰু দিবাং শদিয়াৰ ওপৰে আছে। এই দুই নৈ নামি আহি ব্ৰহ্মপুত্ৰৰ আকাৰ ধাৰণ কৰিছে। এতেকে,—য'তে ত'তে বিপদসঙ্কুল ঠাইত, in distant regions attended with danger.

দীঘল দি পৰা—ক্রি. মাটিত হাত-ভৰি মেলি দীঘল দি পৰি সাষ্টাঙ্গে প্ৰণিপাত কৰা হয়। এতেকে,—সম্পূৰ্ণৰূপে সেও হোৱা, to submit unconditionally.

দীঘল ঠেঙীয়া—বি. বৰষুণৰ ধাৰাবিলাক দীঘল ঠেঙৰ নিচিনা দেখা যায়। এতেকে,—বৰষুণ, rain.

দীঘল পকৰা—বি. সাপ পকৰা জাতীয় প্ৰাণী। প্ৰভেদ এয়ে যে সাপৰ আকৃতি দীঘল। এতেকে,—সাপ, a snake.

দুই নাৰত দুই ভৰি হোৱা—ক্রি. এখন নাৰত এটা ভৰি আৰু আন এখন নাৰত আনটো ভৰি থাকিলে বিপদৰ আশঙ্কা, কিয়নো পানীৰ সোঁতত নাও দুখন আঁতৰা-আতৰি হ'ব পাৰে। এতেকে,—দোধোৰ মোধৰত পৰা, to be in a dilemma.

দুই বাঘে খাব নোৱাৰা,—বিণ. যদি কোনো গৰু বা ম'হ বৰ ডাঙৰ আৰু মঙহাল হয়, তেনেহলে তাক দুটা বাঘে মিলিও খাই শেষ কৰিব নোৱাৰে। এতেকে,—বৰ গাৰাল, excessively fat.

দুই হাতে আজোৰা—ক্রি. দুয়ো হাতেৰে বন আজুৰি উঘালে বোলা হৈছে। এতেকে, অপৰিমীত শ্ৰম কৰা, to labour too hard.

দুই হাতে সামৰা—ক্রি. বেছি হ'লে দুয়ো হাতেৰে ধন-বস্তু খাহি মুহি সামৰে। এতেকে,—অতি হেঁপাহেৰে ধন-বস্তু গোটোৱা, to accumulate property with inordinate covetousness.

দুখ কৰিলে মুখ ভৰা—ক্রি. [ভৰা=খোৱা বস্তুৰে ভৰা] শ্ৰম কৰিলে ভালমতে খাবলৈ পোৱা, to be able to earn a comfortable living by means of labour.

দুখনীয়া পিন্ধা—ক্রি. সৰু ছোৱালীয়ে অকল মেখেলা পিন্ধি থাকে। পাটগাভৰু হ'লে গাত এখন গামোচা লয়। এতেকে,—পাট-গাভৰু হোৱা, to arrive at girlhood.

দুখী-দুখী অৱস্থাৰে কৰা—ক্রি. [দুখীয়ে দুখী অৱস্থাৰে কৰা] দুখীয়া মানুহে দুখীয়া অৱস্থাৰে কোনো কাৰ্য্য কৰা, to act like humble man in a humble way.

দুখে কুলাই-পাচিয়ে নধৰা—ক্রি. ধান-চাউল কুলাৰে জাৰি পাচিত থোৱা হয়। ধান-চাউল বেছি হ'লে পাচি ভৰি যায়। বাকীখিনি কুলাতে থোৱা হয়। কিন্তু ধান-চাউল যদি তাতোকৈ বেছি হয়, তেনেহ'লে কুলাই-পাচিয়ে নধৰা হয়। এই স্থলত, দুখক ধান-চাউলেৰে তুলনা কৰা হৈছে। এতেকে,—অতিৰিক্ত দুখ-কষ্ট পোৱা, to have an overload of misery.

দুচলি খৰি—বি. [ভকতীয়া মাত] পাপ আৰু পুণ্য, virtue and vice.

দুটি ভৰি ধৰা—ক্রি. দুটি ভৰি ধৰি কাকুতি-মিনতি কৰা হয়। এতেকে,—কাকুতি-মিনতি কৰা, to beseech, to entreat, to pray earnestly.

দুপতীয়াতে জঁই পৰা—ক্রি. শস্যৰ গুৰি দুপতীয়া অৱস্থাতে জঁই পৰে বোলা হৈছে। এতেকে,—প্ৰথম অৱস্থাতে শ্ৰীহীন হোৱা, to be waning at the outset.

দূৰ্ব্বাদল দন্দ—বি. মূকলি ঠাইত দন্দ লাগে। তাতে দূৰ্ব্বা অৰ্থাৎ দুবৰি বন থাকে। বৰকৈ দন্দ লাগিলে দূৰ্ব্বাৰ দলন হৈ যায় অৰ্থাৎ বন মৰি যায়। এতেকে,—ডাঙৰ দন্দ, fierce struggle, violent quarrel, bitter enmity.

দুভছোৱা উত্তৰ—বি.—[ দুভৰীয়া উত্তৰ ] দুটা ভাষাৰে অৰ্থাৎ দুটা অৰ্থযুক্ত ভাষাৰে কোৱা উত্তৰ, দ্ব্যৰ্থবোধক উত্তৰ, an ambiguous reply.

দুভাগ খোৱা—বি. ওজাপালি গোৱাত যি ধন পোৱা যায়, সেই ধনৰ যিমান অংশ পালিয়ে পায় ওজাই তাৰ দুগুণ পায়। এতেকে,—ওজা, a master, chief of leader.

দুয়োতকৈ দুয়ো চৰা—ক্রি. ইটোতকৈ সিটো চৰা আৰু সিটোতকৈ ইটো চৰা অৰ্থাৎ দুয়ো সমানে চৰা, to standout each above the other, *i. e.* equally in a high degree.

দুষ্টৰ একাল হোৱা, সন্তৰ সৰ্ব্বতিকাল হোৱা—ক্রি. দুষ্ট মানুহৰ একালত মঙ্গল হোৱা কিন্তু সন্তৰ সৰ্ব্বকালত মঙ্গল হোৱা, the coming of good fortune to a wicked person only once but to a just man at all times.

দূৰতে বিদূৰ হোৱা—ক্রি. বিদূৰ=বিশেষৰূপে দূৰ, এতেকে,—নিলগতে আঁতৰ হোৱা, to keep oneself at a long distance from anything.

দূৰৈৰ বৌ বৰালি—বৌ আৰু বৰালি মাছ ডাঙৰ মাছ কিন্তু সি যদি দূৰত থাকে, তেনেহ'লে তালৈ মানুহে হেঁপাহ নকৰে। এতেকে,—দূৰৈৰ লাভজনক কাৰ্য্য a profitable business carried at a distance from the home.

দেউতা ঈশ্বৰ—বি. [ দেউতা=দেৱতা। ঈশ্বৰ=ঐশ্বৰ্য্যশালী প্ৰভু ] অতি সম্ভ্ৰান্ত লোক, an honourable man.

দেউতা বিধতা বুলি ফুৰা—ক্রি. পৰক কাবৌ-কোকালি কৰি ফুৰা, to entreat a person servilely with a view to obtain certain favours from him.

দেও উঠা—ক্রি. [ দেও হৈ উঠা ] অপদেৱে লম্ভিলে মানুহে দেও-দুপাল পাৰে আৰু অস্বাভাৱিক কথা বলকিবলৈ ধৰে। এতেকে,—অস্বাভাৱিক কাৰ্য্য কৰা, to act in an unnatural way

দেও চাই বলি—বি. দেও উগ্ৰ হ'লে, তেওঁক সন্তুষ্ট কৰিবলৈ বলি ডাঙৰ দিব লাগে। দেও সৰু হ'লে, বলি সৰু হ'ব লাগে। এতেকে,—যথোচিত কাৰ্য্য, an appropriate action

দেও দেও কৰা—ক্রি. কোনো আচৰিত কথা দেখিলে "দেৱ" "দেৱ" শব্দ উচ্চাৰণ কৰা হয়। এতেকে,—আচৰিত মনা, to be struck with wonder.

দেওধনি উঠা—ক্রি. [দেওধাইনী হৈ উঠা] দেওধাইনীবিলাকক দেৱে লম্ভে বুলি কয়। তেতিয়া সিহঁতে উন্মত্ত মানুহৰ নিচিনা হয় আৰু ভৱিষ্যৎ বিষয়ক প্রশ্নৰ প্রকৃত উত্তৰ দিব পাৰে। এতেকে,—উন্মত্ত মানুহৰ দৰে আচৰণ কৰা, to act in mad excitement.

দেখা কথা—বি. যি কথা সকলোৱে দেখিবলৈ পায় অৰ্থাৎ জনাজাত তেনে কথা। তাৰপৰা,—উচিত কথা, হক কথা, an apparent thing; hence, a proper thing, a right thing.

দেখা কথাত পাট-মঙ্গল চোৱা—ক্রি. ভৱিষ্যত কথা জানিবৰ নিমিত্তে মানুহে পাট-মঙ্গল চায়, কিন্তু যিটো দেখা কথা অৰ্থাৎ যি কথা চকুৰ আগতে ওলাই থাকে, তাক জানিবৰ নিমিত্তে পাট-মঙ্গল চাবৰ আৱশ্যকতা নাই। এতেকে,—স্বতঃসিদ্ধ কথা জানিবলৈ ক্লেশসাধ্য উপায় অৱলম্বন কৰা, to make a labourious attempt to find out what is but a self-evident truth.

দেখিলে লেখা—ক্রি. আহোম ৰজাৰ দিনত পাইকৰ হিচাপ আছিল। যাতে পাইক লুকাব পৰা নাযায়, সেই নিমিত্তে নিজ চকুৰে নেদেখিলে কোনো পাইক লেখত ধৰা নহৈছিল। মানুহক আগত দেখিলে যেনেকৈ লেখত ধৰা যায়, কাৰ্য্যকো সেইৰূপে আগত দেখিলে অৰ্থাৎ তাৰ ফল দেখিলে লেখত ধৰা যায়। এতেকে,—কাৰ্য্যৰ ফল দেখিলে সেই কাৰ্য্যৰ মূল্য নিৰ্দ্ধাৰিত কৰা, to set value to an action by the amount of tangible result which it produces.

দেৱত নলগা, ভকতত নলগা—বিণ. কোনো বস্তু দেৱক উছৰ্গি দিয়া হয় আৰু কোনো বস্তু ভকতলৈ আগবঢ়োৱা হয়। যি বস্তু দেৱতো নালাগে আৰু ভকততো নালাগে, সেই বস্তু অসাৰ্থক। এতেকে,—অসাৰ্থক, নিস্ফল, unavailing, useless.

দেৱতাই দিলেও বিধতাই নিদিয়া—ক্রি, স্বয়ং দেৱতাই কোনো বস্তু দান কৰিলেও, দেৱশ্ৰেষ্ঠ বিধতা অৰ্থাৎ ব্ৰহ্মা বিমুখ হ'লে, তাক ভোগ কৰিবলৈ পোৱা নাযায় বোলা হৈছে। এতেকে,—ভাগ্য সুপ্ৰসন্ন নাথাকিলে কোনো বস্তু পাইও ভুঞ্জিবলৈ নোপোৱা, not to be able to enjoy a gift which is already received if the receiver happens to have a bad luck.

দেশ-ভগন—বি. দেশত বিপদ হ'লে মানুহবিলাকে যেনিয়ে-তেনিয়ে ভাগি-ভুঁহৰি যায়। এতেকে,—ৰাষ্ট্ৰবিপ্লৱ, anarchy, political confusion.

দেশ ছাৰি বিদেশলৈ যোৱা—ক্রি. [ ছাৰি=এৰি ] অত্যন্ত ভয়ানক কষ্ট নহ'লে নিজৰ দেশ এৰি মানুহে বিদেশত বসতি কৰিবলৈ নাযায়, এতেকে,—স্বদেশত কষ্ট সহিব নোৱাৰি বিদেশত গৈ বসতি কৰা, to be unable to bear misfortune any longer in one's home and so leave it and settle in a foreign land.

দেশৰ মানে—ক্রি. বিশ. [ দেশৰ সমানে ] গোটেই দেশখনতে যিমান আছে তাৰ সমানকৈ, বহু পৰিমাণে, অধিককৈ, to a great extent.

দেহতৰ আগ—বিশ. [ দেশত কৰি আগ ] দেশখনৰ মানুহতকৈ আগ, আটাইতকৈ আগ, foremost of all.

দেহে-কেহে [ দেহে কায়ে ] গা লাগি, whole-heartedly.

দেহিডুখৰি—ব্য. (দেহি=দেহ, শৰীৰ) কোনো মানুহক নিজৰ শৰীৰৰ ডুখৰি অৰ্থাৎ একাংশ-স্বৰূপ গণ্য কৰি, তাৰ কষ্টত নিজে কষ্ট পোৱাৰ ভাব বুজোৱা হয়। এই বাক্য মানুহত খাটে। এতেকে,—সহানুভূতিব্যঞ্জক অব্যয় পদ, alas.

দৈতে বাকী নোহোৱা—বিশ. [ দ্বিতীয় বাকী নোহোৱা ] অদ্বিতীয়, অনুপম, incomparably good, excellent.

দৈত্য-কুলত প্ৰহ্লাদ—বি. হৰি-ভক্ত প্ৰহ্লাদ দৈত্যৰ ৰজা হিৰণ্যকশিপুৰ পুতেক আছিল। এতেকে,—অধম বংশত উত্তম সন্তান, a righteous son in a sinful family.

দৈৱ-বাসনা ভল যোৱা—ক্রি. 'দৈৱ' আৰু 'বাসনা' সমাৰ্থক। এই দুই পদে ভাগ্য বুজায়। (দৈৱ=দেৱলিপি, বিধতাই কপালত লিখা লিপি। বাসনা=সংস্কাৰ, পূৰ্ব্ব-জন্মৰ কাৰ্য্যানুযায়ী প্ৰাপ্ত সংস্কাৰ।) বিধতাই পূৰ্ব্ব-জন্মৰ কৰ্ম্ম অনুযায়ী ভাগ্য লিখে। সেই ভাগ্য সংস্কাৰ স্বৰূপে এই জন্মত মানুহক কৰ্ম্ম প্ৰণোদিত কৰে। এই স্থলত, সমস্ত ভাগ্য ভল গ'ল অৰ্থাৎ নষ্ট হ'ল বোলা হৈছে। এতেকে,—সমস্ত ভাগ্য নষ্ট হোৱা, ধন-জন মান-সম্ভ্ৰম বিষয়-সম্পত্তি সকলো নষ্ট হোৱা, to be ruined completely.

দৈৱকীৰ পভুৱা ল'ৰা—বি. দৈৱকী শ্ৰীকৃষ্ণৰ মাক। 'পভুৱা' পদে 'শকত-ডাঙৰ' বুজায়। কংসৰ ভয়ত যদিও শ্ৰীকৃষ্ণক গোকুলত পলুৱাই থোৱা হৈছিল, তথাপি তেওঁ যে দৈৱকীৰ ল'ৰা এই কথা সকলোৱে অচিৰে জানিব পাৰিলে। এতেকে,—সৰ্ব্বত্ৰ জনাজাত মানুহ। a person who is conspicuous, well-known, renowned.

দোপাট ধকৰা—বি. ইমান সৰহীয়া ধাৰ আছে বোলা হৈছে, যে ধাৰৰ হেঁচাত মানুহজনে দোপ লৈ যায়। এতেকে,—অতিশয় ঋণগ্ৰস্ত মানুহ, one heavily involved in debt.

দোপাল পিটা বৰষুণ—বি. বৰষুণ দোপ দোপকৰে পৰে। ডবা পিটিলেও দোপ দোপ কৰে শব্দ হয়। এতেকে,—ডাঙৰ বৰষুণ, torrential rain.

দোলাৰ নামেৰে শিকিয়াত যোৱা—ক্ৰি. দোলাত উঠি যোৱাটো গৌৰৱৰ কাৰ্য্য, আন কি, শিকিয়াৰ দৰে আকৃপাকৃকৈ প্ৰস্তুত কৰা যানতো মানুহে যাবলৈ হেঁপাহ কৰে, যদিহে সেই যানৰ নাম দোলা দিয়া হয়; এতেকে,—ডাঙৰ মানুহ, বস্তু, কাৰ্য্য ইত্যাদিৰ নামৰ দ্বাৰা বহু কাৰ্য্য সিদ্ধি কৰা, to be able to achieve a great deal by means of the weight of a great name.

দোৱাভজা চিৰা—বি. এৰেলি ভজাকে দোৱাই ভজা চিৰা। এই চিৰা খাবলৈ বৰ ভেলেঙীয়া হয়। এতেকে,—হেঁপাহৰ বস্তু, a much coveted thing.

দোৱানত কথা কোৱা—ক্ৰি. দ াঁতি-কাষৰীয়া পৰ্ব্বতীয়া জাতিৰ ভাষাক দোৱান বোলা হয়। সেই দোৱান অসমীয়া মানুহে বুজি নাপায়। এতেকে,—নুবুজা ভাষাত কথা কোৱা, to speak in an unintelligible language.

## ধ

ধড়ুৱাৰ কিল—বি. [ ধড়ুৱা=চপনীয়া ] চপনীয়া মানুহ ক্ষমতাহীন। তেনে, মানুহে দৈঘণীয়েকক টানকৈ কিলাব নোৱাৰে। এতেকে,—ক্ষমতাহীন মানুহে দিয়া দণ্ড, a punishment awarded by a person having almost no authority.

ধন হ'লে সোণ হোৱা—ক্ৰি. ধন অৰ্থাৎ ৰূপ হ'লেই সোণ কিনিব পৰা যায়। এতেকে,—টকা হ'লে মহৎ কাৰ্য্য সাধন হোৱা, the performing of any great thing by means of money.

ধনলৈ খেদা—ক্ৰি. ধনৰ লগ ধৰিবৰ নিমিত্তে খেদি যোৱা, to hanker after money.

ধন-গুলৈ—বি. ধন-গুলৈ পোতা ধন-ৰখীয়া এবিধ দেও। এতেকে,—মহা কৃপণ মানুহ, a great miser.

ধনঞ্জয় ঢোল বজোৱা—ক্রি. [ধনঞ্জয়=অৰ্জ্জুন।] কুৰুক্ষেত্ৰত অৰ্জ্জুনে কোনো যুদ্ধ জিকিলে ভয়ঙ্কৰ শব্দেৰে দুন্দুভি বজাই জয়-বাতৰি ঘোষণা কৰিছিল। সেই দুন্দুভিকে 'ধনঞ্জয় ঢোল' বোলা হৈছে। এতেকে,—আড়ম্বৰেৰে কোনো কথা প্ৰচাৰ কৰা, to circulate a news exultantly.

ধনঞ্জয় বায়ু—বি. মৃত্যু-কালত শৰীৰৰ উনপঞ্চাছ বায়ু এটি এটি কৰি ওলাই যায়। সবাতকৈ শেষত ধনঞ্জয় বায়ু যায়। এতেকে,—নিচেই শেষৰ আশা, the last ray of hope.

ধনন্তি পৈ—বি. [ধনৱন্ত পৈ] যাৰ ধন আছে তেনে পতি, চহকী স্বামী। (চহা মাত) a moneyed husband (slang).

ধনৰ গছ—বি. অপৰিমিত ধন, immense wealth.

ধনাই মনাই—বি. ধনাই আৰু মনাই সাধাৰণ মানুহৰ নাম। এতেকে,—সাধাৰণ মানুহ, common man.

ধনিয়ে কোবোৱা—ক্রি. [ধনি=ধ্বনি, প্ৰতিধ্বনি।] প্ৰতিধ্বনি হৈ আঘাত কৰা অৰ্থাৎ নিজে কোনো কাৰ্য্যত ব্যাপৃত নথকা স্বত্বেও সেই কাৰ্য্যৰ দ্বাৰা নিলগতে চালিত হোৱা, to be swayed by the remote consequences of an act.

ধনে কিনা পৈ—বি. [ধনেৰে কিনা পৈ] ধন দি কিনি লোৱা পতি, তিৰোতাৰ ধনৰ দ্বাৰা প্ৰতিপালিত পতি, ঘৃণিত পতি, a husband by right of purchase, *i.e.*, husband supported by his wife, a slavish husband.

ধনে ধনলৈ খেদা—ক্রি. য'ত ধন আছে সেই ঠাইলৈ ধনে খেদি যোৱা, অৰ্থাৎ ধনীৰ হাতলৈহে ধন যোৱা, the coming of money to the company of money, *i. e.*, to the rich.

ধনেই ধৰ্ম্মৰ মূল হোৱা—ক্রি. পূজা-সেৱা, যাগ-যজ্ঞ, দান-দক্ষিণা ইত্যাদি ধৰ্ম্ম কাৰ্য্য কৰিবলৈ ধনব্যয় কৰিব লাগে। এতেকে,—ধনেই ধৰ্ম্মৰ মূল উপকৰণ হোৱা, the earning of virtue chiefly by expenditure of money.

ধনেৰে দোল বন্ধা— ক্রি. ধন অধিক হৈ দোলৰ আকাৰ ধৰিছে বোলা হৈছে। এতেকে,—অতুল সম্পত্তিৰ গৰাকী হোৱা, to acquire immense wealth.

ধনেৰে মৰিশালি সজা— ক্রি. ধন বেছি হ'লে দেৱালয় সজা হয়। কৃপণ মানুহে এনে কাৰ্য্য কৰিব নোৱাৰে। তেনে মানুহৰ সম্পৰ্কে কোৱা হৈছে যে তেওঁ ধনেৰে মৰিশালি সাজে। তেওঁৰ কোনো সৎ কাৰ্য্য নহয়, কেৱল মৰিশালি হয় অৰ্থাৎ মৰণ হয়। যি ধন আছিল, সেই ধন সৎ কাৰ্য্যত নালাগি, মৰিশালিত মাখোন লাগে, অৰ্থাৎ তেওঁৰ ধন নিষ্ফল হয়। এতেকে,— ধনৰ সমূলি সৎ ব্যৱহাৰ নকৰা, not to make good use of money at all.

**ধৰ ধৰ মাৰ মাৰ লগা**— ক্রি. দন্দ লাগিলে যুঁজাকবিলাকে ধৰ ধৰ মাৰ মাৰ শব্দ উচ্চাৰণ কৰে। এতেকে,— হাই-উৰুমি হোৱা, the making of loud noise.

**ধৰমৰ খুটি**— বি. যাৰ দ্বাৰা ধৰ্ম্ম প্রতিষ্ঠিত হৈ থাকে অর্থাৎ যাৰ দ্বাৰা ধৰ্ম্মৰ ব্যভিচাৰ নঘটে তেনে মানুহ, বস্তু বা গুণ ( খুঁটিত এবাৰ দিয়া ম'হ-গৰুৰে ধৰ্ম্মৰ বিজুনি দিয়া হৈছে ), the main stay of virtue.

**ধৰ্ম্ম যুধিষ্ঠিৰ**— বি. যুধিষ্ঠিৰ বৰ ধৰ্ম্মিষ্ঠ আছিল। এতেকে,—মহা-ধৰ্ম্মিষ্ঠ পুৰুষ। ( সচৰাচৰ বিদ্রূপ-ভাৱত প্রয়োগ হয়, কিয়নো যুধিষ্ঠিৰৰ নিচিনা ধৰ্ম্মিষ্ঠ পুৰুষ পৃথিৱীত বিৰল। ), virtue incarnate.

**ধৰ্ম্মক চিঁয়াই**— ক্রি. বি. [ধৰ্ম্মক চিন্তি] ধৰ্ম্মক উদ্দেশ্য কৰি, in the name of religion.

**ধৰ্ম্মৰ ডোলেৰে বন্ধা**— ক্রি. ধৰ্ম্মপৰায়ণ কৰা, to restrain by means of the chain of religion, *e. i.*, to make devout by inculcating the precepts of religion.

**ধৰ্ম্মৰ দৌল বন্ধা**— ক্রি. বহু ধৰ্ম্ম উপার্জ্জন কৰা, ( বিদ্রূপ ), to build an edifice of virtue.

**ধৰ্ম্মৰ সূক্ষ্ম গতি**— বি. ধৰ্ম্মৰ গতি ইমান মিহি যে তাৰ কাৰ্য্য হৈছে নে নাই হোৱা, সহজে গম ধৰিব নোৱাৰি। ধৰ্ম্মৰ ফল শীঘ্রে পোৱা নাযায়, কিন্তু তাৰ ফল অব্যাহত, সময়ত তাক নিশ্চয় পোৱা যাব, এই ভাব বুজায়। এতেকে,— ধৰ্ম্মৰ ধীৰ কিন্তু অব্যাহত ফল, the slow but inevitable result of virtue.

**ধাতু উৰা**— ক্রি. [ধাতু=জীউ।] বৰকৈ ভয় পালে জীউ উৰি যোৱা যেন লাগে। এতেকে,— অতিৰিক্ত ভয় হোৱা, to be horrified.

**ধান বঢ়োৱাদি বঢ়োৱা**— ক্রি. ঢেঁকী দিওঁতে খোৰাৰ খুন্দাত ধানবিলাক সিচঁৰতি হৈ পৰে। অনবৰত সেই ধান বঢ়াই খুৰলিত পেলাই থাকিব লাগে। এতেকে,— অনবৰত কোনো মানুহক আগুৰি থকা, to keep a person from straying away by unremitting vigilance.

**ধান পকে মানে টুনিৰ মৰণ হোৱা**— ক্রি. ধান পকিলে জাকে জাকে টুনি চৰাই আহি ধান খায়। ধানৰ গিৰিহঁতে আহি কঁড়িয়াই বা অন্য প্রকাৰে টুনি চৰাই বধ কৰে। এতেকে,— কোনো বস্তুৰ স্পৃহনীয়তা বাঢ়ে মানে লুভীয়া মানুহৰ সিমান লোভ বাঢ়ি তাৰ মৰণৰ দিন চমু চাপি অহা, the coming of a greedy fellow towards death nearer as the force of temptation increases.

ধানটোৱে পতি কণটো থকা—ক্রি. প্রত্যেক ধানটোত বেলেগ বেলেগ একোটা কণ থাকে। ধানৰ কণেৰে সৈতে মানুহৰ মনৰ তুলনা কৰা হৈছে। এতেকে,—প্রত্যেক মানুহৰ বেলেগ বেলেগ মত থকা, the holding of opinion each one separately for himself.

ধান খেৰৰ জুই—বি. ধান খেৰৰ জুই বেগতে জলে, কিন্তু বেগতে নুমায়। এতেকে,—ক্ষণকাল-স্থায়ী কার্য্য, anything ephemeral.

ধান-পুৰীয়া কঠাল পাতৰ আঁৰত লুকোৱা—ক্রি. [ধান-পুৰীয়া কঠাল=ধান এপুৰা গোটালে যি আকাৰ হয় সেই আকাৰৰ কঠাল, ডাঙৰ কঠাল। কোনো মানুহৰ মতে, ধান পুৰীয়া কঠাল=এনে কঠাল যাৰ সলনিত এপুৰা ধান পোৱা যায়। কিন্তু এই অর্থ শুদ্ধ নহয়।] কেতিয়াবা এনে ডাঙৰ কঠালো পাতৰ আঁৰতে থকা বাবে তাক মানুহে দেখা নাপায়। এতেকে,—কোনো বিশিষ্ট মানুহক লেখৰ পৰা বাদ দিয়া, to keep a prominent person out of calculation.

ধামনী বাই—ক্রি. [ধামনী=গা-শকত তিৰোতা।] তিৰোতাক সাধাৰণতে 'বাই' বুলি সম্বোধন কৰা হয়। এতেকে,—গা শকত তিৰোতা, a corpulent woman.

ধাৰে কাটিলেও কটা, গাদিয়ে কাটিলেও কটা—ক্রি· ধাৰে কাটক বা গাদিয়ে কাটক দুয়ো সেই একে দাৰে কার্য্য। কোনো মানুহে পৰক অপকাৰ কৰিলে ধাৰৰ ফালৰপৰা অর্থাৎ সন্মুখৰ ফালৰপৰা অর্থাৎ নিজে অপকাৰ কৰে, নহলে গাদিৰ ফালৰপৰা অর্থাৎ পিছৰ ফালৰপৰা অর্থাৎ পৰৰ হতুৱাই তেনে কার্য্য কৰে। প্রকৃততে দুয়োবিধ কার্য্যৰ নায়ক একেজন মানুহেই। এতেকে,—নিজে অপকাৰ কৰা আৰু নিজে কৈ পৰৰ হতুৱাই অপকাৰ কৰোৱা দুয়ো কার্য্যৰ অর্থ একে হোৱা, to be hurt by a person no matter whether directly by his own hand or indirectly through another person's hand, the result being same in both cases.

ধাৰে ধাৰে পিতলৰ বিৰি পিন্ধা—ক্রি. তিৰোতাই ডিঙিত সোণৰ বিৰি পিন্ধে। এই স্থলত কোৱা হৈছে যে আর্থিক অৱস্থাহীন হোৱাৰ নিমিত্তে সোণৰ বিৰি ল'ব নোৱাৰে; তথাপি অলঙ্কাৰ পিন্ধিবৰ হেপাহ নেৰি, ধাৰে ধাৰে পিতলৰ বিৰিকে পিন্ধিছে। এতেকে,—অৱস্থাহীন হোৱা স্বত্বেও আপচুভাৱে উল্লাসিত হৈ ফুৰা, to behave with awkward exultation in straitened circumstances.

ধুই পানী খোৱা—বিণ. কোনো বস্তু ইমান বহু-মূলীয়া বোলা হৈছে যে, সেই বস্তুটো যে পেলনি নাযায়েই, সেই বস্তু খোৱা পাত্রটোকো ধুই তাৰ পানী টোপাকে ব্যৱহাৰ কৰা হয়। এভেকে,—বহু-মূলীয়া, আপুৰুগীয়া, valuable, rare.

ধুই পেলোৱা—ক্রি. কোনো পাত্র ধুই পেলালে সেই পাত্রত একণিও বস্তু নাথাকে। এভেকে,—একো নাইকিয়া কৰা, সমূলি ধ্বংস কৰা, to destroy completely.

ধুন ছিটিকা—ক্রি. ধুন উফৰি পৰা, ধুন ওলোৱা, ধুন প্রকাশিত হোৱা (ব্যাঙ্গাৰ্থত ব্যৱহৃত হয়), to be out of gayeties, *i. e.*, to come down to a normal state.

ধূমকেতু পৰা—ধূমকেতু কাচিৎ আৱিভূ‌ৰ্ত হৈ পৃথিৱীৰে সৈতে তাৰ সংঘৰ্ষ হয়। তেতিয়া সেই ঠাইৰ গাওঁ-ভূঁই চূৰ্ণচাত হয়। অত্যন্ত দুৰ্দ্দান্ত মানুহ আৱিভূ‌ৰ্ত হৈও সেইৰূপে পৃথিৱীৰ অমঙ্গল জন্মায়। এভেকে,—মহা অশিষ্ট মানুহৰ আৱিৰ্ভাৱ হোৱা, the appearing on the scene of a notoriously mischievous person.

ধূলি উকওৱা—ক্রি. কোনো মানুহক এনেৰূপে প্রহাৰ কৰে বোলা হৈছে যে সি প্রহাৰত ধূলি-স্বৰূপ হৈ উৰি যায়। এভেকে,—অতিপাত প্রহাৰ কৰা, to beat mercilessly.

ধেই দাও বুলিয়েই মণিকূট পোৱা—ক্রি. গায়ন-বায়নে মৃদঙ্গত 'ধেই দাও' ছেও মাৰি গীত-বাদ্য আৰম্ভ কৰে। গীত-বাদ্য উঠি যায়, গায়ন-বায়নো আগ বাঢ়ি যায়। যেতিয়া গীত-বাদ্য শেষ হয় তেতিয়া গায়ন-বায়ন গৈ মণিকূট পায়গৈ। এই স্থলত কোৱা হৈছে যে, 'ধেই দাও' বুলিয়েই মণিকূট পায়গৈ। এভেকে,—কোনো কাৰ্য্য দম্ন-দস্তুৰেৰে নকৰি হঠাৎকাৰে কৰা, to do a thing at once unceremoniously without going through the usual preliminaries.

ধেধেৱা পৰ্ব্বত—বি. পূৰ্ব্বকালত মহাদেৱৰ মুখৰপৰা ক্ষোব-ক্ষুৰী জন্ম লৈ কৃষি ধ্বংস কৰিছিল। মহাদেৱে বধিবলৈ উদ্যত হোৱাত, সিহঁতে কাকুতি-মিনতি কৰিবলৈ ধৰিলে। মহাদেৱে তুষ্ট হৈ এৰি দিলে, আৰু ধেধেৱা পৰ্ব্বতত গৈ থাকিবলৈ আদেশ কৰিলে। এভেকে,—মানুহৰ সমাগম নোহোৱা দূৰণীয়া ঠাই, a place situaled far off from human abode.

ধোদৰ পচলা—বি. কলৰ পচলা নুবুলি ধোদৰ পচলা বোলা হৈছে। কলৰ থোক লাগিলে গছডাল কিছু হালে ; কিন্তু পচলা অৰ্থাৎ পুলি-কল একেবাৰে থিৰ হৈ থাকে। ধোদ অৰ্থাৎ এলেহুৱা মানুহো সেইৰূপে লৰচৰ নকৰাকৈ একে ঠাইতে থাকে অৰ্থাৎ কোনো কাম-বন নকৰে। এভেকে,—সমূলি বন-বাৰি নকৰা সোৰোপা মানুহ, an idle drone, a sluggard.

ন চহকী—বি. নতুনকৈ হোৱা চহকী মানুহ সাধাৰণতে অহঙ্কাৰী হয় আৰু বৰলোকৰ শাৰীত ভুক্ত হ'বৰ নিমিত্তে নানা প্ৰকাৰে মহতালি দেখুৱায়। এতেকে,—ধন থকা অহঙ্কাৰী মানুহ. নতুনকৈ হোৱা বৰলোক, an upstart.

ন দেৱায় ন ধৰ্ম্মায়—ক্রি. বিণ. দেৱতাৰ নিমিত্তেও নহয়, ধৰ্ম্মৰ নিমিত্তেও নহয়। ( সংস্কৃত প্ৰয়োগ ) এতেকে,—অনৰ্থক, to no purpose.

নতে নওঁৰা হোৱা, পুৰণি হ'লে ছওঁৰা হোৱা—ক্রি. [ নতে=ন অৱস্থাতে ] কোনো বস্তু পুৰণি হ'লে কমি অহা অৰ্থাৎ মূল্য কমা, to lose value with the process of time.

ন পানী পাই ধোৱা-পখলা কৰ.—ক্রি. নতুনকৈ চল-পানী আহিলে ধোৱা-পখলা কৰিবলৈ চল পোৱা যায়। এতেকে,—সুবিধা পাই আনন্দ প্ৰকাশ কৰা, to feel exulted by gaining an advantageous position.

ন শ মৰিয়াই ছ শ ধান পোৱা—ক্রি. আহোম ৰজাৰ দিনত মৰিয়াবিলাকক খেতি কৰিবলৈ দিয়াত ৯০০ মৰিয়াই খেতি কৰি মুঠে ৬০০ পুৰা ধান পালে। এতেকে,—কোনো কাৰ্য্য কৰি সমূলি ক্ষতিগ্ৰস্ত হোৱা, to suffer dead loss in a business.

ন দি কোৱা – ক্রি. [ নখ দি কোৱা ] জন্তুৰে টানকৈ ধৰিবলৈ হ'লে নখ পুতি ধৰে। এতেকে,—ডাঠি কোৱা, to speak confidently, to speak with a positive assurance.

নকটা খেৰৰ ন শ—বি. [ ন শ = ন শ মুঠি ] চাপৰিৰ খেৰ কাটিলেহে লেখত ধৰিব পাৰি, নাকাটে মানে সেই খেৰ কাৰো নহয়। এতেকে,—নিজৰ অধিকাৰলৈ নৌ আহোঁতেই নিজৰ বুলি ধৰা কোনো বস্তু, things not yet to hand.

নকৰিবৰ চকৰি কৰা—ক্রি. চকৰি কৰা=চকৰিৰ নিচিনা কৰা অৰ্থাৎ চকৰিৰ দৰে ঘূৰাই লৈ ফুৰোৱা। নকৰিবৰ=নকৰিবলগীয়া। এতেকে,—অত্যন্ত দুৰ্দ্দশা-গ্ৰস্ত কৰা, to put to immense trouble.

নগা-মন্তা দিয়া—ক্রি. আসৈ মন্তা, to make a barefaced denial.

নগাক বেচা—ক্রি. নিজৰ কামত নলগা বস্তু-বেহানি আন বস্তুৰ সলনি বেচি দিয়া হয়। এতেকে,—অযোগ্য বিবেচনা কৰি আঁতৰ কৰা, to dispose of anything as worthless.

নগাটো চাই হোবাটো লোৱা—ক্রি. নগাটো সক হ'লে হোবাটো সক নয়, ডাঙৰ হ'লে হোবাটো ডাঙৰ নয়। এতেকে,—শক্তি অনুযায়ী কাৰ্য্য কৰা, to act according to one's capacity.

নগা শোৱন দিয়া—ক্রি. অসমীয়া মানুহে এজনৰ মূৰৰ কাষে আন জনে ভৰি দি নোশোৱে। কিন্তু নগাসকলে যেনিয়ে মন যায় তেনিয়ে ভৰি দি শোৱে। এতেকে,—ওলোটা-পোলোটাকৈ শোৱা, to sleep pellmell.

নৰক পৰচেষ্টা দেখুউৱা—ক্রি. মায়ামূৰ্ত্তি ধাৰণ কৰা, ইতৰ লোকৰ বোধৰ অগম্য হোৱা, অসাধাৰণ স্বৰূপ হোৱা, to appear mysterious, esoteric, incomprehensible, unintelligible.

নগাৰ নিৰ্ম্মালি—বি. গোসাঁয়ে নিৰ্ম্মালি দিলে তাক শ্ৰদ্ধাৰে গ্ৰহণ কৰিব লাগে। কিন্তু নগাই নিৰ্ম্মালিৰ মূল্য নুবুজে। এতেকে,—মোল নুবুজা মানুহৰ পক্ষে উত্তম উপহাৰ, a worthy gift to an unappreciative recipient.

নগাৰ চাং তলে বাট হোৱা—ক্রি. নগাই চাঙৰ তলেদি সোমাইহে ওলাব পাৰে, তাৰ ঘৰবপৰা ওলাবলৈ আনপোনে বাট নাই। এতেকে,—কোনো মানুহ ওলাবলৈ আন বাট নাথাকি একেটা মাথোন বাট থকা, the passing of a man by the only route which is available for use.

নগাৰ সংক্রান্তি—বি. অসমীয়া হিন্দু মানুহে সংক্রান্তিৰ দিনা লঘোন দিয়ে আৰু হাল-খতি কৰে। কিন্তু নগাই সেইবিলাক নিয়ম একো নামানে। এতেকে,—ধৰ্ম্মহীন মানুহৰ ধৰ্ম্মানুষ্ঠান, a religious observance of a person who do not follow then.

নগৈ গড়গাৱঁৰ বাতৰি কোৱা—ক্রি. গড়গাওঁ অসমৰ ৰাজধানী আছিল। সেই নগৰ এনে চমৎকাৰ আছিল যে তালৈ গৈ নিজ চকুৰে নেদেখে মানে লোকৰ মুখে শুনি তাৰ বিবৰণ যথাযথ ধাৰণা কৰা অসম্ভৱ আছিল। এতেকে,—আন্দাজত কথা কোৱা, to speak on hearsay, to speak by guess.

নচুৱাই নৈ ফুৰা—ক্রি. বান্দৰক নচুৱাই নৈ ফুৰোৱা হয়। মানুহটোৱে যেনেকৈ নচুৱায়, বান্দৰে তেনেকৈ নাচে। এতেকে,—চলাওঁতা মানুহে পৰক তাৰ (চলাওঁতাৰ) মতত চলাই নৈ ফুৰোৱা, to compel to submit to one's will subserviently.

নজনা জনা—বি. যাক কোনেও নেজানে অৰ্থাৎ যাৰ স্বৰূপ অবিদিত সেই জনা পুৰুষ, ঈশ্বৰ, the unknown, *i. e.*, God.

নপতা ফুকন—বি. বজাই পাতিলেহে ফুকন বিষয় পাব পাৰি। এই স্থলত কোনেও নপতাকৈ ফুকন হৈছে বোলা হৈছে। এতেকে,—নিজে নিজে ডাঙৰ বুলি ফুৰা মানুহ, মইবৰ মানুহ, অহঙ্কাৰৰ ওপৰত প্ৰতাপ দেখুৱা মানুহ, a self-styled lord, an over-bearing person.

ন-ভগনীয়া মানুহ—বি. এঠাইৰপৰা আন ঠাইত নকৈ বসতি কৰা মানুহ, a new settler.

নমো নমো পাৰিজাত—বি. পাৰিজাত বিশুদ্ধ স্বৰ্গীয় ফুল। 'নমো নমো পাৰিজাত' বুলি এই ফুলৰ স্তুতি আৰম্ভ কৰা হয় বুজোৱা হৈছে। বিশুদ্ধ মানুহক পাৰিজাত ফুলেৰে তুলনা কৰা হৈছে। এতেকে,—নীতি-ধৰমৰ পৰাকাষ্ঠা, excessive orthodoxy.

নৰ-মনিছক ছদ্ম দেখুওৱা—ক্রি. নৰ-মনিছ=নৰ-মনুষ্য। দেৱযোনি বা ভূতযোনিৰে বা অদ্ভুত ক্ষমতাশালী পুৰুষে সাধাৰণ মানুহক অমানুষিক কাৰ্য্য দেখুওৱা, the showing of a miracle to an ordinary man by a spiritual being or by a man of superior intelligence.

নল মৰি গজালি ওলোৱা—ক্রি. নল পৰিণত হৈ শুকাই মৰি যায়। কিন্তু ভেতিয়া তাৰ মূলৰপৰা গজালি ওলায়। এতেকে,—মানুহ বুঢ়া হৈ মৰি সিহঁতৰ পো-পোৱালি ডাঙৰ হৈ সিহঁতৰ ঠাই অধিকাৰ কৰা, the filling of gaps created by the death of old people by their sons.

নলগা জেঙাত লগা—ক্রি. [ জেঙা=লেঠা। নলগা=য'ত লাগিব নালাগে তেনেকুৱা। ] যি লেঠাত ব্যাপৃত হ'ব নালাগে তেনে লেঠাত ব্যাপৃত হোৱা, to engage in a matter with which one should have nothing to do, interfere unnecessarily.

নলে-গলে লগা বন্ধু—বি. নল অৰ্থাৎ ডিঙিৰ নলি আৰু গল অৰ্থাৎ ডিঙি এই দুটাৰ দৰে লগালগি বন্ধু, প্ৰিয়তম বন্ধু, dearest friend.

নষ্ট যোৱা—বিণ. দুষ্কাৰ্য্য কৰিলে ফল-স্বৰূপে মানুহ নষ্ট যায়। এতেকে,—দুষ্কৰ্ম্মা [ গালিৰ মাত ], wicked, unrighteous [ a term of abuse ].

নহবলৈ হোৱা—ক্রি. [আনৰ নহ'বলৈ হোৱা] অন্যান্য মানুহৰ কাৰো ক'তো তেনেকুৱা নহ'ব এইভাবে হোৱা, অসদৃশভাবে হোৱা, অসাধাৰণভাবে হোৱা, অতুলনীয় ভাবে হোৱা, to take place in an extraordinary, unusual, incomparable, excellent manner.

**নাই তই নাই মই বুলি লগা**—ক্রি. [ হয় মই, নাই তই ; হয় তই, নাই মই ] দুটাৰ ভিতৰৰ এটা মৰিব, এটা জীব, এই বুলি যুঁজ লগা, to engage in a deadly dual.

**নাই-নুই কৰা**—ক্রি. [ নাই নহয় কৰা ] আসৈ মতা, to deny.

**নাই নৌ কাটেঁাতেই ঘোৰোচ কৰা**—ক্রি. গৰুৰ পোৱালি জগা মাত্ৰকতে, নাই নৌ কাটিবলৈ পাওঁতেই কঁৰিয়া পাগি ঘোৰোচ ঘোৰোচ কৰে খীৰাবলৈ যায় বোলা হৈছে। এতেকে,—কোনো কাৰ্য্যৰ ফলভোগ কৰিবৰ নিমিত্তে অধৈর্য্য হোৱা, to be impatient to enjoy a thing before the preliminaries necessary to give effect to possession are completed.

**নাই বুলিলে সাপতো বিষ নোহোৱা**—ক্রি. সাপে দাকিলে যদি নাই দকা বুলি মনতে ভাবি লোৱা যায়, তেনেহলে বিষ নাইকিয়া হয় বুলি মানুহে কয়। এতেকে, —নামানিলে একো নোহোৱা the coming to nothing of an evil if it is thought not to be an evil at all.

**নাই বুলিলেও হাতীৰ পেটত একলহ পানী থকা**—ক্রি. হাতীৰ যেতিয়া গৰম উঠে, তেতিয়া সি শুঁড়েৰে পেটৰপৰা পানী উলিয়াই গালৈ চটিয়াই গা জুৰ কৰে। তাৰ পেটত সদায় পানী থাকে। এই স্থলত কোৱা হৈছে যে তাৰ পেটত পানী নাই বুলিলেও একলহ পানী থাকে। ডাঙৰ মানুহক হাতীৰে তুলনা এতেকে,—ডাঙৰ মানুহৰ যেই সেই বস্তু সদায় যথেষ্ট পৰিমাণে থকা, ডাঙৰ মানুহে কোনো বিষয়ে বা কোনোকালে সৰ্ব্বশূন্য নোহোৱা, the stopping of a great man short of absolute destitution in any matter at any time.

**নাই ৰঙ্গামাটি নাই গুৱাহাটী বুলি**—ক্রি. বিণ. আগৰ দিনত যাতায়াতৰ সুবিধা নথকাত ৰঙ্গামাটি আৰু গুৱাহাটী দূৰণীয়া বাট আছিল। কোনো দূৰণীয়া বাটলৈ যাবলৈ হ'লে মানুহে কৈছিল :—"নাই ৰঙ্গামাটি নাই গুৱাহাটী" অৰ্থাৎ "দেশ এৰি য'লৈ হয় ত'লৈ যাম।" এতেকে,—প্ৰাণৰ মমতা এৰি অৰ্থাৎ প্ৰাণ টাকি, desperately.

**নাইত হাত দিয়া**—ক্রি. 'নাই' শব্দৰ ওপৰত খেল হৈছে। একে অৰ্থ—অভাৱ বুজোৱা অব্যয়। আন অৰ্থ—নাভি। কোনো প্ৰশ্ন কৰিলে 'নাই' 'নাই কৰা', 'নাই হোৱা, ইত্যাদি উত্তৰ দিলে 'নাই'ত হাত দিয়ে বুলি কোৱা হয়। এতেকে,— 'নাই শব্দত হাত দিয়া অৰ্থাৎ নাই বুলি কোৱা, to give a negative reply.

নাইকিয়াৰ মাক—বি. অসমীয়া মানুহে তৈণীয়েকক নাম কাঢ়ি নামাতি ল'ৰাৰ নামেৰে 'আমুকাৰ মাক' বুলি মাতে। যিজনা তৈণীৰ ল'ৰা নাই, তেওঁক কাজেই 'নাইকীয়াৰ মাক' বুলিব লাগে। এতেকে,—নিঃসন্তান তৈণী, a childless wife.

নাও বুৰি তলি পালেও টিঙৰপৰা ননমা—ক্রি. গুৰিয়ালে নাৱৰ টিঙৰ ওপৰত উঠি গুৰি পোনায়। গুৰিয়ালৰ মান বেছি, আৰু সি টিঙত বহি নাৱৰীয়াক হুকুম দিয়ে। নাৱৰ টিং ওখ। মানী মানুহে উচ্চাসনত বহে, এনে ভাব বুজোৱা হৈছে। এই স্থলত কোৱা হৈছে যে গুৰিয়ালৰ অহঙ্কাৰ ইমান বেছি যে নাও বুৰি নৈৰ তলি পালেও সি টিঙৰপৰা নানামে। এতেকে,—সৰ্ব্বস্বান্ত হ'লেও অহঙ্কাৰ নেৰা, not to give in slightly although dire consequences may result, to keep up vanity at the greatest sacrifice.

নাও পেটা মানুহ—বি.—নাওঁৰ তলিখন চেপেটা আৰু দীঘলীয়া। এতেকে,—চেপেটা আৰু দীঘলীয়া পেটৰ মানুহ, a person with a boat-shaped belly, *i. e.*, an extended level belly.

নাক কটা—বিণ. নাক কটা অপমানৰ বিষয়। এতেকে,— অপমানজনক, disgraceful.

নাকটো গুৰি চপাই কটা—ক্রি. আহোম ৰজাৰ দিনত নাক কটা দণ্ডৰ বিধি আছিল। অপৰাধৰ গুৰুত্ব অনুযায়ী নাকৰ পৰিমাণ কটা হয়। অতি ডাঙৰ অপৰাধ হ'লে নাকটো গুৰিলৈ চপাই কটা হয়। এনে কাৰ্য্যৰদ্বাৰা অপৰাধীক অতি লাজ দিয়া হয়। এতেকে,—অতিপাত লাজ পোৱা, to be ashamed exceedingly.

নাকৰ তলে গোঁজা—ক্রি. নাকৰ তলত মুখ থাকে। এতেকে, মুখেদি গুঁজি দিয়া, অৰ্থাৎ মুখেৰে খোৱা ( বিদ্রূপ ), to thrust into the opening down the nose, *i. e.*, to eat ( used ironically )'

নাক-কাণ কটা—বিণ. আহোম ৰজাৰ দিনত নাক আৰু কাণ কাটি দণ্ড দিয়া বিধি আছিল। যি মানুহৰ লাজ নাইকিয়া, সেই মানুহে মাথোন এনে গুৰু দণ্ড পোৱাৰ যোগ্য অপৰাধ কৰিছিল। এতেকে,—নিলাজ, scandalous, disgraceful.

নাক-চকু লগা মানুহ—বিং. নাক আৰু চকু সকলো মানুহৰে গাত লগা থাকে। এতেকে,—বিশেষত্ব নথকা সৰ্ব্ব-সাধাৰণ মানুহ, a person of average qualifications.

**নাকৰ পানী চকুৰ পানী একে হোৱা**—ক্রি. ৰৰকৈ কান্দিলে নাকৰ পানী আৰু চকুৰ পানী ওলাই একাকাৰ হয়। এতেকে,—ৰৰকৈ কন্দা, to weep bitterly.

**নাকনী-কাণনী হোৱা**—ক্রি. [ 'কাণনী-নাকনী হোৱা' চোৱা। ]

**নাখালে কৰিব নোৱাৰা, খালে লৰিব নোৱাৰা**—বিণ. আহাৰ নাখালে বল টুটি কাম কৰিব পৰা নাযায়, আৰু আহাৰ খালে পেট গধুৰ হৈ কাম কৰিবলৈ লৰি-চৰি ফুৰিব পৰা নাযায়। এতেকে,—কোনো অৱস্থাতে কাৰ্য্য কৰিবলৈ অক্ষম, অতিপাত এলেহুৱা, too lazy for anything.

**নাচি অহা**—ক্রি. [ নাচি উঠি অহা ] নাচনীয়ে নাচ কৰোঁতে প্ৰথমে অলপীয়া নাচ ধৰি ক্রমশঃ উঠি আহে অৰ্থাৎ নাচৰ প্ৰকোপ বাঢ়ি আহে। এতেকে,—ক্রমশঃ উগ্ৰ ভাৱ ধাৰণ কৰা, to grow more and more violent.

**নাচিব নেজানিলে চোতালখন হেৰেমগৰীয়া বোলা**—ক্রি. ভালৰূপে নাচিবলৈ হ'লে চোতাল সমতল হ'ব লাগে। নহ'লে চাৰিওপোনে অবাধে ভৰি চলাবলৈ চল নালাগে। হেৰেমগৰীয়া চোতালত ভালৰূপে নাচিব পৰা নাযায়। এই স্থলত কোৱা হৈছে যে কোনো নাচনীয়ে প্ৰকৃততে নাচিব নাজানে, কিন্তু তেওঁ অজ্ঞতা লুকাই থৈ মানুহৰ আগত কয় যে চোতালখন হেৰেমগৰীয়া বাবে তেওঁ ভালৰূপে নাচিব পৰা নাই। এতেকে,—অজ্ঞতাবশতঃ কোনো কাৰ্য্য কৰিব নাজানিলে নিজৰ অজ্ঞতা গোপন কৰি কোনো বাহিৰা আসোঁৱাহৰ নিমিত্তে সেই কাৰ্য্য কৰিবলৈ অপাৰগ বুলি বুজোৱা, to explain a bad performance by saying that it is due to some external defect in the thing done and not to the real cause, *viz.*, want of the requisite qualification to do it.

**নাচোনখন দিয়া**—ক্রি. বহুৱাই নাচোন-বাগোন কৰি ৰং দেখুৱায়। এতেকে,—বহুৱালি কৰা, to act with levity.

**নাদৰ ভেকুলী**—বি. নাদৰ ভিতৰত ভেকুলী থাকে। সেইবিলাকে নাদৰ বাহিৰৰ কথা একোকে নাজানে। এতেকে,—অজ্ঞ মানুহ, one without the least experience of the outside world.

**নান্নং-ন-বস্ত্ৰং**—বিণ. [ ন অন্নং ন বস্ত্ৰং। সংস্কৃত বাক্য। ] অন্ন আৰু বস্ত্ৰ নাই অৰ্থাৎ খাবলৈ ভাত নাইকিয়া আৰু পিন্ধিবলৈ কাপোৰ নাইকিয়া, ভিকহু, utterly destitute.

**নাবা বুলিলেও চাৰি চাপৰি বোৱা**—ক্রি. ঢোল বজাই থাকোঁতে ঢুলীয়াক বজাবলৈ হাক দিলেও সি আৰু চাৰি চাপৰ বজাইহে বন্ধ কৰিব পাৰে। যেতিয়া বজাবলৈ কোৱা হয়, তেতিয়া সি সীমা চেৰাই যায়। এতেকে,—কোনো কাৰ্য্য কৰিবলৈ আনে হাক দিলেও অলপমান নকৰি নোৱাৰা, উন্মত্তভাৱে কাৰ্য্য কৰা, to be spurred on to do a thing by excess of spirits.

নাভূত নাশ্রুত— বিণ. [ ন ভূতং ন শ্রুতং । সংস্কৃত বাক্য । ] যাক শুনা নাই আৰু যি হোৱা নাই অর্থাৎ নোহোৱা নোপজা, আচৰিত, miraculous, phenomenal, strange.

নাম ফুটি-ফাটি যোৱা— ক্রি. কোনো বস্তু ফুটিলে বা ফাটিলে টুকুৰাবিলাক চাৰিওপোনে উফৰি পৰে। এই স্মৰত কোৱা হৈছে যে মানুহৰ নাম ফুটি ফাটি যায় অর্থাৎ চাৰিওপোনে যায়। এতেকে,— নাম চাৰিওপোনে জলা, to be far-famed.

নাম লোৱা— ক্রি. মৃত্যু-কালত মানুহে ঈশ্বৰৰ নাম লয়। এতেকে,— মৃত্যুগামী হোৱা, to remember God in the last moments of life, *i. e*, to die.

নামৰ মুখেৰে থকা— ক্রি. নাম-গোৱাৰ অন্তত প্রসাদ খাবলৈ পোৱা যায়। 'নামৰ মুখেৰে' বুলিলে নামৰ অন্তত প্রসাদ নোখোৱাকৈ শুদা মুখেৰে বুজোৱা হৈছে। এতেকে,— অনাহাৰে থকা, to be fasting.

নামলৈ খেদা— ক্রি. নাম অর্থাৎ সদ্‌নামৰ লগ পাবৰ নিমিত্তে খেদি যোৱা, to hanker after fame.

নামধর্ম্ম— বি. [ হৰিনাম ধর্ম্ম ] হৰিনাম-কীর্ত্তনস্বৰূপ ধর্ম্ম, a form of worship which consists in chanting of hymns to God.

নামাতি বৰ জিকা— ক্রি. দন্দত দুজন মানুহে উত্তৰা-উত্তৰি কৰি থাকে। যদি এজনে মাতে, আনজনে নামাতে, মতাজনৰ কথাখিনি নমতাজনে জানিবলৈ পায়, কিন্তু নমতাজনৰ কথা মতাজনে জানিবলৈ নাপায়। পাছত নমতাজনে সেই বাবে নিজৰ সুবিধা কৰি ল'ব পাৰে। এতেকে,— মাত নোলকৰি অর্থাৎ মনোভাব আনক জানিবলৈ নিদি স্বার্থ-সিদ্ধি কৰা, to serve one's interest by discreet reticence.

নাল লগোৱা কথা— বি. দা কটাৰিত নাল লগালে দীঘল হয় আৰু ধৰিবলৈ সুচল হয়। কথাতো নাল লগালে অর্থাৎ বঢ়াই ক'লে প্রসঙ্গ দীঘলীয়া হয় আৰু ক'বলৈ সুচল অর্থাৎ ধুনীয়া হয়। এতেকে,— মিছা জোৰা দিয়া কথা, exaggarated language.

নামে-গাৱেঁ একে— বিণ. [ নামে-গ্রামে একে ] ( গ্রাম=গুণগ্রাম। ) নাম অনুযায়ী গুণাৱলী থকা, possessing qualities appropriate to the name.

নাহৰ গছ কটা— ক্রি. নাহৰ গছ বৰ টান, তাক সহজে কাটিব পৰা নাযায়। এতেকে,—টান বন কৰা, to do a piece of hard work.

নাহৰতকৈ সুকাঠী ওলোৱা— ক্রি. নাহৰ গছতকৈ সু-কাঠ নাই। এতেকে,—অতি ভালতকৈ ভাল ওলোৱা (বিদ্রূপ), to pretend to be better than the best (used ironically).

নাহৰৰ গুৰি কটা— ক্রি. নাহৰ কাঠ টান, তাৰ গুৰি কাটিবলৈ আৰু টান। এতেকে, — বৰ টান বন কৰা, to do a piece of stiff work.

নাহৰৰ গুৰি পেলোৱা— ক্রি. [নাহৰৰ গুৰি কাটি গছ পেলোৱা] নাহৰ গছৰ গুৰি কাটি গছ পেলোৱাটো বৰ টান বন। এতেকে,—বৰ টান বন কৰা, to do a piece of stiff work.

নাহৰৰ সাৰ পেলোৱা— ক্রি. [নাহৰৰ সাৰ কাটি গছ পেলোৱা] সকলো গছৰে সাৰটো কাটিবলৈ টান, কিন্তু নাহৰৰ সাৰ কাটিবলৈ আটাইতকৈ টান। এতেকে,— বৰ টান বন কৰা, to do a piece of stiff work.

নিকিনা গোলাম— বি. আগৰ দিনত ধন দি গোলাম কিনি লোৱা হৈছিল। এই স্থলত কোনো মানুহৰ সম্পৰ্কে কোৱা হৈছে, যে সি গোলাম হৈছে, অর্থাৎ গোলামৰ দৰে জঘন্যভাৱে খাটিছে— দুইৰে প্রভেদ এয়ে যে গোলামে ধন পাইছিল, এই মানুহে তাকো পোৱা নাই। এতেকে,— বানচ নিদিয়াকৈ যাক অতিপাত খটোৱা যায় তেনে মানুহ, an extremely hard-worked person in a situation which is absolutely devoid of redeeming features whatsoever.

নিখকুৱাই মাটিত চাৰিগাল মৰা— ক্রি. (উপকথা) এটা খকুৱা আৰু এটা নিখকুৱা দুটা মানুহ আছিল। সিহঁতে ভাত বাঢ়ি খাবৰ নিমিত্তে দিহা কৰিলে। কল-পাতত ভাত খোৱা হয়। ভাত খাবলৈ বুলি খকুৱাই কল-পাত কাটিবলৈ গ'ল। নিখকুৱাই লোভ সামৰিব নোৱাৰি মাটিতে ভাত বাঢ়ি লৈ চাৰিগাল মাৰিলে অর্থাৎ চাৰি গৰাহ খালে; তেতিয়াহে তাৰ কিছু তত্ আহিল। এতেকে,— বাহিৰে নির্লোভী বুলি বুজোৱা মানুহে কার্য্যত অত্যন্ত লোভী মানুহৰ দৰে চলা, to hanker overmuch after anything while pretending to be above temptation outwardly.

নিজৰ গাটোকে বলে নোৱাৰা— বিণ. ইমান দুর্ব্বল বুলি কোৱা হৈছে যে সি নিজৰ গাটোকে বলে নোৱাৰে। এতেকে,— অতি দুর্ব্বল, too weak.

নিজৰ ভৰিত নিজে কুঠাৰ মৰা— ক্রি. গছ কাটোঁতে অকস্মাৎ কুঠাৰ গৈ নিজৰ ভৰিতে লাগে। সেই কার্য্য অনিচ্ছাবশতঃ হয়। এই স্থলত কোৱা হৈছে যে ইচ্ছা কৰি নিজে নিজৰ ভৰিত কুঠাৰ মাৰে। এতেকে,— নিজে নিজৰ অমঙ্গল আচৰা, নিজৰ কার্য্যৰ দ্বাৰা স্বার্থহানি কৰা, to act against one's own interest, to pursue a suicidal policy.

নিচালে মৰা— ক্রি. থিয় হৈ থাকোঁতে মানুহৰ গাত বজ্রপাত হ'লে সি সেইভাৱেই ঢাল নোখোৱাকৈ থিয়ৈ থিয়ৈ মৰে। এতেকে,— বিষম বিপদগ্রস্ত হোৱা, to be struck down instantly by a dire calamity.

নিধনীৰ ধন— বি. নিধনীয়ে ধন পালে সেই ধন তাৰ অতি আদৰৰ বস্তু হয়। এতেকে,— অতি আদৰৰ বস্তু, a dearly beloved thing.

নিন্দিলে বন্দিবলৈ পোৱা— ক্রি. [ আগে নিন্দিলে পাছে বন্দিবলৈ পোৱা ] কোনো মানুহক এসময়ত নিন্দা কৰিলে পাছত সেই মানুহকে বন্দিব লগীয়া হোৱা অর্থাৎ কোনো বিষয়ে তেওঁতে প্রাৰ্থিত হ'ব লগীয়া হোৱা, to have to bow to one who is held in centempt.

নিবুকা গৰু— বি. গৰুৱে মাতিব নোৱাৰে কিন্তু সি অভক্ষ্য ( বিষ্ঠা ) ভক্ষণ কৰে। মুখেৰে ৰবকৈ নমতা কিন্তু কার্য্যেৰে অনাচাৰ কৰি ফুৰা মানুহক গৰুৰে তুলনা কৰা হৈছে। এতেকে,— অল্পভাষী অনাচাৰী মানুহ, a grave-looking wicked person.

নিবুকা চামন— বি. চামন দেৱে গাত লম্ভিলে মানুহ নিবুকা অর্থাৎ মাতিব নোৱাৰা হয়। এতেকে,— ৰবকৈ কথা-বতৰা নোকোৱা মানুহ, অল্পভাষী মানুহ, a person who talks too little.

নিবুকীয়ে গাওঁ ভঙা—ক্রি. যি তিৰোতা নিবুকী অর্থাৎ যি মানুহেৰে ৰবকৈ মাত-বোল কৰি নুফুৰে, তেনে তিৰোতাই গাওঁ ভাঙে, অর্থাৎ তলে তলে তেনে তিৰোতাই এনে ভয়ানক দুষ্কর্ম্ম কৰে যে, গোটেই গাওঁৰ মানুহ জলৰ-জপৰ হৈ থাকি, গাওঁ এৰি যাব লগীয়া অৱস্থা পায়গৈ। এতেকে,—বাহিৰে যাক অতি শান্ত যেন দেখা যায় ভিতৰে তেনে মানুহে ঘোৰ দুষ্কার্য্য কৰা, the doing of the worst crime secretly by a person who is known outwardly to be the most innocent of all.

নিমাতী কন্যা—বি. (উপকথা) কোনো এজনা ৰাজকন্যাই প্রতিজ্ঞা কৰিছিল যে, তেওঁ মুখেৰে নমতাকৈ থাকিব, আৰু যিজন পুৰুষে তেওঁৰ মুখৰ মাত উলিয়াব পাৰিব, তেওঁকে তেওঁ পতি-স্বৰূপে বৰণ কৰিব। এতেকে,—ৰবকৈ মাত-বোল নকৰা গহীন ছোৱালী, a girl who talks too little.

নিমূৰমূৰীয়া হোৱা—ক্রি. পৰিয়ালৰ ভিতৰত মূৰ অর্থাৎ ( আন ) মানুহ নাইকীয়া হৈ থকা ( অকল ) মূৰৰ মানুহ হোৱা, পৰিয়ালৰ অন্যান্য মানুহ মৰি-হাজি অন্ত হৈ অকলশৰীয়া হোৱা, to be left the solitary figure in the family after the death of all the other members.

নিলগতে চেই চেই কৰা—ক্রি. কুকুৰ অশুচি জন্তু। সি আহিব খুজিলে নিলগতে তাক 'চেই চেই' বুলি খেদি দিয়া হয়। এতেকে,—অতিকৈ ঘিণ কৰা, to look at scornfully, to despise.

নিলগৰ ঢৌ নিলগতে মাৰ নিওৱা – ক্রি. ঢৌ নিলগৰপৰা যাগৰি আহে কিন্তু ওচৰ নৌ পাওঁতেই মাৰ গ'লে নাওৰ একো হানি নহয়। এতেকে,—বিপদ দূৰতে ব্যাহত কৰা, বিপদ ওচৰলৈ চাপিবলৈ নিদিয়া, to avert a far-off danger.

নিলগৰ পৰ্ব্বত শুৱনী দেখা—ক্রি. নিলগৰপৰা চালে পৰ্ব্বত শুৱনী দেখা যায়, কিন্তু ওচৰ পালে গৈ পৰ্ব্বতৰ খাল-বামবিলাক ওলাই পৰে আৰু তেতিয়া তাক নীল-বৰণীয়া নেদেখি। সেইৰূপে, নিলগৰপৰা মানুহকো সুখী দেখা যায়, কিন্তু ওচৰৰপৰা চালে তেওঁৰ কি দুখ আছে, তাক জানিব পাৰি। এতেকে, —আভ্যন্তৰিক অৱস্থা নাজানি মানুহক বাহিৰৰপৰা সুখী দেখা, to take a person to be happy by seeing him from a distance and not being able to know his real condition.

নিলাজী বনৰ নিচিনাকৈ জঁয় পৰা—ক্রি. নিলাজী বন ছুলেই জঁয় পৰে অর্থাৎ তাৰ লাজ ইমান বেছি যে ছোৱা মাএকতে সি শোট মোচ খাই যায়, এই ভাৱ বুজোৱা হৈছে। এতেকে, অতিৰিক্ত লাজৰ ভাৱ প্রকাশ কৰা, to be overcome with bashfulness.

নুই কৰা—ক্রি, [ নুই উচ্চাৰণ কৰা ] নহয় বুলি কোৱা, আসৈ মতা, to deny.

নুবুৰে মানে বোৱা—ক্রি. নাও যেতিয়ালৈকে নুবুৰে তেতিয়ালৈকে বৈঠা মাৰিবলৈ এৰি দিব নালাগে বোলা হৈছে, কিয়নো শেষ মুহূর্ত্ততো কিজানি নাও ৰক্ষা কৰিব পৰা যাব পাৰে। এতেকে,—শেষ মুহূর্ত্তলৈকে আশা এৰি নিদিয়া, not to abandon hope to the last breath of life.

নুমাবৰ অগনি জলোৱা—ক্রি. [ অগনি=অগ্নি ] যি জুই-খৰি পুৰি অঁতাই নুমাব লগীয়া হৈছিল, খৰি জাপি দি আকৌ সেই জুই জলাই দিয়ে বোলা হৈছে। মানসিক সন্তাপক জুইৰে তুলনা কৰা হৈছে। এতেকে,—পাহৰিব লগীয়া হোৱা সন্তাপ কোনো কার্য্যৰ দ্বাৰা আকৌ বঢ়াই নিয়া, to rake up what is unpleasant.

নেঙৰ পকোৱা—ক্রি. দপা দকৰে নেঙৰ পকালেহে খোজ চলায়। এতেকে,—(চিন্তা মানুহক ) টান মুখেৰে চলোৱা, to urge forward strongly.

নেগুৰত ধৰি ওলমা—ক্রি. (উপকথা) এজন বুঢ়া মানুহৰ মূলাৰ খেতি খাবলৈ ঐৰাৱত আহোঁতে বুঢ়াই তেওঁক ধৰিলে। ঐৰাৱতে তাক স্বৰ্গ দেখুৱাম বুলি কোৱাত সি আৰু অন্যান্য মানুহে ঐৰাৱতৰ নেগুৰত ধৰি ওলমিল। মানুহ-বিলাকে বাটত বুঢ়াক ক'লে যে ঐৰাৱতে তাতে পেলাই দিলে সিহঁত চুৰমাৰ হ'ব। বুঢ়া আটাইবিলাক মানুহৰ আগত আছিল। বুঢ়াই নেগুৰৰপৰা দুয়োখন হাত এৰুৱাই, "তালৈকে ইমান শকত মূলা খুৱাইছিলোঁ নেকি ?" এই বুলি কৈ মূলাৰ জোখ হাতেৰে দেখুৱাব খোজোঁতেই মানুহবিলাক ওপৰৰপৰা গিৰ্‌ গিৰ্‌ কৰে সৰি পৰিল। এতেকে,—পৰৰ অনুগ্ৰহৰ ওপৰত নিৰ্ভৰ কৰা, to be dependent on the favour of another.

নেগুৰ কটা শিয়াল—বি নেগুৰ কাটি দিলে শিয়াল অতিপাত দুষ্ট হয়। এতেকে, —অঘাইটং মানুহ, a too cunning person.

নেদেখাজনা—বি. মানুহে যাক নেদেখে সেইজনা পুৰুষ, ঈশ্বৰ, the Unseen, *i. e.*, God.

নেদেখাই দেখা—ক্রি. যি মানুহে কোনো বস্তু আগেয়ে দেখা নাই, সেই মানুহে সেই বস্তু দেখিলে আচৰিত হৈ চাই থাকে। এতেকে,—আচৰিত হৈ চোৱা, to look a thing with feelings of wonder.

নেদেখিলে এৰাঁ চৰা—ক্রি. এৰাঁ নাকৰপৰা তেজ ওলোৱা এবিধ ৰোগ। তেজ চৰিলে অৰ্থাৎ ওপৰলৈ উঠিলে এই ৰোগ হয়। তললৈ অধিক পৰ মূৰ দোঁৱাই থাকিলে তেজ চৰে। বেজাৰত মানুহে তললৈ মূৰ কৰি থাকে। এই স্থলত কোৱা হৈছে যে কোনো প্ৰিয়জনক দেখা নাপালে এনে চিন্তান্বিতভাৱে তললৈ মূৰ কৰি থকা হয় যে তেওঁৰ এৰাঁ ৰোগৰ উৎপত্তি হয়। এতেকে,—নেদেখিলে অত্যন্ত চিন্তাযুক্ত হোৱা, to be deeply aggrieved at not seeing any beloved person.

নোক্‌নোকী—বি. গাহৰিৰ গাটো ধেমেহা, সি নোক্‌ নোক্‌কৰে চৰি ফুৰে। এতেকে, —গাহৰি (উপলুঙ্গীয়া মাত), a pig.

নোম টেঙৰ—বিণ. [নোমেপতি টেঙৰ] সৰ্ব্বাংশে টেঙৰ, অতি টেঙৰ, too cunning.

নোম নেগুৰ বৰ্জ্জিত—বিণ. জন্তুৰ নোম আৰু নেগুৰ মাথোন সম্পত্তি। যি মানুহৰ সম্পত্তি একো নাইকিয়া, তাক নোম-নেগুৰ-বৰ্জ্জিত জন্তুৰে তুলনা কৰা হৈছে। এতেকে,—সৰ্ব্বশূন্য, আওটোকোনা, poorest of the poor.

নোৱাৰা হোৱা—ক্রি. [ ছুব নোৱাৰা হোৱা ] তিৰোতা ঋতুমতী হ'লে মানুহ বা বস্তু একো ছুব নোৱাৰে। এতেকে,—ঋতুমতী হোৱা, to be menstruated.

নোৱাই-তোলনীৰ আখৈ-পিঠা—বি. নোৱাই-তোলনী বিয়াত প্রচুৰ পৰিমাণে আখৈ আৰু পিঠা চটিওৱা ৰীতি আছে। এতেকে,—পেলাই দিব পৰা অর্থাৎ মূল্যহীন বা অপদার্থ বস্তু, a useless thing.

# প

পঁইতা ভাতত খৰিকা মৰা—বিণ. সিজিবৰ নিমিত্তে কোনো বস্তুত খৰিকা সুমাই দিয়া হয়। গেলগেলীয়া পঁইতা ভাতত খৰিকা মাৰিবৰ আৱশ্যকতা নাই। এতেকে,—মহা-কৃপণ, too niggardly.

পকা আঙঠা—বি. মহাত্মালোকৰ গুণ পকা আঙঠাৰ নিচিনা হৈ ৰবকৈ জ্বলে। এতেকে,—মহাত্মালোক, a great man, a genius.

পকা আমৰ বেলিকা কুঁজা মোহা ওলোৱা—ক্রি. কোনো মানুহে গছত উঠি গছৰ ওপৰতে পকা আম খায়। তাৰ মোহাক তলৰ্লৈ আহি তাক আম খোজে। মোহাক কুঁজা বাবে গছৰ ওপৰলৈ উঠিব নোৱাৰে। গছত উঠা মানুহটোৱে এইবুলি উত্তৰ দিয়ে, "পকা আমৰ বেলিকা কিহৰ কুঁজা মোহা।" এতেকে,—স্পৃহণীয় বস্তু পালে আত্মীয়, মানী আৰু অপাৰগ লোককো বঞ্চনা কৰিবলৈ কোনো মানুহে সঙ্কোচ নকৰা, not to shrink from serving one's ends by depriving a relative who is helpless and worthy of commi-sseration.

পকা থেকেৰা—বি. থেকেৰা ঘূৰণীয়া ফল আৰু পকিলে সি ৰঙা হয়। মানুহৰ মুখো ঘূৰণীয়া আৰু মুখৰ তেজো ৰঙা। মুখত তেজ বেছি থাকিলে, মুখখন পকা থেকেৰাৰ নিচিনা দেখা যায়। এতেকে,—তেজালমুখীয়া মানুহ, a person with a ruddy countenance.

পখৰা ধুন—বি. কেইবাবৰণৰ মিহলি বৰণক পখৰা বোলে। এতেকে,—বহু বৰণৰ সাজ-পাৰ পিন্ধা ধুন অর্থাৎ অতিৰিক্ত ধুন, the extreme of fashion.

পখিয়া-পখি কৰা—ক্রি, চৰায়ে যুঁজ কৰোঁতে ইটোৱে সিটোৱে ঠোঁটেৰে খুঁটিয়া-খুঁটি কৰি পাখি উঘালে। এতেকে,—জেঁটাপুটি কৰা, to engage in a mutual struggle.

**পঘা খোৱা**—বিণ. চোৰ গৰুৱে একো খাবলৈ নাপালে পঘা ডালকে চোবাই খায়। এতেকে,—নীচ প্ৰকৃতিযুক্ত, **mean and wicked.**

**পচলাত দাঁত ভগা**—ক্ৰি. কলৰ পচলাৰে আঞ্জা খোৱা হয়। কলৰ পচলা কোমল। সি সিজিলে আৰু কোমল হয়। এই স্থলত কোৱা হৈছে, যে তাক খাওঁতেই দাঁত ভাগে। এতেকে,—সমূলি উজু কাৰ্য্য কৰোঁতে অশেষ ক্লেশ পোৱা, to **suffer grievously in doing a trifling act.**

**পছোৱা বতাহৰ লগত লৰা**—বিণ. পছোৱা বতাহ=পশ্চিম ফালৰপৰা অহা বতাহ। এই বতাহ বৰ কোবাল। পছোৱা বতাহক পিছ পেলাই লৰি যোৱা অসম্ভৱ। এতেকে,—কোবাৰু, চোকা, তীখামখৰা, **too fast, exceedingly smart.**

**পঞ্চপ্ৰেত**—বি. যি মানুহৰ ধন-বস্তুলৈ অতিৰিক্ত মায়া-মোহ, সেই মানুহ মৰিলে সম্পত্তি নাপাই প্ৰেত হৈ থাকে বুলি কয়। মানুহৰ শৰীৰ পঞ্চভূতৰ দ্বাৰা নিৰ্ম্মিত। মৰিলে পঞ্চভূত পৈ পঞ্চপ্ৰেত হয়, এনে ভাব বুজোৱা হৈছে। এতেকে,—ধন-বস্তুলৈ অতিৰিক্ত হেঁপাহ থকা মানুহ, মহাকৃপণ, **a very great miser.**

**পটা-পিহা দিয়া**—ক্ৰি. পটাত পিহিলে বস্তু চূৰ্ণীকৃত হয়। এতেকে,—প্ৰহাৰৰ দ্বাৰা চূৰ্ণীকৃত কৰা অৰ্থাৎ বিষম প্ৰহাৰ কৰা, **to reduce to powder, *i. e.* to commit a severe assault.**

**পটুৱা-চিৰা দিয়া**—ক্ৰি. কলৰ পটুৱা যেনেকৈ চিৰে তেনেকৈ চিৰা অৰ্থাৎ উগ্ৰ দণ্ড দিয়া, **to punish severely.**

**পঢ়ি ফলা**—ক্ৰি. সৰু ল'ৰা-ছোৱালীৰ কিতাপ বেগতে ফাটি যায়। এতেকে,—পঢ়া শেষ কৰা ( ব্যঙ্গাৰ্থ ), **to finish one's course of education ( used ironically ).**

**পতং হোৱা**—ক্ৰি. [ পতঙ্গ হোৱা ] ফৰিং উৰি আহি জুইত জাপ দি পৰি মৰে। এতেকে,—অন্ত হোৱা, ডাঙৰ অনিষ্ট হোৱা, **to be done for to be ruined.**

**পতান-ধানেৰে ভঁড়াল ভৰোৱা**—ক্ৰি. ধানেৰে ভঁড়াল ভৰা আছে কিন্তু চাউল উৰি চেঁইবিলাক পতানেৰে ভৰি আছে। এনেকুৱা ধানেৰে ভঁড়াল ভৰাৰ একো লাভ নাই। এতেকে,—অলাগতিয়াল বস্তুৰে চহকী হোৱা, **to be rich with things of no value, to be master of trifles.**

**পতি কৰা**—ক্ৰি. প্ৰতিপাল কৰা, **to nurse.**

পথাৰ ফুৰা—ক্ৰি. গৰুৱে গাইৰ পিছে পিছে পথাৰত খেদি ফুৰি সঙ্গম কৰে। এতেকে,—সঙ্গম কৰা, ( জন্তুত খাটে ), to have sexual intercourse ( said of animals ).

পথাৰৰ মাজৰ মূঢ়া—বি. পথাৰৰ মাজৰ মূঢ়া যেই ফালৰপৰা পোনোৱা হয়, সেই ফালৰপৰা পোন হয়। সেইৰূপে কোনো অস্পষ্ট কাৰ্য্যৰ অৰ্থ যেয়ে যি ধৰণে কৰে সেই ৰকম হয়। এতেকে,—অনেক প্ৰকাৰৰ বেলেগ বেলেগ ব্যাখ্যা দিব পৰা কোনো কথা বা কাৰ্য্য, anything which is susceptible of different interpretations.-

পথালি কোমোৰা—বি. কোনো মানুহৰ বৰকৈ গাবি ধৰিলে তাৰ পথালি জোখ বাঢ়ে। অলঙ্কাৰ-স্বৰূপে কোৱা হৈছে, সেই জোখ বাঢ়ি গৈ দীঘল জোখৰ অলপহে কমত ৰয়গৈ, যাতে দেখিবলৈ কোমোৰাটোৰ নিচিনা হয়। এতেকে, —অতিৰিক্ত গাবাল মানুহ, a disproportionately plump person.

পথালি-চকুৰা মনিছ—বি. [ মনিছ=মনুষ্য। ] দেৱতাসকল থিয়-চকুৰা। সেই হেতুকে তেওঁবিলাকৰ সূক্ষ্ম দৃষ্টি। মানুহবিলাক পথালি-চকুৰা। সেই হেতুকে সিহঁতৰ স্থূল দৃষ্টি। এতেকে,—ভুল-ভ্ৰান্তি যাৰ প্ৰকৃতিগত তেনে মানুহ, ভ্ৰমাত্মক মানুহ, স্থূল বুদ্ধিযুক্ত মানুহ, man who is liable to err.

পদশিলা গোসাঁই—বি. শ্ৰীশঙ্কৰদেৱৰ পদচিহ্ন বৰদোৱা সত্ৰত শিলা হৈ আছে। মহাপুৰুষীয়াসকলে সেই পদশিলাকে গোসাঁই অৰ্থাৎ ঈশ্বৰৰ তুল্য ভক্তি কৰে, the footprint of Sankaradeva preserved in the Bardowa-sattra and worshipped by the disciples of the Mahapurushiya faith.

পদুম-পাতৰ পানী—বি. পদুম-পাতৰ পানী লৰচৰ কৰি থাকে। পাত অলপ কতীয়া হ'লেই পানী বাগৰি পৰে। এতেকে,—কোনো চঞ্চল বা অথিৰ বস্তু, anything which is evanescent in character.

পদূলি-সুঙ্গা—বি. [ সুঙ্গা=অৱস্থাৰ গম-গতি নিৰ্ণয় কৰা। ] পদূলিয়ে পদূলিয়ে অৰ্থাৎ ঘৰে ঘৰে পৰৰ গৃহস্থালি সম্পৰ্কীয় কথা-বতৰাৰ গম-গতি লৈ ফুৰা মানুহ, a too frequent visitor to other people's homes.

পনিয়াল-পিটিকা দিয়া—ক্ৰি. পনিয়াল ফল হাতেৰে বৰকৈ পিটিকা হয়। তেনে কৰিলেহে সি থুলগুলীয়া হৈ খোৱাৰ উপযুক্ত হয়। এতেকে,—বৰকৈ পিটিকা মোচৰা কৰা, to squeeze thoroughly.

পৰ-পালি দিয়া—ক্ৰি. নৰিয়া টান হ'লে পাল বাটি পৰ দিব লাগে। এতেকে,—টানকৈ নৰিয়া পৰা, to be in a precarious condition.

পৰ-পানি দিয়া—বিণ. নৰিয়া টান হ'লে পৰ-পানি দিব লাগে। তেনেকুৱা ৰোগী ৰৰকৈ ক্ষীণায়। এতেকে,—অতি ক্ষীণ, too weak.

পৰত কৰিলে ঘৰত মিলা—ক্রি. পৰত কোনো অপকাৰ কৰিলে নিজৰ ঘৰত তদনুৰূপ অপকাৰ হোৱা, the happening of evil to some one as family similar to the evil which has been caused by him to some one else of another family.

পৰৰ পালে জ্বৰৰ গাৰে খোৱা—ক্রি. গাত জ্বৰ থাকিলে আহাৰ কৰাটো নিষিদ্ধ। কিন্তু পৰে যদি আহাৰ যোগায়, তেন্তে জ্বৰৰ গাৰেও তাক খাবলৈ সঙ্কোচ কৰা নহয়, এই ভাব বুজোৱা হৈছে। এতেকে,—পৰৰ ধন ব্যয় কৰিবলৈ অলপো সঙ্কোচ নকৰা, to spend another's money with a light heart.

পৰৰ মূৰত খোৱা, ভটীয়া নাৱত যোৱা—ক্রি. ভটীয়া নাৱত গ'লে নাও বাবলৈ যত্ন কৰিব নালাগে, সোঁতে নাও এনেই উটাই লৈ যায়। পৰৰ মূৰত অৰ্থাৎ পৰৰ উপাৰ্জ্জনৰ ওপৰত খালেও সেইৰূপে যত্নৰ আৱশ্যকতা নাথাকে। 'পৰৰ মূৰত খোৱা' আৰু 'ভটীয়া নাওত যোৱা' এই দুই কাৰ্য্য সমানে সুখকৰ, এই ভাব বুজোৱা হৈছে। এতেকে,—পৰৰ উপাৰ্জ্জনৰ ওপৰত সুখ-স্বচ্ছন্দভাবে জীৱন-যাত্ৰা নিৰ্ব্বাহ কৰা, to lead an easy comfortable life at the expense of another.

পৰদেশত মৰ-ভেশ ধৰা—ক্রি. পৰৰ দেশত মৰাৰ ভেশ ধৰি থকা অৰ্থাৎ কাৰো সৈতে দন্দ-কাজিয়া নপতা, to live in amity with every one in a foreign land.

পৰ্কিতি লৰা—ক্রি. [ প্ৰকৃতি লৰা ] প্ৰকৃতি লৰ হোৱা, স্বভাৱ বিকৃত হোৱা, to be changed for the worse in nature, temperament, or character.

পৰ্ব্বতত কাছ-কণী বিচৰা—ক্রি. পৰ্ব্বতত কাছ-কণী নাথাকে, নৈৰ বালিতহে তাক পোৱা যায়। এতেকে,—যি বস্তু য'ত পোৱা নাযায় সেই বস্তু তাত বিচৰা, to look for a thing in a place where it can never exist.

পৰ্ব্বতে-পাৰতে—ক্রি-বিণ. [ পৰ্বতে-পাষাণে ] হাবিয়ে-বননিয়ে, য'তে ত'তে, in hills and dales, any where and everywhere.

পৰাই-নোৱাৰাই—ক্রি-বিণ. আধা পাৰে, আধা নোৱাৰে, এনেভাৱে, অসম্পূৰ্ণ দক্ষতাৰে, with imperfect efficiency.

পৰালি পৰা—ক্রি. [ পৰাল পৰা] ধান এৰেলি বনা শেষ হ'লে এপৰাল পৰা বোলে। এতেকে,—শেষ হোৱা অৰ্থাৎ সৰ্ব্বনাশ হোৱা, to be done for.

পৰি মৰা—বিশ. পৰি তেতিয়াই মৰে অৰ্থাৎ যেই মুহূৰ্ত্তত পৰে সেই মুহূৰ্ত্তত মৰে, এই ভাব বুজোৱা হৈছে। এতেকে,—অলপ-ধতুৰা, frail, infirm, wanting in stamina.

পকৰাই পোৱা—ক্রি. পকৰা এবিধ অপদেৱী। পকৰাই পালে বাটকৰা মানুহে বাট হেৰুৱায়। এতেকে,—বাট হেৰুওৱা, কোনো বিষয়ত উৱাদিহ ধৰিব নোৱাৰা, to lose one's way ; to be confused, confounded, bewildered.

পলাই পত্রং দিয়া—ক্রি. [ পলাই পতঙ্গ দিয়া ] পলাই পতঙ্গ অৰ্থাৎ ফৰিঙৰ দৰে উৰি যোৱা, পলাই যৰা, to scamper off.

পলাই ফ'াট মৰা—ক্রি. [ ফ'াট মৰা=ফ'াটত লুকুৱা। ] পূৰ্ব্বকালত সীতাদেৱীয়ে পৃথিৱীৰ ফ'াটত লুকাইছিল। সেই কথাৰপৰা এই বাক্যৰ সৃষ্টি হৈছে। এতেকে,—যাতে সহজে বিচাৰি পোৱা নাযায় এনেভাৱে লুকুৱা, to decamp, to scamper off.

'পলায় বাসৱ পাছু নচাই' অৱস্থা পোৱা—ক্রি. [ বাসৱ=ইন্দ্ৰ। ] অসুৰৰ যুদ্ধত ইন্দ্ৰ ঘাটি পলাই ইমান বেগেৰে লৰিছিল যে, পিছলৈ উভতি চাবলৈ তেওঁ সময় পোৱা নাছিল। এতেকে,—ভয়ত বিহ্বল হোৱা, to flee for life, to be beside oneself in fear.

পলুৱে মুখেৰে সূতা কাটি মৰা—ক্রি. পলুৱে সূতা কাটি মহুৰা বান্ধি তাৰ ভিতৰতে মৰি লেটা হয়। এতেকে,—নিজ কাৰ্য্যৰ দ্বাৰা নিজে মৰা, to fall a victim to one's own indiscretions.

পহু খেদা দিয়া—ক্রি. পহুৱে অতি বেগেৰে লৰিব পাৰে। তাক পোনকৈ খেদি ধৰা টান। বহু মানুহে চাৰিওফালে আগ ভেটি থাকে ; আৰু তেতিয়া কুকুৰ লগাই দিয়া হয়। পহুৱে যেনি যাব খোজে, তেনিয়ে বাধা পায়। এইৰূপে লৰা-ধপৰা কৰি শেষত সি ভাগৰি পৰে। তেতিয়া মানুহে ওচৰ চাপি তাক সহজে ধৰিব পাৰে। এতেকে,—কোনো নিৰ্দ্দিষ্ট সীমাৰ ভিতৰত খেদা-খেদি কৰি ভাগৰুৱাই ধৰা পেলোৱা, to compel an enemy to submit from sheer exhaustion by being chased within a circumscribed limit.

পাক লগা—ক্রি. জৰীৰ যেনেকৈ পাক লাগে, মানুহবো সেইৰূপে পাক অৰ্থাৎ জেঙা লাগে। এতেকে,—জেঙা লগা, লেঠা লগা, to be entangled, to be embarrassed, to be put to inconvenience.

পাকতে ঘূৰা—ক্রি. ইমান বেগেৰে লৰি ফুৰি কাৰ্য্য কৰে যে মানুহজনে ঠাইতে গাটো পাক মাৰি ঘূৰে। এতেকে,—বেগা-বেগিকৈ কাৰ্য্য কৰা, to work in hot haste.

পাক-পানী কৰা—ক্রি. আঞ্জাত পাচলি দি বহু পৰ পাক কৰি থাকিলে সি পানী হৈ যায়। এতেকে,—কোনো কাৰ্য্য সিজাই পানী কৰা অৰ্থাৎ সম্পূৰ্ণৰূপে নিজৰ আয়ত্তলৈ অনা, to bring anything under perfect control.

পাখি-ভগা শগুণ—বি. [ পাখি=ডেউকা। ] শগুণবিলাক দেখিবলৈ জধলা। যেতিয়া কোনো শগুণৰ ডেউকা ভাগে, তেতিয়া সি আৰু জধলা হয়। এতেকে,—অতিপাত জধলা মানুহ, a very dirty person.

পাখিৰ আঁৰত থকা—ক্রি. কুকুৰা আদি চৰায়ে ডেউকাৰ পাখিৰ আঁৰত পোৱালিক সুমাই ৰাখি থাকে। এতেকে,—পৰৰ আশ্ৰয়ত থকা, to live under the fostering care.

পাগৰ বাহিৰ হোৱা—ক্রি. [ পাকৰ বাহিৰ হোৱা। ] তিৰোতা মানুহে ভাত ৰান্ধে, কিন্তু যেতিয়া ঋতু হয়, তেতিয়া ভাত ৰান্ধিব নোৱাৰে। এতেকে,—ঋতুমতী হোৱা, to be affected with menstruation.

পাং পতা— ক্রি. [ পেং পতা ] মানুহৰ ভৰিৰ তলুৱাত ফুটিবৰ নিমিত্তে মাটিত নেদেখাকৈ পেং পাতি থোৱা হয়। এতেকে,— ষড়যন্ত্ৰ কৰা, to lay a plot, to machinate.

পাটী-মৰণেৰে মৰা— ক্রি. [ পাটী=চাৰিপাটী। ] চাৰিপাটীত হোৱা মৰণেৰে মৰা অৰ্থাৎ নিজ ঘৰত চাৰিপাটীৰ ওপৰত শুই মৰা; স্বাভাৱিক মৃত্যু পোৱা, to die a natural death.

পাটীৰ তিৰোতা—বি. একেলগে চাৰি-পাটীত শোৱা তিৰোতা, বিবাহিতা ঘৈণীয়েক, a bed-companion, a married wife.

পাত-কটা দাঁড়— বি. দীঘল দাঁড়ৰ আগত কটাৰি লগাই কল-গছৰ পাত কটা হয়। এতেকে,— গা-গাৰি নাইকিয়া দীঘল ডাঙৰ মানুহ, লেংপেঙীয়া মানুহ, a tall but lean person, a disproportionately tall person.

পাত পাতি ভাত নোপোৱা— বিণ. ভাত খাবলৈ পাত পাৰি বহি থাকে, কিন্তু ভাত নাপায়। এতেকে, — নিমাখিত, দুৰ্ভগীয়া, indigent, unfortunate.

পাতক পত্র ভাতক ভত্র বোলা— ক্রি. সামান্য সংস্কৃত বিদ্যা শিকি কোনো মানুহে শিক্ষিতাভিমানী হৈ ফুৰিছিল। ভাত শব্দ চহা বিবেচনা কৰি ভাত নুবুলি তেওঁ ‘ভত্র’ বুলিছিল। ‘পাত’ৰ সংস্কৃত ‘পত্র’ এই সূত্র ভুলকৈ ধৰি ভাতৰ সংস্কৃত ‘ভত্র’ শব্দ উলিয়াইছিল। দৰাচলতে ভাতৰ সংস্কৃত ‘ভক্ত’। এতেকে,— অল্পশিক্ষিত মানুহে শিক্ষাৰ গৌৰৱ কৰি ফুৰা, to make a vain display of a smattering of knowledge.

পাতি দিয়াক খোৱোৱা-- ক্রি. যিজনী গায়ে গাটো পাতি দিয়ে অর্থাৎ থিৰ হৈ থাকে, তাইক খোৱোৱা হয়। কিন্তু যিজনী গায়ে দুপ্‌দুপাই থাকে আৰু লথিয়ায়, তাইক কোনোৱে নিখোৱায়। এই স্থলত, সেও হৈ দিয়া মানুহক পাতি দিয়া গাইৰে তুলনা কৰা হৈছে। এতেকে,— সেও হৈ দিয়া মানুহৰ পৰা ধন বস্তু চুঁচি নিয়া, to extort things from a person who is found to be yielding in nature

পানী কৰি বুজোৱা— ক্রি. টান ভাঙ্গি পানীৰ নিচিনা তৰল কৰি বুজায় বোলা হৈছে। এতেকে,— অতি ভালকৈ বুজোৱা, to explain perfectly well.

পানী তলৰ কাঁইট— বি. পানীৰ তলত কাঁইট থাকিলে মানুহে তাক দেখিবলৈ নেপায়। পানীত খোজ কাঢ়োঁতে কাঁইটত লাগি ভৰি ফুটে। কাঁইটক বিপদেৰে তুলনা কৰা হৈছে। এতেকে,— নেদেখা-নজনা বিপদ, an unsuspected danger.

পানী নসৰকা— বিণ. লোটা-কলহৰ ফুটা থাকিলে পানী সৰকে। এতেকে,— ফুটা নাইকীয়া অর্থাৎ নিসন্ধীয়া, অটুট, কৃপণ, impervious, tight, close-fisted.

পানী পানী কৰি শিকোৱা— ক্রি. কোনো কথা টান হ'লে বুজিব নোৱাৰি, কিন্তু সেই কথা ভাঙ্গি ঢিলা কৰি শিকালে বুজিব পৰা যায়। এই স্থলত ইমান ঢিলা কৰি দিয়া হৈছে বোলা হৈছে যে সি পানীৰ নিচিনা হৈছে। এতেকে,— ভালকৈ শিকোৱা। তাৰপৰা বহু প্ৰকাৰৰ অত্যাচাৰ কৰা, নানা বিধৰ আহুকাল কৰা, to teach soundly ; hence, to oppress in manifold ways, to harass in diverse ways.

পানী-পেটা ল'ৰা— বি. পানীৰে পেট-ভৰা ল'ৰা, পনীয়া অর্থাৎ জুলীয়া আহাৰৰ দ্বাৰা জীয়াই থকা ল'ৰা, নিচেই কেঁচুৱা ল'ৰা, a little babe.

পানী বঢ়া দি বঢ়া— ক্রি. বাঢ়নী পানী লাহে লাহে নাবাঢ়ি তৎক্ষণাৎ বাঢ়ি আহে। মানুহৰ ধন-সম্পত্তি বাঢ়নী পানীৰে তুলনা কৰা হৈছে। এতেকে,— অতি শীঘ্ৰে উন্নতি লাভ কৰা, to attain material prosperity in no time.

পানীত হাঁহ নচৰা— ক্রি. ডাঙৰ বিপদ হ'লে মানুহ নালাগে পশু-পক্ষীও দেখি ভৱধ লাগে। এই স্থলত কোৱা হৈছে যে, পানীত চৰি ফুৰা হাঁহেও চৰিবলৈ এৰি ৰ লাগি থাকে। এনেকুৱা দৃশ্যত জ্ঞানহীন পক্ষীৰ হৃদয়তো আঘাত লাগি সি আহাৰ বিচাৰিবলৈ এৰি দিয়ে। এতেকে,— অতিকৈ ডাঙৰ বিপদ হোৱা, the happening of the greatest calamity.

পানীয়ে মৰা বাও— বি. বাও ধান দ মাটিত বোৱা হয়। নৈ বাঢ়িলে বানপানীয়ে ধান মাৰি নিয়ে। এতেকে,— সহজে যাক নষ্ট কৰিব পৰা যায় তেনে মানুহ; অলপ-ধতুৱা মানুহ, a weak and imbecile person.

পানীৰ ঔ-টেঙ্গা— বি. পানীৰ ঢৌ উঠি ঔ-টেঙ্গাৰ নিচিনা আকাৰ হয়। এতেকে,— অপ্রকৃত কথা বা কার্য্য, anything unsubstantial.

পানীৰ মাছ— বি. জালেৰে পানীৰ মাছ ধৰা হয়। জালত সোমালে মাছ ধৰা পৰে, নোসোমালে সাৰি যায়। কোনো মাছ ধৰিব পৰা যাব বুলি নিশ্চিতৰূপে ক'ব পৰা নাযায়। এতেকে,— অনিশ্চিত ফল, uncertain result.

পানীৰ মিঠৈ— বি. মিঠৈ পিঠাত পানী মিহলাই সজা হয়। পিঠা নহ'লে অকল পানীৰে মিঠৈ সাজিব পৰা নাযায়। এতেকে,— সাৰ-বস্তুহীন কথা বা কার্য্য, anything unsubstantial.

পাপৰ পৰাচিত— বি. পাপ কার্য্য কৰিলে হিন্দুৱে পৰাচিত হ'ব লাগে। পৰাচিত হওঁতে ধন ব্যয় হয়। এতেকে,— দুষ্কার্য্যৰ ফল-স্বৰূপে উৎপন্ন অনিষ্ট, a penalty for wrong-doing.

পাপীৰ মন পিঠাত থকা— ক্রি. সবাহত প্রসাদৰ পিঠা থাপনাৰ গুৰিতে থোৱা হয়। ধর্ম্মিষ্ঠ মানুহে থাপনালৈ মন কৰি নাম গায়। পাপী মানুহে হাতেৰে চাপৰি বজায়, কিন্তু মনেৰে পিঠা খায় অর্থাৎ নাম যাতে সোনকালে ভাগি পিঠা বিলাই দিয়া হয়, সি সেই কথা মাথোন ভাবি থাকে। এতেকে,— সজ লোকৰ সঙ্গতো দুষ্ট মানুহৰ বেয়া কথালৈ মন থকা, the turning of the mind of a wicked person towards evil in any circumstance.

পাৰতে গজোৱা— ক্রি. কেঁচা বাঁহ মাটিত পেলাই থ'লে তাৰপৰা গজালি ওলায়। কিন্তু গাঁঠিৰপৰাহে গজালি ওলায়, পাৰৰপৰা নোলায়। এতেকে,— মূল নোহোৱাকৈ কোনো কথাৰ উত্তৰ কৰা, to make a statement having no foundation in fact.

পাৰ-যুৰীয়া মানুহ— বি. পাৰ চৰাইৰ দম্পতী-প্রণয় আদর্শনীয়। সিহঁতে যোৰ ভাঙ্গি কেতিয়াও থাকিব নোৱাৰে। এতেকে,— আদর্শ প্রণয়ী-প্রণয়িণীযুগল, a pair of true lovers.

পাৰ পালে ইপাৰ হোৱা, পাৰ পালে সিপাৰ হোৱা— ক্রি. নাও বাই লৈ যাওঁতে নৈৰ ইটো পাৰ ওচৰ হ'লে ইটো পাৰে উঠা হয়, সিটো পাৰ ওচৰ হ লে সিটো পাৰে উঠা হয় বোলা হৈছে। এতেকে,—সুবিধা বুজি মতৰ পৰিবৰ্ত্তন কৰা, to change sides according to expediency.

পালি পালি কৰি শিকোৱা—ক্রি. এবাৰত যি কাৰ্য্য কৰা হয়, তাক পালি বোলে। এই শব্দ 'পৰ' ( প্ৰহৰ ) শব্দৰপৰা ওলাইছে। এতেকে,—পৰে পৰে আমনি কৰা, বহু প্ৰকাৰে আহুকাল কৰা, to annoy too frequently, to harass in diverse ways.

পাৰে পৰি নমস্কাৰ—বি. ভৰিত ধৰি নমস্কাৰ অৰ্থাৎ সম্পূৰ্ণ বশ্যতা-স্বীকাৰ, unconditional submission.

পাহৰা গুটি খোৱা—ক্রি. খৃষ্টিয়ানবিলাকৰ মতে মানুহৰ আদি-পুৰুষ আদম আছিল। প্ৰথমতে তেওঁ মায়াৰ বহিভূ'ত আছিল। ঈশ্বৰে জ্ঞানৰ গছ এজোপা সৃজন কৰি আদমক তাৰ গুটি খাবলৈ হাক দিলে। আদমে লোভ সামৰিব নোৱাৰি যেতিয়া গুটি খালে, তেতিয়া নিজৰ প্ৰকৃত নিৰ্ম্মল অৱস্থা পাহৰি মায়া-জড়িত হ'ল। এতেকে,—কোনো কথা সমূলি পাহৰি যোৱা, to forget anything entirely.

পিঁয়াপি দিয়া—ক্রি. বহু মানুহে প্ৰত্যেকে বেলেগ বেলেগ পোনে পিঁপিঁয়াই ফুৰা, বহু মানুহে চাৰিওফালে বেমেজালি হৈ যোৱা, to scatter about on all sides.

পিশাচে পোৱা—ক্রি. পিশাচে পালে মানুহে বে-ঠিকভাৱে কাম কৰে। এতেকে,—হিছাপ নোহোৱাকৈ কাম কৰা, হাবি-জাবি কাম কৰা, অৰ্থশূন্য কামত লিপ্ত থকা, to act nonsensically.

পিছ লগা—ক্রি. [ মৰাৰ পিছ লগা ] পিছতে মৰা, to die after another. to follow another in death

পিটিকাত চাৰিগুণ লোণ খোৱা—ক্রি. কোনো লোকে লোণ ঢুকাব বুলি তাক আঞ্জাত নাখায়। আলু, কচু, বেঙেনা আদি বস্তু পুৰি কোষত পিটিকা কৰি লোণ নোহোৱা আঞ্জাৰে ভাত খায়। এই স্থলত পিটিকা ইমান বেছি হয় বুলি কোৱা হৈছে, যে তাত যিখিনি লোণ সনা হয়, সেইখিনি লোণ আঞ্জাৰ লোণৰ চাৰিগুণ হৈ পৰে। এতেকে,—কৃপণৰ অযথা বহুব্যয় হোৱা, the wasting of a great deal of money in small and unnecessary matters as a miser does, spending nothing at all in matters which are really important and useful.

পিঠা হোৱা—ক্রি· গুৰি হোৱা, ধ্বংস হোৱা, to be ruined completely.

পিঠি খজুওৱা—ক্রি. শৰীৰৰ কোনো অংশ খজুৱালে ঢকা মাৰি তেজ চলাই দিলে খজুৱতি শাম কাটে। এতেকে,—মাৰ-কিল খাবলৈ উদ্যোগ কৰা, দণ্ড পাব লগীয়া কাৰ্য্য কৰিবলৈ আগবঢ়া, to prepare to receive a beating, *i.e.*, to be about to do wrongful act.

পিঠি ছিঙা—ক্রি. [ কোবাই পিঠি ছিঙা ] বৰকৈ কোবোৱা, to beat soundly.

পিঠি দিয়া—ক্রি. কোনো মানুহৰ ফালে পিঠি দিলে দৃষ্টি অৰ্থাৎ অনুগ্ৰহৰ দৃষ্টি সেই ফালৰপৰা আঁতৰি আনফালে পৰে। এতেকে,—বিমুখ হোৱা, অৱহেলা কৰা, to withhold favour, to neglect.

পিঠিত ঢকুৱা বন্ধা—ক্রি. অপৰাধীয়ে পিঠিত ঢকুৱা বান্ধি তাৰ ওপৰত সাজ-পাৰ পিন্ধি যায়। দণ্ডৰ বাবে যেতিয়া পিঠিত উধাই-মুধাই কোবোৱা হয়, তেতিয়া সেই কোব ঢকুৱাৰ ওপৰত পৰাৰ নিমিত্তে অপৰাধীয়ে অনায়াসে প্ৰহাৰ সহ্য কৰিব পাৰে। এতেকে,—বিষম প্ৰহাৰ সহ্য কৰিবৰ নিমিত্তে সাজু হোৱা, to be prepared to receive a sound beating.

পিঠিত তেল ঘঁহা—ক্রি. তেল ঘঁহিলে পিঠি পিছল হয়। তেনেকুৱা পিঠিত কোবালে কোব পিছলি যায় আৰু কষ্ট কম হয়। এই স্থলত বুজোৱা হৈছে, যে প্ৰহাৰৰ কষ্ট লাঘৱৰ অৰ্থে আগেয়ে পিঠিত তেল ঘঁহি থোৱা হয়। এতেকে,—প্ৰহাৰ শাস্তি ল'বৰ নিমিত্তে সাজু হোৱা, to be prepared to receive punishment.

পিঠিত বাবৰি ফুল বচা—ক্রি. পিঠিত উৰাই-ঘূৰাই কোবালে বাবৰি ফুলৰ নিচিনা সাঁচ বহে। এতেকে,—উৰাই-ঘূৰাই কোবোৱা, to beat severely.

পিঠিত বাইডাং ফলা—ক্রি. ]পিঠিত কোবাই বাইডাং ফলা] উধাই-মুধাই কোবোৱা, to belabour mercilessly.

পিঠিত হাত ফুৰোৱা—ক্রি. "গাত হাত ফুৰোৱা" চোৱা।

পিলিকা বন—বি. পিলিকি কৰি থকা বন, লাহে লাহে কৰিব পৰা বন, a tedious work.

পিহি ফোট লোৱা—ক্রি. মন্ত্ৰ মাতি কোনো বস্তু পটাত পিহি গুৰি কৰি কপালত ফোঁট লোৱা হয়। এতেকে,—কোনো বস্তু বা কাৰ্য্য স্বাৰ্থ-সিদ্ধিৰ বিশিষ্ট সহায়তা কৰা, কোনো বস্তু বা কাৰ্য্য বিশিষ্টভাৱে লাগতিয়াল হোৱা (ব্যঙ্গাৰ্থ), to cause a thing to be useful in an excellent manner ( used) ironically ).

পুখুৰিত বিহ দিয়া—ক্রি. পানী জীৱন-ৰক্ষাৰ প্ৰধান বস্তু। পানীৰ সম্পৰ্কে শত্ৰুতা ডাঙৰ শত্ৰুতা বুলি গণ্য হয়। পুখুৰিৰ পানীৰে ভাত ৰান্ধি ঘৰৰ সকলো মানুহে খায়। সেই পানীত যদি বিহ দিয়া হয়, তেনেহ'লে গোটেই ঘৰ মানুহ মৰিবৰ আশঙ্কা থাকে। এতেকে,—ঘোৰ শত্ৰুতাচৰণ কৰা, to do an extremely hostile act.

পুতলা নচুউৱা—ক্রি. মানুহে পুতলাক যেনেকৈ নচুৱায়, পুতলাই সেইৰূপে নাচে। পুতলাই নিজে নাচিব পৰা শক্তি নাই। এতেকে,—কোনো মানুহক পুতলাৰ দৰে নচুউৱা অৰ্থাৎ সম্পূৰ্ণ নিজৰ আয়ত্তলৈ আনি নিজৰ মতেৰে তাৰ হতুৱাই কাৰ্য্য কৰোৱা, to cause one to dance at bidding, to get a thing done slavigsly according to the wishes of the doer.

পুলি-পোখা উঘলা—ক্রি. কোনো গছ পুলি আৰু পোখাৰে সৈতে উঘালিলে তাৰ সঁচ নষ্ট হৈ যায়। এতেকে,—সবংশে নষ্ট কৰা, to ruin a person with his whole family.

পুৱা হ'লে নাও মেলি যোৱা—ক্রি. নাৱৰীয়া মানুহে ৰাতিটো কোনো ঠাইত থাকি পুৱা হ'লেই নাও মেলি যায়গৈ। সেয়ে হ'লে কোনোৱে তাক লগ নাপায়, আৰু সি কেনি গ'ল, তাকো কোনেও ক'ব নোৱাৰে। এতেকে,—কোনো ঠাইত অস্থায়ীভাৱে থাকি সেই ঠাইতে সৰ্ব্ব প্ৰকাৰৰ সম্বন্ধ ছিঙি নিৰুদ্দেশ হোৱা, to reside temporarily in a place and then to leave it for good without the least cnance of being traced out subsequently.

পূতনা ৰাক্ষসী—বি. শ্ৰীকৃষ্ণ কেঁচুৱা ল'ৰা হৈ থাকোঁতে কংসই তেওঁক বিষ-স্তন পিয়াই মাৰিবৰ নিমিত্তে পূতনাক পঠাইছিল। পূতনা মোহিনী বেশেৰে আহি শ্ৰীকৃষ্ণক স্তন্য দিছিল। শ্ৰীকৃষ্ণে স্তন্যৰ লগতে সৰ্ব্ব শৰীৰৰ তেজ শোষণ কৰি পূতনাৰ প্ৰাণ হৰণ ক'ৰে। মৰিবৰ সময়ত পূতনাই ভয়ঙ্কৰ ৰাক্ষসীৰ মূৰ্ত্তি ধৰি প্ৰাণ এৰিলে। এতেকে,—বাহিৰে মোহিনী ভিতৰে ৰাক্ষসী এনে তিৰোতা; দুৰন্ত স্বভাৱৰ সুন্দৰী তিৰোতা, a good-looking woman with fiendish character.

পূবৰ বেলি পছিমে ওলোৱা—ক্রি. পূবফালে উদিত হ'ব লগীয়া সূৰ্য্য পছিমফালে উদিত হোৱা অৰ্থাৎ অসম্ভৱ ঘটনা সম্ভৱ হোৱা, the happening of the imposible.

পূৰ্ণহতীয়া মাৰ—বি. হাতেৰে পূৰ্ণভাৱে টোকোন দাঙ্গি মৰা মাৰ, ডাঙৰ প্ৰহাৰ, a severe blow.

পূৰ্ণিমাৰ জোন—বি. পূৰ্ণিমাৰ জোন অতি শুৱনী। এতেকে,—অতি শুৱনী মানুহ, a perfectly beautiful person.

পূৰ্ব্ব-শত্ৰু মনে জ্বানি—ক্ৰি-বিণ. পূৰ্ব্ব-কালত মহাদেৱে কামদেৱক ভষ্ম কৰিছিল। পৰবৰ্ত্তী কালত মহাদেৱে মোহিনীক দেখি যেতিয়া উন্মত্ত হৈছিল সেই সময়তে ছল চাই কামদেৱে মহাদেৱলৈ কাম-বাণ-মাৰি 'পূৰ্ব্বশত্ৰু মনে জানি' শত্ৰুতাচৰণ কৰিছিল। এই বাক্য শ্ৰীশঙ্কৰদেৱৰ 'কীৰ্ত্তন' পুথিত পোৱা যায়। এতেকে,—প্ৰতিশোধ ল'বৰ নিমিত্তে, revengefully.

পৃথিৱী সাত ফাল কৰা—ক্ৰি. পৃথিৱী লৰিলে ফাটে। ৰবকৈ ধুম ধুপাল কৰি ফুৰিলে ভৰিৰ খোজত মাটি লৰি যায়। এই স্থলত, পৃথিৱী ফাটি সাতডোখৰ হৈছে বোলা হৈছে। এতেকে,—আতপাত ধুম-ধুপাল কৰা, to lead a boisterous life.

পেঁপা বলি অহা—ক্ৰি. গছৰ পুলি বলি অৰ্থাৎ দাঘল হৈ পেঁপাৰ নিচিনাকৈ বাঢ়ি যায়। এতেকে,—জীৱনৰ প্ৰথমাৱস্থা আৰম্ভ হোৱা, to be in the first stage of life.

পেট কামোৰা মানুহ মাটিতো বাগৰা, পাটীতো বাগৰা—ক্ৰি. ৰবকৈ পেট কামুৰিলে মানুহ বিতত হয়। সি কেতিয়াবা ঢাৰি-পাটীত গৰম কাপোৰৰ ওপৰত পেট পেলাই থাকে, আৰু কেতিয়াবা চেঁচা মাটিত পেট পেলাই থাকে। এতেকে,—বিপদগ্ৰস্ত মানুহে অধৈৰ্য্য হৈ অলাগতিয়াল কাৰ্য্য কৰি ফুৰা, to be comfounded under stress of a great danger.

পেট-কুলি—বি. কুলি-পোৱালি দেখিবলৈ কাউৰী-পোৱালিৰ নিচিনা। কুলি-পোৱালিয়ে বাহিৰত অজলা ভাব দেখুৱাই কাউৰীৰ বাহত ডাঙৰ-দীঘল হয়। কেতিয়া উৰণীয়া হ'ব পাৰে, সেই কথা মাথোন সি সদায় পেটে পেটে ভাবি থাকে, উৰণীয়া হোৱা মাত্ৰেই এদিন উৰি পলাই যায়। তেতিয়াহে কাউৰীয়ে বুজিব পাৰে যে তাই কুলিৰ পোৱালিকহে ইমান দিন নিজৰ পোৱালি বুলি পুহি আছিল। এতেকে,—বাহিৰে অজলা কিন্তু ভিতৰে টেঙৰ মানুহ, a person who is outwardly simple but inwardly cunning.

পেট গেৰেও-গেঁথেও লগা—ক্ৰি. [পেট গেৰেলা-গেঁঠেলা লগা] অতিৰিক্ত ভোজন হ'লে পেটটো গেৰেলা আৰু গেঁঠেলা হয়। এতেকে,—অতিৰিক্ত ভোজনত ভোজনত পেটৰ অসুখ হোৱা, to feel uncomfortable by over-eating.

পেট দিয়া—পেটৰ কথা জানিবলৈ দিয়া, বিশ্বাসী কথা কোৱা, to unbosom a secret, to disclose a confidential matter.

পেট-পূজা কৰা—দেৱতাক দিনে দিনে খাদ্য বস্তু দি পূজা কৰিব লাগে। পেটকো দিনে দিনে খাদ্য বস্তু দিব লাগে। এই সাদৃশ্যৰ নিমিত্তে পেটতো এজনা দেৱতা আছে বুলি কল্পনা কৰি লোৱা হৈছে। এতেকে,—ভোজন কৰা, to eat food.

পেট পেলাই খোৱা—ক্রি. খকুৱা মানুহে খাই খাই পেটৰ ভৰত ব'ব নোৱাৰি দীঘল হৈ পৰি খাবলৈ ধৰে। এতেকে,—অতিৰিক্ত পৰিমাণে খোৱা, to eat excessively.

পেট বোৱা—ক্রি. অধিককৈ শৌচাচাৰ হোৱা, the loosening of bowels.

পেট মৰা—ক্রি. খোৱাৰ কষ্টত পেট শুকুওৱা, অনাহাৰত বা অল্পাহাৰত কষ্ট পোৱা, to be run down by total or partial abstinence from food.

পেট মোচা ল'ৰা—বি. ঠাই মুচি আনিলে যেনেকৈ ঠাই পৰিষ্কাৰ হয়, পেট মুচি আনিলে তেনেকৈ পেট পৰিষ্কাৰ অৰ্থাৎ গৰ্ভত ভৱিষ্যতে ল'ৰা সাঁচিব পৰা বস্তু একো নথকা হয়। এতেকে,—নুমলীয়া ল'ৰা, the youngest and last child.

পেট ৰোৱা—ক্রি. শৌচাচাৰ বন্ধ হোৱা, the stopping of evacuations of bowels.

পেট হোৱা—ক্রি. [ পেট ডাঙৰ হোৱা ] গৰ্ভ হোৱা, to become pregnant.

পেটত সঁচা—ক্রি. গৰ্ভত সন্তানৰ সঁচ হোৱা, to have a foetus formed in the womb, to conceive.

পেটত কিৰা ওলোৱা—বি. গৰ্ভ-নাবেঙ্গা ৰোগ (এই ৰোগৰ নাম মানুহৰ আগত ক'ব নাপায় বাবে 'কিৰা' বুলি কোৱা হয়), an abscess in the intestines.

পেটত দেও সোমোৱা—ক্রি. পেটত দেও সোমালে মানুহৰ খক প্ৰবল হয়। এতেকে,—অতিপাত খক লগা, to feel hungry acutely.

পেটত ধৰা—ক্রি. [ ধৰা=টানকৈ ধৰা, খোঁচা-বিন্ধা কৰা। ] অজীৰ্ণ হ'লে পেটৰ ভিতৰত খোঁচা-বিন্ধা কৰে। এতেকে,—অজীৰ্ণ হোৱা, the occurring of indigestion.

পেটত ক্ষুৰ—বি. অন্তৰত অস্ত্ৰ অৰ্থাৎ শত্ৰু-ভাৱ, covert enmity.

পেটত হাত-ভৰি লুকোৱা—ক্রি. ভয়ত মানুহে কুঁচি মূচি থাকে। ভয় বেছি হ'লে হাত দুখন আৰু ভৰি দুটা কোঁচাই আনি পেটৰ ওপৰত লগাই থৈ মূৰটো গোজ মাৰি ইমান সৰু হৈ থাকে যে শত্রুৱে সহজে হাত আৰু ভৰি দেখা নাপায়। হাত-ভৰি লুকাই থাকিলে মানুহটো কিবা এটা ঘূৰণীয়া বস্তুৰ নিচিনা দেখি, শত্রু আঁতৰৰপৰা উভতি যায়। এতেকে,—বৰকৈ ভয় পোৱা, to be terror-stricken.

পেটৰ খজুৱতি মৰা—ক্রি. খজুৱতি উঠিলে খজুৱালে গা শাঁত লাগে। ভোক-লাগিলে কিবাকিবি খালে পেট শাঁত লাগে। এতেকে,—কিবাকিবি খাই পেটৰ কলমলনি গুচোৱা, to mitigate the sharpness of appetite by eating something.

পেটৰ পোৱালি—বি. [পেটৰপৰা ওলোৱা পোৱালি,] মাকে গর্ভ-ধাৰণ কৰি সন্তান প্রসৱ কৰে বাবে সেই সন্তান নিজৰ প্রাণৰ তুল্য হয়। এতেকে,— প্রাণৰ তুল্য মৰমৰ ল'ৰা-ছোৱালী, a dearly beloved child.

পেটৰ পোৱালি ছিৰা—ক্রি. পেট ছিৰি পোৱালি উলিওৱা অর্থাৎ গর্ভ ফালি গর্ভস্থ সন্তান বাজ কৰা, to take out the fœtus from the womb by disembowelling a woman.

পেটে পেটে— ক্রি. বিণ. পেটৰ ভিতৰতে, নিজৰ মনতে, within oneself, inwardly, secretly.

পেটে-ভাতে খোৱা— ক্রি. [পেটত ভাতে জোৰাই খোৱা] ভাতে নিজৰ পেটলৈ মাথোন জোৰে, আনক দিবলৈ নোজোৰে, এই ভাব বুজোৱা হৈছে। এতেকে,— কোনোমতে নিজৰ ভৰণ পোষণৰ জোখাৰে উপার্জ্জন কৰি জীৱন-যাত্রা নির্ব্বাহ কৰা, to be self-supporting.

পেটে-মুখে সমান— বিণ. পেটত যি কথা থাকে, মুখতো সেই কথা ওলায়। এতেকে,— অন্তৰ আৰু বাহিৰ সমান, সৰল, outspoken, straightforward.

পেটুৱা মহাদেৱ— বি. মহাদেৱ থুলন্তৰ পুৰুষ আছিল। তেওঁৰ হাত-ভৰি মঙহাল আৰু পেট লমলমীয়া আছিল। এতেকে,— ডাঙৰ পেটৰ মানুহ, a big-bellied man.

পেম ধৰা— ক্রি. [প্রেম ধৰা] ডেকা হ'লে মানুহৰ মনত প্রেমৰ ভাব সঞ্চাৰিত হয়। তেতিয়া পি শকত-আৱত হৈ, শৰীৰৰ শ্রী বাঢ়ে। এতেকে,— থুলন্তৰ হোৱা, to be in youthful bloom.

পেৰপেৰীয়া ৰৰষুণ— বি. (পেৰ, ধ্বিন্+ঈয়া) শাওণ কুঁহিয়াৰ পেৰিলে যেনেকৈ অনবৰত ৰস পৰি থাকে, সেইৰূপে পানী পৰি থকা বৰষুণ, নেৰা-নেপেৰাকৈ দিয়া সক বৰষুণ, incessant rain.

পোটক তোলা— ক্রি. [প্রতিকাৰ তোলা] কোনো কাৰ্য্য কৰিলে তাৰ প্ৰতিকাৰ্য্য কৰা অৰ্থাৎ প্ৰতিফল দিয়া। ('পেট' শব্দেৰে এই বাক্যৰ সম্পৰ্ক নাই।) to take revenge.

পোতনি খেকেচা দিয়া— ক্রি. পোৰা মাছ আৰু পঁইতা ভাত উপাদেয় আহাৰ। মেকুৰীয়ে পোৰা মাছ বৰ ভাল পায়। সি পোৰা মাছ চুৰ কৰিবলৈ আহোঁতে ধৰা পৰিলে পঁইতা ভাতৰ পোতনিতে তাৰ মুখ খেকেচি দিয়া হয়। এতেকে, – উগ্ৰ দণ্ড দিয়া, to punish severely.

পোতা পুখুৰিৰ বজা— বি. প্ৰবাদমতে পুখুৰিত বাক থাকে। সেই ঠাইত বাকেই বজা। কোনো মানুহে পোতা পুখুৰিত গৈ যদি ভৰি দিয়ে, তেনেহলে বাকে তাৰ ভৰি দুটা ওপৰলৈ কৰি মূৰটো বোকাত পুতি পেলায়। এতেকে, —আপোনাৰ ঠাইত আপুনি ডাঙৰ, a lord in one's own place.

পোতা-মোচৰা দিয়া—ক্রি. প্ৰবাদ আছে যে ভূতে মানুহক ফুচুলাই দূৰৈলৈ নি বোকাত পুতি মুচৰি মাৰে। এতেকে,—উগ্ৰ দণ্ড দিয়া, to punish severely.

পোৰা-পেটী মাক—বি. ল'ৰা উপজিলে মাকে জালুক খায়। তেনে কৰিলে পেট শুকায়, কিন্তু বম্-বম্‌কৈ পোৰে। আনহাতে, ল'ৰাৰ অপায় অমঙ্গল হলে মাকৰ পেট বম্-বম্‌কৈ পোৰাৰ নিচিনা অনুভৱ হয়। এতেকে,—যি মাকে ল'ৰাৰ জন্মৰ পূৰ্ব্বত গৰ্ভ-ধাৰণৰ কষ্ট সহ্য কৰে আৰু জন্মৰ পাছত ল'ৰাৰ দুখত নিজে দুঃখানুভৱ কৰে সেই মাক, doting mother.

পোৱালি লগা বাঘিনী—বি. বাঘিনীয়ে অতি সাৱধানে পোৱালিক ৰক্ষা কৰি ফুৰে। পোৱালি হেৰোৱাৰ যনিষ্টামান আশঙ্কা হ'লেই বাঘিনীয়ে খঙত উগ্ৰমূৰ্ত্তি ধৰে। এতেকে,—পুত্ৰপ্ৰাণা খঙাল তিৰোতা, a mother made furious at the prospect of a possibility of danger to her child.

পোহনীয়া নৰিয়া—বি. পোহনীয়া জীৱ-জন্তুৰ দৰে সদায় থকা নৰিয়া, চিৰস্থায়ী নৰিয়া, a permanent disease.

পোহাৰী-চুপতি—বি. পোহাৰীয়ে বস্তু কিনিবলৈ যোৱা মানুহেৰে সৈতে মিছা-মিছি চুপতি কৰি থাকে। এতেকে,—অৰ্থশূন্য আলাপ, meaningless or unnecessary talk.

পোহাৰী-লেখ—বি. পোহাৰীয়ে মাটিত আঁক পাৰি লেখ কৰে। এতেকে,—নজনা মানুহে লেজুৰা প্ৰণালীয়ে কৰা হিছাপ, an account made by an uneducated person in a round-about method, a rough clumsy account.

পোহাৰীৰ পৈয়েক সাক্ষী—বি. পোহাৰীয়ে কোনো জগৰত পৰি আসৈ মাতি গিৰিয়েকক সাক্ষী দিয়ে; আন মানুহ তাইৰ পক্ষে সাক্ষী ওলাওঁতা নাই। পোহাৰী যেনে মিছলীয়া, গিৰিয়েক তাইতকৈ অধিক মিছলীয়া। গিৰিয়েকে স্বভাৱতে ঘৈণীয়েকৰ পক্ষ সমৰ্থন কৰি ক'ব, এই ভাবো বুজোৱা হৈছে। এতেকে,—দুষ্টৰ সাক্ষী স্বাৰ্থান্ধ অঘাইটং, a biassed knave as a witness of a cunning person.

# ফ

ফাঁপৰী কঠীয়াৰ সঁচ নোখোৱা—ক্ৰি. যদি কঠীয়া-খান ফাঁপৰী অৰ্থাৎ বেয়া হয়, তেনেহলে তাক সমূদায়ে পেলাই দিয়া হয়। তাৰ সঁচ থোৱা নহয়, অৰ্থাৎ তেনেকুৱা দুটা-এটা খান নষ্ট নকৰি থৈ দিয়াৰ প্ৰয়োজন নাথাকে। এতেকে,—শত্ৰুক সবংশে নিধন কৰা, to ruin an enemy with his whole family.

ফটা কেঁথা তিতে মানে গাটো গধুৰ হোৱা—ক্ৰি. গাত কেঁথা লৈ পানীত নামিলে যিমান কেঁথা তিতিব, সিমান সি গধুৰ হৈ যাব। কিন্তু যিমানেই তিতক, সি নিজেহে নিব লাগিব। যিমান কেঁথা নিতিতাকৈ ৰাখিব পৰা যায়, সিমান তাৰ নিজলৈহে ভাল। 'ফটা' শব্দেৰে মানুহটো দুখীয়া বুজোৱা হৈছে। দুখীয়া দেখি কেঁথা সি নিজে নিব লাগে, কেঁথা নিবলৈ তাৰ ভাৰী নাই। এতেকে,—নিজে কৰিব লগীয়া কাৰ্য্য পেলাই থ'লে পিছত নিজলৈ টান পৰা, the increasing of difficulties to oneself by procrastination.

ফটা কেঁথাত সোণ থকা—ক্ৰি. আগৰ দিনত কোনো মানুহে সোণ থ'বলৈ হ'লে ফটা কেঁথাৰ ভিতৰত সোণ সুমাই থয়, কিয়নো ফটা কেঁথাৰ নিচিনা ক্ষুদ্ৰ বস্তু চোৰে চুৰ কৰাৰ আশঙ্কা নাথাকে। এতেকে,—অপদাৰ্থ মানুহৰ গাটো বহুমূলীয়া গুণ থকা, the appearing of merit in the meanest person.

ফটা বাঁহ জোৰা লগাব নোৱাৰা—ক্রি. বাঁহ ৰেডিয়া গোটা হৈ থাকে, ভেতিয়া তাক এনে দেখা যায় যে তাৰ কোনো অংশ বেলেগ হোৱা অসম্ভৱ। কিন্তু এবেলি যদি সি ফাটে, তেনেহলে ঘূৰি বেলেগ হোৱা অংশ বিলাক কোনো কালে জোৰা নালাগে। এতেকে.—অতিকৈ মিল মানুহ বেলেগ হ'লে পুনৰ্ম্মিলন ঘটাবলৈ অসম্ভৱ হোৱা, to be unable to reconcile persons who were most intimate, but have disagreed and separated.

ফটা মুখেৰে নকৈ নোৱাৰা—ক্রি. মুখে বিহকে তিহকে কথা কৈ থাকে। এই স্থলত কোৱা হৈছে যে মুখ ফটা বাবে কথা আপোনা-আপুনি ওলাই পৰে, নোকোৱাকৈ ৰাখি থ'ব পৰা নাযায়। এতেকে,—প্রকৃতিগত দোষত কোনো কথা প্রকাশ নকৰি থাকিব নোৱাৰা, to be unable to keep silence on account of inherent characteristic defect.

ফটিকৰ ধাৰ—বি. [ ফটিকৰ ৰশ্মিৰ ধাৰ। ফটিক=স্ফটিক। ] অতি নিৰ্ম্মলতা, transparence, extreme purity।

ফৰিং ছিটিকা দিয়া—ক্রি. ফৰিংবিলাক ফট্ ফট্ কৰে ছিটিকি যেনিয়ে তেনিয়ে উৰি পৰে। এতেকে,—যেনিয়ে তেনিয়ে পলাই যোৱা, to flee in confusion.

ফৰিং ফুটা জোনাক—বি. ফটফটীয়া জোনাকত কেতুৰি গছৰ পাতত পৰি ফৰিং-বিলাকে ফুটাৰ দৰে শব্দ কৰি ইঠাইৰপৰা সিঠাইলৈ উৰি ফুৰে। এতেকে, —ফট্ফটীয়া জোনাক, clear moonlight.

ফাইদাং মৰা—ক্রি. [ ফট্-দাং মৰা ] ফট্ কৰে দাং থাই লৰ মৰা অর্থাৎ হঠাৎকাৰে পলাই যোৱা, to scamper off.

ফাল কাটোঁতেই মাহৰ বতৰ যোৱা—ক্রি. ফাল তৈয়াৰ কৰি নাঙ্গল লগাই, সেই নাঙ্গলেৰে মাটি চাহ কৰি মাটি-মাহ বোৱা হয়। বতৰত নব'লে শস্য নহয়। এই স্থলত কোৱা হৈছে, যে ফাল তৈয়াৰ কৰি থাকোঁতেই মাহৰ বতৰ শেষ হয়। এতেকে,—কোনো কাৰ্য্য কৰিবলৈ যো-জা কৰোঁতেই কাৰ্য্যৰ আৱশ্যকতা নাইকিয়া হোৱা অর্থাৎ অতিকৈ পলম কৰা, to do a thing too late, to be out of season.

ফিৰিঙ্গতিৰপৰা খাণ্ডৱ-দাহ হোৱা—ক্রি. পূৰ্ব্বকালত খাণ্ডৱ নামেৰে এখন ডাঙ্গৰ অৰণ্য আছিল। অৰ্জ্জুনে অগ্নি দেৱতাৰ তৃপ্তিৰ নিমিত্তে পশু-পক্ষীপূর্ণ খাণ্ডৱ-বন দাহ কৰিছিল। এই স্থলত কোৱা হৈছে যে ফিৰিঙ্গতিৰপৰা মহা অৰণ্যও পুৰি নষ্ট হয়। এতেকে,—সামান্য ঘটনাৰপৰা মহৎ অনিষ্ট হোৱা, the happening of the greatest disaster from the slightest cause.

ফুকনৰ টেকেলা—বি. টেকেলাবিলাকৰ মুখ চোকা। ফুকনৰ টেকেলা হ'লে তাৰ মুখ আৰু চোকা হয়। এতেকে,—বৰ চোকা-মুখীয়া মানুহ, a sharp-tongued person.

ফুট চিনা—ক্রি. কুঁহিয়াৰৰ ৰহি তপত কৰোঁতে ফুট উঠে। যিমান তপত হৈ যায়, সিমান ফুটৰ আকৃতি আৰু ৰং বেলেগ হৈ যায়। ফুট কেনেকুৱা হ'লে ৰহি ঘোলনীত ঢালিবৰ উপযুক্ত হয়, তাক চিনিব লাগে। মানুহৰো স্বভাৱে নানা প্রকাৰ আকৃতি আৰু বৰণ ধৰে। তাৰ কেনেকুৱা ফুট অৰ্থাৎ কেনেকুৱা স্বভাৱ হ'লে কোন কাৰ্য্যৰ নিমিত্তে সি উপযুক্ত হ'ব, সেই কথা চিনিব লাগে। এতেকে,—মানুহৰ স্বভাৱৰ গঢ়-গতি চিনা, to find out a person's special trait of character.

ফুটা কড়ি—বি. কড়িৰ মূল্য যৎসামান্য। তাতে যদি সি ফুটে, তেনেহলে তাৰ মূল্য নাই বুলিলেও হয়। এতেকে,—নামমাত্র মূল্যৰ বস্তু, সমূলি অকামিলা বস্তু, a trifle, useless thing.

ফুটা কলহত পানী ভৰোৱা—ক্রি. ফুটা কলহত পানী ভৰালে পানী নাথাকে। সেইৰূপে, যি মানুহৰ কপাল ফুটা অৰ্থাৎ যি ভাগ্য দোষত দৰিদ্ৰ, তাক লোকে ধন-বিত্ত দিলে সি নাইকিয়া হৈ যায়। এতেকে,—ভাগ্য দোষত দৰিদ্ৰ মানুহক পৰে সাহায্য কৰি দাৰিদ্ৰ্য গুচাব নোৱাৰা, to fail to make comfortable a person who is destined to be poor.

ফুটা চকুত কুটা পৰা—ক্রি. যিটো চকু ফুটা, তাতে কুটা পৰি সেই চকু অধিককৈ ফুটাইছে বোলা হৈছে। এতেকে,—এটা বিপদ থাকোঁতে আন এটা পৰা, to be doubly injured.

ফুটুকাৰ ফেন—বি. ফুটুকা গছৰ ডাল কাটিলে সোপা-সোপে ফেন ওলায়। অসাৰ বস্তু বুজাবলৈ 'ফেন' শব্দ ব্যৱহৃত হয়। এতেকে,—সমূলি অসাৰুৱা বস্তু বা কাৰ্য্য, anything unsubstantial.

ফু ফু ফা ফা কৰা—ক্রি. [ ফুহ্ ফুহ্ ফাহ্ ফাহ্ কৰা ] ইটোৱে সিটোৱে লোকে নুশুনাকৈ কথা পাতিলে দূৰৰপৰা ফুহ্ ফুহ্ ফাহ্ ফাহ্ এনে ৰকমৰ অস্পষ্ট ভাষা মাথোন শুনিবলৈ পোৱা যায়। কোনো মানুহৰ বদনাম প্রকাশ কৰিবলৈ এইদৰে মনে মনে কথা পতা হয়। এতেকে,—কণাকণিকৈ বদনাম প্রকাশ কৰা, to speak in whisper about a scandalous matter.

ফুল বস্তু—বি. ফুল শুচি বস্তু। যদিও তাক হীন জাতৰ মানুহে ছোৱে আৰু যদিও তাৰ বেয়া ঠাইত জন্ম হয়, তথাপি তাক নিৰ্দ্দোষ বুলি ধৰা হয়। এতেকে,—ফুলৰ নিচিনা নিৰ্দ্দোষ বস্তু, anything which is harmless by nature.

ফুলতে বাঁৰী—বি. [ ফুলৰ কলিতে বাঁৰী ] বিয়াৰ পিছৰ প্ৰথম অৱস্থাতে বাঁৰী, a green widow.

ফেঁচু ৰজা হোৱা - ক্ৰি. [ উপকথা ] চৰাইবিলাকে তেলীয়া সাৰেঙক ৰজা পাতিবৰ নিমিত্তে ৰাজ-পাট ঠিক কৰিলে। তেলীয়া-সাৰেঙে সাজপাৰ পিন্ধোতেই পলম কৰিলে। ফেঁচুৱে গিৰিস্কৰে ডালৰপৰা আহি ৰাজ-পাটত বহি, সি ৰজা হ'ল বুলি ঘোষণা কৰি দিলে। তেতিয়াৰপৰা চৰাইৰ ভিতৰত ফেঁচু ৰজা হ'ল। এতেকে,—অবাবত কালহৰণ কৰি থাকোঁতে ৰৰলোকৰ প্ৰাপ্য সম্পদ ইতৰলোকে ভোগ কৰা, to be worsted on account of a lazy habit by a person very much inferior in rank or position.

ফেঁটী সাপৰ পোৱালি পোহা—ক্ৰি. ফেঁটী সাপৰ পোৱালি পুহিলে সি ডাঙৰ হৈ গিৰিহঁতক কামুৰি মাৰে। এতেকে,—ভৱিষ্যতে শত্ৰু হৈ যি বিপক্ষতাচৰণ কৰিব তেনে মানুহক আশ্ৰয় দিয়া, to nourish a person who turns out to be a deadly enemy in the end.

ফেঁচুজালি দিয়া—বি. [ ফেঁচু=ফেঁচু চৰাই। ] পুৱতী-নিশা হ'লেই ফেঁচুৱে চিঁ-চিঁয়ায়। এতেকে,—পুৱতী সময়, dawn.

ফেঁকুৱাৰ ফেউ—বি. ফেঁকুৱা দুৰ্ব্বল জন্তু। সি বাঘ দেখিলে তাক আক্ৰমণ কৰিবলৈ সাহ কৰিব নোৱাৰি মুখ মেলি ফেউ ফেউ কৰি চিঞৰে। এতেকে,—দুৰ্ব্বল মানুহৰ মুখৰ বলকনি, empty vapourings of a weak person.

ফেদেলী পুৰাণ—পুৰাণত গল্প থাকে। ( ফেদেলী=নানা প্ৰকাৰ বিশৃঙ্খল গল্পযুক্ত। ) এতেকে,—নানা প্ৰকাৰ বিশৃঙ্খল কথা, a rambling statement.

ফোঁট-বেঘা মৰা—ক্ৰি. বামুণে কপালত ফোঁট আৰু বেঘা লৈ পূজা-পাতল কৰিবৰ নিমিত্তে সাজু হয়। এতেকে,—সুসজ্জিত হোৱা, to be trimly dressed.

ফোঁট-লগুণ মৰা—ক্ৰি. বামুণ পণ্ডিতসকল ক্ৰিয়া-কাণ্ড কৰিবৰ নিমিত্তে কপালত ফোঁট আৰু গাত লগুণ লৈ ওলায়। এতেকে,—পৰিপাটি সাজ পিন্ধা, to be bedecked.

# ব

**বকবাণিৰ জীৱ**—বি. কোনো লোকে পূৰ্ব্বজন্মত ভাল ঠাইত থাকিলে এই জন্মত তাৰ সুখ আৰু পূৰ্ব্ব-জন্মত বেয়া ঠাইত থাকিলে এই জন্মত তাৰ দুখ হয়। এই স্থলত কোৱা হৈছে যে, পূৰ্ব্বজন্মত সি বকবাণিত আছিল। এতেকে,—স্বভাৱতে লেতেৰা মানুহ, a dirty fellow by nature.

**বকলা মেলা**—ক্রি. [ বাকল মেলা ] পুথি সাঁচি কাঠৰ বাকলত লিখা হয়। পুথি পঢ়িবলৈ ধৰোঁতে বাকল মেলা হয়, অৰ্থাৎ মুকলি কৰি দিয়া হয়। পুথি পঢ়িবলৈ ধৰিলে আধ্যা নপৰাকৈ তাক সামৰিব নাপায়। এতেকে,—অতিৰিক্ত কথা কোৱা, to talk too much.

**বগলি ভকত**—বি. বগলীয়ে মনতে মাছ ধৰিবলৈ ফিকিৰ পাতি শান্ত মূৰ্ত্তি ধৰি থাকে। এতেকে,—ভিতৰে দুষ্ট বাহিৰে শান্ত মানুহ, a wicked person in the grab of a saint.

**বগা কাউৰী ওলোৱা**—ক্রি. কেতিয়াবা ক'ৰবাৰপৰা বগা কাউৰী আহি ওলায়। ক'লা কাউৰীবিলাকে বগা কাউৰীক দেখিলেই থপিয়াবলৈ ধৰে। এতেকে,—সাধাৰণ মানুহৰ ব্যতিক্ৰম স্বৰূপে ওলোৱা ; সাজ-পাৰ, কথাৰ ভঙ্গি বা গঢ়-গতি ইত্যাদিৰ দ্বাৰা বিশেষত্ব বুজোৱা, to be looked on as a strange visitor.

**বগা দমৰা**—বি. বগা মতা মানুহ, a male person of fair complexion.

**বগা ভাত দেখিলে কাউৰীৰ আকাল নোহোৱা**—ক্রি. ৰূপ বগা, সেই দেখি 'বগা ভাত' বুলিলে ধন-সম্পত্তি বুজায়। কাউৰীয়ে চুৰনি-পাতৰ ভাত বিচাৰি ফুৰে। এতেকে,—ধনসম্পত্তি দেখিলে পৰপ্ৰত্যাশী নীচ প্ৰকৃতিৰ মানুহৰ অভাৱ নোহোৱা, the flocking of mean obsequious followers round a person who can afford to give them money lavishly.

**বগে নিৰামিহ খোৱা**—ক্রি. ( উপকথা ) বগলীয়ে পানীৰ জুঁৰলিত টলকা মাৰি থাকে, আৰু সি মাছক কয় যে সি নিৰামিহ খাই তপস্যা সাধন কৰিছে। মাছে বগলিৰ কথাত সঙ্গাত লৈ ওচৰ চাপিলে বগলীয়ে ঠোঁটেৰে সাউত্‌কৰে ধৰি আনি গিলি পেলায়। এতেকে,—দুষ্ট মানুহে স্বাৰ্থ-সিদ্ধিৰ নিমিত্তে সাধুৰ দৰে আচৰণ কৰা, the playing of the part of a saint by a wicked person to serve his selfish ends.

বঙহে মঙহ খোৱা—ক্রি. হিংসুক জন্তুৱে মানুহৰ মঙহ কামুৰি খায়। এই সুত্ৰত বঙহে মঙহ খায় বোলা হৈছে। (বঙহ=বংশ, অর্থাৎ বংশৰ মানুহ।) এতেকে,—আপন মানুহে ঘোৰ অনিষ্ট সাধন কৰা, the doing of the greatest harm by the nearest and the dearest person.

বজ্ৰ-বটালি—বি. [ বজ্ৰময় বটালি ] বটালি বৰ টান। তাৰ মুৰত হাতুৰিৰে কুবিয়ায়, তেওঁ তাৰ একো নহয়। এতেকে,—হাৰ-শৰত টান বান্ধৰ মানুহ, a person of strong physique.

বটালিৰ মুৰত টঙনিওৱা=ক্রি. বটালি বেগতে কাঠত নোসোমায়। তাৰ মুৰত হাতুৰিৰে টঙনিয়াই থাকিলে সি কাঠত সোমায়। মূর্খ মানুহক বটালিৰে তুলনা কৰা হৈছে। মূর্খ মানুহেও কোনো বিষয়ত বেগতে সোমাব নোৱাৰে। সিইঁতৰ মুৰত টঙনিয়াব লাগে, অর্থাৎ বহু কষ্ট কৰি বুদ্ধি দিব লাগে। বটালিৰ মুৰত টঙনিয়ালে মুৰটো ভোহোৰা হয়। মূর্খ মানুহকো যিমান শিকোৱা হয়, সিমান মুৰ ভোটা হয়, এই ভাব বুজোৱা হৈছে। এতেকে,—অতি মূর্খ মানুহক বহু কষ্টেৰে শিক্ষা দিয়া, to teach the dull-witted with hard labour.

বঢ়া-টুটা দোষ—বি. যিমান হ'ব লাগে তাতকৈ বঢ়া অর্থাৎ অধিক হোৱা দোষ অথবা যিমান হ'ব লাগে তাতকৈ টুটা অর্থাৎ নাটনি হোৱা দোষ, offences denoting excess or defect.

বঢ়া বচন বোলা—ক্রি. নিয়মতকৈ বঢ়া বচন বোলা অর্থাৎ দুর্ভাষা প্রয়োগ কৰা, to use words beyond the bounds of decorum, to use unparliamentary language.

বতৰৰ কথা আগৈয়ে কোৱা—ক্রি. বতৰৰ অৱস্থা কেনেকুৱা হয় তাক পূৰ্ব্বতে কোৱা অর্থাৎ কোনো কাৰ্য্যৰ প্রকৃত অৱস্থাৰ বিষয়ে পূৰ্ব্বেই সতর্ক কৰি দিয়া, to give a warning beforehand about any event.

বতাহত উৰা—বিণ. পাতল বস্তু বতাহত উৰি যায়। মানুহ খীণালে পাতল হয়। এতেকে,—জীর্ণ-শীর্ণ, অতি ক্ষীণ। তাৰপৰা, গহীন-গম্ভীৰ নোহোৱা, lean and thin, light, wanting in seriousness.

বতাহত হলা-জলা—বিণ. ইমান লিচ্‌পিচীয়া আৰু পাতল যে বতাহত গা হালি-জালি যায়। এতেকে,—লিচ্‌পিচীয়া তৰুণী (তিৰোতাত খাটে), extremely beautiful ( said of a woman ).

বধে ছোৱা—ক্রি. কোনো মানুহক বধ কৰিলে যি পাপ হয়, সেই পাপে ছোৱে অর্থাৎ সেই পাপৰে ভাগী হ'ব লগীয়া হয় বোলা হৈছে। এতেকে,—এবিধ ডাঙৰ শপথ লোৱা, to take a form of solemn oath.

বন-বোন্দা—বি. বনবীয়া বোন্দা মেকুৰীয়ে হাবিয়ে-বননিয়ে য'তে ত'তে ফুৰি ফুৰে। এতেকে,—ঘৰত নথকা য'তে ত'তে ফুৰি ফুৰা মতা মানুহ, an adult male who is fond of staying away from home.

বনুৱা বৰা—বি. আহোম ৰজাৰ দিনত কুৰিটা পাইকৰ ওপৰত এজন বৰা আছিল। এই বিষয়াই সিহঁতৰ হতুৱাই কাম-বন কৰাই ফুৰে। এতেকে,—পৰিশ্ৰমী মানুহ, ( এই বাক্যত 'বনবীয়া গাহৰি' এই অৰ্থও মিহলি আছে। বনবীয়া গাহৰিয়ে যেনেকৈ গুমগুমাই ফুৰে, বৰা বিষয়াইও সেইৰূপ গুমগুমাই ফুৰে। ), a smart person

বৰকণাৰ দেশ—বি. ঢপলা-ঢপল কাণেৰে এবিধ ৰাক্ষসৰ দেশ, ( আজি-কালি তিব্বত ৰাজ্য বুলি প্ৰবাদ আছে। ), the country of Tibet, the people of which were belived formeily by the Assamese to have large ears.

ৰৰকথা মতা—ক্ৰি. মই বৰ এনে ভাব বুজাই কথা কোৱা, ফিঙাহি কথা কোৱা, to talkv auntingly.

বৰগছৰ টোপালে গা তিওৱা—ক্ৰি. [ টোপাল=নিয়ৰৰ টোপাল। ] বৰ গছৰ টোপাল ইমান ডাঙৰ যে সিয়েই বৰষুণৰ নিচিনা হৈ পৰে। বৰ গছক বৰ লোকেৰে তুলনা কৰা হৈছে। বৰলোকৰ সাধাৰণ অৱস্থাৰ কাৰ্য্যকে ইতৰ লোকে চম্ভালিব নোৱাৰে, এই ভাব বুজায়। এতেকে,—বৰলোকৰ প্ৰকৃতি-গত সাধাৰণ কাৰ্য্য ইতৰ লোকৰ মাৰাত্মক-স্বৰূপ হোৱা, the happening of a serious harm to a common man by those acts of a great personage which appears so harmless to him as being of every day occurance and forming part of his very nature.

বৰগছৰ তলত ছাঁ লোৱা—ক্ৰি. ডাঙৰ গছৰ পাত জপজপীয়া। বাটকৰা মানুহে টান ৰ'দত তাৰ ছাঁ লয়। এতেকে,—সংসাৰ-ক্লিষ্ট মানুহে ডাঙৰ মানুহৰ আশ্ৰয় লোৱা, to take shelter of a great man in time of difficulty.

বৰচুৰিয়াৰ ফেৰ মৰা—ক্ৰি. বৰলোকে বৰচুৰিয়াৰ ফেৰ মাৰি ফুৰে। এতেকে,—বৰলোকালি কৰা, to act like a person of rank of wealth.

বৰনৈ—বি. অসমৰ ভিতৰত আটাইতকৈ বৰনৈ। এতেকে,—ব্ৰহ্মপুত্ৰ নৈ, the Barhmaputra rivei.

বৰবিহ খোৱা—ক্ৰি. বৰবিহ খালে মানুহ তৎক্ষণাৎ মৰে। এতেকে,—সৰ্ব্বনশীয়া কাৰ্য্য কৰা, ঘোৰ-স্বাৰ্থ-বিৰোধী কাৰ্য্য কৰা, নিজৰ বিষম অহিত আচৰণ কৰা, to act highly prejudicially to one's own interest.

ববমতা—বি. ডাঙৰ মতা মানুহ সাহিয়াল হয়। এভেকে,—সাহিয়াল পুৰুষ, a spirited man, a gallant.

ববসবাহলৈ মনটো—বি. ববসবাহলৈ বহু আয়োজন লাগে, তাক যেয়ে সেয়ে শীঘ্ৰে কৰিব নোৱাৰে। এভেকে,—ডাঙৰ আয়োজনলৈ মনটো, অৰ্থাৎ ওখ আকাংক্ষা, high ambition.

ববৰ দোষ পিছলাই নিয়া - ক্ৰি. ববলোকৰ দোষ পিছলাই সমাজৰ বিচাৰ পাৰ কৰি লৈ যোৱা অৰ্থাৎ ববলোকৰ দোষ সমাজে বিচাৰ নকৰা, to gloss over a great man's fault.

ববকলা হাবি – বি. আহোম ৰজাৰ দিনত ববকলা হাবিৰপৰা খৰিকটীয়াই ৰজা-ঘৰলৈ খৰি যোগাইছিল। এভেকে,—ডাঙৰ কাঠনি হাবি, a big forest.

ববদৈচিলা—বি. অসমত চ'ত আৰু বহাগত ধুমুহা হয়। তাৰে কিছুমান সৰু, দুটা ডাঙৰ। বহাগৰ বিহুৰ ৭ দিনমান আগতে এটা আৰু ৭ দিনমান পাছতে এটা ডাঙৰ ধুমুহা হয়। এই দুটা ধুমুহাৰ নাম ববদৈচিলা। চিলাটোৰ দৰে সোঁসোঁৱাই আহে দেখি চিলা নাম পাইছে। মাইকী মানুহে বছৰি মাকৰ ঘৰলৈ যেনেকৈ বিহুৰ সময়ত আহে আৰু যায়, ইও সেইদৰে সেই সময়তে আহে আৰু যায় দেখি, ইয়াক মাইকীৰ ৰূপ দিয়া হৈছে। মাইকীৰ নামৰ শেষত 'দৈ' থাকে। এই ধুমুহা ডাঙৰ বাবে 'ববদৈ' বোলা হৈছে। এভেকে,—ব'হাগৰ বিহুৰ আগৰ আৰু পাছৰ ডাঙৰ ধুমুহা, the gale which visits Assam every year about the Bahag Bihu.

ববলৰ বাহত জুই দিয়া—ক্ৰি. কোনো মানুহে যদি ববলৰ বাহত জুই দিয়ে, তেনেহলে ববলবিলাকে তাক খঙত উধাই-মুধাই কাণে-নাকে- কামুৰি বিতত কৰে। এভেকে,—খং উঠিলে অপকাৰ কৰিবৰ নিমিত্তে যাৰ শক্তি আছে তেনে মানুহক অপকাৰ কৰা, to irritate a person who is very powerful and capable of doing serious harm if so disposed.

ববলাৰ ঘৰত শুকান ধান বিচৰা—ক্ৰি. যাৰ তিৰোতা নাই, তাৰ ঘৰত ধান সিজাই শুকোৱাবলৈ মানুহৰ অভাৱৰ নিমিত্তে, সেই মানুহে উখুৱা চাউলৰ সলনি আৰৈ চাউল ব্যৱহাৰ কৰে। এভেকে,—যি বস্তু যি ঠাইত পোৱা অসম্ভৱ সেই বস্তু সেই ঠাইত বিচৰা, to look for a thing in a place where it can never be expected to exist.

ববশী বোৱা টোপনি—বি. ববশী বহি বা থিয় হৈ বায়। চিপ পানীত পেলাই মাছে খুঁটিলে তাক দাঙি অনা হয়। কোনো মানুহে বহি বা থিয় হৈ টোপনিয়ায়। তেনে অৱস্থাত সি হালি-জালি যায় আৰু দেখিবলৈ ববশী বোৱা মানুহটোৰ নিচিনা হয়। এভেকে,—হালি-জালি যোৱা টোপনি, drowsiness, light sleep.

বৰশীৰ মাছ—বি. টোপৰ লোভত মাছ আহি বৰশীত লাগি ধৰে। এতেকে,—লোভত বিপদগ্ৰস্ত মানুহ, one who catches a bait and falls into trouble.

বৰষুণ গ'লে জাপি লোৱা—ক্ৰি. জাপি বৰষুণতহে লোৱা হয়। বৰষুণ শেষ হৈ গ'লে জাপিৰ আৱশ্যকতা নাথাকে। এতেকে,—বিপদ পাৰ হ'লে ৰক্ষাৰ উপায় অৱলম্বন কৰা, to take measures to protect oneself from a danger after the danger is past.

বৰা ভাত মাছৰ শাক—বি. আগৰ দিনত বৰা চাউলৰ ভাত আৰু মাটি-মাছৰ আঞ্জা উপাদেয় ভোজন আছিল। এতেকে,—উপাদেয় ভোজন, dainty dishes.

ৰবাৰ ঘৰত ভৰাৰ গাঁঠি দিয়া—ক্ৰি. আহোম ৰজাৰ দিনত কুৰিটা পাইকৰ ওপৰত বৰা নিযুক্ত আছিল। তেওঁ ঠায়ে ঠায়ে গৈ পাইকবিলাকৰ হতুৱাই কাম-বন কৰোৱায়। এঠাইৰ কাম শেষ হ'লে আন এঠাইলৈ উঠি যায়। সাধাৰণ পঁজা সাজি থাকে। দুই-চাৰিদিনীয়া পঁজা বাবে ভাত বেতৰ সলনি ভৰাৰ জৰীৰে গাঁঠি দিয়া হয়। এতেকে,—অস্থায়ী কাৰ্য্যত অস্থায়ীভাৱে চলা, to act in a temporary way in a temporary business.

বৰালৈ কচু থোৱা—ক্ৰি. কচু বৰা অৰ্থাৎ গাহৰিৰ আহাৰ। গাহৰি অতি লেতেৰা আৰু নিকৃষ্ট জন্তু। ঈশ্বৰে তাৰ নিমিত্তে আহাৰৰ ব্যৱস্থা কৰি থৈছে বোলা হৈছে। এতেকে,—নিঃকিন, অধম আৰু নিৰাশ্ৰিত মানুহৰ নিমিত্তেও ঈশ্বৰে যথাযোগ্য জীৱিকাৰ ব্যৱস্থা কৰি থোৱা, the ordaining by God of appropriate means of living for any person, however humble he may be.

বকৰা খাৱনেৰে খোৱা—ক্ৰি. বকৰা ডাঙৰ বিষয়া আছিল আৰু তেওঁবিলাকৰ খাৱনো সেই অনুযায়ী ডাঙৰ আছিল। এতেকে,— ডাঙৰ খাৱনেৰে খোৱা, to eat sumptuously.

বলি-বাসৱৰ যুদ্ধ— বি. পূৰ্ব্বকালত বলি আৰু বাসৱ অৰ্থাৎ ইন্দ্ৰৰ ভিতৰত ঘোৰতৰ যুদ্ধ হৈছিল। এতেকে,— ঘোৰতৰ যুদ্ধ, sanguinary battle, a deadly struggle.

বলিয়া কুকুৰে কামোৰা— ক্ৰি. বলিয়া কুকুৰে কামুৰিলে জ'াই উঠে। এতেকে,—চিন্তাৰ আবেগত উন্মত্তপ্ৰায় হোৱা, to be overtaken with anxious thoughts.

বলীৰ হাতত পৃথিবী থকা— ক্রি. যিজন বলী বলী, পৃথিবী তেওঁৰে শাসনাধীন থাকে। এতেকে,— যাৰ বল আছে সিয়েই কোনো বিষয়ত প্ৰভুত্ব চলাব পৰা, (বল=শৰীৰ, ধন, বিদ্যা, বা অন্য কোনো বল।) the exercising of authority by one who is powerful.

বলীয়ে-নিৰ্ব্বলীয়ে হতা-হুতি— বি. [হতা-হুতি= হাতেৰে কৰা যুঁজ।] ডাঙৰ মানুহ আৰু সৰু মানুহৰ ভিতৰত লগা যুঁজ, অসমান যুঁজ, a quarrel between the strong and the weak, an unequal fight.

বস্তু-কাৰণ জোৱা— ক্রি. বস্তু=সাৰ-বস্তু অৰ্থাৎ ধৰ্ম্মৰ গূঢ় তত্ত্ব। 'কাৰণ' আনুষঙ্গিক পদ, ইয়াৰ বেলেগ অৰ্থ নাই। এতেকে,— ধৰ্ম্মপন্থত দীক্ষিত হোৱা, to be initiated in the mysteries of a religious denomination.

বলে নোৱাৰা শিলক পৰি নমস্কাৰ কৰা— ক্রি. বলে পৰা শিলক আনি কোনো কাৰ্য্যত লগোৱা হয়। কিন্তু যাক বলেৰে দাঙিব নোৱাৰে, তাত মাহাত্ম্য আছে বুলি সেৱা-সৎকাৰ কৰা হয় অৰ্থাৎ তাক দেৱতা বুলি গণ্য কৰা হয়। এতেকে,— যাক বলেৰে জিনিব পৰা নাযায় তেওঁৰ গাত দৈব শক্তি আৰোপ কৰা। (এনে কৰি নিজৰ দুৰ্ব্বলতা লুকুৱায়, আৰু পৰৰ বলৰ প্ৰশংসা নকৰি তাক দৈব-বল বোলা হয়।) to attribute supernatural power to a person who cannot be resisted with any chance of success.

বহৰ বুন্দুৰী— বি. [বহ=বয়স।] বাঢ়িব নোৱাৰা হ'লে মুখখন বোন্দাৰ নিচিনা খোপোৰা হয়। এতেকে,—অধিক বয়স হোৱা কঁটীয়া তিৰোতা, a dwarfish woman of long years.

বহি-বুঢ়া— বি. [বহি থাকি বুঢ়া] বহি থাকোঁতে বুঢ়াৰ নিচিনা হোৱা মানুহ, বহি থকা এলেহুৱা মানুহ, a stay-at-home idler.

বহি-ৰজা— বি. [বহি হুকুম দিয়া ৰজা] যি নিজে কাম-বন নকৰাকৈ মুখৰ হুকুম-হাকামৰ দ্বাৰা সংসাৰ যাত্ৰা নিৰ্ব্বাহ কৰে তেনে মানুহ অৰ্থাৎ বৰলোক, one who rises above the necessity to do manual labour, a great man.

বহিব জানিলে মাটিয়েই পীৰা হোৱা— ক্রি. আৰামৰ নিমিত্তে আৰু কাপোৰত মলি নালাগিবৰ নিমিত্তে পীৰাত বহা হয়। এই স্থলত কোৱা হৈছে, যে বহিব জানিলে মাটিয়েই পীৰা হয়, অৰ্থাৎ মাটিত বহিও পীৰাত বহাৰ সমান আৰাম লভিব পৰা যায় আৰু কাপোৰ নিকাকৈ ৰাখিব পৰা যায়। এতেকে,— নিয়ম-প্ৰণালী জানিলে বেয়া কাৰ্য্যকো ভাল কাৰ্য্য-স্বৰূপ কৰিব পৰা, to be able to make a bad thing as useful as a good thing provided one knows how to do it.

বহুৱা তোলা— ক্রি. [ বহুৱা কৰি তোলা ] বহুৱাই উঠি অঙ্গীভঙ্গী কৰে আৰু যিহকে মন যায় মুখেৰে তাকে গায়। কোনো মানুহক ৰবকৈ জোকালে তাৰ ভত্‌মত হেৰায়। সি তেতিয়া উঠি বহুৱাৰ দৰে নাচোন-বাগোন কৰি বলকিবলৈ ধৰে। এতেকে,— চুক্তি-বুদ্ধি নোহোৱা কৰা. ভত্‌মত্ হেৰুওৱা, to vex, tease or annoy a person greatly.

বাইলুঙ্গনীৰ মঙ্গল— বি. বাইলুঙ্গনীয়ে মঙ্গল চায়। মঙ্গল অৱশ্যে কেতিয়াবা ফলিয়ায়, কেতিয়াবা নফলিয়ায়। এতেকে,— কণামুনাকৈ হোৱা কাৰ্য্য, a fortuitous event.

বাইতকৈ চৰোৱা— ক্রি. [ উপকথা ] এজন মানুহৰ ৰৰঘৈণী আৰু সৰু ঘৈণী আছিল। ৰৰঘৈণীয়ে এদিন ৰাতি শোওঁতে সান্দহ খাইছিল, তেনে অৱস্থাতে টোপনি আহিল। পাছে সান্দহৰ গোন্ধ পাই এটা নিগনি আহি মুখত সোমাই মুখৰ ভিতৰৰ সান্দহখিনি খাই পেলালে, আৰু লগে লগে দাঁত-বিলাকো কুটিলে। দাঁতবিলাক এনে সমানভাৱে কুটিলে যে ওখোৰা-মোখোৰা গুচি অতি ধুনীয়া হৈ পৰিল। পাছদিনা সৰু ঘৈণীয়ে দেখা পাই কাৰণ সোধাত ৰৰঘৈণীয়ে আমূল বৃত্তান্ত ক'লে। সৰু ঘৈণীয়ে এদিন সেই দৰে সান্দহ মুখত লৈ ঢাৰিপাটীত পৰি নিগনি আহিবলৈ বাট চাই থাকিল। নিগনি সোমাই দাঁত চিকুণাই কুটিবলৈ আৰম্ভ কৰিছে, এনেতে তেওঁ মাত লগালে, "বাইতকৈ চৰোৱা" ( অর্থাৎ বাইৰ দাঁত যেনে সুন্দৰ হ'ল মোৰ দাঁত যেন তাতকৈ অধিক সুন্দৰ হওক )। কথা কোৱা মাত্রে নিগনিয়ে ভয় পাই লৰ মাৰিলে। ফলত এনে হ'ল যে তেওঁৰ দাঁত আগেয়ে যেনে আছিল এতিয়া তাতকৈও বহু গুণে বেয়া হ'ল। এতেকে,—পৰৰ ভাল দেখি খিয়ালত তেনেৰূপ কোনো কাৰ্য্য কৰিবলৈ চেষ্টা কৰিলে নিজৰ অৱস্থাৰ উন্নতি কৰিব নোৱাৰি পূৰ্ব্বৰ অৱস্থাৰো অৱনতি কৰা, to make a thing worse than it was in an endeavour to make it better than a like thing of another person under the promptings of jealousy.

বাইলৈ যেই হাত হোৱা, আইলৈও সেই হাত হোৱা— ক্রি. যেই হাতেৰে বাইক কিলোৱা হয় সেই হাতেৰে আইকো কিলাব পৰা যায় অর্থাৎ যি মানুহে বায়েকক কিলাবলৈ সাহ কৰে, সি অৱশ্যে মাকক কিলাবলৈও সংকোচ নকৰে। এতেকে,— এজন মানী মানুহৰ প্রতি অন্যায় আচৰণ কৰিলে অন্যান্য মানী মানুহৰ প্রতিও তেনেৰূপ অন্যায় আচৰণ কৰিবলৈ সঙ্কোচ নকৰা, to behave shabbily towards a respectable person and hence not to hesitate to behave in a similar way towards any other person of like status and rank.

বাও-কণী পৰা— ক্রি. বাও-কণী উমালে পোৱালি নজগে। হাঁহ-কুকুৰাই ভেনে কণী পাৰিলে ভাৰপৰা কোনো ফল নহয়। এভেকে,— কোনো নিষ্ফল বা অসাৰ্থক কাৰ্য্য কৰা, to act infructuously.

বাঁহৰ টকা— বিণ. বাঁহৰ টকাই টেক্-টৈক্ কৰে মাতে। এভেকে,— টেক্ টেকী মাতৰ মানুহ, কোঢ়াল কৰি থকা মানুহ, a noisy person.

বাখৰ পতোৱা—বিণ. বাখৰ পতালে অলংকাৰ শুৱনী হয়। এভেকে,—শুৱনী, elegant, fanciful.

বাগৰা জীৱ—বি. বাগৰি ফুৰা মানুহ অৰ্থাৎ একে ঠাইতে নিজাপিভাৱে নাথাকি লৰি ফুৰা মানুহ (নিন্দা-ভাৱ), one having no settled habitation, a wanderer (depreciative sense).

বাঘ কৰা বৰা ককাৰ হৰা-জিকা চোৱা—ক্রি. বাঘ আৰু বৰাৰ ভয়ঙ্কৰ যুদ্ধ হয়। মানুহে নিলগৰ পৰা চাই থাকি এবেলি কয় "বাঘ ককা জিকিল, বৰা ককা হাৰিল" আৰু এবেলি কয় "বৰা ককা জিকিল, বাঘ ককা হাৰিল"। এভেকে,—পৰাক্রমী মানুহৰ যুঁজত নিজে ঠুকিব নোৱাৰি অঁাতৰৰপৰা ৰং চোৱা, to watch with interest the course of a fatal struggle between powerful parties from a safe distance.

বাঘ-ঢকা—বি. বাঘে গৰু-ম'হক পিঠিত হাতোৱাৰে ঢকা মাৰি পেলাই বধে। এনেকে,— ডাঙৰ ঢকা; a severe slap on the back.

বাঘ-বৰাৰ যুঁজ—বি বাঘ আৰু বৰাই ভয়ানক-ৰূপে যুঁজ লাগে। এভেকে,— ভয়ানক যুঁজ, a terrible fight.

বাঘৰ আগ তেল খোৱা—বিণ. তেল = চৰ্ব্বি। আগ-তেল—আগফালে থকা অৰ্থাৎ বুকুৰ ওচৰত থকা চৰ্ব্বি। এই চৰ্ব্বি বৰ চোকা। বাঘৰ চৰ্ব্বি খালে মানুহ উন্মত্ত প্ৰায় হয়। এভেকে,— মদমত্ত, অঘাইটং extremely cunning.

বাঘৰ আগত ছাগে ডেৱাডেৰি কৰা—ক্রি. ছাগলীয়ে যুঁজ লগাৰ আগতে ডেৱা-ডেৰি কৰে। এই স্থলত কোৱা হৈছে যে ছাগলীয়ে বাঘৰ আগত ডেৱা-ডেৰি কৰে অৰ্থাৎ বাঘেৰে যুঁজ বিচাৰে। এভেকে,— অতি পৰাক্ৰমী মানুহেৰে সৈতে অতি দুৰ্বল মানুহে যুঁজিবলৈ উদ্যত হোৱা, the challenging of a powerful man to a fight by one who is too weak.

বাঘৰ চকুৰে চোৱা—ক্রি. বাঘ বৰ খঙাল, তাৰ চকুত খঙৰ ভাৱ জলি থাকে। এভেকে,—খঙালভাৱে চোৱা, অৰ্থাৎ উগ্ৰভাৱে শাসন কৰা, to control sterlny.

বাঘৰ পোৱালি বাঘ—বি. বাঘ বলী জন্তু। তাৰ পোৱালিও সেই দৰে বলী হয়। এতেকে,—প্ৰতাপী মানুহৰ প্ৰতাপী পুত্ৰক, a worthy son of a worthy father.

বাঘৰ মাহীয়েক—বি. মেকুৰী আৰু বাঘ দেখিবলৈ একে। বাঘৰ মাক বাঘতকৈ দুৰ্বল। মেকুৰীও দুৰ্বল। তথাপি মেকুৰীক বাঘৰ মাক বুলিব পৰা নাযায়। সেই দেখি তাইক বাঘৰ মাহীয়েক অৰ্থাৎ বাঘৰ মাকৰ ভনীয়েক অৰ্থাৎ বাঘৰ মাকতকৈও সৰু বোলা হৈছে। মেকুৰী প্ৰায় বাঘৰ চিনা, বাঘতকৈ কিছু কম, এই ভাব বুজোৱা হৈছে। এতেকে,—মেকুৰী, a cat.

বাঘৰ সমান ভয়— বি. বাঘলৈ যিমান ভয় সিমান ভয়, ডাঙৰ ভয়, terrible fear.

বাঘ-তেলে খোৱা—ক্ৰি. [তেল=চৰ্ব্বি।] বাঘৰ চৰ্ব্বি বৰ চোকা। গাত চোকা চৰ্ব্বিয়ে ধৰিলে মানুহৰ ফুৰ্ত্তি বেচি হয়। এতেকে,—বেছিকৈ ফুৰ্ত্তি হোৱা, to be overjoyed.

বাঘে পোৱালি পোৱা হাবি—বি. বাঘে ডাঙৰ হাবিত চিৰস্থায়ীৰূপে বসতি কৰে, আৰু তেনে হাবিতহে পোৱালি জগায়। এতেকে,—ডাঙৰ হাবি, big jungle.

বাঘে খোৱা—বি. যি গৰুৰ আয়ুস টুটে, তাক বাঘে ধৰি খায়। এতেকে,—অল্পায়ুস (গালিৰ মাত), short-lived (a term of reproach).

বাঘে-ঘোঙে যুঁজ লগা—ক্ৰি. বাঘ ঘোঙতকৈ অলপ বেছি বলী, কিন্তু ঘোঙ বাঘতকৈ বেছি খঙাল। বাঘ আৰু ঘোঙৰ ভিতৰত ঘোৰতৰ যুঁজ হয়। এতেকে,—ঘোৰতৰ যুঁজ লগা, to engage in a fierce conflict.

বাছি পেলোৱা—ক্ৰি. [হাৰ বাছি পেলোৱা] খাদ্য জন্তুৰ হাড় বাছি পেলাই দি মঙহ খোৱা হয়। এতেকে,—কোনো মানুহৰ হাৰ বাছি তাৰ মঙহ খোৱা অৰ্থাৎ কোনো মানুহক উগ্ৰ শাস্তি দিয়া, to inflict condign punishment.

বাছোঁতে বাছোঁতে গেলা বৰালিত হাত পৰা—ক্ৰি. বৰালি মাছ কোমল। সি গেলিলে সমূলি নষ্ট হয়। এতেকে,—ভাল বস্তু পাবলৈ অতিৰিক্ত চেষ্টা কৰোঁতে অতি বেয়া বস্তু পোৱা, to select the worst thing by exercising too great caution to have the very best.

বাজ-ভিতৰ কৰা মানুহ—বি. বাজে-ভিতৰে সুৰা মানুহ, বিশ্বাসী মানুহ, one who has access into the inner chamber of a household, a confidant.

বাজলৈ উলিওৱা—ক্রি. মানুহৰ ধাতু ঘৰৰ ভিতৰত যাব নাপায়, এই বিশ্বাসৰ ওপৰত মৰিবৰ বেলিকা মানুহ বাজলৈ উলিওৱা হয়। এতেকে,—খন্তেকৰ পাছতে মৃত্যু হ'ব বুলি থিৰাং কৰা, to expect death immediately after.

বাট এৰি অবাটে যোৱা—ক্রি. সৰ্বসাধাৰণ মানুহে বাটেদি যায়। অবাটে অৰ্থাৎ যিটো বাট নহয় সেইপোনে নাযায়। এতেকে,— প্ৰচলিত ৰীতি এৰি কোনো কাৰ্য্য কৰা, to go out of the beaten track, to act against an established custom.

বাটকুৰি যোৱা—ক্রি. অতি কষ্টেৰে বাট অতিক্রম কৰি যোৱা, to walk on with difficulty.

বাট-কেঁৰা লগা—ক্রি. কোনো জন্তুৰ এটা অংশ আন এটা অংশেৰে মিল ন'হলে কেঁৰা লগা বোলে। বাটেদি মানুহ চলাচল কৰে'তে কেতিয়াবা দুফালৰপৰা দুটা মানুহ আহে'তে কেঁৰা লাগে অৰ্থাৎ ইজনে সিজনৰ ঠিক সন্মুখত ভেঁটা-স্বৰূপ হয়। এতেকে,—বাটত সন্মুখা-সন্মুখি হোৱা, to meet each other on the way face to face—the two coming from opposite directions.

বাটত বগৰি-জেং দিয়া ক্রি. বগৰি-জেং কাঁইটীয়া। বাটত বগৰি-জেং দিলে সেই বাটে মানুহ যাব নোৱাৰে। এতেকে,—বাট-ভেটা দিয়া, to put obstacles in the way.

বাটৰ বলিয়া—বিণ. ঘৰ এৰি বাটে-পথে ফুৰা বলিয়া, ডাঙৰ বলিয়া, stark mad.

বাটৰ বাটকৰা—বি. বাটেদি অনেক বাটকৰা গৈ থাকে। বাটৰ কাষত থকা ঘৰবিলাক পাৰ হৈ গৈ থাকে। বাটৰ সেইবিলাক ঘৰৰ মানুহৰ সৈতে বাটকৰাৰ কোনো সম্পৰ্ক নাই। এতেকে,—কোনো প্ৰকাৰৰ সম্পৰ্ক নথকা মানুহ, সম্পূৰ্ণৰূপে নিলগীয়া মানুহ, a thoroughly unconnected person, a perfect stranger.

বাটলৈ চোৱা—ক্রি. বাটেদি মানুহ আহে। কোনো মানুহ আহিব লগীয়া থাকিলে বাটলৈ চাই থকা হয়। এতেকে,— অপেক্ষা কৰা, to expect the arrival of a person.

বাটে-ঘাটে— ক্রি-বিণ. য'তে ত'তে প্ৰকাশ্য ঠাইত, anywhere and everywhere.

বাটে-পথে— ক্রি-বিণ. য'তে ত'তে প্রকাশ্য ঠাইত, anywhere and everywhere.

বাটে পোৱালি মেলা— ক্রি. জহুৱে পোৱালি জগাই মেলি দিয়ে। খৰালি হ'লে এটা বাটৰপৰা বহুত সক সক বাট ওলাই যায়। সেই দেখি জহুৰে সৈতে বাটৰ তুলনা কৰা হৈছে। এতেকে,— খৰালি হোৱা, the setting in of cold weather.

বাটে যোৱা— ক্রি. সর্ব্ব প্রচলিত ৰীতি অনুযায়ী কার্য্য কৰা, to take the trodden path, to act according to the accepted ideas of usage and custom.

বাঢ়েটোকা মানুহ— বি. বাঢ়েটোকা চৰায়ে বাঢ়েৰ গৰে কাঠত টোক্ টোক্ কৰি থাকে, ; সি কেতিয়াও শান্তিৰে বহি নাথাকে। এতেকে,— ডেওডুপাল পাৰি ফুৰা দুষ্ট মানুহ, a fidgetty or uneasy person.

বান-বাৰিষা কাল— বি. [ বান অহা বাৰিষা কাল ] ঘোৰ বাৰিষা বতৰ, the season of rains and flood.

বাণ মৰা— ক্রি. [ মোহিনী বাণ মৰা ] পূর্ব্ব-কালত যুদ্ধত মোহিনী বাণ মাৰি শত্রুক মুগ্ধ কৰি পেলাই ধৰে। এই কার্য্য মন্ত্ৰৰ দ্বাৰা সাধিত হৈছিল। সেই মন্ত্র আজি-কালিও অসমত প্রচলিত আছে বুলি কয়। এতেকে,— মুগ্ধ কৰা, to enchant, to bring under perfect control.

বাতৰি গৰগাঁও পোৱাগৈ— ক্রি. গৰগাঁও অসমৰ ৰাজধানী আছিল। সক-সুৰা বাতৰি ৰাজধানীলৈ নগৈছিল। ডাঙৰ বাতৰি হ'লে চাৰিওপোনে প্রচাৰিত হৈ ক্রমে ৰাজধানী পায় গৈ এতেকে,— বা'তৰি বহু দূৰলৈকে প্রচাৰিত হোৱা, the spreading of a news far and wide.

বান্দবৰ ঘা— বি. বান্দৰৰ ঘা লাহে লাহে বিয়পি যায়। এতেকে,— যাৰপৰা অনিষ্ট বাঢ়ি যায় তেনে অশুভ কার্য্য, an evil which steadily increases.

বান্দৰৰ ডিঙিত মুকুতাৰ মালা পিন্ধোৱা— ক্রি. পূর্ব্বকালত সীতা দেৱীয়ে হনুমানক এধাৰ মুকুতাৰ মালা যঁটা দিছিল। হনুমানে তাক দাঁতেৰে কামুৰি ছিঙি পেলালে। সেই ঘটনাৰপৰা এই বাক্যৰ উৎপত্তি হৈছে। এতেকে,— যি মানুহে বহু-মূলীয়া বস্তুৰ মোল নুবুজি তাক অনাদৰ কৰে তেনে মানুহক তেনে বস্তু দিয়া, to give a valuable thing to an unworthy recipient.

**বান্দবৰ ডিঙিত সোণৰ হাৰ পিন্ধোৱা**— ক্রি. 'বান্দবৰ ডিঙিত মুকুতাৰ মালা পিন্ধোৱা' চোৱাঁ। কোনো লোকৰ মতে সীতা দেৱীয়ে হনুমানক সোণৰ হাৰ দিছিল, মুকুতাৰ মালা নহয়।

**বান্দবৰ মুখৰ কল ভুকুৱালে সৰা**— ক্রি. বান্দৰে কল মুখত সুমাবলৈ পালে তাক কেতিয়াও উলিয়াই নেপেলায়। তাক ধৰি যদি গালত ভুকুৱাই দিয়া যায়, তেতিয়াহে কল সৰি পৰে। বান্দৰে ইচ্ছা কৰি কল নিদিয়ে। কাকুতি-মিনতি কৰিলে সি কল উলিয়াই নিদিয়ে। বল-প্রয়োগৰ দ্বাৰাহে তাৰ মুখৰ কল পাব পাৰি। এতেকে,— অতিৰিক্ত স্বাৰ্থপৰ মানুহৰপৰা কোনো বস্তু বল-প্রয়োগৰ দ্বাৰা পোৱা, to obtain a thing from an extremely selfish person by use of physical force only.

**বান্দবৰ সাত পুৰুষ ডাল কোবাই যোৱা**— ক্রি. বান্দৰে অতীজৰেপৰা গছৰ ডালে ডালে বগাই ফুৰি কাল নিয়াব লাগিছে। সি আজিলৈকে থাকিবৰ নিমিত্তে ঘৰ দুৱাৰ সাজিবলৈ শিকা নাই। এতেকে,— বহুকলীয়া ৰীতি অনুসাৰে চলা, to follow a time-honoured custom.

**বান্দৰী-চৰিওৱা দিয়া**— ক্রি. বান্দৰবিলাকে পৰস্পৰ প্ৰীতি আৰু সৌহার্দ্দ বুজাবৰ নিমিত্তে ইটোৱে সিটোৱে গালত টাপুচ টাপুচ কৰি চৰিয়ায়। এতেকে,— কম জোৰেৰে ঘনকৈ চৰিওৱা, to slap a person several times slightly on the face.

**বান্দৰী-নচুৱা দিয়া**— ক্রি. বান্দৰক যেনেকৈ নচুৱায়, বান্দৰে তেনেকৈ নাচে। এতেকে,— কোনো মানুহে তাৰ সম্পূর্ণ নিজৰ মতেৰে পৰক চলোৱা, to guide a person entirely according to one's own will.

**বান্দৰে নাৰিকলৰ মোল নুবুজা**— ক্রি. বান্দৰে নাৰিকল ভাঙিব নোৱাৰে। সি কেতিয়াও নাৰিকল খাবলৈ নাপায়। নাৰিকল কেনে সোৱাদ কল, সি তাক নাজানে। এতেকে,— ইতৰ মানুহে ওখ শ্ৰেণীৰ বস্তু বা কাৰ্য্যৰ স্বৰূপ নির্ণয় কৰিব নোৱাৰা, the failing to gauge the real value of a high-class thing or action by a vulgar person.

**বান্দৰে সাগৰৰ পানী খাই টুকাব নোৱাৰা**— ক্রি. সাগৰৰ পাৰৰ হাবিত অসংখ্য বান্দৰ থাকে। তাকে তাকে বান্দৰ আহি সাগৰৰ পানী সদায় খাব লাগিছে, তথাপি সাগৰৰ পানী নুটুকায়। ইতৰ লোকক বান্দৰেৰে আৰু মহৎ লোকক সাগৰেৰে তুলনা কৰা হৈছে। মহৎ লোকৰ ধন-সম্পত্তিক সাগৰৰ পানী বোলা হৈছে। এতেকে,— ইতৰ লোকে মহৎ লোকৰ ধন-বস্তু আত্মসাৎ কৰিলেও মহৎ লোকৰ বিশেষ ক্ষতি কৰিব নোৱাৰা, the failing of a vulgar person to do real harm to a great man by misappropriating a part of his vast estate.

বাম্দীৰ কান্তা যোগ— বি. কপ্পাকাল হোৱা সময় অনুযায়ী জিবোভাৰ 'যোগ' নির্ণীত হয়। 'কান্তা' ভাল যোগ। কিন্তু যি বান্দী, তাইৰ কান্তা যোগৰ শুভ ফল হ'বৰ স্থল নাথাকে। এতেকে,— চিৰ-দৰিদ্র মানুহৰ পক্ষে গ্রহাদিৰ নিষ্ফল শুভ-দৃষ্টি অর্থাৎ যি মানুহৰ উন্নতি অসম্ভৱ তাৰ পক্ষে নিষ্ফল শুভ লক্ষণ, good signs to a person who is destined not to rise above a miserable life.

বাপ ঢোৰা সাপ— বি. ঢোৰা-সাপৰ বংশ বেছি, কিন্তু তাৰ কামোৰত বিষ নাই। ঢোৰা-সাপে কামুৰিলে আন সাপে সেই মানুহক কোনো কালে নাকামোৰে বুলি কয়, কিয়নো ঢোৰা সাপ সকলো সাপৰ বপা। বাপেকে পুতেকক ভবিষ্যায় আৰু কোবায়। যাৰ দ্বাৰা ল'ৰাৰ অমঙ্গল ঘটে, বাপেকে তেনে কার্য্য নকৰে। বাপেকৰ কার্য্যত বিষ অর্থাৎ হিংসা-ভাব নাথাকে। এতেকে, —বাহিৰে টান-মুখীয়া কিন্তু ভিতৰে মৰমিয়াল বাপেক, a stern but loving father.

বাপৰ ধন— বি. বাপেকৰ মৃত্যুৰ পাছত পুতেকে পোৱা বাপেকৰ ধন, পৈতৃক সম্পত্তি, patrimony.

বাপতি সাহোন—বি উত্তৰাধিকাৰী-স্বত্বে পোৱা বাপেকৰ ধন-সম্পত্তি, patrimony.

বাপুৰ গাত বাঢ়নী লগা—ক্রি [ বাপু=বামুণ। ] বাঢনী অশুচি বস্তু। ঠাই সাৰেঁাতে বামুণৰ গাত বাঢ়নী লাগিলে, ঠাই সাৰেঁাতা মানুহৰ বৰ ডাঙৰ জগৰ লাগে। এতেকে,—ডাঙৰ জগৰ লগোৱা ( বিদ্রূপ ), to offend highly ( used ironically ).

বাপুৰ চূণ খাই মৰা— ক্রি. ( উপকথা ) বামুণে দৈ পাখীৰ আনি, জিটিকায়ে চুৰ কৰি খায় বুলি তাক ভাঁবিবৰ মনেৰে, চূণ থৈছো বুলি ক'লে। জিটিকায়ে প্রকৃত কথাৰ গম পাই চূণ চাই থাকি বামুণে কোনো এটা জগৰত তাক কিলোৱাত সি, "এনেও নাই তেনেও নাই বাপুৰ চূণ খায়ে মৰোঁ" বুলি কৈ ঘোকা-ঘোকে দৈ-পাখীৰখিনি খাই পেলালে। এতেকে,—কোনো ভাল কার্য্যকে লোকৰ আগত যেন্না বুলি ফাঁকটি দি বুজাই স্বার্থসিদ্ধি কৰা, to manipulate anything to one's advantage under a pretence of doing it out and out against sel-finterest.

বামত সাঁতোৰা—ক্রি. মাটিত হাত-ভৰি মেলি চঁচৰিলে সাঁতোৰা যেন দেখি। এতেকে,—চঁচৰি-বাগৰি ফুৰা, অসীম কষ্ট ভোগ কৰা, to be afflicted by untold misery.

বামুণ চাই ভোজনী—বি. বামুণ ডাঙৰ হ'লে ভোজনী ডাঙৰ হ'ব লাগে, আৰু বামুণ সৰু হ'লে ভোজনী সৰু হ'ব লাগে। এতেকে,—যথাযোগ্য কাৰ্য্য, an appropriate action

বামুণৰ ক'লা—বি. বামুণৰ ভিতৰত সাধাৰণতে ক'লা মানুহ নাথাকে। এতেকে,—বিজতৰীয়া বামুণ, a degenerate Brahman.

বামুণৰ জোলোঙ্গা—বি. 'বামুণ' শব্দে এই স্থলত পৈৰজ্ঞ বামুণ বুজাইছে। তেওঁলোকে কান্ধত ডাঙৰ জোলোঙ্গা লৈ গাৱেঁ গাৱেঁ ভোজনী লৈ ফুৰে। এতেকে,—ডাঙৰ জোলোঙ্গা, বহু বস্তু ধৰা পাত্ৰ, a capacious receptacle.

ব্ৰামুণৰ বকৰা, শূদিৰৰ পঢ়ুৱা—বি. পূৰ্ব্ব-কালত বামুণে বিষয় নলৈছিল, আৰু শূদিৰে নপঢ়িছিল। বামুণৰ ভিতৰত বকৰা আৰু শূদিৰৰ ভিতৰত লেখা-পঢ়া জনা মানুহ অসম্ভৱ আছিল। এতেকে,—বিপৰীত কাৰ্য্য, topsyturvydom.

বামুণী-গঢ়ী—বিণ. বামুণী ছিৰোতাৰ মুখৰ সাজ দীঘল-চানেকীয়া আৰু নাকৰ আগ জোঙ্গা। এতেকে,—বামুণী তিৰোতাৰ নিচিনা শুৱনী, handsome like a Brahman girl.

বামুণে হাল বোৱা—ক্রি. বামুণে হাল বোৱা হিন্দুধৰ্ম্ম-বিৰুদ্ধ কাৰ্য্য। এতেকে,—অসম্ভৱ কাৰ্য্য ঘটা, the doing of an impossible act.

বামে নাও চলোৱা—ক্রি. নাও পানীয়েদি চলায়, বামেদি নচলায়। এই স্থলত কোৱা হৈছে যে বামেদিয়েই গাৰ বলেৰে নাও টানি লৈ যায়। এতেকে,—গাৰ বলেৰে অন্যায় কাৰ্য্য কৰা, to do an unjust or improper thing by sheer physical force.

বাৰকুৰি—বিণ. বহু-সংখ্যক, numerous.

বাৰজোৰা দিয়া কথা—বি. কাপোৰ ফাটিলে তাপলি জোৰা দিব লাগে। এতেকে,—বাৰটা তাপলি অৰ্থাৎ মিছা জোৰা দিয়া কথা, বহু মিছাৰে সজাই-পৰাই কোৱা কথা, a highly exaggerated account.

বাৰবঙ্গলুৱা মানুহ—বি. আগৰ দিনত ভাটী ফালৰপৰা অহা সকলো মানুহক বঙ্গাল বুলিছিল। এতেকে,—গাৰ ঠাইৰপৰা অহা বাৰ ৰকমৰ বঙ্গলুৱা মানুহ, নানা ঠাইৰপৰা অহা বিদেশী মানুহ, people of various nationalities.

বাৰবুৰি—বিণ. কুৰিটাই একুৰি হয়। এতেকে,—একুৰি, অৰ্থাৎ বহু-সংখ্যক, numerous.

বাৰবাহতুৱা মানুহ—বি. [ বাৰ বসতুৱা মানুহ ] বাৰ ঠাইৰপৰা আহি বসতি কৰা মানুহ, য'ৰে ত'ৰেপৰা আহি থকা নানাপ্ৰকাৰ মানুহ, all sort of people.

বাৰভচহু কথা—বি. বাৰ বকমৰ ভচ্ ভচ্ কৰে কোৱা কথা, নানা প্ৰকাৰৰ অপ্ৰাসঙ্গিক কথা. a good deal of irrelevant matter.

বাৰ হাত কেৰেলাৰ তেৰ হাত গুটি হোৱা—ক্ৰি. যি কেৰেলাৰ গছডাল বাৰ হাত দীঘল, তাৰ গুটিটো তেৰ হাত দীঘল হোৱা অসম্ভৱ। এতেকে,—অসম্ভৱ ঘটনা হোৱা, the happening of a miraculous event.

বাৰেওটি কাল, তেৰও যুগ—বি. [ বাৰেওটি কাল=বাৰেওটি মাহ কাল। ] ১২ বছৰে ১ যুগ হয়। 'তেৰও যুগ' এই কথাৰ দ্বাৰা 'বাৰতকৈও বেছি যুগ' বুজোৱা হৈছে। এতেকে,—চিৰকাল, perpetually, for ever.

বালিচাহিৰপৰা গজ-হস্তী লৈ—ক্ৰি. বিশ. বালিচাহি অতি সৰু, গজ-হস্তী অতি ডাঙৰ এতেকে,—অতি সৰুৰপৰা অতি ডাঙৰলৈ, from the lowest to the highest.

বালি ভাত খোৱ'—ক্ৰি. কোনো আমোদ-উৎসৱত নৈৰ বালিত গৈ ভাত বান্ধি খোৱা হয়। এতেকে,—দূৰণি ঠাইলৈ গৈ আমোদ-উৎসৱ কৰা, to make a holiday excursion.

বাহিৰে ৰং-চং ভিতৰে কোৱা-ভাতুৰী—বি. কোৱা-ভাতুৰীৰ বাহিৰ ফাল দেখিবলৈ ৰং-চঙীয়া, কিন্তু ভিতৰফাল অসাৰবা। অকল বাহিৰ ফাললৈ চালে, সি যে কোৱা-ভাতুৰীতকৈ ওখ খাপৰ গুটি, এনে ধাৰণা ওপজে, কিন্তু সি যে প্ৰকৃততে কোৱা-ভাতুৰী, আন একো নহয়, সেই কথা তাৰ ভিতৰফাল চালে বুজিব পৰা যায়। এতেকে,—দেখাত ধুনীয়া কিন্তু প্ৰকৃততে অসাৰৱা কাৰ্য্য, মানুহ, ইত্যাদি, anything beautiful to look at but possessing no intrinsic value.

বাহিৰে লটপট ভিতৰে কপট—বি. [ লট্ পট্=লেট পেট। ] বাহিৰে লেট-পেট অৰ্থাৎ অতি মিল কিন্তু ভিতৰে কপট ভাৱ, hostility under cover of friendship.

বাহু দাঙি কোৱা—ক্ৰি. বাহু স্বৰ্গৰ ফালে দাঙি কোৱা অৰ্থাৎ ঈশ্বৰক চিতি কোৱা, to speak with all earnestness, to speak confidently.

বিজুলী-সঞ্চাৰে যোৱা—ক্ৰি. বিজুলীৰ সঞ্চালনেৰে অৰ্থাৎ গতিৰে যোৱা, অতি বেগেৰে যোৱা, to travel with lightning speed.

বিদা কৰা—ক্ৰি. [ বিদ্যা কৰা ] কোনো এটা বিদ্যা জনা বুলি আনক দেখুৱাবৰ অভিপ্ৰায়েৰে কাৰ্য্য কৰা, to make a vain display of knowledge.

বিদা লগা—বিশ. [বিদ্যা লগা] কোনো প্ৰকাৰৰ বিদ্যা থকা, যেনে লেখা-পঢ়া বিদ্যা, শিল্প বিদ্যা ইত্যাদি, qualified in any branch of useful knowledge.

বিদ্যাই লাগ দিয়া—ক্রি. [লাগ দিয়া=লগ দিয়া] বিদ্যাই লগ পাবলৈ দিয়া, বিদ্যাক খেদি ধৰিব পৰা অৰ্থাৎ বিদ্যাৱন্ত হোৱা, to be endowed with knowledge.

বিধতাই দিলেও তিৰোতাই নিদিয়া—ক্রি.পূৰ্বজন্মত বিধতাই যাৰ কপালত সৌভাগ্য লিখি দিয়ে, সিহে এই জন্মত সুখী হ'ব পাৰে। এই স্থলত কোৱা হৈছে, যে বিধতাই দিলেও তিৰোতাই অৰ্থাৎ নিজৰ ঘৈণীয়ে নিদিয়ে। ঘৰৰ গৰাকী ঘৈণী। কোনো বস্তু ঘৈণীয়ে দিহা-পোহা কৰি দিলেহে তাক পোৱা যায়, নহ'লে বস্তু ঘৰত থকা সত্ত্বেও তাক ভোগ কৰিবলৈ পোৱা নাযায়। এতেকে,—যাই গৰাকীৰপৰা কোনো বস্তু পালেও বিলনীয়াই বিলাই নিদিয়া, the withholding of a gift of a donor by a person who is appointed to administer it.

বিধতাৰ-খোঁচ—বি. [ বিধতাৰ কলমৰ খোঁচ ] কপালত লিখা বিধিৰ লিখন, ভাগ্য-লিপি, destiny.

বিধি-পথালি দিয়া—ক্রি. বিধিয়ে ( বিধতাই ) পথালি দিয়া অৰ্থাৎ বাট ভেঁটি ধৰা। দৈবে ব্যাঘাত জন্মোৱা, to be confronted with misfortune.

বিধিৰ লিখন—বি. বিধিয়ে ( বিধতাই ) মানুহৰ কপালত সুখ-দুখ আদি বিষয় লিখি দিয়ে বুলি কয়। এতেকে,—ভাগ্য, destiny.

বিধুতি হোৱা—ক্রি [ধুতি=ধৌত, শুচি। বিধুতি=অশুচি।] ঋতুমতী হোৱা, to be affected with menstruation.

বিনচলৈ ওহৰা—ক্রি. গাই গৰুৱে প্ৰসৱৰ সময় হ'লে ওহাৰে অৰ্থাৎ ভেতিয়াহে ওহাৰত গাখীৰ গোট খায়। প্ৰসৱৰ পূৰ্ব-কাল নৌ হওঁতেই যদি তাই ওহাৰে, তেনেহলে পোৱালি বিনচ্ ( বিনষ্ট ) হয়। এতেকে,—অসময়ত ঐশ্বৰ্য্য-বিভূতি অমঙ্গলৰ নিমিত্তে হোৱা, to come to possess fortune before proper time which is a sign foreboding evil.

বিনা-মেঘে বজ্ৰপাত—বি. মেঘ নহ'লে বজ্ৰপাত নহয়। এই স্থলত, মেঘ নোহোৱাকৈ বজ্ৰপাত হয় বোলা হৈছে। 'বজ্ৰ' শব্দে দুৰ্ঘোৰ বিপদ বুজাইছে। এতেকে,—পূৰ্ব্ব-জাননী নোহোৱাকৈ দুৰ্ঘোৰ বিপদ উদয়, অকস্মাৎ মহাবিপদৰ আৱিৰ্ভাব, the occurring of a great calamity without warning.

বিপদ মাতি অনা—ক্রি. যি কাৰ্য্যত নিশ্চিত বিপদ ঘটে তেনে কাৰ্য্য জানি-শুনি কৰা, to invite danger.

বি বি বা বা গোৱা—ক্রি. অস্পষ্ট ভাষা ব্যৱহাৰ কৰা, অৰ্থশূন্য কথা কোৱা, যিহকে তিহকে বকা, to talk unintelligibly, to talk nonsense.

বিয়াৰ পানী পোৱা—ক্রি. বিয়াত দৰা-কন্যাক পানী তুলি নোৱায়। প্ৰবাদ আছে যে, নোৱনী-পানী পালে মানুহ চিকুণ হয়। এতেকে,—দৰা-কন্যাই বিয়াৰ পাছত চিকুণ হোৱা, the attaining of bloom and vigour by a married couple after wedlock.

বিৰ দি বাট নোপোৱা—ক্রি. [ ভিৰ দি বাট নোপোৱা ] বহু প্ৰজা কোনো ঠাইত গোট খালে, তাৰ ভিতৰলৈ সোমাবলৈ বাট পোৱা নাযায়। এই স্থলত কোৱা হৈছে, যে গাৰ ভিৰ দি অৰ্থাৎ গাৰ হেঁচা দি ঠেলিও বাট পোৱা নাযায়। এতেকে,—বহু প্ৰজাৰ সমাগম হোৱা, the collecting of a dense crowd.

বিবিণা তল—বি. বছৰৰ আৰম্ভতে মানুহে দৈৱজ্ঞক সেই বছৰ পানী কিমান হ'ব বুলি সোধে। দৈৱজ্ঞই উত্তৰ দিয়ে, "বিবিণা তল"। পানী বেছি হ'লে, বিবিণা পানীত অদৃশ্য হয়। তেতিয়া দৈৱজ্ঞই কয়, "মই আগেয়ে কৈছিলোঁ বিবিণা তল যাব।" পানী কম হ'লে বিবিণা পানীৰ ওপৰলৈ ওলাই থাকে। তেতিয়া দৈৱজ্ঞই কয়, "মই আগেয়ে কৈছিলোঁ বিবিণাৰ তল হব"। এতেকে,—দ্ব্যৰ্থবোধক কথা, an ambiguous statement.

বিল ফাটি সোমোৱা—ক্রি. [ মাটি ফাটি বিলত সোমোৱা ] 'বিল' সংস্কৃত পদ, তাৰ অৰ্থ 'গাঁত'। সীতা-দেৱীৰ পাতাল-প্ৰৱেশৰ ঘটনাৰপৰা এই বাক্যৰ উৎপত্তি হৈছে। গাঁতৰ ভিতৰত সোমালে কোনেও দেখা নাপায়। এতেকে,—কোনেও গম ধৰিব নোৱাৰাকৈ অকস্মাৎ অন্তৰ্হিত হোৱা to disappear mysteriously.

বিল লোৱা—ক্রি. বিল ল'লে সদায় অলপ-অচৰপ মাছ পাই থাকিব পাৰি। বিল নলৈ সৰহ মাছ ল'লেও সেই এবেলি মাথোন মাছ পোৱা হয়। এতেকে,—খণ্ডেকীয়া বেছি লাভলৈ নাচাই বাৰমহীয়া অলপীয়া লাভলৈ চোৱা, to prefer small but constant gains to large gains obtained only once.

বিশুধি হোৱা—ক্রি. [ বিশুধি = অশুচি। ] ঋতুমতী হোৱা, to be affected with female menstrual discharge.

বিষ-দাঁত ভগা—ক্রি. সাপৰ বিষ-দাঁত ভাগিলে সি একো অপকাৰ কৰিব নোৱাৰে। এতেকে,—অপকাৰ কৰিবলৈ শক্তিৰহিত হোৱা, ক্ষমতাহীন হোৱা, to become powerless for mischief.

বিষম দৈৱৰ গতি—বি. দৈৱ সমভাৱে নাযায় অৰ্থাৎ কেতিয়াবা সৰলভাৱে যায় আৰু কেতিয়াবা বেঁকাবেঁকি হৈ যায়। এতেকে,—ভাগ্যৰ চঞ্চলতা, vicissitudes of fortune.

বিহু খোৱা—ক্রি. বিহু খোৱাৰ তুল্য বিপদ উপস্থিত হোৱা, ঘোৰ বিপজ্জনক কাৰ্য্যত হাত দিয়া, to run a great risk.

বিহু-জলকীয়া—বি. বিহু-জলকীয়াৰ জাল অতি উগ্ৰ। এতেকে,—অতি উগ্ৰ মানুহ, an exceedingly spirited person.

বিহুৱা ডেকা—বি. বিহুৰ সময়ত ডেকা মানুহে বিহু-নাচ পাতে। এতেকে,—ধেমেলীয়া চঞ্চল ডেকা, a jovial young man.

বিহুৱে-সংক্রান্তিয়ে—ক্রি-বিণ. সংক্রান্তি মাহেকত এদিন হয়। বিহু বছৰেকত তিনি দিন হয়। এতেকে,—কেতিয়াবা, occasionally.

বীণ-ব'বাগী—বি. বীণ বাই ফুৰা ব'বাগী, মগনীয়া, a mendicant, a beggar.

বুকু-জুৰোৱা—ক্রি. মাকে ল'ৰা বুকুত সাবটি ধৰি থাকিলে বুকু জুৰ হয়। এতেকে,—লগত থাকি মনত শান্তি দিয়া, to give the pleasure of fellowship or association.

বুকু ফিন্দাই যোৱা—ক্রি. অহঙ্কাৰী মানুহে বুকু ফিন্দাই খোজ কাঢ়ে। এতেকে,—অহঙ্কাৰীভাৱে চলা, to walk haughtily.

বুকু লৰা—বিণ.—[ লৰা=কঁপা। ] ভয়াতুৰ মানুহৰ বুকু কঁপে। এতেকে,—ভয়াতুৰ, pusillanimous, chicken-hearted.

বুকুত কামোৰ মৰা—ক্রি. বুকুত অৰ্থাৎ মৰ্ম্মস্থানত কামুৰিলে মানুহৰ জীৱনৰ আশঙ্কা হয়। এতেকে,—সাংঘাতিক অপকাৰ কৰা, to do a fatal injury.

বুকুত কুঠাৰ দিলে 'ক' নোলোৱা—বিণ. বুকুত কুঠাৰ পাতি যদি কোৱা হয় "তই 'ক' বোল, নহলে এই কুঠাৰেৰে তোৰ বুকু চিৰিম," তেনেহলেও তাৰ মুখৰ-পৰা 'ক' আখৰ উচ্চাৰণ নহয়। এতেকে,—মহামূৰ্খ, extremely dull of perception or understanding.

বুকুৰ বান্ধৈ—বি. [ বান্ধৈ=বান্ধৱ। ] অতি মৰমৰ বন্ধু, a bosom friend.

বুকুৰ শাল উভলা—ক্রি. বুকুত শাল মাৰি থ'লে তাৰ যন্ত্ৰণা নুগুচে। তাজৰ সন্তাপ হ'লেও বুকুৰপৰা নুগুচে। সন্তাপক শ্যালেৰে তুলনা কৰা হৈছে। এতেকে,—বহুকাল-ব্যাপী সন্তাপ হৰণ কৰা, to eradicate a source of continued deep anxiety.

বুকুৰে ধান বনা—ক্রি. ধান বানোতে ঢেঁকীয়ে ধুপ্‌ধুপায়। ভাবৰ উদ্বেগ হ'লে বুকুৱে ধুপ্‌ধুপায়। এতেকে,—শোক, খিয়াল আদি ভাবৰ উদ্বেগত বুকুৱে ধুপ্‌ধুপোৱা, to be deeply swayed by feelings of grief, jealousy, etc.

বুকুৰে খিপ্-খিপোৱা—ক্রি. ধবকৈ ভয় পালে বুকুৱে খিপ্‌খিপায়। এতেকে,—ধবকৈ ভয় পোৱা, to be afraid too much.

বুটী কোৰত থকা—ক্রি. দুখীয়া মানুহৰ হাল-গৰু নাথাকে; কোৰেৰে মাটি চহায়। এই স্থলত ইমান দুখীয়া বোলা হৈছে যে তাৰ কোৰখনো বুটী। এতেকে,—অতি দুখীয়া বাৱসায় লোৱা, to lead a humble life.

বুঢ়া ডাঙৰীয়া—বি.—বুঢ়া ডাঙৰীয়া এবিধ দেও। এই দেও বৰ গহীন আৰু মানী। এতেকে,—গহীন আৰু মানী মানুহ, a sober and respectable person.

বুঢ়া শালিকাই মাত ল'ব নোৱাৰা—ক্রি. শালিকাই পোৱালি হৈ থাকোঁতেহে মানুহৰ মাত শিকিব পাৰে। বুঢ়া শালিকাই মাত ল'ব নোৱাৰে। এতেকে,—বয়স বেছি হলে নতুন কথা শিকিবলৈ অক্ষম হোৱ', to be too far advanced in life to be able to learn a new thing

বুঢ়াৰ কথা নুশুনি খালত পৰি কেঁকোৱা—ক্রি. (উপকথা) কোনো ডেকাই বুঢ়াৰ হাক নুশুনি গৈ খালত পৰিলগৈ। পাছত বুঢ়াক দেখি খালৰপৰা তুলিবলৈ বুঢ়াক কেঁকাই কেঁকাই অনুৰোধ কৰিলে। বুঢাই ভেতিয়া উত্তৰ দিলে "বুঢাৰ কথা নুশুন ডেকা, খালত পৰি কিয় কেঁকা"। এতেকে,—জনা-বুজা মানুহৰ কথা নুশুনি বিপদগ্ৰস্ত হোৱা, to be involved in danger by disregarding the warning of competent advisers.

বুঢাৰ হাতত চেলেঙ্গি—বি. মাছ পিছল বাবে তাক হাতেৰে ধৰি ৰখা টান। বুঢ়া মানুহৰ হাত খহটা-খহটি। বুঢ়াৰ হাতত চেলেঙ্গি পৰিলে সি এৰাই যাব নোৱাৰে। এতেকে,—প্ৰবীণ, কাৰ্য্য-কুশল মানুহৰ হাতত ধূৰ্ত্ত মানুহ, a cunning person under the control of a veteran who cannot be hoodwinked.

বুঢ়ী ঘৈণী বি. দ্বিতীয় ঘৈণীৰ বয়স কম আৰু তাই কাম-বন কৰি ফুৰে। প্ৰথম ঘৈণী তেতিয়া বুঢ়ী হয় আৰু তাই বহি থাকি দ্বিতীয় ঘৈণীক হুকুমেৰে চলায়। এতেকে,—মুখেৰে দিহা দিয়া আৰু নিজে কাম-বন নকৰা মাইকী মানুহ, a woman who does no work herself but superintends the work done by others in a household.

বুদ্ধি থকা ধৰা-ধান নথকা—ক্রি. ধৰা ধানেৰে সান্দহ-পিঠা আদি জলপান কৰা হয়। এইবিলাক জলপান কৰিবলৈ বুদ্ধি লাগে। যদি ধৰা-ধান যুগুত নাথাকে, তেনেহ'লে জলপান প্ৰস্তুত কৰিবৰ নিয়ম-প্ৰণালী জনাৰ আৱশ্যকতা নাই। এতেকে,—সঁজুলি নাথাকিলে জ্ঞানৰ আৱশ্যকতা নথকা, the coming of knowledge to no purpose if there be no material to work upon.

বুদ্ধিৰ কোঁপচুলা—বি. [কোপচুলা = কোঁপাল অৰ্থাৎ গাঁঠি নোহোৱা চুলা।] কোঁপাল চুলাত পাখীৰ বা পানী নবয়, ওলাই যায়। এতেকে,—বুদ্ধি-শারত বুদ্ধি নোবোৱা মানুহ, মূৰ্খ মানুহ, a stupid person.

বু বু বা বা কৰা—ক্রি. ৰৰলোকৰ কলঙ্ক উলিয়াবলৈ কোনোৱে সাহ নকৰে। তেনে স্থলত প্ৰথমতে ইটোৱে সিটোৱে বু বু বা বা অৰ্থাৎ অস্পষ্টভাৱে কোৱা-কুই কৰে। এতেকে,—কণা-কণিকৈ কলঙ্ক প্ৰচাৰ কৰা, to spread a scandal by secret insinuations.

বু বু বুলি বোপাই বোলা—ক্রি. মাত ফুটিবলৈ ধৰোঁতে ল'ৰাই প্ৰথমে 'বু' 'বু' কৰে। তাৰ পাছতহে 'বোপাই' শব্দ উচ্চাৰণ কৰিব পাৰে। এতেকে,—কোনো কাম ক্রমশঃ অভ্যাসৰ দ্বাৰা সিদ্ধি কৰা, to be able to do anything by learning it from the beginning by slow degrees.

বুৰে পতি শেলুক নোপোৱা—ক্রি. পানীত শেলুক থাকে। বুৰ মাৰি পানীৰ তলৰ পৰা শেলুক অনা হয়। কিন্তু প্ৰতি বুৰতে শেলুক পোৱা নাযায়। এতেকে,—প্ৰত্যেক চেষ্টাতে লাভ নোপোৱা, not to expect success at every attempt.

বুলিব জানলে মজিয়াই ডেৰ পৰৰ বাট হোৱা—ক্রি. খোজ কাঢ়িব জানিলে মজিয়ালৈ ভাত খাবলৈ যাওঁতেই ডেৰ পৰ অৰ্থাৎ বহু সময় নিয়াব পাৰি। নতুনকৈ বিয়া কৰি অনা ছোৱালীয়ে মজিয়ালৈ যাওঁতে ইমান লাহে লাহে যায় যে মজিয়ালৈ যাওঁতেই বহু সময় লাগে। সেই কথাৰ পৰা এই বাক্যৰ উৎপত্তি হৈছে। এতেকে,—কোনো কাৰ্য্যৰ নিয়ম-প্ৰণালী জানিলে বেয়া হ'লেও তাক ভাল বুজাব পাৰি, to be able to show a work in bright colours although it is bad in itself provided one knows how to do it in the proper way.

বৃহস্পতি পোন হোৱা—ক্রি [জ্যোতিষীয়া প্ৰয়োগ।] বৃহস্পতি সম্মুখীন হ'লে সৌভাগ্য বুজায়। এতেকে,—ভাগ্যোদয় হোৱা, the rising of fortune.

বেঙ্গে ওঠাৰখন পাম কৰা—ক্রি. বেঙৰ ঘাই ঘৰ এঠাইত আছে, কিন্তু তাৰ পাম ওঠৰ ঠাইত আছে বোলা হৈছে। দুখীয়া মানুহক বেঙেৰে তুলনা কৰা হৈছে। যি মানুহৰ ঘাই ঘৰ চলাবৰ শক্তি নাই, সেই মানুহে ওঠৰখন ঠাইত ওঠৰখন পাম পাতে, এই ভাব বুজোৱা হৈছে। এতেকে,—দুখীয়া মানুহে বহল কাৰবাৰ কৰা, to engage in an extensive business although a poor man.

বেঙ্গো ওলোৱা সাপেও দেখা—ক্রি. বেঙেও সাপ আছে বুলি নাজানে আৰু সাপেও বেঙ ওলাব বুলি গম নাপায়। কিন্তু যি সময়তে বেঙ ওলায়, ঠিক সেই সময়তে সাপে তাক দেখা পায়। এতেকে,—দৈৱবশতঃ শত্ৰুৰে দেখা-দেখি হোৱা, to meet an enemy accidentally.

বেজেনা পহুত হাঁকুটি লগোৱা—বিণ. বেজেনা পহু নিচেই সৰু। বেজেনা হাজেৰে ছিজি অনা হয়। এই স্থলত মানুহটো ইমান একণিমান বোলা হৈছে যে সি হাঁকুটি লগাইহে বেজেনা পাৰিব পাৰে। এতেকে,—নিচেই কঁটীয়া, pygmean dwarfish.

বেজী সিওঁ সিওঁ কৰা—ক্রি. [ ল'ৰা-ধেমালি ] এটা ল'ৰাই "বেজী সিওঁ সিওঁ" বোলে, আন এটাই "নিসিবঁা নিসিবঁা" বোলে। বেজী লৈ কাপোৰ সিবলৈ বিচাৰি ফুৰে বোলা হৈছে। এতেকে,—সকলো কার্য্যতে আগুৱান হৈ ফুৰা, to push on, to press forward.

বেজীৰ আগেৰে খোৱা—ক্রি. বেজীৰ আগেৰে এটা এটা কৰি কোনো বস্তু খুঁচি খালে নিচেই তাকৰকৈহে খাব পৰা যায়। এতেকে,—নিচেই তাকৰকৈ খোৱা, to eat too little.

বেজীৰ জলা মনা, কুঠাৰৰ জলা নমনা—ক্রি. বেজীৰ জলা একণিমান, কুঠাৰৰ জলা ডাঙৰ। ডাঙৰ জলা তৎক্ষণাৎ মনিব পৰা যায়, কিন্তু একণিমান জলা ম'নবলৈ টান। এই স্থলত ওলোটাই কোৱা হৈছে, যে একণিমান জলা মনিব পাৰে, কিন্তু ডাঙৰ জলা মনিব নোৱাৰে। এতেকে,—সৰু কথালৈ গম কৰা কিন্তু ডাঙৰ কথালৈও গম নকৰা, to take into account trifling details disregarding even important broad facts.

বেটীৰ খং বাঢ়নীত সৰা—গিৰিহঁতৰ খং হ'লে বেটীক কিলায়। বেটীৰ খং হ'লে তাই গিৰিহঁতক কিলাব নোৱাৰে বাবে বাঢনীডাঁৰৰ দোষ ধৰি তাকে থেকেচ্ নেকেচ্ কৰে। গিৰিহঁতলৈ যি খং হয়, সেই খং গিৰিহঁতত সাৰিব নোৱাৰি বাঢনীত সাৰে। এতেকে,—পৰাক্রমী মানুহৰ প্রতি ওপজা খং বল-শক্তিহীন মানুহৰ ওপৰত সৰা, to take revenge on a weak innocent person for an offence done by a person who is too powerful.

বেটীৰ গভুৰা ল'ৰা—বি. গভুৰা ল'ৰা জন্ম হোৱা এটা ডাঙৰ আনন্দজনক ঘটনা। বেটী নিকৃষ্ট আৰু ঘৃণিত মানুহৰ শ্রেণীত গণ্য আছিল। এই স্থলত বেটীৰ গভুৰা ল'ৰা হোৱাটো একো ডাঙৰ ঘটনা নহয়, এই ভাব বুজোৱা হৈছে। সেই ল'ৰাৰ আমনিত ভালকৈ কাম-বন কৰিব নোৱাৰি বেটীয়ে গিৰিহঁতৰ মাৰকিল খোৱাৰহে বাট মুকলি কৰে, এই ভাবো এই বাক্যত লুকাই আছে। আগৰ দিনত বন্দী-বেটী পুৰুষানুক্রমিক আছিল। বেটীৰ ল'ৰাই ভৱিষ্যতে বয়সস্থ হ'লেও মাকক উদ্ধাৰ কৰিব নোৱাৰে এনে এটি ভাবো এই বাক্যত পোৱা যায়। এতেকে,—স্বভাৱতে দুৰ্ভগীয়া মানুহৰ পক্ষে নিষ্ফল সৌভাগ্য-লাভ, good fortune to a person who must perforce remain unfortunate throughout life under the domineering decree of fate

বেটীৰ গোন্ধ-তেল—বি. তিৰোতাৰ গোন্ধ তেল পুৰুষৰ মনোৰঞ্জনৰ নিমিত্তে। কিন্তু বেটীৰ গোন্ধ-তেলৰ আৱশ্যকতা নাই, কিয়নো বেটী অস্পৃশ্য ঘৃণিত মানুহৰ শ্ৰেণীভুক্ত। এতেকে,—ঘৃণিত মানুহৰ লাহ—বিলাহ, coquetry of a hateful girl.

বেটীয়ে গোন্ধ-তেল পোৱা—ক্রি. বেটী ঘৃণিত শ্ৰেণীৰ মানুহ। তাই গোন্ধ তেল ঘঁহিলে সাধাৰণৰ দৃষ্টি আকৰ্ষণ কৰিব নোৱাৰে। এতেকে,—স্বভাৱতে যি মানুহ ঘৃণিত সেই মানুহে কৃত্ৰিম উপায়েৰে সুন্দৰ হ'বলৈ যত্ন কৰা, to attempt to beautify a person who is naturally ugly.

বেঙনিত ঔ পৰিলে বাসুদেৱায় নমঃ বোলা—ক্রি. ঔ টেঙা সকলোৱেই দিলে যদি বেঙনিত পৰে, তেনেহ'লে তাক আনিব পৰা নাযায়। তেতিয়া সেই টেঙা "বাসুদেৱায় নমঃ" বুলি ঈশ্বৰৰ চৰণত অৰ্পণ কৰা হয়। এতেকে—কোনো কাৰ্য্য কৰিব নোৱাৰিলে ইচ্ছাপূৰ্ব্বক মহৎ উদ্দেশ্যেৰে সেই কাৰ্য্য কৰিবলৈ এৰি দিয়া বোলা, to fail to do a thing and then attribute the failure not to incapacity but to concession inspired by the noblest motive.

বেদৰ বাণী—বি. হিন্দুমতে বেদ অভ্ৰান্ত। এতেকে,—অভ্ৰান্ত সত্য, Gospel truth.

বেন্দা বন—বি [ বান্দা বন ] বন্দীয়ে কৰা বন, জঘন্য কাম, drudgery, hard work in servile occupation, ignoble toil.

বেল পৰিমাণে—ক্রি-বিণ. বেল ডাঙৰ ফল। এতেকে,—ডাঙৰ পৰিমাণে, অধিকৈকৈ, in large measure, greatly.

বেলাৰ বেলি—বি. [ বেলা=পুৱা, দুপৰীয়া আদি। বেলি=সময়। ] যথোপযুক্ত সময়, proper time.

বেলিয়ে আঁটে মানে কাঁচিয়ে কাটে মানে—ক্রি-বিণ. যেতিয়ালৈকে বেলি মাৰ নাযায় আৰু যেতিয়ালৈকে কাঁচিৰ চোক নাইকিয়া নহয়, তেতিয়ালৈকে দাৱনীয়ে পথাৰত ধান দাই থাকে। এতেকে,—সাধ্যমতে, with utmost power.

বেশ্যা তিৰীৰ একাদশী—বি. একাদশী তিথিত উপবাস ক'ৰিলে পুণ্য হয়। কিন্তু যি তিৰোতাই বেশ্যাবৃত্তি কৰে তাইৰ উপবাস নিষ্ফল। পাপ-বৃত্তি মানুহৰ পক্ষে শাস্ত্ৰ বিহিত নিয়ম পালন নিষ্ফল, এই ভাব বুজোৱা হৈছে। এতেকে,—স্বভাৱতে নিষ্ফল কাৰ্য্য, anything which is naturally fruitless.

বৈকুণ্ঠত্তো ফাঁপৰে খোৱা থকা—ক্রি. ফাঁপৰে খোৱা এবিধ ছালৰ ৰোগ। এই ৰোগত মাখি ছাল ছিগি মানুহটো কপৰীয়া হৈ দেখিবলৈ কুৎসিৎ হয়। পৰিষ্কাৰ-পৰিচ্ছন্ন হৈ নাথাকিলে এই ৰোগৰ উৎপত্তি হয়। বৈকুণ্ঠত স্বয়ং পৰমেশ্বৰ থাকে। তাত অনাচাৰী থাকিব নোৱাৰে। এই স্থলত কোৱা হৈছে, যে বৈকুণ্ঠত্তো ফাঁপৰে খোৱা আছে। এতেকে,—পবিত্র স্থানত্তো অপবিত্র মানুহ থকা, to reside in a holy place although a wicked man.

বৈকুণ্ঠৰ বোন্দা—বি. বোন্দাই মানুহৰ মাছ চুৰ কৰে। যি মানুহে অন্যায় আচৰণ কৰে, তাক বোন্দাৰে তুলনা কৰা হৈছে। বৈকুণ্ঠৰ নিচিনা পবিত্র ঠাইত্তো যি অন্যায় আচৰণ কৰে, সি অৱশ্যে দুৰ্ঘোৰ অপৰাধী। এতেকে,—দুৰ্ঘোৰ অপৰাধী, a hopelessly fallen person, a sinful person who is irretrievably lost.

বৈচৰ গৰু— বি. [ বৈ চহৰ গৰু ] হাল বৈ চহ কৰা গৰু, যাৰ দ্বাৰা খেতি কৰা হৈছে তেনে গৰু। ভাবপৰা— সংসাৰক্লিষ্ট মানুহ, বিষয়-জৰ্জ্জৰিত মানুহ, a mature bullock used in the plough ; hence, a worldling, a toiler.

বৈতৰণী পাৰ হোৱা— ক্রি. পৰলোকলৈ যাওঁতে বৈতৰণী নৈ পাৰ হৈ যাব লাগে। এই নৈৰ সোঁত অতি কোবাল বাবে ইয়াত পাৰ হোৱা কঠিন কাৰ্য্য। এতেকে — কোনো টান কাৰ্য্য সিদ্ধি কৰা, to accomplish a difficult undertaking.

বোন্দা-চৰ— বি. দুটা বোন্দা মেকুৰীয়ে যুঁজ লাগিলে ইটোৱে সিটোৱে টানকৈ চৰিয়াচৰি কৰে। এতেকে,— টান চৰ, a severe slap on the face.

বোন্দা-খেকেচা দিয়া— ক্রি. বোন্দা মেকুৰিয়ে মাছ চুৰ কৰিলে, গিৰিহঁতে ধৰি তাৰ মুখখন মাটিত খেকেচে, অৰ্থাৎ যিখন মুখেৰে সি মাছ খাইছিল, সেইখন মুখক শাস্তি দিয়ে। এতেকে,— উগ্ৰভাৱে উপযুক্ত দণ্ড দিয়া, to punish a person severely according to his desert.

বোন্দা পৰ দিয়া— ক্রি. বোন্দা মেকুৰীয়ে নিগনি ধৰিবলৈ পৰ দিয়ে, অৰ্থাৎ পৰেক বেলি বৈ থাকে। এতেকে,— বহু কাল বৈ থকা, to wait too long.

বোপা-ককা দিনৰ সজ— বি. [ বোপা ককা =বোপাই-ককা। ] পূৰ্ব্ব-কালৰপৰা প্ৰচলিত ৰীতি [ 'সজ' শব্দ 'সহজ' শব্দৰ সংকোচন। সহজ=শৰীৰৰ 'সহজাত' অৰ্থাৎ জন্মগত ) এই শব্দে 'অভ্যাস', 'ৰীতি' ইত্যাদি অৰ্থ বুজায়। ], ancestral custom.

বোপা-ককাৰ ৰীতি— বি. বোপাই আৰু ককাৰ ৰীতি, অৰ্থাৎ পুৰুষানুক্ৰমিক চলিত ৰীতি, an ancestral custom.

বোলা বচন নেৰা— ক্ৰি. এদিন যি বচন বোলা হয় তাক প্ৰত্যাহাৰ নকৰা, not to withdraw a word once spoken.

বৌয়ে পড়া বৰা— বি. আহোম ৰজাৰ দিনত কুৰিটা পাইকৰ ওপৰত বৰা বিষয়া আছিল। কোনো ডাঙৰ ৰাজ-বিষয়াইহে বৰা পাতিব পাৰিছিল। এই স্থলত কোৱা হৈছে যে নিজৰ বৌয়েকে বৰা পাতিছে। এতেকে,— আন মানুহে নমনা নিজে ডাঙৰ বুলি ফুৰা মানুহ, a self-styled leader.

বংশত পদ্মফুল ফুলা— ক্ৰি. পদ্মফুল ফুলিলে গোটেই সৰোবৰ উজ্জ্বল হয়। কোনো বংশত মহাত্মা পুৰুষৰ আৱিৰ্ভাৱ হ'লে, সেই বংশৰ গোটেই বংশ উজ্জ্বল হয়। এতেকে,—বংশত মহাত্মা পুৰুষ আবিৰ্ভূত হোৱা, the flourishing of a great person in a family.

বাং বাং বিং বিং কৰা— ক্ৰি. "বি বি বা বা গোৱা" চোৱাঁ।

বাং-বিং কথা কোৱা— ক্ৰি. অৰ্থশূন্য কথা কোৱা, বলকা, to talk incoherently, to rave

বাং বুটলি ফুৰা— ক্ৰি. [ বাংকৰা বুটলি ফুৰা ] য'তে ত'তে গৈ বাংকৰা কথা শুনি ফুৰা, ঘৰে ঘৰে গৈ মিছা গল্প পাতি ফুৰা, অযথাৰ্থত কাল হৰণ কৰা, to spend time in useless gossipings.

বিং বিং বাং বাং কৰা— ক্ৰি. "বি বি বা বা গোৱা" চোৱাঁ।

ব্ৰহ্ম-আকাল— বি. দেৱতাসকলৰ ভিতৰত ব্ৰহ্মা ডাঙৰ। এতেকে,— ডাঙৰ আকাল, a great famine.

ব্ৰহ্মাস্ত্ৰ মৰা— ক্ৰি. ব্ৰহ্মাই দান কৰা তেজোময় অস্ত্ৰ নিক্ষেপ কৰে বোলা হৈছে। ব্ৰহ্মাস্ত্ৰ নিষ্ফল নহয়। যাৰ প্ৰতি এই অস্ত্ৰ সন্ধান কৰা হয়, সেই শত্ৰুৰ পতন অনিবাৰ্য্য। এতেকে,— শত্ৰুৰ প্ৰতি মাৰঘাত আচৰণ কৰা, to do a fatal injury to an enemy.



ভেঁটি উছন হোৱা— ক্রি. গোটেই পৰিয়াল মৰি-হাজি অন্ত পৰি স্থানান্তৰ হোৱা, to suffer wholesale bereavements and then to leave the ancestral home.

ভেঁটিত তিতালাও গজা— ক্রি. এৰা ভেটিত গছৰা লাও-গছ গজে। তেনেকুৱা গছৰ লাও তিতা হয়। "ভেঁটি উছন হোৱা" চোৱাঁ।

ভেঁটিত হুদু পৰা— ক্রি. এৰা ভেঁটিৰ গছত হুদু পৰে। মানুহ থকা বাৰীত হুদু নপৰে। "ভেঁটি উছন হোৱা" চোৱাঁ।

ভকত নাভাগি দায় ভগা— ক্রি. 'ভগা' ক্রিয়াৰ খেল বুজোৱা হৈছে। প্রথম 'ভগা'=লগ এৰা। দ্বিতীয় 'ভগা'=স্খলন হোৱা। ভকতে দায় লগালে গোসাঁয়ে দায় ভাঙ্গি শুদ্ধ কৰি তাক পুনৰ গ্রহণ কৰে, সি গোসাঁইক এৰি নিদিয়ে। এতেকে,—জগৰ লাগিলে স্থানান্তৰিত নহৈ উপযুক্ত দণ্ড দি পূৰ্ব্বাৱস্থা পোৱা, to receive punishment for an offence and be taken back into society instead of refusing to receive punishment and renouncing the society.

ভগা সৰাহত বাগ দিয়া— ক্রি. সৰাহ ভগাৰ পিছত বাগ দিয়া অর্থাৎ সুৰ ধৰি কীৰ্ত্তন কৰা নিষ্প্রয়োজন। এতেকে,— সময় অতীত হৈ যোৱাৰ পিছত কোনো কাৰ্য্য কৰিবলৈ ধৰা, আলম-বিলমকৈ কাৰ্য্য কৰা, to do a thing at the eleventh hour.

ভতৰা— বি. নবঢ়োৱা গৰুক ভতৰা বোলা হয়। বলী আৰু দুষ্ট মানুহক ভতৰা গৰুৰে তুলনা কৰা হৈছে। এতেকে,—বলী আৰু দুষ্ট মানুহ, a naughty young fellow.

ভতৰাৰ যুঁজ— বি. দুটা ভতৰা গৰুৰ যুঁজ ডাঙৰ হয়। বলী মানুহক ভতৰাকে তুলনা কৰা হৈছে। এতেকে,— ডাঙৰ যুঁজ, an obstinate duel.

ভদীয়া ল'ৰা— বি. ধান-খেতি আহাৰ আৰু শাওণ মাহত কৰা হয়। ভাদত কৰা খেতি ভাল নহয়। এতেকে,— বুঢ়া-কালত উপজা ল'ৰা, দুৰ্ব্বল মগজুৰ নুমলীয়া ল'ৰা, a child born to a father in his old age, the youngest child who is found to possess a weak intellect.

ভমকৰ ভাপি— বি. [ভমক=খঙৰ ভমক। ভাপি=ভাপ বলোৱা শব্দ।] খঙৰ প্রকোপ, a sudden outburst of anger.

ভয়ত অত্ৰাহি— বিণ. ভয় পালে 'হে ঈশ্বৰ পৰিত্ৰাণ কৰাঁ' এই বুলি প্ৰাৰ্থনা জনোৱা হয়। এভেকে,— ভয়ত বিহ্বল, terror-stricken, appalled.

ভয়ত বনৰ বাঘ কঁপা— ক্ৰি ইমান ভয় কৰে বোলা হৈছে, যে মানুহযে কঁপেই, বনৰ বাঘ পৰ্য্যন্ত কঁপে। বাঘৰ ভয়ত মানুহ কঁপে। এই স্থলত সেই ভাব ওলোটাই, মানুহৰ ভয়ত বাঘ কঁপে বোলা হৈছে। এভেকে,— অতিৰিক্ত ভয় পোৱা, to be terribly afraid of.

ভয়ত ভগৱন্ত পলোৱা— ক্ৰি. শ্ৰীকৃষ্ণে ল'ৰাকালত যশোদাক কেতিয়াবা আমনি কৰিছিল। যশোদাই কোবাব খুজিলে শ্ৰীকৃষ্ণে ভয়ত পলাই ফুৰে। পৰিণত বয়সতো শ্ৰীকৃষ্ণে জৰাসন্ধৰ ভয়ত বহুবাৰ পলাই গৈছিল। হিন্দুমতে শ্ৰীকৃষ্ণ স্বয়ং ভগৱন্ত আছিল। এভেকে,—ডাঙৰ হ'লেও ভয়ৰ অধীন হোৱা, to be moved by fear however great one may be.

ভৰি চেলেকা—ক্ৰি. ভৰিত ধৰি প্ৰণাম কৰা হয়। এই স্থলত ইমানকৈ খোচামোদ কৰে বোলা হৈছে যে হাতেৰে নধৰি মুখেৰে চেলেকে। এভেকে,— নীচ খোচামোদ কৰা, জঘন্যভাৱে বশ্যতা স্বীকাৰ কৰা, to flatter servilely, to submit meanly.

ভৰি দঙ্গা—ক্ৰি. লথিয়াওতে ভৰি দঙ্গা যায়। এভেকে,—লথিয়াবলৈ উদ্যোগ কৰা, to attempt to kick.

ভৰি নচুৱাই থকা—ক্ৰি. কাম-কাজ নোহোৱা মানুহে ভৰি জোকাৰি থাকে। এভেকে,—ধেমালিত কাল নিওৱা, to waste time in idleness.

ভৰি মাৰি যোৱা—ক্ৰি. [ মাৰি=মাৰ নিয়াই। ভৰি=ভৰিৰ মাত। ] নিশবদে যোৱা, চোৰাংকৈ যোৱা, to walk stealthily.

ভৰি-হাত ধোৱা—ক্ৰি. শৌচলৈ গ'লে ভৰি-হাত ধোৱা হয়। এভেকে,—শৌচাচাৰ কৰা, to evacuate the bowels.

ভৰিত তেল ঘঁহা—ক্ৰি. বৰলোকৰ ভৰিত গোলামে তেল ঘঁহি দিয়ে। এভেকে,— নীচভাৱে খোচামোদ কৰা, to flatter meanly, to cringe.

ভৰিত তেল-টেঙ্গা ঘঁহা—ক্ৰি. ভৰি চিকুণ কৰিবৰ নিমিত্তে তেল আৰু টেঙ্গা ঘঁহা হয়। এভেকে,—পৰিষ্কাৰ আৰু পৰিচ্ছন্ন হোৱা, to be neat and tidy.

ভৰিত ধৰা—ক্ৰি. ভৰিত ধৰি প্ৰণাম জনোৱা হয়। এভেকে,—সম্পূৰ্ণ বশ্যতা স্বীকাৰ কৰা, সন্মুখ দেও হোৱা, to own complete allegiance, to submit unconditionally.

ভৰিৰ আঙ্গুলিৰে টিপা মাৰি বোৱা—ক্রি. হাতৰ আঙ্গুলি নলগোৱাকৈ ভৰিৰ আঙ্গুলিৰে টিপা মাৰি পুলি কৰ পৰা যায়। সেইবিলাক নিচেই ইতৰ শ্রেণীৰ পুলি আৰু তাক যেনে তেনে প্রকাৰেৰে গোজা মাৰি থ'লেই জীয়ে। সেইৰূপে বৰলোকে কায়-ক্লেশ নকৰাকৈ অনায়াসে ইতৰ মানুহক জীৱিকা দিব পাৰে। এতেকে,—একেবাৰে মাথোন মন-কাণ কৰি কোনো এটা জীৱিকাৰ উপায় দিয়া, to provide a person with a means of livelihood by only a very slight effort.

ভৰিৰ ধূলি—বি. মানুহৰ সকলো অঙ্গৰ ভিতৰত ভৰি নীচ। ভৰিৰ ভিতৰত তলুৱা নীচ। পদাৰ্থৰ ভিতৰত ধূলি নীচ। তেনেকুৱা ভৰি-তলুৱাত লাগি থকা তেনেকুৱা ধূলি, এই ভাব বুজোৱা হৈছে। নগণ্য মানুহেৰে সৈতে ভৰিৰ ধূলিক তুলনা কৰা হৈছে। এতেকে,—নগণ্য মানুহ, an insignificant person.

ভৰিৰে বোৱা—ক্রি. "ভৰিৰ আঙ্গুলিৰে টিপা মাৰি বোৱা" চোৱাঁ।

ভলুকা গজালি—বি. ভলুকাৰ গজালি দপ্ দপ্ কৰে ওপৰলৈ বাঢ়ি যায়। এতেকে,—দোপত দোপে বাঢ়ি যোৱা মানুহ, a promising man.

ভাই মোহা ধন—বি. ভায়েকক লুটি পোৱা ধন [ মোহা, এই ক্রিয়া সংস্কৃত 'মুষ্' ধাতুৰ পৰা ওলাইছে। মুষ্—লুণ্ঠন কৰা, যেনে মুষিক। ), money obtained by defrauding one's own brother.

ভাঙ্গি আনি ছিঙ্গি খোৱা—ক্রি. কোনো বস্তু ভাঙ্গি আনি থাব পৰাকৈ সৰু কৰি ছিঙ্গি খোৱা, চাঁহি-মুহি খোৱা, to live wastefully.

ভাত কাপোৰীয়া চাকৰ—বি. কাম কৰা বাবে গিৰিহঁতৰপৰা খাবলৈ আৰু পিন্ধিবলৈ পায় কিন্তু দৰমহা নাপায় এনে চাকৰ, a servant who gets only food and clothing but no wages for his labour.

ভাত খাবলৈ দিলে আঙ্গুলি খাবলৈ দিব নোৱাৰা—ক্রি. হাতেৰে ভাত খুৱাই দিওঁতে পৰাহৰ লগত আঙ্গুলিৰ আগো খাওঁতাৰ মুখৰ ভিতৰলৈ সোমায়। কিন্তু খাওঁতাক ভাত খাবলৈহে অধিকাৰ দিয়া হয়, লগতে আঙ্গুলি খাবলৈ তেওঁ অধিকাৰ নাপায়। (ভাত=জীৱিকাৰ প্রধান উপায়।) এতেকে,—জীৱিকাৰ প্রধান উপায় কৰি দিয়াৰ নিমিত্তে সেই মানুহক সেই জীৱিকাৰে সৈতে পোনে পোনে সম্পৰ্ক নথকা অন্যান্য বহুমূলীয়া অধিকাৰ দিবলৈ অক্ষম হোৱা, not to be able to grant all demands not directly connected with a certain demand which has been granted.

ভাত খোৱা জ্বৰ—বি. কুঁহকুঁহীয়া জ্বৰ তপত ভাত খালে ভাল হয়। এতেকে,—কুঁহকুঁহীয়া জ্বৰ, a very slight fever.

ভাত-ঘৰ—বি. [ ভাত খোৱা ঘৰ ] যাৰ ঘৰত যেতিয়াই তেতিয়াই ভাত খোৱা যায় সেই মানুহৰ ঘৰ, সততে অহা যোৱা কৰা মানুহৰ ঘৰ, অতি মিত্র লোকৰ ঘৰ, a favourite place of resort.

ভাত-জাৰ—বি. ভাত খোৱাৰ পিছৰ জাৰ, a slight sensation of chilliness due to eating a meal of boiled rice.

ভাতত পুতি খোৱা—বিণ. [ ভাতত পুতি উলিয়াই খোৱা ] আলু-কচু আদি বস্তু ভাতৰ লগত সিজাই কাঁহীৰ কোবত পিটিকা কৰি খোৱা হয়। সেইবিলাক বস্তু নিচেই সৰু আৰু ভাত বাঢ়ি দিওঁতে ভাতৰ মাজত পোতা থাকে। এই স্থলত কোনো মানুহ ইমান সৰু বোলা হৈছে যে তাক ভাতত পুতি লৈ তাৰ পৰা পিছত উলিয়াই খাব পৰা যায়। এতেকে,—নিচেই সৰু, একণিমান ( মৰমৰ মাত ), tiny, slender (a term of endearment).

ভাতে হৈঁচা মানুহ—বি. অতিৰিক্ত ভাত খালে ভাতে মানুহক তললৈ হেঁচি ধৰে অৰ্থাৎ মানুহক বাঢ়িবলৈ নিদিয়ে। এতেকে,—অতিৰিক্ত ভাত খোৱা কঁটীয়া মানুহ। তাৰপৰা—স্থূল বিষয়ত লিপ্ত থকা অপৰিস্ফুট বুদ্ধিযুক্ত মানুহ, a person of stunted growth due to over-eating ; hence, a person of undeveloped intellect due to employment in the gross affairs of the world.

ভাদমহীয়া কাউৰী—বি. ভাদ মাহত কাউৰী-পোৱালী বাহৰপৰা ওলাই খাদ্যৰ নিমিত্তে কোঢ়াল কৰে। ডাঙৰ কাউৰীয়ে উমনিৰপৰা উঠি ভোকত কল-কলাই চিঞৰি ফুৰে। এতেকে,—ভাদ-মহীয়া কাউৰীৰ নিচিনাকৈ হাই-উৰুমি কৰি ফুৰা মানুহ, a noisy fellow.

ভাদত ক'লী গৰু জগা—ক্রি. ভাদত ক'লী গৰু জগা অমঙ্গলীয়া ঘটনা বুলি সাধাৰণ মানুহে বিশ্বাস কৰে। এতেকে,—কোনো কাৰ্য্য অমঙ্গলীয়াস্বৰূপ হোৱা, the happening of an inauspicious event.

ভাল বোলোঁতে ভলি যোৱা—ক্রি. [ ভলি যোৱা=উাঁজ লোৱা। ] শলাগনি পাই নষ্ট হোৱা, to be ruined by over-praise.

ভাল হোৱা—ক্রি. [গৰ্ভৱতী তিৰোতা ভাল হোৱা] প্ৰসৱ হোৱা, to be delivered of a child.

ভালৰ ভাল—বিণ. [ ভালৰ ভিতৰত ভাল ] আটাইতকৈ ভাল, best.

ভালৰ ভাল হোৱা—ক্রি. স্বভাৱত যি ভাল মানুহ তাৰ ভাল অৰ্থাৎ মঙ্গল হোৱা, the coming of good things to a good man.

ভালৰ মূৰত—ক্রি-বি. [ মূৰ=ওপৰ । ] ভাল কথাৰ ওপৰত, ভাল কথাৰ নিমিত্তে। [ বিদ্রূপাৰ্থত ব্যৱহৃত হয় ], in consequence of a thing being good, suitable, appropriate ( used ironically. )

ভালে-বেয়াই—ক্রি-বিণ. আধা ভাল আৰু আধা বেয়া এইভাৱে অৰ্থাৎ অসম্পূৰ্ণ-ভাৱে, imperfectly.

ভালক বুলি কোৱা—ক্রি. [ ভাল হক বুলি কোৱা । ] ভালৰ নিমিত্তে অৰ্থাৎ মঙ্গলৰ অৰ্থে কোৱা, to speak with the best of intention.

ভালবি বোলোৱা—ক্রি. এজন মানুহে আন এজন মানুহৰ অনুকূল হৈ কৰা কাৰ্য্য তাক জনালে সি 'ভাল কৰিলি' বুলি শলাগ লয়। এতেকে,—কোনো মানুহক প্রিয় কথা জনাই তাৰ শলাগনি পোৱা, to gain one's praise by flattery.

ভালুকী নাচ—বি. ভালুকে জপংজপংকৈ নাচে। এতেকে,—এলাগী নাচ, a grotesque. clumsy or odd dance.

ভালুক জ্বৰ—বি. ভালুকৰ জ্বৰ বেছি। সি জ্বৰত কেতিয়াবা থক্ থক্কৰে কঁপি থাকে। তাকে মানুহে ভালুক-জ্বৰ বোলে। এতেকে,—ডাঙৰ কঁপনি জ্বৰ, severe ague.

ভাৱনাৰ ছোঁ—বি. ভাৱনাত একেজন মানুহে নানা ভাও লয়। ভাও লোৱা মানুহক 'ছোঁ' বোলে। এতেকে,—বহুবাৰ বহু প্রকাৰৰ অসংলগ্ন কাৰ্য্য কৰা মানুহ, an actor who plays the part of different characters at different times in a dramatic performance, *i. e.*, a person whose actions in life are inconsistent with one another.

ভাৱেৰে ক'লে পকা ধানে বাট দিয়া—ক্রি. [ ভাৱ=ছেও, ঠাঁচ বা প্রণালী । ] পকা ধানে বাট ন'লে ধান নষ্ট হয়। পকা ধানৰ মাজে কেতিয়াও বাট পাব নোৱাৰি। এই স্থলত কোৱা হৈছে যে ভাৱেৰে ক'লে পকা ধানেও বাট দিয়ে। এতেকে,—ভাৱেৰে কোনো কথা জনালে টান মানুহো সৈমান হোৱা, the conceeding even by a strong man on a request made politely and in the right way.

ভিকাচন ভগা—ক্রি [ ভিক্ষাস্থল ভগা ] যি ঠাইত ভিক্ষা মিলে সেই ঠাই ভাগিলে অৰ্থাৎ নাইকিয়া হ'লে জীৱিকাৰ উপায় নাইকিয়া হয়। এতেকে,—জীৱিকাৰ উপায়ৰহিত হোৱা, সৰ্ব্বনাশ হোৱা, to be deprived of means of subsistence, to be done for.

ভিতৰ বিশ্বাসী—বিণ. [ মনৰ ভিতৰত বিশ্বাসী ] অতি বিশ্বাসী, confidential.

ভিৰাই ধৰি লৰা—ক্রি. গাটো ভিৰ খুৱাই ধৰি লৰ দিয়া, বৰ বেগেৰে লৰা, to run very fast.

ভীমৰ গদা—বি. ভীমৰ গদা বৰ শকত-ডাঙৰ আছিল। এতেকে,—শকত-ডাঙৰ টৌকোন, a heavy stick.

ভীমটোকা মানুহ—বি. [ ভীমটো যেন কাৱা মানুহ ] গাৱাল মানুহ, a stout or corpulent person.

ভুকুতে কল নপকা—ক্রি. কল হাতেৰে ভুকুৱাই থাকিলে সি দপি গৈ ধকাৰ নিচিনা হয়। কিন্তু সি এটা ভুকুতে নপকে। লাহে লাহেকৈ বহুবাৰ ভুকুৱাই থাকিলেহে সি তেনে অৱস্থা পায়। এতেকে,—হঠাৎ কোনো কার্য্য সিদ্ধি নোহোৱা, the happening of an important event by slow degrees and not all at once.

ভুচুং পহু - বি. [ বীভৎস পশু ] জন্তুৰ সদৃশ বীভৎস আকৃতিৰ মানুহ, বহুৱালিকৈ ফুৰা মানুহ, a clown, a buffoon.

ভূত-জ্বৰ—বি. ভূতে পোৱা মানুহৰ জ্বৰ ; তাৰপৰা—প্রকোপিত জ্বৰ, shivering due to ghostly possession ; hence, extreme shivering.

ভূত লগাদি লগা—ক্রি. গাত ভূত লাগিলে তাক বেগতে খেদাব পৰা নাযায়। এতেকে,—নেৰানেপেৰাকৈ লগা, to make a persistent demand.

ভূতৰ ওপৰত দানহ—দানহ ভূততকৈ বলী। কোনো মানুহক ভূতে পায়, তাতে আকৌ দানহ আহি ওপৰতে পৰে, তেতিয়া সেই মানুহৰ নিস্তাৰৰ উপায় নাথাকে। এতেকে,—বিপদৰ উপৰি মহাবিপদ, a greater danger superadded.

ভূতে খোৱাদি খোৱা—ক্রি. ভূতে অপৰিমিত খাব পাৰে। এতেকে,—অপৰিমিত-ৰূপে খোৱা, to eat greedily, to swallow voraciously, to gormandise.

ভূতীয়াই পৰত নাপালে ঘৰত খোৱা—ক্রি. ভূতে মানুহৰ আকৃতি ধৰি কেতিয়াবা কোনো পৰিয়ালত থাকে। সেই মানুহকে ভূতীয়া বোলে। ভূতীয়াই পৰৰ মানুহক ধৰি খায়। কিন্তু যেতিয়া সি পৰৰ মানুহ নাপায়, তেতিয়া নিজৰ পৰিয়ালৰ ভিতৰতে এজনক মনে মনে খায়। এতেকে,—ভূতৰ স্বভাৱ পোৱা মানুহে পৰৰ অপকাৰ কৰিব নোৱাৰিলে নিজৰ ঘৰতে অপকাৰ কৰা, to harm a person in one's own family devilishly if unable to harm somebody else outside the family.

ভেকুৰি-তলৰ কথা—বি. ভেকুৰি গছ চাপৰ আৰু জোপোহা। তাৰ তলত মানুহ সোমাই থাকিলে দূৰৈৰপৰা তাক দেখা পোৱা নাযায়। এতেকে,—গুপ্ত কথা, a secret.

ভেকুলীৰ হাল—বি. কোনো অকামিলা বস্তু, a thing of no consequence, a trifle.

ভেকুলীৰ পিঠিত নোম গজা—ক্রি. জন্তুৰ পিঠিত নোম থাকে, কিন্তু ভেকুলীৰ পিঠিত নোম নাথাকে। টোকোনা মানুহক ভেকুলীৰে তুলনা কৰা হৈছে। এতেকে,—টোকোনা মানুহে সামান্য লাভ পোৱা, the securing of a trifling gain by a person who is naturally a pauper.

ভেকো ককা—বি. [উপকথা] কোনো দেশত সকলো মানুহ দুৰ্ঘোৰ পাপাচাৰী হ'ল। কেৱল এজন বুঢা মানুহ ধৰ্ম্মত থাকিল। তেওঁৰ নাম ভেকো। সকলোৱে তেওঁক ভেকো ককা বুলি সম্বোধন কৰিছিল। ভেকো-ককাই মানুহবিলাকক পাপ-কাৰ্য্য নকৰিবৰ নিমিত্তে নানা প্ৰকাৰেৰে বাধা দিছিল। মানুহবিলাকে পাপৰ কাৰ্য্যত ইমান দূৰ আগুৱাইছিল যে ভেকো ককা সিহঁতৰ বিশেষৰূপে বিৰক্তিভাজন হ'ল। শেষত সিহঁতে ভেকো ককাক দেশান্তৰিত কৰিবৰ নিমিত্তে সাজু হ'ল। ভেকো ককাক সেই সিদ্ধান্ত জনোৱাত তেওঁ যাবলৈ মান্তি হ'ল, কিন্তু ক'লে যে তেওঁ গ'লেই দেশখন জলৈ যাব। সিহঁতে এই কথাত তেওঁক মাথোন ইতিকিং কৰিলে। তেওঁ দেশখন এৰিবলৈ খোজ লওঁতেই সমস্ত দেশ টলবলকৈ কঁপিবলৈ ধৰিলে। প্ৰজাবিলাক ভয়ত বিহ্বল হ'ল। ভেকো ককাক সেই দেশতে থাকিবলৈ কাবৌ-কোকালি কৰিবলৈ ধৰিলে। তেনেকুৱা পাপময় দেশত থকা উচিত বিবেচনা নকৰি. ভেকো ককা যাবলৈ ধৰিলে। তেওঁৰ পিঠিৰ পাছতে একালৰপৰা দেশখন জলৈ বহি যাবলৈ ধৰিলে। তেতিয়া ঘোৰ পাপীবিলাক মৰিল। বাকীবিলাকে "ভেকো ককা মোকো নিয়া", "ভেকো ককা মোকো নিয়া" বুলি আটাহ পাৰিবলৈ ধৰিলে। ভেকো ককাই সেইবিলাক লগতে লৈ গৈ আন এখন ঠাইত বসতি কৰিলে। সেই দেশত গৈ সকলো মানুহে ধৰ্ম্মজীৱন ধাৰণ কৰি সুখ আৰু শান্তিৰে কাল যাপন কৰিলে। এতেকে —অসংখ্য পাপীৰ মাজত অকলশৰীয়া ধৰ্ম্মিষ্ঠ পুৰুষ, a solitary pious man among a host of sinners.

ভেকো ভাৱনা—বি. [ ভেকৰ ভাৱনা ] ভেকুলীয়ে ভাৱনা পাতিলে সি দেখিবলৈ হাঁহি উঠা হয়। এতেকে,—খেমেলীয়া ভাৱনা ; তাৰপৰা,—আপচু কাৰ্য্য, ব্যঙ্গাৰ্থসূচক কাৰ্য্য, a farcical play ; hence, anything slovenly or ridiculous.

ভেট-গুটি ল'বা—বি. ভেটৰ গুটি নিচেই সক। এতেকে,—নিচেই সক ল'বা, an infant.

ভেৰপেটী মোৱা—বি. ভেৰ অৰ্থাৎ নাড়ী আদিয়ে পূৰ্ণ যাৰ পেট তেনেকুৱা মোৱা মাছ। এতেকে.—অপদাৰ্থ মানুহ, a worthless fellow, a person of no consequence or importance.

ভো পণ্ডিত—বি. [ ভোভোৱাই ফুৰা পণ্ডিত। সংস্কৃত অব্যয় 'ভো' শব্দলৈ চকু ৰাখি এই খণ্ড বাক্য গঠিত হৈছে। ] শ্ৰেষ্ঠ পণ্ডিত ( বিদ্ৰূপ ); an eminent scholar (used ironically).

ভো বামুণ—বি. [ ভোভোৱাই ফুৰা বামুণ। সংস্কৃত অব্যয় 'ভো' শব্দলৈ চকু ৰাখি এই বাক্য গঠিত হৈছে। ] সদাচাৰী বামুণ ( বিদ্ৰূপ ), a rigid Brahman ( used ironically ).

ভোক চৰি যোৱা—ক্রি. [ ভোকৰ পৰ চৰি যোৱা। ] ভোকৰ সময় অতীত হোৱা, the passing away of the proper time of satisfying ones appetite.

ভোক-পিয়াহ হৰা—বিণ. দেখিলে বা শুনিলে ভোক আৰু পিয়াহ গুচা। এতেকে,—বিমোহন, fascinating.

ভোক বহা—ক্রি. গছৰ গুটি পকি তাৰ পাছত পাৰি নানিলে বস গোট মাৰে। সেই কথাৰ পৰা এই বাক্যৰ উৎপত্তি হৈছে। এতেকে,—ভোক বাঢ়ি গৈ পিছত তাৰ প্ৰভাৱ কম হোৱা, the decreasing of the sharpness of appetite for not satisfying it in due time.

ভোকত পেটৰ কেঁচু-কুমটি মৰা—ক্রি. পেটৰ ভিতৰত পেলু থাকে। সেই পেলুকে কেঁচু-কুমটি বোলা হৈছে। মানুহে যি আহাৰ খায়, পেলুৱে তাকে খাই জীয়াই থাকে। এই স্থলত কোৱা হৈছে যে ইমান ভোকৰ প্ৰকোপ বাঢ়িছে যে পেটৰ পেলুবিলাকে অনাহাৰত মৰি গৈছে। এতেকে,—অতিপাত ভোক লগা, to suffer the extreme pinch of hunger.

ভোকৰ ভাত—বি. যি সময়ত ভোক লাগে ঠিক সেই সময়তে যদি খাবলৈ ভাত দিয়া যায়, তেনেহ'লে সেই মানুহৰ প্ৰকৃত উপকাৰ সধা হয়। এতেকে,—উপযুক্ত সময়ত পোৱা সাহায্য, প্ৰকৃত সাহায্য, timely help, real help.

ভোকোহা এন্দুৰ—বি. ভোকোহা অৰ্থাৎ শকত-আৱত এন্দুৰ আপচিত আৰু ঘিণ লগা। এতেকে,—আপচিত আৰু ঘিণ-লগা মানুহ, an ugly and disgusting person.

ভোগাই নাম লৈ পানী-কাঁহুদিবে খোৱা—ক্রি. যি মানুহে ঐশ্বর্য্য ভোগ কৰে, তাৰ নাম ভোগাই। নিচেই দুখীয়া মানুহে পানী কাঁহুদিবে ভাত খায়। এই স্থলত কোৱা হৈছে যে কোনো মানুহৰ নামটো ভোগাই, কিন্তু সি ইমান দুখীয়া যে আঞ্জা-পাচলিৰ অভাৱত অকল পান-কাঁহুদীৰে ভাত খায়। এতেকে,—ডাঙৰ নাম লৈ টোকোনা ভাবেৰে চলা, to be really a poor man though reputed to be great man by the outside world.

ভোজ খোৱা শিয়াল—বি. মানুহে কষ্ট কৰি ভোজ বান্ধে শিয়ালে মনে মনে জোপ লৈ থাকে। মানুহ অলপ আঁতৰ হোৱা গম পালেই, সুককৰে আহি সি ভোজ খাই গুচি যায়। এতেকে,—নিজে শ্রম নকৰাকৈ পৰৰ শ্রমৰদ্বাৰা উপার্জিত ফল ভোগ কৰা টেঙৰ মানুহ, a cunning person living comfortably on the labours of other people.

ভোজনত বহি কুলৰ বাতৰি সোধা—ক্রি. ভোজনৰ পূর্বে কুলৰ বিষয়ে সোধ-পোছ নকৰি ভোজনত বহি কুলৰ কথা মনত পৰি সোধে, "তোমাৰ কুল কি ?" এতেকে,—লাগতিয়াল কথাৰ বিচাৰ নকৰাকৈ কার্য্য আৰম্ভ কৰি শেষত সেই কথাৰ বিচাৰ কৰা, to begin an enquiry about any-thing when it is too late to do it.

ভোজনতকৈ বচন মিঠা পোৱা—ক্রি. মাত-কথা ভাল পালে খোৱা-বোৱাৰ ভাল-বেয়ালৈ মানুহে বৰকৈ কাণ নকৰে। এতেকে,—ভাল দৰমহাতকৈ ভাল ব্যৱহাৰ শ্রেষ্ঠ বুলি গণ্য কৰা, to prefer good treatment to good wages.

ভোজৰ আগ, মেলৰ পিছ—বিণ. ভোজত মানীসকল আগশাৰীত বহে। তেওঁবিলাকে আন বিলাকতকৈ কিছু বেছি পৰিমাণে আদৰ পায়। মেলত কথকীসকল আগত বহে। তেওঁবিলাকে মেলৰ বিষয়টো ভালৰূপে আলোচনা কৰে। যিবিলাক তর্ক পটু নহয়, সেইবিলাকে মনে মনে পিছত বহি থাকে। এই স্থলত কোনো মানুহৰ সম্পর্কে কোৱা হৈছে, যে তেওঁ ভোজৰ আগ কিন্তু মেলৰ পিছ। এতেকে,—খোৱাত পার্গত কিন্তু কামত অপটু, prompt in dinner but slow in work.

ভোটা তৰা—বি. ভোটা তৰা উজ্জ্বল আৰু ধুনীয়া। এতেকে,—প্রখ্যাত মানুহ, ধুনীয়া মানুহ, a distinguised person, a beautiful person.

ভোদৰ কচু—বি. [ ভোদা কচু ] ভোদা অৰ্থাৎ চোক নাইকীয়া কচু অৰ্থাৎ কচু পৰিপুষ্ট সন্তান। অসমীয়া প্ৰসূতিয়ে প্ৰসৱৰ পাছত কচুৰ জাল খায়। সাধাৰণৰ মাজত এনে বিশ্বাস আছে যে এই কচু যিমান চোকা হয়, সন্তান সিমান চোকা হয়। এতেকে,—ভোদা লাগি থকা লৰ-চৰ কৰিব নোখোজা মানুহ, a sluggard.

# ম

মই মৰিলে মোৰ পো ৰজা হোৱা—ক্ৰি. পুতেকে বাপেকক বুঢ়াকালত সাহায্য কৰিব লাগে। তেনেকুৱা সাহায্যৰপৰা বঞ্চিত কোনো বুঢ়া মানুহক এই বুলি সান্ত্বনা দিয়া হৈছিল,—"তোমাৰ পো আগলৈ ডাঙৰ মানুহ হ'ব।" বাপেকে উত্তৰ দিলে, "মই মৰিলে মোৰ পো ৰজা হওক।" ( অৰ্থাৎ মই মৰাৰ পাছত যদি মোৰ পো ডাঙৰ মানুহ নালাগে ৰজাই হয়, তেনেহ'লেও মোৰ লাভ নাই, কিয়নো মই নিজে ভেটিয়া কোনো সুখভোগ কৰিবলৈ নাপাম। ) এতেকে স্বয়ং ভোগ কৰিবলৈ নোপোৱা সৌভাগ্য পোৱা, to have a fortune too late for personal enjoyment.

মইনা চৰাই পঢ়ুওৱাদি পঢ়ুওৱা—ক্ৰি. মইনা চৰায়ে মানুহৰ মাত লয়, কিন্তু তাক বহু কষ্ট কৰি পঢ়ুৱালেহে কোনো কথা শিকিব পাৰে। এতেকে,—বহু কষ্টেৰে শিকোৱা, to teach labouriously.

মইনা-মাত উলিওৱা—ক্ৰি. মইনা চৰাইৰ মাত সুৱলা। এই স্থলত ব্যঙ্গাৰ্থত ব্যৱহৃত হৈছে। এতেকে,—গালি-শপনিৰ প্ৰয়োগ কৰা, টান মাত উচ্চাৰণ কৰা, to use rude and offensive language.

মই বৰ মানুহ—বি. মই নিজে বৰ আৰু আনবিলাক সৰু এনে ভাব কৰা মানুহ, অহঙ্কাৰী মানুহ, a self-assertive person, a presumptuous person, a vainglory.

মইমত—বি. 'মই' ভাবৰ মত, অহঙ্কাৰ, presumption, haughtiness.

মকৰা-হিচাপ—বি. মকৰাই এডাল এডাল কৰি সূতা পাৰি জাল প্ৰস্তুত কৰে। এতেকে,—একক পৰিমাণলৈ নমাই তাৰ গুণ ধৰি বঢ়াই নি উলিওৱা হিচাপ, the Unitary Method of Arithmetic.

মঙহ গোন্ধোৱা— ক্রি. একে বংশৰ মানুহৰ ভিতৰত একে মঙহৰ সঁচ থাকে। কোনো কোনো স্তৰে আঁতৰত থাকিলেও মঙহৰ গোন্ধ পায়। বংশৰ মানুহ অচিনাকি হ'লেও, মঙহৰ গোন্ধৰ দ্বাৰা চিনি পোৱা যায় বোলা হৈছে। এতেকে,—কোনো আত্মীয় মানুহক চিনি নাপালেও আত্মীয় বুলি অনুভৱ কৰা, to suspect relationship intuitively.

মজা পোকে কামোৰা— বিণ. মজা পোকে কামুৰিলে তাৰ বিষত ভত হেৰায়। এতেকে,— বিভত, ধৈৰ্য্যহীন, impatient.

মঠ ধৰা— ক্রি. [ মূৰ্ত্তি ধৰা ] মূৰ্ত্তি বা প্ৰতিমা একেঠৰে থাকে, লৰ-চৰ নকৰে। মানুহে ঠেহ পাতিলেও লৰ-চৰ নকৰাকৈ একে ঠাইতে থিয় দি থাকে। এতেকে,— ঠেহ পাতি কোনো কাৰ্য্য সমূলি কৰিবলৈ এৰি দিয়া, to cease doing anything altogether out of a feeling of impaired dignity.

মণি পিন্ধোৱা— ক্রি. বিয়াৰ বন্দবস্ত হ'লে দৰাৰ ঘৰৰপৰা ছোৱালীক মণি পিন্ধোৱা হয়। এতেকে,— বিয়াৰ বন্দবস্ত পকা হ'ল বুজাবৰ নিমিত্তে ছোৱালীক মণি পিন্ধোৱা, to ratify a proposal of marriage.

মতা চাওডাং— বি. মতা চাওদাঙে মানুহ কাটিছিল, মাইকী চাওডাঙে মানুহ নাকাটিছিল। এতেকে,—দুৰ্দ্দান্ত মতা মানুহৰ নিচিনা তিৰোতা, an amazon, a masculine woman.

মতা চিন চোৱা— ক্রি. মতা মানুহৰ চিন অৰ্থাৎ পুৰুষালি চোৱা, বীৰত্বৰ পৰীক্ষা চোৱা, to subject one's bravery to severe test.

মথুৰা-পাগ— বি. [ মথুৰাপুৰীয়া পাগ ] পূৰ্ব্বে অসমলৈ মথুৰাপুৰৰপৰা ভোজ-পুৰীয়া মানুহবিলাক সৰহকৈ আহিছিল। ভোজপুৰীয়াবিলাকে মূৰত ডাঙৰ পাগ বান্ধে। এতেকে,— ডাঙৰ পাগ, a big turban.

মদাৰ গছৰ পাণ পৰা— ক্রি. মদাৰ গছ কাঁইটীয়া। কাঁইটত ধৰি বগাবলৈ চল পায় দেখি মদাৰ গছত পাণ লগোৱা হয়। কিন্তু ইপিনে কাঁইটৰ নিমিত্তে তাৰ পাণ পাৰিবলৈ বৰ টান হয়। এতেকে,— কোনো জঞ্জলীয়া কাৰ্য্য কৰা, to do a piece of troublesome work.

মন ওফৰা— ক্রি. কোনো বস্তু উফৰিলে সি গৈ য'তে ত'তে এঠাইত পৰে। সেইৰূপে মানুহৰ মন গৈ হঠাৎ কিহবাত পৰেগৈ বোলা হৈছে। এতেকে,— হঠাৎ কিহবাতলৈ মন যোৱা, to have one's attention fitfully drawn towards anything.

মন-পা উধোৱা— ক্রি. [ উধোৱা=ঊৰ্দ্ধ হোৱা ] মানসিক আৰু শাৰীৰিক শক্তি বৃদ্ধি হোৱা, উৎসাহিত হোৱা, to be inspirited.

মন জুখি চোৱা— ক্রি. বস্তু পধূৰ নে পাতল জুখি চালে গম পোৱা যায়। এতেকে,—মন পধূৰ নে পাতল কোন কাৰ্য্যৰ দ্বাৰা তাৰ গম পোৱা, মনৰ ভাবৰ উমান লোৱা, to sound one's mind.

মন পতিওৱা— ক্রি. [ মনক পতিওৱা ] মনে যাতে পতিয়ায় এনেভাৱে তাক নিজে নিজে বুজোৱা, to cause the mind to believe a thing by some sort of reasoning which though not strictly logical affords relief to it.

মন-বলী— বিণ. ডাঙৰ কাৰ্য্য কৰিব পাৰিম বুলি মনত বল থকা অৰ্থাৎ সাহিয়াল, spirited.

মন মৰা— বিণ. মানুহ মৰিলে তেজ নাইকীয়া হয়। এই সূত্ৰত মানুহৰ মনটো মৰা বোলা হৈছে। এতেকে,— নিস্তেজ, স্ফূৰ্ত্তিহীন, despirited, depressed.

মন হ'লে ছন কৰিব পৰা— ক্রি. [ ছন=উচ্ছন্ন। ] কোনো ঠাই উচ্ছন্ন কৰিবৰ নিমিত্তে যদি প্ৰবল ইচ্ছা হয়, তেনেহ'লে সেই কাৰ্য্য নিশ্চয় কৰিব পৰা যায় বোলা হৈছে। এতেকে,— একান্ত ইচ্ছা হ'লে কাৰ্য্য কৰিবলৈ বাট ওলোৱা, to find a way to do a thing if one has the will to do it.

মনৰ বাঘে খোৱা—ক্রি. বনৰ বাঘে মানুহ খায়। এই সূত্ৰত মনৰ বাঘে খায় বোলা হৈছে, অৰ্থাৎ প্ৰকৃততে বনত বাঘ নাই কিন্তু বাঘ তাতে আছে বুলি মনত ভয় হয়। মনৰ ভয়েই তাক খায় অৰ্থাৎ বিহ্বল কৰে। এতেকে,—কাল্পনিক ভয়ত বিহ্বল হোৱা, to be distracted by imaginary ills.

মনে খনা পুখুৰীত পানী খাবলৈ নোপোৱা— ক্রি. যি পুখুৰি দৰাচলে খনা হয়, তাত মানুহে পানী খাবলৈ পায়। কিন্তু যি পুখুৰি খানিম বুলি মনেৰে প্ৰস্তাৱ কৰা হয়, সেই পুখুৰি পাছত কাৰ্য্যতঃ খনা হৈ নুঠে। কাজেই তাত পানী খাবলৈ পোৱা নাযায়। এতেকে,— কল্পনা কৰা কাৰ্য্য সিদ্ধি কৰিব নোৱাৰা, not to be able to enjoy the fruit of a scheme built up by imagination.

মনে পিতে খোৱা— বিণ [ মনে-চিত্তে খোৱা। খোৱা=মিলি যোৱা। ] মনেৰে সৈতে মিল অৰ্থাৎ যাক যেনেকুৱা লাগে তেনেকুৱা, মনোৰঞ্জন, suitable, appropriate to one's liking.

মন্ত্ৰ কৰা—ক্ৰি. মন্ত্ৰৰ দ্বাৰা কোনো মানুহক নিজৰ বশলৈ অনা যায়। এতেকে,—বশীভূত কৰা, to bring under control.

মন্ত্ৰ-নাইকিয়া—বিণ. যাৰ গাত মন্ত্ৰ থাকে অৰ্থাৎ যি মন্ত্ৰ জানে সি শত্ৰুৰ অপকাৰ কৰিব পাৰে। মন্ত্ৰ নাইকিয়া মানুহে তেনে কৰিব নোৱাৰে। এতেকে,—নিৰ্বীৰ্য্য, weak, harmless.

মন্ত্ৰ পঢ়ুওঁৱাদি পঢ়ুওঁৱা—ক্ৰি. পুৰোহিতে মন্ত্ৰ পঢ়ুৱায় আৰু যজমানে সেই মতে অগিকল গাই যায়। এই কাৰ্য্য আহুকলীয়া। এতেকে,—আহুকালেৰে শিকোৱা, to teach with care and trouble.

মৰআঁউসী—বি. জোন মৰা পক্ষৰ আঁউসী অৰ্থাৎ কৃষ্ণপক্ষৰ অমাৱস্যা তিথি, the darkest night of a lunar month.

মৰখঁক—বি. মৰিবৰ সময়ত অতিপাত খাবৰ নিমিত্তে খঁক লাগে। এতেকে,—অতিপাত খঁক, ডাঙৰ হেঁপাহ, extreme greediness.

মৰজাৰ—বি. মৰিবৰ সময়ত অতিপাত জাৰ লাগে। এতেকে,—অতিপাত জাৰ extreme chilliness.

মৰটোপনি—বি. মৃত্যু-কালত তন্দ্ৰা উপস্থিত হয়। এতেকে,—অতিৰিক্ত টোপনি, excessive sleep.

মৰজাহ দিয়া—ক্ৰি. কীট-পতঙ্গ আদি প্ৰাণীয়ে জুইত পৰি জাহ গৈ মৰে। এতেকে, জানি-শুনি বিপদ-সঙ্কুল কাৰ্য্যত হাত দি নষ্ট হোৱা, to be ruined by running into a dangerous situation deliberately.

মৰনৈ—বিং মৰা নৈ. সোঁত ব'বলৈ এৰা নৈ, a silted up stream.

মৰসাহ কৰা—ক্ৰি. যাৰ দ্বাৰা মৰণ মিলে তেনে সাহ কৰা, অতিৰিক্ত সাহ কৰা, to be overbold.

মৰণত শৰণ দিয়া—ক্ৰি. মৰণৰ কালত শৰণ অৰ্থাৎ দোহাই দিয়া। 'শৰণ' শব্দে প্ৰকৃততে 'আশ্ৰয়' বুজায়'। বিপদত পৰিলে বলৱন্তৰ শৰণ লোৱা হয়। এতেকে,—প্ৰাণ পণ কৰা, to make effect to the utmost limit.

মৰণা মৰা—ক্ৰি. গৰুৱে অকাই-পকাই ঘূৰি ধানৰ মৰণা মাৰে। এতেকে,—একেটা কথাকে অকাই-পকাই কৈ থকা, to speak the same thing over and over again.

মৰমৰ চুমাই নাকটি ছিঙা—ক্ৰি. কপট-মিত্ৰ মানুহে গালত মৰমেৰে চুমা খোৱাৰ ছলত নাকৰ আগটি কামুৰি ছিঙে। (নাকটি=নাক-আগটি।) এতেকে,—মিত্ৰভাৱে শত্ৰুতাচৰণ কৰা, to act hostility under cover of friendship.

মৰা গৰু—বি. মৰা গৰুতকৈ হিন্দুৰ অপবিত্ৰ বস্তু একো নাই। এতেকে,—অতি অপবিত্ৰ বস্তু, a very impure or loathsome object.

মৰাৰ ছাল টনা—বিণ. কোনো মানুহে পৰৰ সৰ্ব্বস্ব হৰণ কৰে। পাছত তাক বধ কৰে। শেষত মৰা-শটোৰ গাৰপৰা ছালখন টানি আনে। এতেকে,—আন মানুহক অত্যাচাৰ কৰি স্বাৰ্থসিদ্ধি কৰা; ভাৱপৰা,—দুৰ্ঘোৰ কৃপণ, acting selfishly by outrageous means; hence, extremely miserly.

মৰা গৰুৰ ছালে বেবোৱা—ক্রি. মৰা গৰুৰ ছালেৰে ঢোল ছোৱা হয়। গৰুৱে বেবায় অৰ্থাৎ শব্দ কৰে। এতেকে.—ঢোলে শব্দ কৰা অৰ্থাৎ ঢোলৰ বাদ্য হোৱা, the sounding of drums.

মৰা মুখত চুমা নিদিয়া—ক্রি. জীয়া মানুহৰ মুখত চুমা দিয়ে, কিন্তু মৰা মানুহৰ মুখত চুমা নিদিয়ে। এতেকে,—দুখীয়া মানুহক মৰম-চেনেহ নকৰা, to have no love for one who is poor.

মৰা মেকুৰী—বি. মেকুৰীক ধৰা বৰ টান। কেতিয়াবা ধৰিব পাৰিলে তাক বৰকৈ মৰিওৱা হয়। তেতিয়া সি মৰাতুল্য হয়। এতেকে,—নিৰ্বীৰ্য্য মানুহ, an imbecile.

মৰাৰ দিন বঢ়া—ক্রি. মৰা মানুহৰ দিন অৰ্থাৎ মৰাৰ পিছৰপৰা কাল নিৰ্ণীত হয়। সেই কাল ক্ৰমশঃ বাঢ়ি যায়। এতেকে,—মৃত্যুকাল ক্ৰমশঃ অতীতৰ ফালে আগুৱান হোৱা অৰ্থাৎ মৃত্যুকাল পুৰণি হৈ যোৱা, the passing away of the time of death more and more into the womb of the past.

মৰা মুৱা—ক্রি. দাহৰ সময়ত চিতাৰ ওপৰত মৰা মানুহৰ মুখ উত্তৰপোনে থাকিব লাগে। এতেকে,—উত্তৰ দিশ, the north.

মৰি পৰি ধৰা—ক্রি. [ মূৰে পূৰ দি ধৰা ] ডাঙৰ গছ ডাঙিব খুজিলে হাতীয়ে মূৰেৰে পূৰ দি ধৰে। এতেকে,—কোনো কাৰ্য্য পূৰা বল দি কৰিবলৈ চেষ্টা কৰা, to attempt to do a thing with might and main.

মৰিবলৈ জীবলৈ—ক্রি-বিণ. শপথৰ বাক্য। নিশ্চয়তা বুজাবৰ নিমিত্তে ব্যৱহৃত হয়। "মৰিবৰ নিমিত্তে আৰু জীবৰ নিমিত্তে প্ৰতিজ্ঞা কৰি কৈছো অৰ্থাৎ যদি মিছাকৈ কৈছো, তেনেহ'লে মৰিম, আৰু যদি সঁচাকৈ কৈছো তেনেহলে জীম" a form of solemn oath.

মৰিলে গাঁতে অঁটা, জীলে ভাতে অঁটা—ক্রি. মৰা শ গাঁতত পোতা হয়। এই স্থলত কোৱা হৈছে যে মৰিলে গাঁতে আঁটিব অৰ্থাৎ পুতিবলৈ গাঁতৰ নাটনি নহয়, আৰু জীলে ভাতে আঁটিব অৰ্থাৎ খাবলৈ ভাতৰ নাটনি নহয়। এতেকে,—জীৱন-মৰণৰ নিমিত্তে ভয় নোহোৱা, to live an indifferent life.

মৰিলেও মৰকামোৰে নেৰা—ক্রি. কাছই কোনো মানুহক কামুৰিলে তাক এৰি নিদিয়ে। কাছক যদি কাটি মাৰি পেলোৱা হয়, তথাপি সি কামোৰ নেৰে। সেই কামোৰেই কাছৰ মৰকামোৰ হয়, অর্থাৎ তাৰ মৃত্যু আনে। এতেকে,—প্রাণ গলেও কোনো কার্য্য কৰিবলৈ নেৰা, not to give up doing a thing till the bitter end.

মৰোঁ জীওঁ সোঁ আধিকৈ—ক্রি-বিণ. [ সোঁ-আধি=সম অধি বা সমান আধা ]। মৰোঁ বা জীওঁ বুলি মৰণ আৰু জীৱনৰ সমানে আধা স্থলত অর্থাৎ মৰণ আৰু জীৱনৰ সন্ধি-স্থলত থিয় হৈ, জীৱনৰ আশা নাৰাখি আৰু মৰণৰ ভয় এৰি, desperately.

মলুৱা বান্দৰ—বি. মলা পাত্ৰৰ নিচিনা ঘূৰণীয়া আৰু ওফোন্দা মুখৰ বান্দৰক মলুৱা বান্দৰ বোলে। এইবিধ বান্দৰে যাৰে তাৰে বাৰীয়ে-ঘৰে সোমাই মানুহক অনেক প্রকাৰেৰে আহুকাল কৰি ফুৰে। এতেকে,—লোকক আহুকাল কৰি ফুৰা দুষ্ট মানুহ, a mischief-maker.

মহজীয়া লোণ—বি: আহোম ৰজাৰ দিনত লোণ সহজে পোৱা নগৈছিল। বহু কষ্টেৰে মানুহবিলাকে মহঙৰপৰা লোণ আনি বছৰেকৰ ব্যৱহাৰৰ নিমিত্তে আটায়ে অলপ অলপকৈ বঁটাই লৈছিল। এতেকে,—আপুকণীয়া বস্তু, a rare and valuable thing.

ম'হ-টৌকোন—বি. ম'হ-গুৱালে লৈ ফুৰা টৌকোন, শকত-ডাঙৰ টৌকোন, a heavy club.

ম'হতকৈ শিং চৰা—ক্রি. ম'হতকৈ শিং চৰা হ'লে অর্থাৎ ম'হে শিংজোৰ বলে নোৱাৰা হ'লে সি মূৰটো তলকৈ দোঁৱাই থাকে। তেনে স্থলত, শিংজোৰ তাৰ লাভৰ নিমিত্তে নহৈ অসুবিধাৰ কাৰণ মাথোন হয়। এতেকে,—চম্ভালিব নোৱাৰা বস্তু বা বিভূতিৰ গৰাকী হোৱা, to have a burden which is too much for one to bear.

মহন্তৰ চিন মাছনিত ওলোৱা—ক্রি. মহন্তই বাহিৰত নোমোচা ঠাইত কাপোৰে-কানিয়ে নাখায়। মাছনিত মানুহ সোমালে মাছ-গছৰ আঁৰত আনে দেখা নাপায়। তেনে স্থলত মাছ খাবৰ নিমিত্তে লোভ স্বভাৱতে প্রবল হয়। যি প্রকৃত মহন্ত, তেওঁৰ মাছনিত চিন ওলায়, অর্থাৎ সদাচাৰী হ'লে মাছ নাখায় কিন্তু কপটীয়া হ'লে মাছ কোনেও নেদেখাকৈ খায়। কোনো মানুহ প্রকৃততে ভালনে, এই কথা, তেওঁ বেতিয়া বেয়া ঠাইত পৰে, তেতিয়াহে বুজিব পৰা যায়। এতেকে,—সজ মানুহৰ চিন অসজ ঠাইত ওলোৱা, the testing of the true mettle of a good man by putting him in a place where the temptation is very great.

মহলৈ নমবি মহলৈ মৰা—ক্রি [মহ=যশস্যা।] দুখীয়া মানুহে মহৰপৰা ৰক্ষা পাবৰ নিমিত্তে সৰু আঁঠুৱা তৰি চাৰি-পাচীৰ চাৰিওফালে আঁঠুৱাৰ বেৰ খুচি দিয়ে। চহকী মানুহে ডাঙৰ আঁঠুৱা ওখকৈ তৰে। তাকে দেখি দুখীয়া মানুহেও তাৰ চাপৰ আঁঠুৱাকে মহ কৰি ওখকৈ তৰে। তেনে কৰাত আঁঠুৱা দাং খাই থাকি মহ আঁঠুৱাৰ ভিতৰলৈ সোপা-সোপে সোমায়। এতেকে,—প্ৰকৃত আৱশ্যকতাৰ ফালে চকু নাৰাখি যশস্যাৰ কথা ভাবি কোনো কাৰ্য্য কৰা, to do a thing with an eye to what others would think of it without taking care to see as to how it would serve one's purpose, to act from the standpoint of beauty instead of utility.

মহে তেজ এটোপা নোখোৱা মানুহ—বি. মহে কামুৰি তেজ খায়। সি এই কাৰ্য্যৰ দ্বাৰা যৎসামান্য অপকাৰ কৰিব পাৰে। এই স্থলত কোৱা হৈছে যে মহে তেজ এটোপাও খোৱা নাই। এতেকে,—যৎসামান্য অপকাৰো নোহোৱা মানুহ অৰ্থাৎ যি মানুহে এতিয়াও জীৱন-সংগ্ৰামত সোমোৱা নাই আৰু তাৰ ভীষণতা বুজিব পৰা নাই তেনেকুৱা ডেকা মানুহ, বিপদত নপৰা জীৱনৰ প্ৰথম অৱস্থাৰ মানুহ, a person in full vigour and health who has not yet suffered in the battle of life.

মহাদেৱে কৃষি কৰা—ক্রি. মহাদেৱ ভিক্ষাৰী আছিল। পাৰ্ব্বতীয়ে কৃষি কৰিবলৈ কোৱাত, তেওঁ এনে একান্ত মনেৰে কৃষি কৰিবলৈ ধৰিলে যে ভাত-পানী খাবলৈ পাহৰি গ'ল। এতেকে,—সাধাৰণতঃ অমনোযোগী মানুহে কোনো এসময়ত অতিৰিক্ত মনোযোগেৰে কাৰ্য্য কৰা, to work with the utmost zeal in a particular matter, being ordinarily given to do things in a slipshod manner.

মহাদেৱ ভিক্ষালৈ নগ'লে টেকেলি কাতি হোৱা—ক্রি. ভিক্ষাৰ দ্বাৰা মহাদেৱৰ আহাৰ চলে। ভিক্ষান্ন টেকেলিত খোৱা হয়। টেকেলিত অন্ন থাকিলে টেকেলি থিয় হৈ থাকে, অন্ন নাথাকিলে সি কাতি হৈ পৰে। যিদিনা মহাদেৱে ভিক্ষালৈ নাযায়, সেইদিনা টেকেলি কাতি হৈ থাকে। এতেকে,—দিনে ভিক্ষা কৰি দিনে প্ৰাণ ধাৰণ কৰা অৰ্থাৎ অতি কষ্টেৰে জীৱন ধাৰণ কৰা, to live from hand to mouth, to lead a wretched life.

মাউথে উঠিলে গুৰি পকৰাবো মৰণ নোহোৱা—ক্রি. [ মাউথে=এমখা লগ হৈ ] অনেক গুৰি-পকৰা লগ হৈ চাপি পাছি পানীৰ সোঁতত বুৰি নোযোৱাকৈ উটি যাব পাৰে। এটা এটাকৈ হ'লে আটাইবিলাক মৰি যায়, কিন্তু লগেৰে যোৱাত পৰস্পৰৰ সাহায্যত আটাইবিলাকে নমৰাকৈ থাকিব পাৰে। আন নালাগে, গুৰি পকৰাৰ নিচিনা সৰু সৰু নিঃসহায় প্ৰাণীয়েও একতাৰ গুণত কাৰ্য্য-সিদ্ধি কৰিব পাৰে, এই ভাব বুজাইছে। এতেকে,—একতাৰ গুণত দুৰ্ব্বল মানুহো ক্ষমতাশালী হ'ব পৰা, to become powerful when united but weak when divided.

মাকতকৈ জীয়েক কাজী হোৱা—ক্রি. মাকৰপৰাহে জীয়েকে শিক্ষা পায়। এতেকে, ওস্তাদতকৈ ছাত্ৰ অধিক পাৰ্গত হোৱা ( ব্যঙ্গাৰ্থ ), the out tripping of the master by the pupil ( used ironically ).

মাকালে খোৱা—ক্রি. [ মহা-আকালে খোৱা। ] ডাঙৰ অভাৱত কষ্ট পোৱা, to be afflicted with dire want.

মাকো মৰা—ক্রি. তাঁত বওঁতে মাকোটো ইফালৰপৰা সিফালে, আৰু সিফালৰপৰা ইফালে, এইদৰে মাৰি থকা হয়। এতেকে,—ঘনাই অহা-যোৱা কৰি থকা, to go backward and forward.

মাগুৰ কচা দিয়া—ক্রি. মাগুৰ মাছ যি ৰূপে কচে সেইৰূপে কচা, ক্ষত-বিক্ষত কৰা, ভীষণ অত্যাচাৰ কৰা, to mutilate, to torture, horribly.

মাছ খোৱা উদ—বি. উদে মাছ দেখিলে তাৰ লোভ সামৰিব নোৱাৰে। লুভীয়া মানুহক উদেৰে তুলনা কৰা হৈছে। এতেকে,—লুভীয়া মানুহ, a glutton.

মাছ বুলি নাধাই জিজি বুলি খোৱা—ক্রি. কেঁচুৱা ল'ৰাই মাছক জিজি বোলে। এতেকে,-একেটা কাৰ্য্যকে বেলেগ নামেৰে কৰা, কোনো কাৰ্য্য পোনপটীয়াকৈ নকৰি আওপাকে কৰা, to do the same thing under a different name.

মাছৰ তেলেৰে মাছ ভজা—ক্রি. সৰিয়হৰ তেলত মাছ ভজা হয়। এই স্থলত কোৱা হৈছে, সৰিয়হৰ তেল খৰচ নকৰি মাছৰ তেলতে অৰ্থাৎ মাছৰ গাৰপৰা ওলোৱা চৰ্ব্বিতে মাছ ভাজে। এতেকে,—মূল ধনত হাত নিদিয়াকৈ লাভৰ ওপৰতে কোনো কাৰ্য্য কৰা, to launch a business with the extra money which accrues as profit without spending anything out of the principal.

মাজ ভাঁলুত সাপে খুঁটিলে ধৰণি ধৰিবলৈ ঠাই নোহোৱা—ক্রি. সাপে খুঁটিলে ধৰণি ধৰি বিষ নযাই বুলি কোৱা হয়। কিন্তু যদি মাজ ভাঁলুত খোঁটে, তেনেহলে ধৰণি ধৰিবলৈ ঠাই নোহোৱাও পৰে। এতেকে,—মহাবিপদত ৰক্ষাৰ উপায় ৰহিত হোৱা, to have absolutely no means of escaping from a momentous calamity.

মাজ সাগৰত নাও বুৰা- ক্রি. সাগৰৰ মাজঠাইত নাও বুৰিলে ৰক্ষাৰ উপায় নাথাকে। এতেকে,—সাৰিব নোৱাৰা বিপদত বা দুৰ্ঘটনাৰ সঙ্কটত পৰা, to be shipwrecked in mid-sea, to fall into the greatest disaster.

মাটি হোৱা—ক্রি মাটিসোপাৰ নিচিনা লেউসেউ হোৱা, শক্তিৰহিত হোৱা, জাবমাৰ হোৱা, to be reduced to nothing, to be vanquished, to be utterly helpless

মাটিয়ে-ভেঁটিয়ে খনা—ক্রি. [ মাটি=বাৰী। ভেঁটি=ঘৰ ] বাৰী আৰু ঘৰ সমূলি নষ্ট কৰা অৰ্থাৎ সৰ্ব্বস্বান্ত কৰি দেশান্তৰ কৰা, to ruin completly.

মাণিকৰ দাঁত—বি. মাণিকৰ নিচিনা দাঁত, shining teeth.

মাণিকী-মাকৰ কঁৰিয়া—বি. [ মাণিকী=জীয়েকৰ নাম। মাণিকীৰ মাক= ঘৈণীয়েক। কঁৰিয়া—কাণত পিন্ধা অলঙ্কাৰ। ] গিৰিয়েকে ঘৈণীয়েকৰ কাণৰ কঁৰিয়াবোৰ বৰ শুৱনী দেখে। এতেকে,—অতি শুৱনী মানুহ ( ধেমেলীয়া প্ৰয়োগ ), a very beautiful person ( used playfully ).

মাতৰ হেনা হুঁচা—বি. [ হেনা-হুঁচা=হেনা। হেঁচা, হেনা অনুৰূপ শব্দ। ] কোনো মানুহে কথা কওঁতে হেঁচা দি কথা কয়। এতেকে,—অস্পষ্ট বা বিকৃত মাত, defective tone.

মাত হৰা—ক্রি. মাত-হৰণ হোৱা অৰ্থাৎ উত্তৰ নাইকিয়া হোৱা, to be dumbfounded.

মাতৰ তিতা—বি. তিতা মাত অৰ্থাৎ কেটেৰা-জেঙেৰা মাত, an acrimonious tongne.

মান দেশৰ বগা হাতী—বি. পূৰ্ব্বে মান দেশৰ ৰজাৰ বগা হাতী আছিল। সেই হাতীৰে কোনো কাম কৰোৱা নহয়। শোভাৰ নিমিত্তে বহু ব্যয় কৰি ৰখনেৰে তাক ৰখা হয়। এতেকে,—বহুব্যয়-সাপেক্ষ অকামিলা বস্তু বা মানুহ, a thing of person of no utility, requiring a costly encumbrance.

মান-মৰাণৰ দিন—বি. মানৰ আক্ৰমণ আৰু মৰাণে বিদ্ৰোহৰ সময়ত দেশত অৰাজকতা কৰিছিল। এতেকে,—ঘোৰ অশান্তিৰ কাল, days of unrest.

মাধৱমবীয়া মাৰ—বি. [ মাধৱমৰীয়া মাৰ ] কোনো ডাঙৰ কাম কৰিবলৈ হ'লে "মাধৱ" বুলি আৰম্ভ কৰা হয়। এতেকে,—মাধৱ বুলি আৰম্ভ কৰা প্ৰহাৰ অৰ্থাৎ ডাঙৰ প্ৰহাৰ, a severe beating.

মান্ধাতাৰ দিনত—ক্রি-বিণ. মান্ধাতা সত্যযুগৰ ৰজা আছিল। এতেকে,—বহুকাল পূৰ্ব্বে, in times of yore, in remore pest, long ago.

মানিলে ধান হোৱা, নামানিলে পভান হোৱা—ক্রি. [ধান=সাৰ থকা বস্তু। পভান =সাৰ নথকা বস্তু। ] মনেৰে যেনে ভাব কৰে তেনে মূল্যবান বা মূল্যহীন বস্তু-স্বৰূপ হোৱা, to be as a valuable or a worthless thing according as it is looked at from this or that point of view.

মানুহ বলোৱা—ক্রি. বতাহে যেনেকৈ কোনো বস্তু বলাই আনে, সেইৰূপে বহু মানুহক বলাই অনা, কোনো ঠাইলৈ বহু মানুহ যাতে চলাচল কৰে এনে উপায় কৰা, to contrive to attract people to a certain place.

মানুহৰ নগৰ মানুহ—বি. প্ৰকৃততে যাক মানুহ বুলিব পৰা যায়, সেই মানুহৰ নগৰ মানুহ অৰ্থাৎ যোগ্য মানুহ, worthy man.

মানে-যহে থকা—ক্রি. কোনো কাৰ্য্য কৰিলে মান আৰু যশস্যা নষ্ট হ'বৰ সম্ভাৱনা থকা স্থলত সেই কাৰ্য্য নকৰি মান আৰু যশস্যাৰে থকা অৰ্থাৎ মান আৰু যশস্যা অটুট ৰখা, to maintain one's reputation unimpaired.

মাম—বি. মাত নুফুটা কেঁচুৱা ল'ৰাই 'মাম' এনে শব্দ উচ্চাৰণ কৰে ; মাকে তাৰ পৰা ধৰি লয় যে ল'ৰাই ভোক লাগি ভাত খুজিছে। এতেকে,—ভাত ( কেঁচুৱা ল'ৰাৰ মাত ), boiled rice ( used by baby).

মাৰত কঁকালৰ জোৰা লবোৱা—ক্রি. মাৰত কঁকাল ভঙা, ৰবকৈ মাৰ-কিল কৰা, to beat severely.

মাৰত চেলা উলিওৱা—ক্রি. মৰিয়ালে গাত চেলাৰ নিচিনা দীঘল সাঁচ বহে। এতেকে,—ৰবকৈ মাৰ-কিল কৰা, to beat severely.

মাৰি খোৱা হাঁহক চাৰি পাৰি বহুওৱা—ক্রি. যি হাঁহক অলপতে মাৰি খোৱা যাব, সেই হাঁহক মৰম কৰি বহিবলৈ চাৰি পাৰি দিয়া বোলা হৈছে। এতেকে—যাৰ প্ৰতি কোনো অপকাৰজনক কাৰ্য্য কৰা সুনিশ্চিত তাৰ প্ৰতি দয়া প্ৰকাশ কৰা, to be compassionate to a person whom one feels bound to punish in some way.

মাৰি খোৱা হাঁহৰ মুখলৈ নোচোৱা—ক্রি. যিহাঁহ মাৰি খাবৰ নিমিত্তে অনা হৈছে, তাৰ মুখলৈ চোৱা অনাৱশ্যক। মুখলৈ চালে মুখৰ কাতৰ ভাব দেখি মৰম লাগে। এতেকে,—বধ্য বস্তুলৈ মৰম নেদেখুওৱা অৰ্থাৎ পৰৰ অপকাৰ অনিবাৰ্য্য হলে তাক কৰিবলৈ কুণ্ঠিত নোহোৱা, not to hesitate to do what is inevitable though unpleasant.

মাৰি খাওঁ মৰি খাওঁ কৰি ধৰা—ক্রি. 'তোকো মাৰি খাওঁ, মশ্নো মৰি খাওঁ' এই বুলি যুঁজ কৰিবলৈ ধৰে বোলা হৈছে। এতেকে,—জীৱনৰ আশা এৰি দি কোনো কাৰ্য্য কৰিবলৈ ধৰা, to take to doing a thing desperately.

মাৰিলে যম জীয়ালে ঈশ্বৰ—বি. যমে মাৰে, ঈশ্বৰে জীয়ায়। এতেকে,—মৰণ-জীৱনৰ গৰাকী, সুখ-দুখ বিলাওঁতা, a dispenser of fortune.

মালিনীয়ে ফুলৰ শোক নাপাহৰা—ক্রি. ফুলেই মালিনীৰ সৰ্ব্ব-সম্পত্তি। কেনেবাকৈ ফুল নষ্ট হ'লে, মালিনীয়ে তাৰ শোক কেতিয়াও পাহৰিব নোৱাৰে। এতেকে,—জীৱিকাৰ প্ৰধান উপায় নষ্ট হলে তাৰ শোক সদায় মনত জাগৃত থকা, not to be able to forget the loss of one's principal means of livelihood.

মাজৌৰ চাব—বি. যোৰহাটৰ অন্তৰ্গত মাজৌ নামৰ ঠাইত গাখীৰৰ চাব সকলোৰে জনাজাত। এতেকে,—অতি উপাদেয় বস্তু, a delicary.

মাহ খোৱা বান্দৰ—বি. মাহ বান্দৰৰ অতি প্ৰিয় বস্তু। বান্দৰে যাৰে তাৰে মাহনিত সোমাই মাহ খাই ফুৰে। এতেকে,—টটাটিঙা মানুহ, a knave.

মাহৰ মাৰ দেখি তিলে বেঁত মেলা—ক্রি. মাহ পকিলে টাঙোনেৰে মৰিয়াই গছৰপৰা গুটি উলিওৱা হয়। তিলৰ চেঁইবিলাক আপোনা-আপুনি বেঁত মেলি গুটি ওলাই পৰে। এই স্থলত কোৱা হৈছে যে, মাহৰ মাৰ দেখি তিলে মাহৰ ভয়ত নিজেই বেঁত মেলি ওলাই পৰে। এতেকে,—পৰৰ শাস্তি দেখি বলৱন্তৰ অভিলাষ অনুযায়ী আগেয়ে নিজে শাস্তি নোপাওঁতেই কাৰ্য্য কৰা, to act according to the wishes of a powerful person without being told to so act by taking warning from the cases of those persons who were recalcitrant and therefore punished.

মাহৰ শাক বৰাৰ ভাত— বি. মাটি মাহৰ আঞ্জা আৰু বৰা চাউলৰ ভাত আগৰ দিনত মানুহৰ সুখাদ্য আহাৰ আছিল। এতেকে,—অত্যন্ত তৃপ্তিজনক আহাৰ a sumptuous repast.

মিছা কথাই সিঁচা পানীয়ে সমান হোৱা— ক্রি. পানী সিঁচিলে মাছ ওলাই পৰি ধৰা পৰে। সেইৰূপে পানী সিঁচিলে অৰ্থাৎ মিছা কথাৰ ঢাকনি আঁতৰালে মিছা কথা ওলাই পৰি ধৰা পৰে। এতেকে,— মিছা কথা সহজে ধৰা পৰা, the detecting of a lie without much difficulty.

মিছা কথাৰ ঠেং চুটি হোৱা—ক্রি. যি মানুহৰ এটা ঠেং চুটি অৰ্থাৎ যি মানুহ লেঙেৰা, সি বহুত দূৰ খোজ কাঢ়ি যাব নোৱাৰে। মিছা কথাক তেনে মানুহেৰে তুলনা কৰা হৈছে। এতেকে,—মিছা কথা বেছি দূৰ যাব নোৱাৰা অৰ্থাৎ অলপতে ধৰা পৰা, the detecting of a lie without very much delay.

মিছাত ফুৰা— ক্রি. মিছাৰ ওপৰত ফুৰে অৰ্থাৎ মাটিৰ ওপৰত নুফুৰি মিছাৰ ওপৰত ফুৰে বোলা হৈছে। এতেকে,— সদায় মিছা কথা কৈ ফুৰা, to speak lies habitually.

মিছাৰ ভঁৰাল— বি. ভঁৰালত বস্তু পূৰ্ণ থাকে। এই স্থলত বস্তুৰ সলনি মিছা পূৰ্ণ থাকে বোলা হৈছে। এতেকে,— মিছা কথাৰ পূৰ্ণ-পাত্ৰ অৰ্থাৎ বহু-মিছলীয়া মানুহ, a liar of the first water.

মিছাৰ বাহ— বি. বাহত বস্তু থাকে। এই স্থলত বস্তুৰ সলনি মিছা থাকে বোলা হৈছে। এতেকে,— মিছা কথাৰ বাসস্থান অৰ্থাৎ মাই মিছলীয়া মানুহ, a principal liar.

মিঠা দিয়া— ক্রি. মিঠা বস্তু খাবলৈ ভাল। এতেকে,— ভাল ব্যৱহাৰ কৰা, to treat well.

মিঠৈ-কলা— বি. সবাহত নাম ভাগিলে প্ৰসাদ বিলোৱা হয়। মাহ প্ৰসাদ আগেয়ে পাতত দিয়া হয়। পিছত মিঠৈ আৰু কলা দিয়া হয়। মিঠৈ আৰু কলা উলিয়াবৰ সময়ত মানুহবিলাকে হেতা-ওপৰা কৰে। যেয়ে খোজে বিলনীয়াই তাকে মিঠৈ-কলা দিয়ে। এতেকে,— যেয়ে খোজে তাকে দিব পৰা বস্তু, মূল্য নাইকিয়া বস্তু, things of almost no value.

মুকলি ফুৰা— ক্রি. অসমীয়া মানুহে চাপৰিৰ নিচিনা ঠাইত গৈ শৌচাচাৰ কৰে। এতেকে,— শৌচাচাৰ কৰা, to evacuate bowels.

মুকুতা নহৈ শোকোতা হোৱা— ক্রি. মুকুতা মূল্যবান বস্তু, কিন্তু শোকোতা পাতৰ একো মূল্য নাই। এই দুই শব্দৰ উচ্চাৰণৰ সাদৃশ্য আছে, কিন্তু মূল্যৰ সম্পৰ্কে একো মিল নাই। এতেকে,— বহুমূলীয়া বস্তু নহৈ একো মূল্য-নাইকিয়া বস্তু হোৱা, to turn out to be a trifle instead of a precious thing.

মুখ ওলমোৱা— ক্রি. মানুহৰ অসন্তোষ হ'লে মুখ গধুৰ হয় অৰ্থাৎ মুখৰ আনন্দৰ চিন নাথাকে। গধুৰ হ'লে বস্তু তলৰ ফাললৈ ওলমি যায়। এতেকে,— অসন্তোষৰ ভাব ধাৰণ কৰা, to assume a sorrowful attiude.

মুখচন্দ্ৰি ভঙা— ক্রি. [ মুখচন্দ্ৰিকা ভঙা ; ভঙা=গুচোৱা। ] বিয়াৰ পিছত দৰা-কন্যা একেলগ কৰি মুখ-চন্দ্ৰিকা কৰা নিয়ম আছে। এতেকে,— মুখৰ লাজ গুচোৱা, to remove the delicacy which is left by one at the first sight of another.

মুখ চাই কথা কোৱা— ক্রি. মানুহক চিনিবৰ নিমিত্তে মুখলৈ চাব লাগে। কোনো কথা ক'বৰ সময়ত মানুহৰ মুখলৈ চোৱা হয় অৰ্থাৎ মুখ চিনি লৈ যাৰ সম্পৰ্কে যেনেভাৱে কোৱা ভাল তাৰ সম্পৰ্কে তেনেভাৱে কয় বোলা হৈছে। এতেকে,— পক্ষপাত আচৰি কথা কোৱা, to speak with a bias.

মুখ চাই দাপোণ— বি. মুখ ভাল হ'লে দাপোণত তাৰ প্ৰতিবিম্ব ভাল হয় আৰু মুখ বেয়া হ'লে প্ৰতিবিম্ব বেয়া হয়। এতেকে,— গুণ অনুযায়ী কাৰ্য্য, action according to quality.

মুখ জুই দিলে নোপোৰা— ক্ৰি. জুই চোকা দেখি মুখ পুৰিব পাৰে। কিন্তু এই স্থলত কোৱা হৈছে, যে মুখ জুইতকৈও চোকা বাবে জুয়ে তাক পুৰিব নোৱাৰে। এতেকে — মুখ অতি চোকা হোৱা, to be foulmouthed.

মুখ জুৰোৱা— ক্ৰি. একে লগে থাকিবলৈ লগৰীয়া পালে বুকু জুৰায়। তেনে লগৰীয়া নাই, কিন্তু মুখ জুৰাব পৰা যায় অৰ্থাৎ মুখেৰে কথা পাতি শাতি পাৰ পৰা যায়, এনে ভাব বুজোৱা হৈছে। এতেকে,— দুখৰ কথা ক'বলৈ মানুহ পোৱা অৰ্থাৎ সহানুভূতি দেখুওৱা মানুহ পোৱা, to find a sympathetic person to whom a heavy heart can be emptied.

মুখ বজোৱা— ক্ৰি. ভাল বজালে যেনেকৈ হাই হয়, দন্দ কৰাৰ অভিপ্ৰায়েৰে মুখ মেলি কথা ক'লেও সেইৰূপে হাই হয়। এতেকে,— দন্দ কৰাৰ অভিপ্ৰায়েৰে কথা কোৱা, to speak with a view to picking a quarrel.

মুখ ভঙ্গা— ক্ৰি. [ মুখ লগা ভঙ্গা ] মন্ত্ৰেৰে জাৰি মুখ লগাৰ চিকিৎসা কৰা, to treat an ailment indced by "evil mouth" by means of incantation.

মুখ মৰা— ক্ৰি. মুখ মৰাৰ নিচিনা দেখা যোৱা, মুখ নিস্তেজ হোৱা, to lose freshness of countenance.

মুখ মৰা— ক্ৰি. [ মুখক মৰা ] মুখ বন্ধ কৰা, নিমাত কৰা, উত্তৰ কাটিব নোৱাৰা অৱস্থা কৰা, to leave no room for reply.

মুখ মেলি থকা— ক্ৰি. বন-বাৰি কৰিবলৈ হাত মেলিব লাগে, খাবলৈ মুখ মেলিব লাগে। এই স্থলত হাত নেমেলাকৈ মুখ মেলি থাকে, এই ভাব বুজোৱা হৈছে। এতেকে,— নিজে কাম-বন নকৰাকৈ আনৰ ওপৰত নিৰ্ভৰ কৰি আশা পালি থকা, to expect gain without labour.

মুখ যুঁজোৱা— ক্ৰি. মুখেৰে যুঁজ কৰা অৰ্থাৎ ৰবকৈ তৰ্কা-তৰ্কি কৰা, to debate hotly.

মুখ শুকাই টৌমৰ মূৰ যেন হোৱা— ক্ৰি. টৌমিৰ মূৰ সক। বৰকৈ ভয় পালে মুখ শুকায় অৰ্থাৎ নিৰস বুজায়। এতেকে— বৰকৈ ভয় পাই সমুলি নিৰানন্দ ভাৱ ধাৰণ কৰা, to assume a sorry and miserable look on aocount of great fear.

মুখ-হাত খোৱা— ক্রি. মূত্র ত্যাগ কৰিলে মুখ আৰু হাত ধুব লাগে। এতেকে,—মূত্র ত্যাগ কৰা, to discharge urine.

মুখত মৌ—বি. মৌ মিঠা বস্তু। এতেকে,—মুখত মিঠা মাত, a sweettongue.

মুখত সোপা দিয়া—ক্রি. মুখত সোপা দিলে মাতিব পৰা নাযায়। এতেকে,—নিমাত কৰা, উত্তৰ দিবলৈ বাট নাইকিয়া কৰা, to stop one's mouth, to leave no room for reply.

মুখত হৰি-নাম, হাতত কৃত্য কাম—বি. মুখত হৰি-নাম থাকিব লাগে কিন্তু হাতত কৃত্য কাম থাকিব লাগে অর্থাৎ মুখেৰে হৰি-কীর্ত্তন কৰিব লাগে কিন্তু হাতেৰে কৃত্য কাম কৰিবলৈ এৰি দিব নালাগে। এতেকে,—একেলগে ঈশ্বৰ চিন্তা আৰু কর্ত্তব্য-পালন, the observance of religion and the performance of duty at the same time.

মুখতে ঘিঁউ মৌ সোপাকে দিয়া—ক্রি. ঘিঁউ-মৌ ভাল বস্তু। মুখতে অর্থাৎ মুখেৰে কথা কওঁতে ঘিঁউ-মৌ সোপাকে দিম বুলি কয়। পিছত প্রকৃততে দিব পাৰিব নে নোৱাৰিব সেই কথা ভাবি নাচায়। এতেকে,—বহু ভাল বস্তু দিবৰ নিমিত্তে নভবা-নিচিন্তাকৈ তৎক্ষণাৎ অঙ্গীকাৰ কৰা, to promise to give many good things without thinking for a moment whether one would be able to give them or not, to make smooth promises unthinkingly.

মুখতে বঁটা পোৱা, মুখতে কটা যোৱা—ক্রি. মুখেৰে ৰজাৰ গুণ-কীর্ত্তন কৰিলে বঁটা পায়। মুখেৰে ৰজাৰ অপ্রিয় কথা ক'লে সেই মানুহক কাটিবলৈ আদেশ কৰা হয়। এতেকে,—মুখৰ দ্বাৰা মঙ্গল আৰু অমঙ্গল দুইকো লাভ কৰিব পৰা, to attain good or evil by the manner in which a man talks.

মুখতে ধৰা—ক্রি. এজনে মুখেৰে কথা কৈ থাকোঁতে তাৰ মুখতে ধৰা অর্থাৎ তাক ক'বলৈ আন এজনে বাধা দি সেই কথাৰ ওপৰতে কোৱা, to speak when another person is speaking and thus to interrupt him in the midst of his speech.

মুখৰ খজুৰতি মৰা—ক্রি. মুখেৰে কথা কৈ মুখৰ খজুৰতি অর্থাৎ কথা কোৱাৰ স্পৃহা গুচোৱা, to give the reins to the tongue.

মুখৰ ছাই-মাটি গুচোৱা—ক্রি. মৃত্যুৰ পাছত প্রেত-যোনিৰপৰা উদ্ধাৰৰ অর্থে শ্রাদ্ধাদি ক্রিয়া কৰা হয়। পার্থিৱ মলিনতা নুগুচে মানে আত্মা প্রেত-স্বৰূপ হৈ থাকে। খৰি ছিলে মৰা শ ছাই হয় আৰু মাটি দিলে মৰা শ মাটি হয়। (ছাই-মাটি =পার্থিৱ মলিনতা।) প্রেতে শ্রাদ্ধৰ বস্তু খাই শুদ্ধ হয়। সেই দেখি 'মুখ' শব্দ ব্যৱহৃত হৈছে। এতেকে,—মৃতকৰ প্রথমে কৰিব লগীয়া শ্রাদ্ধাদি ক্রিয়া কৰা, to perform the preliminary funeral ceremonies of a deal person.

**মুখৰ মাহিলা**—বি. [মুখৰ মহলা] লেখা-পঢ়াত পাৰ্গত হৈছে নে নাই বুজাৰৰ নিমিত্তে মুখেৰে মহলা দিয়া হয়। মহলা দিওঁতে যিমানখিনি পঢোৱা হৈছে, সকলো কথাৰ বিষয়ে ক'ব লাগে। এতেকে'—মুখেৰে বহু কথাৰ প্ৰকাশ অৰ্থাৎ যি কথা কাৰ্য্যত পৰিণত কৰা নহয় তেনে কথাৰ প্ৰকাশ, much empty talking.

**মুখৰ ভাত কাঢ়ি নিয়া**—ক্রি. কেঁচুৱা ল'ৰাই ভাত খাওঁতে কাউৰীয়ে ভাত কাঢ়ি লৈ যায়। সেই কথাৰপৰা এই বাক্যৰ সৃষ্টি হৈছে। (মুখৰ ভাত=খাবৰ নিমিত্তে মুখৰ আগত বঢা ভাত।) এতেকে,—ৰবকৈ ডকা দিয়া, to deceive downright.

**মুখলৈ চোৱা**—ক্রি. মুখলৈ চালে মৰম লাগে। এতেকে,—মৰম কৰা, to pity.

**মুখে মুখে উত্তৰ কটা**—ক্রি. এজনে মুখেৰে প্ৰশ্ন কৰে, আন এজনে তাৰ উত্তৰ দি সেই কথা কাটি দিয়ে। এতেকে,—উত্তৰা-উত্তৰি কৰা, to engage in altercation.

**মুখেৰে সাত হাল বোৱা**—ক্রি. সাতখন হালেৰে মাটি চহাব বুলি মুখেৰে কয়, কিন্তু কাৰ্য্যত একো কৰা নহয় বোলা হৈছে। এতেকে,—ফিতাহি মাৰি কথা কোৱা, to speak vauntingly, to boast.

**মুচৰি সামৰি খালৈত থোৱা**—ক্রি. জকাই বাওঁতে মাছ পালে জকাই দাঙি আনোতে মাছে ডুমডুমাবলৈ ধৰে। তেতিয়া জাকৈয়া মানুহে সেই মাছ হাতেৰে খামোচা মাৰি ধৰি মুচৰি সামৰি খালৈৰ ভিতৰত সুমাই থয়। তেতিয়া মাছৰ ডুমডুমনি নাইকিয়া হয়। এতেকে,—শক্তিৰহিত কৰা, to make powerless for anything.

**মুঠিতে লুকোৱা**—বিণ. হাতৰ মুঠিতে লুকাই থকা অৰ্থাৎ সৰু, চিঁয়া, slender, small.

**মুদা মৰা**—ক্রি. [মুধা মৰা] "মুৰ মৰা" চোৱা।

**মুধ ফুটা**—বিণ. "শিৰ ফুটা" চোৱা।

**মুৰ খজুওৱা**—ক্রি. মানুহে কোনো কথা ভাবি ঠিক নাপালে মুৰ খজুৱায়। এতেকে, বিবুদ্ধি হোৱা, নিৰুপায় হোৱা, কোনো বিষয়ে একো স্থিৰ কৰিব নোৱাৰা, to be at one's wit's end, to be confounded.

**মুৰ চোবাই খোৱা**—ক্রি. যাৰ মুৰ চোবাই খোৱা হয়, তাৰ প্ৰাণবধ হয়। এতেকে,—বিশেষ হানি কৰা, ভাতৰ অপকাৰ কৰা, to injure fatally, to harm seriously.

মুৰ দঙা মানুহ—বি. অধীন মানুহে মুৰ দোঁৱাই থাকে। অধীনতাৰ ভাৱ যিমান গুচে, সিমান ওপৰলৈ মানুহে মুৰ দাঙি যায়। এতেকে,—ডাঙৰ মানুহ, a great man.

মুৰ পাতি লোৱা—ক্রি. নির্মালি দিলে মুৰ দোৱাই তাক শ্রদ্ধাৰে মুৰত লোৱা হয়। এতেকে,—শ্রদ্ধাৰে গ্রহণ কৰা, to accept reverentially.

মুৰ পুতি কাম কৰা—ক্রি. অতি মনোযোগেৰে কার্য্য কৰিবলৈ হ'লে মুৰ পুতি অর্থাৎ মুৰটো তললৈ গোঁজা মাৰি লোৱা হয়। এতেকে,—অতি মনোযোগেৰে কার্য্য কৰা, to work with closest attention.

মুৰ ভঙা—ক্রি. খহু পকিলে এপিনে মুৰ ওলায়। সেই মুৰ ভাঙি দিলে পুঁজ-পানী ওলাই গৈ লাহে লাহে খহু আমৰি ভাল হয়। এতেকে,—কোনো কার্য্যৰ আৰম্ভণ কৰা, to commence a thing.

মুৰ মৰা—ক্রি.— [মুৰ=সীমা ; মৰা=শেষ পৰা] কোনো অৱস্থাৰ সীমা অন্ত হোৱা, the coming to the end.

মুৰ মাৰি কন্দা—ক্রি. মানুহে অতিকৈ কান্দোতে মুৰ মাৰে অর্থাৎ হাতেৰে মুৰ ভুকুৱায়। এতেকে,—অতিকৈ কন্দা, to lament bitterly.

মুৰ সুমোৱা—ক্রি. গৰুৱে জেওৰা ভাঙিব খুজিলে আগেয়ে জেওৰাৰ বাটে মুৰটো সুমাই লয়। তাৰ পিছত বল দিবলৈ চল পাই হেঁচা মাৰি জেওৰা ভাঙি ভিতৰলৈ সোমায়। এতেকে,—কোনো কার্য্য পিছত সুচাৰুৰূপে নিষ্পন্ন কৰিব পৰাকৈ প্রথমতে কোনোমতে সেই কার্য্যত অলপ সোমাই লোৱা, ভৱিষ্যতে পূর্ণ অধিকাৰৰ বাট ৰাখি প্রথমে আংশিক অধিকাৰ হস্তগত কৰা, to enter an office or business with a view to securing its full privileges in course of time.

মুৰত আকাশী চৰণ ভাগি পৰা—ক্রি. [চৰণ=স্বর্গ, অর্থাৎ স্বর্গৰাজ ইন্দ্রৰ বজ্র। আকাশী=আকাশত অর্থাৎ ওপৰত থকা। ভাগি পৰা=খহি পৰা, এৰাই পৰা।] মুৰত বজ্রপাত হোৱা অর্থাৎ সাংঘাতিক বিপদপাত হোৱা, to be struck down as if by a bolt from the blue.

মুৰত উঠা—ক্রি. মুৰত অর্থাৎ ওপৰত উঠা, প্রভুত্ব চলোৱা, to exercise authority.

মুৰত চলুৱে চলুৱে পানী লোৱা—ক্রি. শোকাতুৰ মানুহে জুৰণি-স্বৰূপে মুৰত চলুৱে চলুৱে পানী লয়। এতেকে,—বৰকৈ বেজাৰ-অসন্তোষ পোৱা, to be affected deeply with grief, to be mortified.

মুৰত চাউল দিয়া—ক্রি. বিয়াত মুৰত চাউল চটিওৱা নিয়ম আছে। এতেকে,—বিয়া হোৱা, to be wedded.

মূৰত টাঙোন মৰা—ক্রি. মূৰত টাঙোন মাৰিলে মানুহ তৎক্ষণাত লুটি খাই পৰে। এতেকে,—ভাঙৰ অপকাৰ কৰা, to do a great harm.

মূৰত থ'লে ওকণীয়ে খোৱা, মাটিত থ'লে পকৰাই খোৱা—বিণ. পকৰা, ওকণী ইত্যাদিয়ে সোৱাদ বস্তু পালে খায়। অতি চেনেহৰ মানুহক সোৱাদ বস্তুৰে তুলনা কৰা হৈছে। তেনেকুৱা মানুহক কেনে যত্ন কৰি থোৱা যাব, যাতে তেওঁৰ লেশমাত্রও অপকাৰ হ'ব নোৱাৰে, সেই বিষয়ে উপায় নাপায়। এই স্থলত কোৱা হৈছে যে, মূৰত থ'বলৈ ভয় লাগে, জানোচা ওকণীয়ে খায়; আৰু মাটিত থ'বলৈ ভয় লাগে, জানোচা পকৰাই খায়। এতেকে,—অতি প্রিয়, tenderly beloved.

মূৰৰ চুলিৰ সমান আয়ুস—বি. মূৰৰ চুলি অপৰিমিত। এতেকে,—বহু দীঘল আয়ুস, a very long life.

মূৰৰ বীজ নুগুচা ল'ৰা—বি. ওপজোঁতে ল'ৰাৰ মূৰত বীজ লাগি থাকে। এই স্থলত ইমান সৰু বোলা হৈছে যে মূৰৰ বীজ গুচা নাই। এতেকে,—নিচেই সৰু ল'ৰা, a mere child.

মূৰে-কপালে হাত দিয়া—ক্রি. অধিক বেজাৰ পালে মানুহে মূৰে-কপালে হাত দি ভাবি থাকে। এতেকে,—অধিক বেজাৰ পোৱা, to be deeply afflicted with grief.

মূৰে-ভৰি কচ়া—ক্রি. [ মূৰেৰে ভৰিৰ খোজ কচ়া ] ভৰিৰে খোজ নাকাঢ়ি মূৰেৰে খোজ কচ়া অর্থাৎ বিপৰীতভাবে কার্য্য কৰা, to act topsyturvy.

মূৰে শপখোৱা—ক্রি. [ মূৰেৰে শপথোৱা ] 'মোৰ মূৰ খাবা' এই বুলি শপথ ল'বলৈ কোৱা, to make one take a solemn oath.

মৃত্যু-কালত ঔষধ নোহোৱা—ক্রি. যেতিয়া মৃত্যুকাল উপস্থিত হয়, তেতিয়া ঔষধে গুণ নিদিয়ে। এতেকে,—অৱশ্যম্ভাৱী বিপদৰ প্রতিকাৰ নোহোৱা, the existing of no means of relief for a preordained calamity.

মেখেলা-ভাৰী—বি. তিৰোতাৰ মেখেলা অশুচি। তাক যি ভাৰ বৈ নিয়ে, সেই মানুহ অতি অধম বুলি গণ্য হয়। এতেকে,—অতি অধম মানুহ, a disreputable person of the worst type.

মেখেলাৰ বনগুটি—বি. গছবিলাক ওখ, তাৰ গুটিও ওখ.হৈ থাকে। বনবিলাক চাপৰ, তাৰ গুঠিও চাপৰ হৈ থাকে। বনগুটিবিলাক চাপৰত থকাৰ নিমিত্তে তিৰোতাৰ মেখেলাত লাগি ধৰে। মতা মানুহে বননিত খোজ কাঢ়োঁতে চুৰিয়া উজাই ধৰি যায়, কিন্তু তিৰোতা মানুহে তেনে নকৰে। চুটি-চাপৰ মানুহক এনেবিধৰ বনগুটিৰে তুলনা কৰা হৈছে। এতেকে,—চুটি-চাপৰ মানুহ ( বিদ্রূপ ), a pigmy ( used ironically).

মেঘ দেৱতা প্ৰসন্ন হোৱা—ক্ৰি. খেতিয়কবিলাকে অনাবৃষ্টি হ'লে এইৰূপে স্তুতি কৰে, "হে মেঘ দেৱতা, প্ৰসন্ন হোৱা" ( মেঘ দেৱতা = মেঘৰ গৰাকী দেৱতা অৰ্থাৎ ইন্দ্ৰ। ) এতেকে,—বৰষুণ দিয়া, to rain.

মেঘে গাজিলে এৰা—ক্ৰি. কাছই কামুৰিলে মেঘে নাগাজে মানে কামোৰ এৰি নিদিয়ে বুলি প্ৰবাদ আছে। এতেকে,—নেৰানেপেৰাকৈ ধৰা, to adhere tenaciously.

মেটমৰা ভাৰ—বি. ভাৰ ডাঙৰ হ'লে মেট মেটকৰে শব্দ মাৰি যায়। এতেকে,—বৰ ডাঙৰ ভাৰ, a very heavy burden.

মেনী ম'হ খীৰোৱা—ক্ৰি. মেনী ম'হ যিমান খীৰায়, সিমান গাখীৰ ওলায়। সম্পত্তিশালী মানুহক মেনী ম'হেৰে তুলনা কৰা হৈছে। এতেকে,—আঢ্যৱন্ত মানুহৰ পৰা ধন চোঁচা, to extract any amount of money from a rich man.

মেৰ গোম—বি. [ মেৰ খোৱা গোম ] গোম সাপে অতিৰিক্ত আহাৰ কৰি লৰিব-চৰিব নোৱাৰা হৈ পৰি থাকে। খঁকুৱা মানুহেও সেইৰূপে অধিক ভোজন কৰি পৰি থাকে। এতেকে,—অতিৰিক্ত ভোজনৰ ফলত লৰি-চৰি ফুৰিব নোৱাৰা এলেহুৱা মানুহ, sluggish, lazy, indolent person.

মেৱে খোৱা—ক্ৰি. কেঁচুৱা ল'ৰাই মেকুৰীক 'মেও' বোলে। কেঁচুৱা ল'ৰাক ভাত খুৱাই থাকোঁতে নেদেখাকৈ মেকুৰী আহি মাছ চুৰ কৰি লৈ যায়। সেই ঘটনাৰপৰা এই বাক্যৰ উৎপত্তি হৈছে। এতেকে,—কাৰণ বুজিব নোৱাৰাকৈ অকস্মাৎ অদৃশ্য হোৱা ( বিদ্ৰূপ ), to disappear suddenly in an unaccountable manner ( used ironically. )

মেহমন বি. [ মেহমেহীয়া মন ] যাৰ মন মেহ্‌মেহীয়া, তেনে মানুহ, উৎসাহ নাইকিয়া মানুহ, কামত ঢিলা মানুহ, a person of depressed spirits, a slow worker.

মোনা সি থোৱা—ক্ৰি. ধন পোৱাৰ আগেয়ে ধন ভৰাবৰ নিমিত্তে মোনা সি থয় বোলা হৈছে। এতেকে,—ধন পাবৰ আশাএৰি দিয়া ( ব্যঙ্গাৰ্থ ), to give up all hope of receiving payment of a sum of money.

মোমাই মৰিলে ভূতক পোৱা—ক্ৰি. মোমাইক ভূতে ধৰিলে, যদি সেই ভূতক খেদিব পৰা নাযায়, তেনেহলে মোমাই মৰি যাব পাৰে। এই স্থলত কোৱা হৈছে যে আগেয়ে মোমাই মৰক, পিছত ভূতক পোৱা যাব অৰ্থাৎ তাক উপযুক্ত দণ্ড দিয়া যাব। এতেকে,—কোনো কাৰ্য্য নষ্ট হোৱাৰ পিছত প্ৰতিকাৰৰ চেষ্টা কৰা, to contrive a means of meeting a danger after the danger has actually come and done the mischief.

মোৰ ধৰা—ক্রি. [ মূৰ ধৰা ] আঁত ধৰা, কোনো বিষয়ৰ মূল বুজি পোৱা, to discover the main point of anything.

মোৰ হাক গুৰুৰ ডাক—বি. ওজাই মন্ত্র গাওঁতে 'মোৰ হাক গুৰুৰ ডাক' বুলি মন্ত্রৰ বান্ধনি দিয়ে। 'হাক' আৰু 'ডাক' এই দুই শব্দে চিঞৰি কোৱা বাক্য বুজায়। এতেকে,—মহাধৰ্ম্ম'ক চিঞৰি প্ৰকাশ কৰা গহীন আজ্ঞা, a solemn charge, mandate, command.

মৌচেপা বৰষুণ—বি. পকা মৌৰ বহ-ঘৰা চেপিলে হোৰ হোৰকৈ মৌজোল ওলায়। এতেকে,—হোৰ হোৰকৈ দিয়া বৰষুণ, ডাঙৰ বৰষুণ, incessant rain.

মৌ বৰষা—ক্রি. মৌ-বিচনী চেপিলে মৌ-জোল বৰষুণ আকাৰেৰে পৰে। মানুহৰ মুখৰ শিষ্ট ভাষা মৌৰে তুলনা কৰা হৈছে। এতেকে,—মিঠা কথা ব্যৱহাৰ কৰা, to talk sweetly.

## য

যুঁজৰ কুকুৰা যুঁজত মৰা—ক্রি. [যুঁজৰ কুকুৰা=যুঁজৰ নিমিত্তে কুকুৰা অৰ্থাৎ যুঁজাৰু কুকুৰা।] কুকুৰা-যুঁজত যেতিয়ালৈকে কুকুৰাটো মৰি নাযায়, তেতিয়ালৈকে সি যুঁজ নেৰে। এতেকে,—যুঁজাৰু মানুহে যুঁজ কৰি মৰা অৰ্থাৎ প্ৰাণ-হানিৰ আশঙ্কা থাকিলেও বীৰত্ব প্ৰকাশ কৰিবলৈ নেৰা, to act the part of a hero in a fight even to the point of death.

য'ত ৰাজ ত'ত কাজ—বি. [ য'ত ৰাজ্য ত'ত কাৰ্য্য। ] যি য'ত থকাৰ বাব, তাৰ কাৰ্য্য সেই ঠাইত অৰ্থাৎ সি সেই ঠাইত থাকি কাৰ্য্য চলাব লাগে, এই ভাব বুজায়। এতেকে,—স্বক্ষেত্ৰত সম্পাদিত কাৰ্য্য, work in one's own field of action.

য'তে ৰাতি ত'তে কাতি—বি. যি ঠাইত ৰাতি হয়, সেই ঠাইতে কাতি হৈ শুই থাকে বোলা হৈছে। এতেকে,—থকা ঠাইৰ অনিশ্চয়তা, uncertainty of residence.

যতৰা ভঙা—ক্রি. [ যতৰা=যাত্ৰা। ] যাত্ৰা বুলিলে কোনো কাৰ্য্যৰ আৰম্ভ বুজায়। এতেকে,—আৰম্ভ কৰা, to make a beginning.

যথাস্থিয় সদাশিৱ—বি. সদাশিৱই তপ কৰোঁতে লৰচৰ নকৰাকৈ থিয় দি থাকে। এতেকে,—লৰচৰ নোহোৱা অৱস্থা, নিশ্চেষ্টতা, উদ্যোগহীনতা, motionlessness, inactivity, laziness.

যথা দৃষ্টং তথা লিখিতং কৰা—ক্রি. [ সংস্কৃত বাক্য ] পুথি নকল কৰোঁতে নজনা মানুহে কোনো ঠাইত আখৰ পঢ়িব নোৱাৰিলে মূলত যেনে আকাৰেৰে থাকে তাক ঠিক তেনে আকাৰেৰে তুলি লয়। এতেকে,—নুবুজাকৈ নকল কৰা, to copy a writing without understanding it.

যৰে-স্বৰে—ক্রি-বিণ. [ যো বা সো বা ] সংস্কৃত 'যো বা সো বা ভৱতু' এই বাক্যে 'যি হওক সি হওক' বুজায়। এতেকে,—ভাল হওক বেয়া হওক নোচোৱাকৈ যেনে তেনেমতে, by any means, in a clumsy way.

যমকাল—বি. যম আৰু কাল একাৰ্থবোধক। 'কাল' শব্দে সময়ো বুজায়, সেই দেখি তাৰ আগত এই স্থলত 'যম' শব্দ ব্যৱহৃত হৈছে। এতেকে,—যমৰ নিচিনা শত্ৰু, মহাশত্ৰু, a bitter foe.

যমপুৰী নিজান ঠাই—বি. যমপুৰীত কোনো বস্তু দি সাহায্য কৰোঁতা মানুহ নাই। কিন্তু এই পৃথিৱীত যি বস্তু পৰক দান কৰা যায়, সেই বস্তু মাথোন যমপুৰীত পোৱা যায়। এতেকে,—সহায় সাৰথিহীন যম-নগৰ, the hell where there is none to help.

যমৰ দক্ষিণ দুৱাৰ—বি. যমৰ নগৰৰ দক্ষিণ দুৱাৰত মহাপাপীবিলাকক দুৰ্ঘোৰ শাস্তি দিয়া হয়। এতেকে, দুৰ্ঘোৰ শাস্তিৰ ঠাই, a place of pitiless punishment, a hellish place.

যমৰ দুৱাৰৰপৰা অহা—ক্রি. মৃত্যুপ্ৰায় অৱস্থাৰপৰা আৰোগ্য লাভ কৰা, পুনৰ্জীৱন পোৱা, to return from portals of death.

যমৰ যাতনা—বি. [ যমৰ বিহিত যাতনা ] উগ্ৰ শাস্তি, hellish torments.

যমৰ বুকুত দিয়া—ক্রি. পুতেকক মাকে বুকুত সাবটি ধৰি থাকে। এই স্থলত মাকৰ বুকুত নিদি যমৰ বুকুত দিয়া হয় বোলা হৈছে। এতেকে,—মৰণৰ দ্বাৰা হেৰুওৱা, to lose by death.

যাচি কিল খোৱা—ক্রি. যাচক হৈ কিল খোৱা অৰ্থাৎ নিজে খুজি পৰৰ হতুৱাই নিজৰ অপকাৰ সাধন কৰোৱা, to provoke danger by foolish action.

যাচি দিলে মাণিকত দৰ নোহোৱা—ক্রি. মাণিক বহুমূলীয়া বস্তু, কিন্তু যদি যাচি দিয়া যায়, তেনেহলে তাৰো দৰ নাইকিয়া হয়। এতেকে,—সহজে পোৱা বস্তুক অনাদৰ কৰা, to slight anything which is got without an effort.

যাৰ বল তাৰ চল হোৱা—ক্রি. বলী মানুহে কোনো কাৰ্য্য কৰিবলৈ সুবিধা পোৱা, the attaining of an advantage by a powerful person.

যাৰ বুঢ়া গৰু মৰে সি নেগুৰত ধৰা—ক্রি. বুঢ়া গৰু মৰিলে গিৰিহঁতেহে নেগুৰত ধৰি তাক পেলাবলৈ টানি নিয়ে, আন মানুহে নোছোৱে। এতেকে,—গৰকী মানুহে নকৰিব লগীয়া কাৰ্য্য কৰা কিন্তু আনে তেনে কাৰ্য্য নকৰা, the doing of a thing by a person who is responsible to do it and by none else when the thing happens to be an unpleasant one.

যাৱত চন্দ্ৰ দিবাকৰ—ক্রি-বিণ. যাৱত চন্দ্ৰ সূৰ্য্য বৰ্ত্তমান থাকে, তাৱত কাল অৰ্থাৎ চিৰকাল, for ever.

যি মূলা বাঢ়িব তাৰ দুপাততে চিন ওলোৱা—ক্রি. পুলি দুপতীয়া হওঁতেই, তাৰ শ্ৰী দেখি মূলা বাঢ়িব বুলি জনা যায়] মানুহক মূলাৰে তুলনা কৰা হৈছে। এতেকে,—যি মানুহ ভৱিষ্যতে বৰ লোক হ'ব তাৰ চিন ল'ৰা-কালতে ওলোৱা, the appearing of the signs of greatness during infancy in the case of a person who will become a great man during maturity.

যুগ তল যোৱা—ক্রি. এটা যুগ তললৈ যোৱা অৰ্থাৎ অতীত হোৱা, বহুকাল অতিবাহিত হোৱা, the passing away of a considerable period of time.

যুগ-ধৰ্ম্মৰ বল—বি. প্ৰত্যেক যুগত ধৰ্ম্মৰ বল বেলেগ, যেনে—সত্যযুগত ধৰ্ম্ম ৪ পাদ, পাপ শূন্য; ত্ৰেতাযুগত ধৰ্ম্ম ৩ পাদ, পাপ ১ পাদ; দ্বাপৰযুগত ধৰ্ম্ম ২ পাদ, পাপ ২ পাদ; কলিযুগত ধৰ্ম্ম ১ পাদ, পাপ ৩ পাদ। এতেকে,—কোনো যুগত ধৰ্ম্মৰ যেনেকুৱা বল হ'ব লাগে তেনেকুৱা বল অৰ্থাৎ যুগৰ প্ৰকৃতি-গত ধৰ্ম্ম, the characteristic virtue of a particular one.

যেই বাটে অহা সেই বাটে যোৱা—ক্রি. আহি থিত হোৱা মাত্ৰকতে নোবোৱাকৈ অহা বাটেই উভতি যোৱা, যি কাৰ্য্যৰ নিমিত্তে আহে সেই কাৰ্য্য সিদ্ধি নোহোৱাকৈ উভতি যোৱা, বিফল-মনোৰথ হোৱা, to go back disappointed.

যেত কূটৰ যাই—বি. [যেতেক কূটৰ মাজত যাই] যিমান কূট বুদ্ধিৰ মানুহ আছে, সেইবিলাকৰ মাজত যাই অৰ্থাৎ প্ৰধান। এতেকে,—জঞ্জালৰ মূল, the root of all trouble.

যেত ল'ৰাৰ তেত বুদ্ধি—বি. ল'ৰা যেতেক ডাঙৰ, তাৰ বুদ্ধিও তেতেক ডাঙৰ। এতেকে,—ল'ৰাৰ বয়স অনুযায়ী বুদ্ধি, the understanding of a boy according to his age.

যেতেকে বঙ্গা দেখা তেতেকে খেদি যোৰা—ক্রি. কেঁচুৱা ল'ৰাই বঙ্গা বস্তু দেখিলে ধৰিব খোজে। যি বস্তু যিমান বেছিকৈ বঙ্গা হয়, সি তাক সিমান বেছিকৈ খেদে। বাহিৰে ধুনীয়া কিন্তু ভিতৰে অসাৰ বস্তুক বঙ্গা বস্তুৰে তুলনা কৰা হৈছে। এতেকে,—বাহ্যিক সৌন্দর্য্য যিমান বেছি মানুহে সিমান তাক পাবলৈ হেঁপাহ কৰা অৰ্থাৎ আভ্যন্তৰিক অসাৰত্বৰ বিষয়ে ভাবি নাচাই বাহ্যিক সৌন্দৰ্য্যত মানুহ মোহিত হোৱা, to hunt after anything unreal being attracted by the outward glamour of it.

যেনি জোল যায় তেনি ভেঁটা দিয়া—ক্রি. কলৰ পাতত টেঙ্গা কাটি খোৱা হয়। কাটেঁাতে টেঙ্গাৰ জোল পাতত বৈ যায়। যেনি জোল যায়, সেই পিনে পাতখন দাঙ্গি দি, জোল বাগৰি মাটিত পৰিব নোৱাৰাকৈ ভেঁটা দি ৰখা হয়। তেনে কৰোঁতে আন এপিনে জোল বাগৰিলে, তেতিয়া ঘূৰি সেইপিনে পূৰ্ব্বৰ দৰে ভেঁটা দিয়া হয়। সেইৰূপে মানুহে কোনো কথা যেই পোনে যোৱাটো ভাল নয়, সেইপোনে ভেঁটা দি ঠিককৈ ৰাখে অৰ্থাৎ নিজৰ সিদ্ধান্তমতে কাৰ্য্য নকৰি, সুবিধা বুজি কাৰ্য্য কৰি অমঙ্গল নিবাৰণ কৰি নিজৰ স্বাৰ্থ অটুট ৰাখে। এতেকে,—সুবিধা বুজি মত সলাই কাৰ্য্য কৰা, to adapt oneself to expediency.

যেনিয়ে যাওঁ ভেঁট ভেঁট—বি. (উপকথা) শিয়ালক দেখিলে মানুহে তাক মাৰিবলৈ অপা-ভেটা কৰে। ৰবলোক যেনিয়ে যায়, তেনিয়ে মানুহ বিলাকে তেওঁৰে ভেঁট হ'বলৈ আহে। শিয়ালে শিয়ালীৰ আগত কয়,— ভইহে মোক গণিতা নকৰ। বাহিৰলৈ ওলাই গ'লেই, যেনিয়ে যাওঁ ভেঁট ভেঁট।" এতেকে,—সৰ্ব্বত্র আদৰ-সমাদৰ (বিদ্রূপ), a triumphal public reception everywhere (used ironically).

যোৰা-খোৰা হোৱা—ক্রি. [যোৰা থকা হোৱা।] এবেলি যায় এবেলি থাকে এনে হোৱা অৰ্থাৎ মৃতপ্ৰায় হোৱা, to be in a precarious condition.

ৰং-পিন্ধা বজোৱা—ক্রি. [উপকথা] মেনী ম'হে হাবিত মানুহৰ ল'ৰা এটা হেৰোৱা পাই তুলি লৈছিল। ম'হ নিজগত চৰি থাকোঁতে, ল'ৰাটোৱে এটা ৰং-পিন্ধা বজাই থাকে। তেতিয়া ল'ৰাৰ কোনো অপায়-অমঙ্গল হোৱা নাই বুলি ম'হে জানিব পাৰে। এতেকে,—আনন্দৰ জাননী দিয়া, to publish good news.

ৰঙৰ কিল গুকলা-গুকল হোৱা—ক্রি. [গুকলা-গুকল=গেৰেলা গেৰেল অর্থাৎ ডাঙৰ।] ৰঙৰ ওপৰত ডাঙৰ মাৰ-কিল হ'লেও দন্দ নালাগে। এতেকে,—ধেমালিত কৰা ডাঙৰ প্রহাৰো অকাতৰে সহ্য কৰা, not to be offended even by a severe assault if it is committed only playfully.

ৰঙা থঙা পাৰি দিয়া—ক্রি. মানী লোকক বহিবলৈ ৰঙা থঙা পাৰি দিয়া হয়। এতেকে,—মান-সম্ভ্রম কৰা, to show reverence.

ৰঙা-বগা দেখুওৱা—ক্রি. ৰৰকৈ মূৰত আঘাত পালে মূৰ ঘূৰি যায়। তেতিয়া কিৰা-কিৰি আঁক-বাঁক চিত্র আকাশত উৰি ফুৰা যেন দেখা যায়। সেই চিত্রৰ কেতবিলাক ৰঙা আৰু কেতবিলাক বগা। এতেকে,—ৰৰকৈ প্রহাৰ কৰা, to give a sound beating.

ৰঙা ৰ'দ ওলোৱা পৰ—বি. ৰাতিপুৱা প্রথমতে বেলি ওলোৱা পৰত ৰ'দৰ বৰণ ৰঙা দেখা যায়। এতেকে,—সূর্য্যোদয় কাল, sun-rise.

ৰজাৰ আগত কথা কোৱা—ক্রি. ৰজাৰ আগত কথা ক'বলৈ হ'লে অতি সাৱধানে ক'ব লাগে। এতেকে,—ডাঙৰ মানুহৰ আগত অতি সাৱধানে কথা কোৱা, to talk with a great man in a very guarded manner.

ৰজাৰ জী আইদেও—বি. আহোম ৰজাৰ দিনত ৰজাৰ জীয়েকক 'আইদেও' বোলা হৈছিল। এতেকে,—বন-বাবি কৰিব নোৱাৰা সুকোমল ছোৱালী, a delicate girl who is unaccustomed to do any labour.

ৰজাৰ ধনৰ ওপৰত ভোট গিৰিহঁত ওলোৱা—ক্রি. [ভোট=ভোটা, ডাঙৰ।] ৰাজ-ভঁৰালত ভঁৰালী থাকে। ৰজাৰ আদেশমতে ভঁৰালীয়ে আয়-ব্যয় চলায়। এই স্থলত কোৱা হৈছে যে ভঁৰালীয়ে নিজেই প্রকৃত গিৰিহঁত বুলি ভাব কৰে। এতেকে,—একজনৰ বস্তুত আন একজনে গিৰিহঁত বোলাই কার্য্য কৰা, to play the role of the master of a thing being in fact only the keeper of it.

ৰণত পৰি ক'লীয়া হোৱা—ক্রি. ৰণ কৰিবলৈ গ'লে দুখ কষ্ট সহিব লগীয়া হোৱাত চেহেৰা ক'লা হয়। এই স্থলত বুজোৱা হৈছে যে সাধাৰণ অৱস্থাত চেহেৰা ভাল আছিল, কিন্তু আকস্মিক ঘটনাত চেহেৰা বিগৰিছে। এতেকে,—আকস্মিক বিপদত পৰি অৱস্থাহীন হোৱা, to be ill off on account of an unforeseen adverse circumtance.

ৰণ-শিঙা বজোৱা—ৰণত ৰণ-শিঙা বজোৱা হয়। এতেকে,—ৰণলৈ আহ্বান কৰা, to challenge to fight.

ৰসতে নাম থোৱা—ক্রি. সৰাহৰ শেষত উৎসাহেৰে খৰকৈ চাপৰি বজোৱা হয়। তেতিয়া নাম গোৱাৰ ৰস ওলায়। কিন্তু খৰ চাপৰি যদি বহু পৰ বধা হয়, তেনেহলে হাত বিষাই চাপৰি ঢিলা আৰু লেটি-পেটি লাগি পৰে। তেতিয়া নাম গোৱাৰ ৰস নাইকিয়া হয়। তেনে অৱস্থা নৌ হওঁতেই নাম থ'ব লাগে, এই ভাব বুজোৱা হৈছে। এতেকে,—কোনো কাৰ্য্যৰ নিমিত্তে উৎসাহ্ প্রবল থকা অৱস্থাতে সেই কাৰ্য্য সমাধা কৰা, to finish a thing before the interest begins to wane.

ৰহৰহী তিৰোতা—বি. [ 'ৰস' শব্দৰ দ্বিত্ব হৈ এই শব্দৰ উৎপত্তি হৈছে। ] ৰসাল আলাপ কৰা তিৰোতা, a woman who talks humorously, a mirthful woman.

ৰা-বাঁহৰ চেপা—বি. [ ফাড়া বাঁহৰ চেপা। হিন্দী 'ফাড়া' শব্দৰপৰা অসমীয়া 'ফলা' শব্দ ওলাইছে।] ফলা বাঁহেৰে দিয়া চেপা অর্থাৎ উগ্র-শাস্তি, excruciating torture.

ৰাইজ ঐ ৰজাৰ শৰণ—বি. আতুৰত মানুহে এই বুলি চিঞৰি কয়,—"ঐ ৰাইজ, ঐ ৰজা, আপোনালোকৰ শৰণাগত হৈছো, বিপদৰপৰা ৰক্ষা কৰক।" এতেকে,—ৰাইজ আৰু ৰজাৰ দোহাই, adjuration by the people and the king.

ৰাইজৰ লগত নমৰিলেও চকু মুদা—ক্রি. সমাজৰ সকলো মানুহ যদি মৰে, তেনেহ'লে কোনো এজন মানুহ যদি নমৰাকৈ থাকে, তেনেহলে সিও মৰা উচিত, তাকে কৰিব নোৱাৰিলে অন্ততঃ চকু মুদি মৰাৰ দৰে থাকিব লাগে, এই ভাব বুজোৱা হৈছে। এতেকে,—ৰাইজৰ মতৰ বিৰুদ্ধে কাৰ্য্য নকৰা, not to run counter to the wishes of the majority.

ৰাইজে নখ জোকাবিলে নদী হোৱা—ক্রি. বহু মানুহৰ নখৰ পানী এটোপা এটোপা পৰিলেই পানী সৰহ জমি নৈৰ দৰে হৈ যায়। এতেকে,—প্রত্যেক মানুহে অলপ মাথোন কাৰ্য্য কৰিলেও বহু মানুহৰ মিলনত বহু কাৰ্য্য হোৱা, the doing of a great thing by small individual efforts of many people working in co-operation.

বাও বাঞ্ছি কন্দা—ক্রি. [ বাৰ বাঞ্ছি কন্দা, পদ-বন্ধে বাৰ বাঞ্ছি কন্দা ] ডাঙৰ সুৰেৰে নেৰা-নেপেৰাকৈ কন্দা, to lament loudly.

বাওমুৰা—বি. [ বাওমুখীয়া ] মুখেৰে বাৰ কঢ়া, হুতাশিন, howling, noisy, boisterous.

বাগ টনা—ক্রি. [ বাগ=গীতৰ বাগ ] বাগ টানি অৰ্থাৎ দীঘলীয়াকৈ চিঞৰি গোৱা হয়। এতেকে,—চিঞৰি গোৱা, to speak loudly.

বাঙলী ঘোঁৰাত উঠা—ক্রি. ঘোঁৰাত উঠি মানুহে চেকুৰি ফুৰে। মদ খালেও ভাব তাল লাগি মূৰ ফুৰাই চেকুৰি ফুৰাৰ নিচিনা ভাব হয়। মদৰ ৰবণ ৰঙা দেখি তাক বাঙলী ঘোঁৰাৰে তুলনা কৰা হৈছে। এতেকে,—মদ্যপানৰ দ্বাৰা মত্তলীয়া হোৱা, to ride a red mare, *i. e.*, to be intoxicated with wine (which is redcoloured).

বাজ-ভগনৰ কথা কওঁতে কলথোকা বাঢ়লিয়ে খোৱা কথা উলিওৱা—ক্রি. [বাজভগন =ৰাষ্ট্ৰবিপ্লৱ।] এজনে ৰাষ্ট্ৰবিপ্লৱৰ নিচিনা ভয়ানক ঘটনাৰ বিষয়ে কথা কওঁতে আন এজনে সেই কথাৰ ওপৰতে কলথোকা বাঢ়লিয়ে খোৱাৰ নিচিনা এটি অতি সামান্য ঘটনাৰ বিষয়ে উল্লেখ কৰা বোলা হৈছে। এতেকে,—গুৰুতৰ বিষয়ৰ আলাপৰ মাজত অতি লঘু বিষয়ৰ প্ৰস্তাৱনা কৰা, to refer to a worthless incident in the midst of a conversation on a momentous subject.

বাজহুৱা কথাই ফটা জালে সমান হোৱা—ক্রি. ফটা জালত মাছ নৰয়। সেইৰূপে বাজহুৱা কথাতো কোনো এটা মত নৰয় অৰ্থাৎ এজনে এটা মত দিলে আন এজনে সেই মত ভাঙি পেলায়। এতেকে,—বাজহুৱা কাৰ্য্য নিষ্ফল হোৱা, the coming to nought of a joint business.

বাতিখোৱা ভকত—বি. কোনো কোনো ভকতে সাধাৰণ মানুহে নেদেখাকৈ কোনো বিশেষ ধৰ্মপন্থা অনুযায়ী নিয়ম-কাৰণেৰে মাজৰাতি ভোজ-ভাত খায়। এতেকে,—সাধাৰণ ৰীতিমতে নচলা মানুহ, a heretic.

বাতিক দিন কৰি—ক্রি-বিণ. দিনত যেনেকৈ কাৰ্য্য কৰা হয়, ৰাতিও সেইৰূপে কাৰ্য্য কৰা হয়, এই ভাব বুজোৱা হৈছে। এতেকে,—কায়-ক্লেশে, অত্যন্ত পৰিশ্ৰমৰ দ্বাৰা, with great efforts, labouriously.

বাতিটোকে হাতীটো দেখা—ক্রি. বাতি ক'লা, হাতীও ক'লা। দুইটা শব্দৰে উচ্চাৰণৰো সাদৃশ্য আছে। হাতী ডাঙৰ জন্তু। এই স্থলত কোৱা হৈছে যে ৰাতিটো হাতীটোৰ সমান ডাঙৰ। এতেকে,—ৰাতিৰ ভিতৰতে ডাঙৰ ঘটনাৰ দ্বাৰা আক্ৰান্ত হোৱা, একেটা ৰাতিতে বহু দুৰ্ঘটনাৰ দ্বাৰা অভিভূত হোৱা, to be confronted with the dark night which may hold in its womb any calamity of unforeseen character.

বাতিৰ পাছত দিন হয় বুলি অজান ফকিৰেও জনা—ক্রি. ফকিৰে ভৱিষ্যৎ কথা জানে। 'অজান ফকিৰ' এই বাক্যে 'ভৱিষ্যৎ কথা নজনা ফকিৰ' বুজায়। বাতিৰ পাছত দিন হয়, সেইটো কথা ক'বলৈ ভৱিষ্যৎ-বক্তা নালাগে, এই ভাব বুজোৱা হৈছে। এভেকে,—স্বতঃসিদ্ধ কথাকে ভৱিষ্যৎ উক্তি-স্বৰূপে কোৱা, to prophesy a fact which is self-evident to the meanest intelligence.

বাতিসেৱা—বি. [ বাতি দেৱতা-সেৱা ] কোনো বিশেষ ধৰ্ম্ম-পন্থাৰ মানুহে দেৱতা-সেৱা কৰিবৰ নিমিত্তে গুপ্তভাৱে সবাহ পাতে। এভেকে,—গুপ্ত মেল, a secret assembly.

বাধাপটি বাট—বি. পূৰ্ব-কালত শ্ৰীকৃষ্ণই গৰু চৰাওঁতে বাধাই তেওঁৰ ওচৰলৈ ইমান সঘনে অহা-যোৱা কৰিছিল যে হাবিৰ মাজত বহল মুকলি পটি হৈ গৈছিল। এভেকে,—বহল মুকলি বাট, a wide open path.

বান্ধনি উচটাই জোল খোৱা—ক্রি. বান্ধনি ভাল বুলি কলে উচটনি পাই তেওঁ শলাগে॑ তাতোজনক অধিককৈ আঞ্জাৰ জোল দিয়ে। এভেকে,—উচটাই স্বাৰ্থসিদ্ধি কৰা, to induce a person to give some thing away by means of flattery.

বান্ধনী বেলি ওলোৱা পৰ—বি. বাতিপুৱা বান্ধনিয়ে যেতিয়া ভাত বান্ধিবলৈ সোমায় তেনে সময় অৰ্থাৎ দিনৰ এপৰীয়া সময়, the part of the day in which a housewife enters into the kitchen for cooking the mid-day meal, *i.e.*, forenoon.

বাম গঙ্গা একো নমতা—ক্রি. কথা-বাৰ্ত্তা পাতে॑তে কোনো কোনো মানুহে 'বামগঙ্গা,' 'হৰি হৰি', 'শ্ৰীবিষ্ণু' ইত্যাদি উচ্চাৰণ কৰে। এই স্থলত বুজোৱা হৈছে যে আন কথা যে একো কোৱাই নাই, 'বাম গঙ্গা' এই কথা পৰ্য্যন্ত উচ্চাৰণ কৰা নাই। এভেকে,—সমূলি মাত নমতা, not to speak a word.

বাম-টাঙোন জোকৰা—ক্রি. বাম ডাঙৰ বীৰ আছিল। এভেকে,—বীৰৰ ডাঙৰ টাঙোন জোকৰা অৰ্থাৎ মৰিয়াবলৈ উদ্যত হোৱা, to brandish a heavy stick, to intimidate.

বাম নহৈ যম হোৱা=ক্রি. অগ্নি-পৰীক্ষাৰ পাছত সীতাদেৱীয়ে এই বুলি আক্ষেপ কৰিছিল যে বামক সকলোৱে ভাল বুলি শলাগে, কিন্তু তেওঁৰ মানত তেওঁৰ স্বামী বাম নহৈ যম হ'ল। সীতাদেৱীৰ উল্লিখিত উক্তিৰপৰা এই বাক্যৰ উৎপত্তি হৈছে। এভেকে,—সাধু পুৰুষ হৈও ঘোৰ অপকাৰ কৰা, to act evilly though reputed to be a good man.

বাম-বাৱণৰ যুদ্ধ—বি. বাম আৰু বাৱণৰ ভিতৰত ভয়ঙ্কৰ যুদ্ধ হৈছিল। এতেকে,—ঘোৰতৰ যুদ্ধ, a terrible war.

বামৰ বাজ—বি. বামৰ ৰাজ্য শান্তিময় আছিল। এতেকে,—শান্তিময় বাজ্যশাসন, reign of peace.

বামে মাৰিলেও মৰা, বাৱণে মাৰিলেও মৰা—ক্রি. বাম-বাৱণৰ যুদ্ধত বাৱণৰ সেনা-বিলাকে যুদ্ধ কৰিবলৈ বৰ ভয় পাইছিল। কিন্তু বাৱণ অতি দুৰন্ত ৰজা আছিল। কোনো বণুৱাই যুদ্ধলৈ আওহেলা কৰিলে, তৎক্ষণাৎ বাৱণে তাৰ প্ৰাণবধৰ দণ্ড দিছিল। সেইবিলাকে নিৰুপায় হৈ যুদ্ধলৈ ওলাওঁতে এই কথা কয়,—"বামে মাৰিলেও মৰিম, বাৱণে মাৰিলেও মৰিম।" এতেকে,—কোনো কাৰ্য্য কৰিলেও বিপদ, নকৰিলেও বিপদ, এনে অৱস্থা পোৱা, একোপোনে নিস্তাৰ নোপোৱা, to be confronted with danger on either way.

বাৱণৰ চিতা জ্বলা—ক্রি. প্ৰৱাদ আছে যে বাৱণৰ চিতা আজিলৈকে জ্বলি আছে ; আৰু সি কোনো কালে নুনুমায়। এতেকে,—সৰ্ব্বতিকাল জ্বলি থকা, চিৰকাল স্থায়ী হোৱা, to last for all time, to be perpetual.

বাৰতে শিয়াল পথৰা বুলি চিনা—ক্রি. (উপকথা) শিয়ালে আঁচু কাঠৰ পানীত জোবোৰা খাই পথৰা হ'ল। হাবিৰ জন্তুবিলাক তেতিয়া শিয়ালক চিনিব নোৱাৰি ভয়ত বিহ্বল হ'ল। শিয়ালে চেলু পাই নিজকে ৰজা বুলি পৰিচয় দিলে। অৱশেষত অন্যান্য শিয়ালে হোৱা দিলত, স্বভাৱসিদ্ধ ধৰ্ম্ম অনুসৰি পথৰা শিয়ালেও 'হোৱা 'হোৱা' বাৱ কাঢিবলৈ ধৰিলে। সি প্ৰকৃততে শিয়াল, গাত বং সানি পথৰা হৈ ৰজা বুলি মিছাকৈ পৰিচয় দিছিল, এই কথা তাৰ বাৱতে ধৰা পৰিল। এতেকে,—কোনো মানুহৰ স্বৰূপ তাৰ স্বভাৱৰ দ্বাৰা চিনি পোৱা, to know a person by his conduct.

বাহিয়ে বাহিয়ে অহা—ক্রি. [বাহি=বাশি। অহা=মিল হোৱা।] মতে মতে মিল হোৱা, to be of one mind in any matter.

বিণিকি বিণিকি দেখা—ক্রি. [বিণিকি বিণিকি=বিণি বিণি অৰ্থাৎ বিজি বিজি বা অলপ বঙ্গা হৈ।] বহু দুৰৰ বস্তু বেলিৰ পোহৰ পৰি অলপ মাধোন বঙচুৱা-ভাৱে দেখা যায় বোলা হৈছে। এতেকে,—বহু দুৰৰপৰা যৎকিঞ্চিৎ পৰিমাণে দেখিবলৈ পোৱা, to see indistinctly at a long distance.

ৰুকুণী—বি. [ৰুক্মিণী] ৰুক্মিণী শ্ৰীকৃষ্ণৰ ভাৰ্য্যা। তেওঁ অতি ৰূপৱতী আছিল। এতেকে,—অতি ৰূপৱতী তিৰোতা, a very beautiful woman.

ৰূপত বাং চৰোৱা—ক্রি. ৰূপ ধুনীয়া বস্তু। তাৰ ওপৰত বাং চৰালে সি দেখিবলৈ আৰু ধুনীয়া হয়। এতেকে,—ধুনত ধুন বঢ়োৱা, to add beauty to what is already beautiful.

ৰূপতী দেখি চুপতি কৰা—ক্রি. [ ৰূপতী=ৰূপৱতী। ] ৰূপৱতী তিৰোতা দেখিলে মানুহে চুপতি কৰে। এতেকে,—সুন্দৰ বস্তু দেখি লোভ কৰা, পৰৰ ভাল বস্তু দেখি পাবৰ আশা কৰা, to desire to possess a thing on account of its attractive appearance.

বেচত পেঁচ—বি. [ বেচ-পেঁচ। 'বেচ' অনুৰূপ শব্দ। ] তিৰোতাৰ সাজ-পাৰৰ কমনীয় আকৃতি, niceties in a woman's habiliments.

বেপি কটা—ক্রি. যন্ত্রণা দি ধৰিবলৈ হ'লে, দাবে লাহে লাহে বেপ দি দি কাটে। এতেকে,—লাহে লাহে বহুক্ষণ যন্ত্রণা দিয়া, to put to slow torture.

বেৱত ৰজাৰ দিনত—ক্রি-বিণ. বেৱত সত্যযুগৰ ৰজা আছিল। তেওঁৰ জীয়েক বেৱতীক দ্বাপৰ যুগত বলভদ্রে বিয়া কৰিছিল। এতেকে,—বহুকাল পূৰ্ব্বে, long time ago.

বৈ বৈ যোৱা—ক্রি. [ বহি বৈ যোৱা। বহি=ৰস। ] উপচি যোৱা, অপৰিমিত হোৱা, to be over-plentiful.

বোহ-ঘৰত সোমোৱা—ক্রি. আগৰ দিনত ৰৰলোকসকলৰ একোটা বোহ-ঘৰ আছিল। তেওঁলোকৰ পৰিয়ালৰ কোনোজনে ঠেহ পাতিবলৈ হ'লে বোহ-ঘৰত সোমাই থাকে। এতেকে,—ঠেহ পতা, ওফোন্দা পতা, to be offended.

বৌজাল বৌজাল কৰা—ক্রি. [ বৌ জাল বাহু-জাল কৰা। ] বৌ মাছ আৰু বাহু মাছ মৰা জাল ডাঙৰ। সেই জাল পেলাওঁতে বহু দূৰলৈকে মেলি পৰে। এই স্থলত কোৱা হৈছে, যে ডাঙৰ জাল বহু দূৰলৈ মেলাৰ দৰে কথা বহু দূৰলৈ মেলি দিয়ে। এতেকে,—কথা বহু দূৰলৈ প্রচাৰ কৰা, কথা ৰাষ্ট্ৰ কৰা, to publish a fact widely.

বৌৰৌ নৰক—বি. [ ৰৌৰৱ নৰক ] যমপুৰীত যিবিলাক নৰক আছে, তাৰ ভিতৰত ৰৌৰৱ নৰক সকলোতকৈ জঘন্য। এতেকে,—অতি জঘন্য ঠাই, the worst place.

বৌ বৌকৈ ধৰা—ক্রি. কুকুৰে অচিনাকি মানুহ বা জন্তু দেখিলে বৌ বৌকৈ ভুকি ধৰে। এতেকে,—কোনো মানুহক কোনো বিষয়ে টান কথা কৈ ধৰা, to make an insistent domand for anything.

বৌটোকে ঢোটো কৰা – ক্রি. নৈত নাও বাই যাওঁতে বৌ মাছে নাৱৰ বাৰত আহি কেতিয়াবা কোবায়। নাৱৰীয়াবিলাকে জল-যাত্ৰাৰ ভীষণতা পিছত আনক বুজাবলৈ ৰবাইকৈ কয় যে ঢৌৰে ধাউম ধাউমকৰে নাৱৰ বাৰত কোবাইছিল আৰু সিহঁতে সুনিপুণভাৱে নাও চলাই তেনে বিপদ অতিক্রম কৰি আহিছে। এতেকে,—সৰু কথাকে ডাঙৰ কথা বুলি কোৱা, কথা বঢ়াই কোৱা, to exaggerate.

## ল

লখিমী তিৰোতা—ক্রি. [ লখিমী=লক্ষ্মী। ] লক্ষ্মী ঐশ্বৰ্য্য-বিভূতিৰ অধিষ্ঠাত্রী দেৱী। এতেকে,—দেৱী-তুল্য তিৰোতা, a woman of excellent accomplishments.

লগত যোৱা নৰিয়া—বি. যি নৰিয়া মানুহটো মৰিলে তাৰ লগত যায় অর্থাৎ মৃত্যু-কাল পর্য্যন্ত থাকে তেনে নৰিয়া, চিৰস্থায়ী নৰিয়া, a permanent disease.

লগুণ-গাঁথি দিয়া—ক্রি. বিয়াত এখন কাপোৰেৰে দৰা আৰু কন্যাক সংলগ্ন কৰি দিয়া হয়। এতেকে,—স্বামী-ভার্য্যা সম্বন্ধেৰে আবদ্ধ কৰা। ('লগ্নগ্রন্থি' শব্দৰপৰা 'লগুণ-গাঁথি' শব্দৰ উৎপত্তি হৈছে।), to unite a couple in wedlock.

লঘু হোৱা—ক্রি. পাতল হোৱা অর্থাৎ লাঞ্ছনা পোৱা, অপমানিত হোৱা, to be put out of countenance, to be insulted.

লতা-পতা লগা—ক্রি. [ লতা-পাত লগা। লগা=সম্বন্ধ লগা। ] লতা বগাই-জোগাই তাৰ আগটোত থকা পাতখনে গৈ কোনো বস্তু ছোৱেগৈ। এতেকে,—বহু দূৰণীয়া সম্বন্ধ লগা, to be connected by distant relationship.

লফা দোৱা—ক্রি. লফা নিচেই কোমল শাক, তাক দাবলৈ অতি সহজ। এতেকে,—সহজে কাটি-ছিন্দি খৰুৰ কৰা, to cut up easily, to destroy completely without difficulty.

**লমো লমো দাড়ি**—বি. [ লম্বা লম্বা দাড়ি। উপকথা ] বাঘে হাবিত ছাগলীক দেখি ক'লে,—"লমো লমো দাড়ি, ঘনে কৰে ৰিলা, এইজন পুৰুষে খাটে বনবাস।" বাঘে ছাগলী কেনেকুৱা জন্তু আগেয়ে দেখা নাছিল। ছাগলীয়ে বাঘৰ অজ্ঞতা বুজিব পাৰি উত্তৰ দিলে,—"বাঘ খালো, ছাগ খালো আৰু খালো হাতী, এঁকা-বকা খাবলৈ নাপাই খপিছোহি বাতি।" বাঘ নিজে এঁকা-বাক। তাকে খাবলৈ ছাগলীয়ে খাপ দিছে বুলি ভাবি ভয়ত অস্থিৰ হৈ পলাই লৰ মাৰিলে। টেঙৰ ছাগলী বুদ্ধিৰে বাঘৰ মুখৰপৰা সাৰিল। এতেকে,—দীঘল দাড়ি, a long beard.

**লৰত ফেঁটী সাপৰ মূৰ ছিগা**—ক্রি. ফেঁটী সাপৰ বৰ খঙাল। সি ফেঁট তুলি মানুহক খোঁটে। এই স্থলত ইমান বেগেৰে লৰ মাৰে বোলা হৈছে যে ফেঁটী সাপে ফেঁট তোলেঁাতেই তাৰ মূৰ ছিগি যায়, সি খুঁটিবলৈ সময় নাপায়। এতেকে,—অতি বেগেৰে লৰ দিয়া, to run too fast.

**ল'ৰা পোৱা**—ক্রি. সন্তান প্রসৱ কৰা। [ পোৱা=লাভ কৰা। ] to be delivered of a child.

**ল'ৰা-ছোৱালীৰ পেঁ পেঁ জেঁ জেঁ**—বি. [ পেঁ পেঁ=পেঁপাৰ মাত ; জেঁ জেঁ= জিলিৰ মাত। ] ল'ৰা-ছোৱালীৰ হাই-কোঢ়াল, confused noise made by children.

**ল'ৰা ভুৰুকিওৱা**—ক্রি. মানুহে ল'ৰাক ফাঁকটি কথাৰে ভুৰুকিয়ায় অর্থাৎ ছলনা কৰে। ( 'ভাঁড়ে' আৰু 'ভুৰুকিয়ায়' মূলত একে। ) এতেকে,—ল'ৰাক যেনেকৈ ফাক্-ফুক্ কথাৰে ফুচুলায় সেইৰূপে ফুচুলোৱা, ল'ৰালী ফাঁকি কৰা, to play a childish trick.

**ল'ৰাহঁতৰ মাক**—বি. ল'ৰা-ছোৱালীবিলাকৰ অর্থাৎ পুতেক-জীয়েকবিলাকৰ মাক, অর্থাৎ ঘৈণীয়েক, the mother of one's children *i.e.*, a wife.

**লৰ্ব্বাং লাখুটি**—বি. [ লৰবৰ লাখুটি ] লাখুটি লৰবৰ কৰি ফুৰে। এতেকে,— আত্মীয়-স্বজনবিহীন লৰি ফুৰা অকলশৰীয়া মানুহ, a vagabond.

**ল ল স স কৰা**—ক্রি, [ ল লকৰা=জিবা ল ল কৰা অর্থাৎ খৰকৈ লৰোৱা। স স কৰা=স স কৰে কথা কোৱা অর্থাৎ বহু আলাপ কৰা। ] অতি মিত্র মানুহৰ ভিতৰত খৰাখৰিকৈ বহু আলাপ হয়। এতেকে,—অতি মিত্রতা বুজাই আলাপ কৰা ( বিদ্রূপ ), to talk like a very intimate friend ( used in a depreciative sense ).

**লহোৰা বহোৰা**—ক্রি. [ লাহোৰা-বিলাহোৰা ] লাস-বিলাস কৰা, to flirt, to coquet.

লাংখা-লিংখি—বি. [ লাংখা=লাং খোৱা অৰ্থাৎ মাৰিৰ দৰে পৰি থকা। লিংখি অনুৰূপ শব্দ ] পৰি থকা বস্তু-বেহানি, কম মূল্যৰ সৰু-সুৰা বস্তু, odds and ends.

লাং খাই পৰা—ক্রি. [ লাং=ডাং, মাৰি। ] লাঙৰ নিচিনাকৈ পৰি থকা অৰ্থাৎ দীঘল হৈ পৰি যোৱা, to lie down at full length, to fall prostrate.

লাং লাং থাং থাং—বি "লৈ লৈ থৈ থৈ" চোৱাঁ।

লাই পালে কুকুৰে গললৈ জপিওৱা—ক্রি. হিন্দুৱে কুকুৰক অশুচি জন্তু বুলি ধৰে। কুকুৰে ছুলে গা ধুব লাগে। অসমীয়া হিন্দুৱে কুকুৰক ওচৰ চাপিবলৈ নিদিয়ে। এই সুলত কোৱা হৈছে যে লাই পালে তেনে অস্পৃশ্য কুকুৰেও গললৈকে জপিয়াই লেঙেৰা-লেঙেৰি কৰে। এতেকে,—লাই পালে নীচ মানুহেও ঘনিষ্ঠতা-ভাৱ দেখুওৱা, the showing of undue familiarity by a mean person to a great man if allowed too much indulgence.

লাই-লেচাই—বি. অসমৰ বৰ্কা গদাধৰসিংহৰ দুজন পুতেক আছিল। এজনৰ নাম লাই আৰু আন এজনৰ নাম লেচাই। এতেকে,—যেই সেই দুজন মাথোন, two persons,—neither more nor less.

লাই লেজু—বিণ. [ লাহি লেজু ] লেজু দীঘল কিন্তু লাহি। এতেকে,—গা-গাৰি নাইকিয়া দীঘল, thin and tall.

লাও-পাত কচু-পাত—বিণ. [ লাও-পাত কচুপাত খোৱা ] ছাগলীয়ে লাও-পাত, কচু-পাত যিহকে পায়, তাকে জিবা লপ্-লপাই খাই ফুৰে। যি মানুহে ভাল-বেয়া নাবাছি যিহকে পায় তাকে কয়, সিও সেইৰূপে জিবা লপ্-লপাই থাকে। এতেকে,—বহুবক্তা, talkative, prattling, garrulous.

লাখটকীয়া—বিণ. বহুমূলীয়া, of high value.

লাখুটিৰ খুন্দা খোৱা—বিণ. যি মানুহে দুষ্টালি কৰি ফুৰে, সি যাবে তাবে লাখুটিৰ খুন্দা খাই ফুৰে। এতেকে,—দুৰন্ত, অশিষ্ট, rascally, roguish.

লাগ বুলিলে পোৱা—ক্রি. [ লাগে বুলিলে পোৱা ] বিচৰা মাত্রে পোৱা, to get immediately on demand.

লাগ-বান্ধ নাইকিয়া—বিণ. চকুত বলগা আৰু বান্ধ নাইকিয়া অৰ্থাৎ দেখাত আওৰনী আৰু কাৰ্য্যত অনুপযুক্ত, unseemly and useless.

লাগিলে ভগা—ক্রি. কাঁহী-বাটি লাগিলে অর্থাৎ ঠেকা-ঠেকি হ'লে ভাগে। এই স্থলত লাগিলে অথাৎ দন্দ-কাজিয়া লাগিলে ভাগে অর্থাৎ বন্ধ হয় বোলা হৈছে। 'লগা' আৰু 'ভগা'ৰ দুই অর্থ বুজোৱা হৈছে। এতেকে,—দন্দ লাগিলে কিছু কালৰ পাছত অন্ত হোৱা, the coming of quarrel to an end after lapse of some time.

লাঙ্গে-পাঙ্গে—ক্রি.-বিশ. [লাং=ডাং, দীঘলীয়া মাৰি।] কোনো গছ লাঙ্গে লাঙ্গে অর্থাৎ ছেও নিদিয়াকৈ, আৰু পাঙৰে অর্থাৎ পাত গচাই নোলোৱাকৈ ঘৰলৈ অনা কথাৰপৰা এই বাক্যৰ উৎপত্তি হৈছে। এতেকে,—কোনো অংশ বাদ নিদিয়াকৈ অর্থাৎ সমুদায়ে, গোটেই, entirely, wholly.

লাজ বন্ধ যোৱা—ক্রি. পানী নচলি বন্ধ হৈ থাকিলে অধিক পানী জমে। সেইৰূপে কোনো কথাত লাজ লাগি বহু দিন গ'লে লাজ বন্ধ যায় অর্থাৎ অধিক লাজ জমে। এতেকে,—লাজ পূৰণি হৈ লাজৰ মাত্রা বৃদ্ধি হোৱা, the increasing of bashfulness by lapse of time.

লাজৰ লাখুটি—বি. লাজৰ আশ্রয়। লাজ ৰাখিবৰ নিমিত্তে অৱলম্বন, a feeble support on which a person in disgrace relies in the last resort, a mask of shame and humiliation.

লাভলৈ চাওঁতে মূলৰ হুতাহুত্তি হোৱা—ক্রি. [হুতাহুত্তি=এবেলি হাতলৈ অহা আৰু এবেলি হাতৰপৰা এৰাই যোৱা।] মানুহে লাভ পাবৰ নিমিত্তে মূল মেলি দিয়ে। এই স্থলত কোৱা হৈছে যে লাভ পোৱা দূৰত থাকক, মূল পোৱা যাব নে নাযাব, তাৰে নিশ্চয়তা নোহোৱা হয়। এতেকে,—অধিক বস্তু পাবৰ আশা কৰোঁতে পূর্ব্বৰ হাতৰ বস্তুও নষ্ট হ'বৰ আশঙ্কা হোৱা, to run the risk of losing all by concerning oneself in any affair in the hope of getting more.

লাল কাগজ—বি. পূর্ব্বে অসমলৈ যিবিলাক আখৰ টোকা কাগজৰ আমদানি হৈছিল, সেইবিলাক ৰঙা আছিল। এতেকে,—আখৰ টোকা কাগজ, blotting paper.

লাৰে লাৰে পানী খোৱা—ক্রি. দুখীয়া মানুহে লাওৰ ভিতৰটো গেলাই গেলা অংশ উলিয়াই পেলাই, লোটা-কলহৰ নিচিনা পানী-পাত্র-স্বৰূপে তাক ব্যৱহাৰ কৰে। তাঙৰ বিপদ হ'লে পিয়াহ লাগে। তেতিয়া লাৰে লাৰে অর্থাৎ অধিককৈ পানী খাব লগীয়া হয়। এতেকে,—ঘোৰ বিপদ-গ্রস্ত হোৱা, মহা কষ্টত পৰা, to be involved in great difficulty, to be highly embarrassed.

লালুকিলৈ ভপত পানী নলগা—ক্রি. লালুকি এনে অপল-ধতুৱা প্ৰাণী যে পানীৰ-পৰা তাক তুলি আনিলেই সি মৰি যায়। তাক বধিবলৈ গাত ভপত পানী ঢালিবৰ আৱশ্যকতা নাই। তুচ্ছ মানুহক লালুকিৰে তুলনা কৰা হৈছে। এতেকে,—তুচ্ছ মানুহক অপকাৰ কৰিবলৈ ডাঙৰ আয়োজনৰ আৱশ্যকতা নোহোৱা, the existing of no necessity for making vast preparation to injure an insignificant enemy.

লীলামালা স্যমন্তহৰণ পঢ়া—ক্রি. আগৰ দিনত 'লীলামালা' আৰু 'স্যমন্ত-হৰণ' পুথি পঢ়িব পৰা হ'লেই সাধাৰণ শিক্ষা পোৱা হয় বুলি ধৰা হৈছিল। এতেকে,—সাধাৰণ শিক্ষা পোৱা, to be fairly educated.

লুইতেহে ব'ঠাৰ কোব জনা—ক্রি. লুইতত নাও বাওঁতে ব'ঠাৰ কোব কিমান দকৈ বহে, তাক লুইতে নিজেহে জানে, আনে তাক জানিব নোৱাৰে। এতেকে,—কোনো কাৰ্য্যৰ কষ্ট ভুক্তভোগীত বাজে আনে নজনা, the knowing of the nature and extent of inconvenience in any affair by a person who is the actual sufferer and none else.

লেকৃলো পকৰা—বি. লেকৃলো পকৰাৰ লাগি নিছিগে। এতেকে,—ক্রমাগত আহি থকা লাগি নিছিগা মানুহবিলাক, a continuous stream of people.

লেকাত লগা—ক্রি. [ লেকেতীয়া লগা ] কোনো কাৰ্য্যত লেকেটীয়া হৈ অৰ্থাৎ নেৰা-নেপেৰাকৈ লাগি থকা, to be engaged in anything with patience and perseverence.

লেখত হোৱা জোখত নোহোৱা—[ লেখ=গণনা। জোখ=পৰিমাণ ] কোনা বস্তু হিছাপত আছে, কিন্তু জোখত সি সমূলি পাতল বোলা হৈছে। এতেকে,—কোনো বস্তু বা মানুহ হিছাপত ধৰা পৰা কিন্তু কাৰ্য্যৰ অনুপযুক্ত গণ্য হোৱা, the taking of anything as swelling the number without adding to the value or importance of it.

লেজু—বি. সাপ দেখিবলৈ লেজুৰ নিচিনা। এতেকে;—সাপ, a snake.

লেজুত ধৰি বল নিদিয়া—ক্রি. কোনো গধুৰ বস্তু নিবলৈ হ'লে, লেজু লগাই বহু মানুহে ধৰি টানে। বহু মানুহৰ ভিতৰত কোনে বল দিছে আৰু কোনে বল দিয়া নাই বুজিব পৰা নাযায়। টেঙৰ মানুহে লোকৰ লগত লেজুত ধৰি টনাৰ ভাৱ কৰে, প্ৰকৃততে বল নিদিয়ে। এতেকে,—কোনো কাৰ্য্যত লাগি অমনোযোগিভাৱেহে সেই কাৰ্য্য কৰা, to work halfheartedly.

লেছুৱা কাম—বি. লেছু দীঘলীয়া বস্তু। এতেকে,—দীঘলীয়া কাম, বেগতে শেষ নোহোৱা কাম, লেৰা-লেপাৰাকৈ লাগি থাকি কৰিবলগীয়া কাম, a tedious work, a protracted affair.

লেদেনা ওকটা—ক্রি. [ লেদ-পানী ওকটা ] লেদ বা লাদ আৰু পানী অর্থাৎ মূত উকটি পেলায় বোলা হৈছে। এতেকে,—কোনো মানুহৰ জঘন্য পৰিচর্য্যা কৰা, to serve a person vilely.

লেধাই শামুক পাঞ্চজন্য শঙ্খৰ বংশ বুলি কোৱা—ক্রি. লেধাই শামুক ঘ'তে ত'তে পানীত পৰি থাকে। পাঞ্চজন্য শঙ্খ সাগৰত থাকে, আৰু সি দুষ্প্রাপ্য বস্তু। এই স্থলত কোৱা হৈছে যে লেধাই শামুকে নিজক পাঞ্চজন্য শঙ্খৰ বংশ-সম্ভূত বুলি চিনাকি দিয়ে। এতেকে,—ইতৰ মানুহে ফিস্তাহি কৰি বৰ ডাঙৰ মানুহেৰে সৈতে সম্বন্ধ থকা বুজোৱা, the attempting of a mean person to connect himself in some way with a very great man.

লেনী ভাদৈ—বি. ভাদৈ কোনো ছোৱালীৰ নাম। এতেকে,—লেনিয়াই কথা কোৱা ছোৱালী, আলসুৱা মৰমৰ ছোৱালী, a sweet girl.

লে বাই যোৱা—ক্রি. [ লাল বোৱাই যোৱা ] অতি কষ্টকৰ কার্য্য কৰোঁতে মুখৰ লাল বৈ যায়। এতেকে,—অতি কষ্টকৰ কার্য্য কৰা, to do any work with the greates effort.

লেলাই-ঘেলাই থকা—ক্রি. [ লেলাই=লাল উলিয়াই। ঘেলাই=গা হেলাই অর্থাৎ পেলাই। ] বৰকৈ দুখ-ভাগৰ হ'লে গা পেলাই দি অর্থাৎ অৱশ হৈ মুখেৰে শেহাবলৈ ধৰি লালটিয়ায়। এতেকে,—দুখে-ভাগৰে কাল কটোৱা, অতি কষ্টেৰে জীৱনধাৰণ কৰা, to live very miserably.

লেলাট ভুঞ্জা—ক্রি. [ ললাট লিখন ভুঞ্জা ] পূর্ব্ব-জন্মৰ আর্জ্জন অনুযায়ী কষ্ট ভোগ কৰা, to suffer misery as a punishment for sin in the previous birth.

লৈ লব মৰাও নহয়, দলিয়াই পেলোৱাও নহয়—বিণ. কোনা বস্তু অতি ভাল হ'লে মানুহে তাক লৈ লব খাবে অর্থাৎ হৈঁপাহেৰে লৈ যায় আৰু অতি বেয়া হ'লে তাক দলিয়াই পেলায় অর্থাৎ ঘিণ কৰি নিনিয়ে। এতেকে,—বৰ ভাল নহয় আৰু বৰ বেয়াও নহয় অর্থাৎ মজলীয়া গুণবিশিষ্ট, neither too good nor too bad, *i. e*, middling.

লৈ লৈ থৈ থৈ—বি. [ লৈ যোৱা থৈ যোৱা, ভিড় ] আটাইবিলাক মানুহক নিব নোৱাৰি, কিছুমান লৈ যায় আৰু কিছুমান থৈ যায়। এতেকে,—বেমেজালি, বহু-দুৰ্গতি, chaos, disorder, distress.

লোকৰ ওপৰত উশাহ লোৱা—ক্রি. উশাহ নিজে ল'ব লাগে। এই স্থলত লোকৰ উশাহৰ দ্বাৰা উশাহ লয় বোলা হৈছে। উশাহৰ দ্বাৰা জীয়াই থাকে। এতেকে,—পৰৰ অনুগ্ৰহৰ ওপৰত প্ৰাণধাৰণ কৰা, to be dependent on others' bounty.

লোকলৈ হুল পুতি নিজে ফুটি মৰা—ক্রি. দুষ্ট মানুহে লোকৰ অপকাৰৰ নিমিত্তে বাটত হুল পুতি থয়। এই স্থলত কোৱা হৈছে, যে মন কৰিব নোৱাৰি কেতিয়াবা সেই হুলতে সি নিজে পৰি সাংঘাতিক আঘাত পায়। এতেকে,—পৰৰ অনিষ্ট চিন্তা কৰোঁতে নিজৰ তদ্ৰূপ অনিষ্ট হোৱা, to fall a victim oneself to a trap laid for other people.

লোকে লোকে কোৱা কথা—বি. [ লোকে লোকক কোৱা কথা ] উৰা বাতৰি, a gossip, a rumour.

লোণ খুটি ভাত খোৱা—ক্রি. কঙ্গাল মানুহে লোণ খুটি ভাত খায়, ভাতৰ লগত আঞ্জা-পাচলি নাথাকে। এতেকে,—নিচেই দুখীয়া খাৱনেৰে খোৱা, to eat a very poor meal.

লোণ-পাত চেলেকোৱা—ক্রি. নতুন গৰু ঘৰলৈ আনিলে কিছুমান দিন তাক লোণ লগোৱা কল-পাত চেলেকিবলৈ দিয়া হয়। লোণ-পাত চেলেকিবলৈ পাই সেয়েই তাৰ ঘৰ জানি সি সেই ঘৰতে থাকিবলৈ ধৰে, আন ঠাইলৈ নাযায়। এতেকে,—স্বাৰ্থ-সিদ্ধিৰ নিমিত্তে খুৱাই-বুৱাই ঘৰলৈ আহ-যাহ কৰোৱা, to tempt a person to visit a house too often with an ulterior motive.

লোণ-ভাৰ পেলাই মাটি-ভাৰ অনা—ক্রি. আগৰ দিনত লোণ পাবলৈ টান আছিল। মানুহ বৰ কষ্টেৰে মহঙ্গৰপৰা লোণ আনিছিল। এই স্থলত কোৱা হৈছে, যে লোণভাৰ পেলাই তাৰ সলনিত মাটিভাৰ লৈ আহে। এতেকে,—বহুমূলীয়া বস্তুৰ সলনিত অকামিলা বস্তু অনা, to get a worthless thing in exchange by giving away a valuable thing.

লোহৰ গুৰি-কৰাই গালে গালে চৰোৱা—ক্রি. চাউল ভাজি গুৰি-কৰাই প্ৰস্তুত কৰা হয়। তেনেকুৱা গুৰি কৰাইহে গালে গালে চোবাই খাব পৰা যায়। এই স্থলত লোহৰ গুৰি-কৰাই গালে গালে চোবাই খায় বোলা হৈছে। এতেকে,—বিপৰীত টান কাৰ্য্য কৰা, to perform a Herculean task.

লৌ লৌ বিঢ়া ওকণী —বি. [ লৌ লৌ কৰে যোৱা বিঢ়া ওকণী । ] মূৰৰ চুলিত বিঢ়া আৰু লেখি ওকণী আছে মূৰৰ ওকণী চাওঁতে লেখিয়ে চুলিৰ গুৰিত এনেভাৱে কামোৰ মাৰি লাগি থাকে যাতে মানুহে তাক উফি বুলি ভাবি নমৰাকৈ এৰি দিয়ে। বিঢ়া ওকণী ডাঙৰ। সি লেখিৰ দৰে লুকাই থাকিব নোৱাৰি, মানুহৰ হাতত গম পোৱা মাত্ৰেই, লৌ লৌকৰে যেনিয়ে তেনিয়ে লৰ মাৰে ; আৰু ওকণী চোৱা মানুহজন সাৱধান নহ'লে তাক ধৰিব নোৱাৰে। কোনো কোনো মানুহে বিঢ়া ওকণীৰ দৰে যেনিয়ে তেনিয়ে যায়, একে ঠাইতে শাঁন্তিৰে নাথাকে, এই ভাৱ বুজোৱা হৈছে ] এতেকে,— চটফটীয়া মানুহ, a smart man.



শ খোৱা শগুন—বি. মৰা-শ ঘৃণনীয় বস্তু। শগুন ইমান লোভী, যে সি গেলা-পচা মৰা শকো নোখোৱাকৈ নাথাকে। এতেকে,—অতি লোভী মানুহ, a greedy fellow.

শকুনিৰ মন্ত্ৰণা লোৱা—ক্রি. কুৰু-পাণ্ডৱৰ যুদ্ধত শকুনি কূট-মন্ত্ৰণাৰ গুৰু আছিল। এতেকে,—কূট মন্ত্ৰণা লোৱা, অাওপকীয়া বুদ্ধি লোৱা, to follow a cunning advice.

শক্তি চাই ভক্তি—বি. যি মানুহৰ যেনেকুৱা শক্তি অৰ্থাৎ আৰ্থিক অৱস্থা, সেই মানুহে তেনেকুৱা সম্ভাৰ গোটাই পূজা কৰি ভক্তি দেখুৱাব পাৰে। এতেকে,— যাৰ যিমান সাধ্য সেই পৰিমাণে কৰা কাৰ্য্য, action commensurate with one's capacity.

শগুনৰ শাওত বুঢ়া গৰু নমৰা—ক্রি. মৰা শ খাবলৈ পাম বুলি শগুনে বুঢ়া গৰু মাৰিবলৈ শাও দিব পাৰে, কিন্তু তাৰ শাওতে বুঢ়া গৰু নমৰে বোলা হৈছে। স্বাৰ্থপৰ মানুহক শগুনেৰে তুলনা কৰা হৈছে। এতেকে,—স্বাৰ্থপৰ মানুহৰ অহিত-চিন্তাৰ নিমিত্তে কোনো মানুহৰ অপকাৰ নোহোৱা, the occuring of no evil to one merely because a selfish person wishes it.

শঠামিতিৰ পতা—ক্রি. [ শঠ মিত্ৰিতালি পতা ] অসৰলভাৱে স্বাৰ্থ-সিদ্ধিৰ উদ্দেশ্যেৰে বন্ধুতা-স্থাপন কৰা, to entreat friendship with a view to serve one's own ends.

শত্ৰু যেন বন্ধা, মিত্ৰ যেন নিয়া—ক্ৰি. ভাৰ বান্ধিবলৈ হ'লে শত্ৰুকে যেনেকৈ বান্ধে, তেনেকৈ বান্ধিব লাগে, অৰ্থাৎ ভাৰ এনে টানকৈ বান্ধিব লাগে, যাতে সি বাটত নোসোলকে। তেতিয়া সেই ভাৰ মিত্ৰৰ নিচিনাকৈ অৰ্থাৎ ভালমতে নিব পৰা যায়। এতেকে,—যাতে ভৱিষ্যতে অমিল হ'বৰ আশঙ্কা নাথাকে সেইমতে কোনো কাৰ্য্যৰ বন্দবস্ত পকা কৰি লোৱা, to lay down the terms of an agreement strictly and unalterably so that the parties may work on in perfect amity and concord.

শত্ৰু শলা—ক্ৰি. শত্ৰুক যেনেকৈ শালত দিয়ে তেনেকৈ দিয়া অৰ্থাৎ শত্ৰুভাৱেৰে অহিতাচৰণ কৰা, to play the part of an enemy.

শত্ৰুক বৰ পীৰা দিয়া—ক্ৰি. ডাঙৰ মানী লোকক বহিবলৈ বৰ পীৰা দিয়া হয়। এই স্থলত শত্ৰুক বৰ পীৰা দিয়ে বোলা হৈছে। এতেকে,—শত্ৰুক বিশিষ্ট মান-সম্ভ্ৰম দেখুওৱা, to show high regard to an enemy.

শদিয়াৰপৰা ধুবুৰীলৈ—ক্ৰি-বিণ. শদিয়া অসমৰ পূবৰ সীমা আৰু ধুবুৰী অসমৰ পছিমৰ সীমা। এতেকে,—ইমূৰৰপৰা সিমূৰলৈ, বহু দূৰ পৰ্য্যন্ত, from one end to the other, far and wide.

শণাইত সুতীক্ষ্ণ শৰ—বি. [ শণাইত = শাণিত, শাণত দিয়া। ] শৰৰ মুখ শাণত দি চোকা কৰি লোৱা হয়। এতেকে,—চোকা অস্ত্ৰ, an effective weapon of attack ( used figuratively ).

শনিয়ে পোৱা—ক্ৰি. জ্যোতিষৰ মতে শনি দুষ্ট গ্ৰহ। এই গ্ৰহৰ দ্বাৰা অভিভূত হ'লে, নানা প্ৰকাৰ দুৰ্গতি ঘটে। শনিৰ ফল ১২ বছৰলৈকে থাকে। এতেকে, —দিন-কাল অতি অশুভ হোৱা, to be fallen on evil times.

শৰাধ চাৰিথনীয়া কৰা—ক্ৰি. চাৰিথনীয়া শৰাধ ডাঙৰ। যদি পুতেক অনাচাৰী হয়, তেন্তে শৰাধ নকৰে। এই স্থলত বিদ্ৰূপভাৱে কোৱা হৈছে, যে পুতেক এনে অনাচাৰী, যে সি চাৰিথনীয়া শৰাধ কৰে ; অৰ্থাৎ সি সমূলেই শৰাধ নকৰে। এতেকে,—অতি অনাচাৰী হোৱা ( পুতেকত খাটে ), to lead a sinful life (said of a son).

শ'ল-ঠেকত পৰা—ক্ৰি. [ শ'লৰ দৰে ঠেকত পৰা ] ঠেক পানীত পৰিলেহে শ'ল মাছ ধৰা পৰে। এতেকে,— সাৰিব নোৱাৰা ঠাইত আবদ্ধ হোৱা, ডাঙৰ বিপদত পৰা, to fall into a scrape.

শলাগে'াতে শলা-গাঁথি লগা—ক্রি. ম'হৰৰ শলাত গাঁথি লাগিলে শলাভাল নুহুৱে। এতেকে,—শলাগনি পাই অকর্মণ্য হোৱা, to be spoilt by over-praise.

শ'লমাৰি ভঙ্গা—ক্রি. [ শলামাৰি ভঙ্গা ] দুষ্ট গৰুৱে খুঁৱলিৰ শ'লমাৰি ভাঙ্গি হাল এৰি পলাই যায়। দুষ্ট মানুহক এনে গৰুৰে তুলনা কৰা হৈছে। এতেকে,— বন-বাৰি কৰিব নোখোজা, to shirk work.

শলালৰ শিল—বি. আহোম ৰজাৰ দিনত শলালৰ গোহাঁই অতি ক্ষমতাশালী বিষয়া আছিল। ডাঙ্গৰ অপৰাধীক তেওঁ শিলেৰে খুন্দিছিল। এতেকে,—উগ্ৰ দণ্ড, a severe punishment.

শহা-কণীয়া—বিণ. খিৰিক্‌-খাৰাক্ শব্দ শুনা মাত্ৰে শহা লৰ মাৰে। এতেকে,—কাণ জাগি থকা অৰ্থাৎ সদায় সতর্ক হৈ থকা, wakeful, vigilant.

শহুৰৰ জীয়েক—বি. ঘৈণীয়েক, a father-in-law's daughter, *i, e.*, wife.

শহুৰৰ পুতেক—বি. গিৰিয়েক, a father-in -law's son, *i. e.*, husband.

শ'াকে-সেন্দুৰে যোৱা—ক্রি. আয়তী মানুহে শঙ্খৰ খাক পিন্ধে আৰু সেন্দুৰৰ ফে'াট লয়। এতেকে,—আয়তী হৈ কাল প্ৰাপ্ত হোৱা, to die before husband.

শাকত লোণ নোখোৱা—ক্রি. [ শাক=শাকৰ আঞ্জা। ] লোণ ঢুকাব বুলি আঞ্জাত লোণ নিদিয়ে, কিন্তু কোনত পিটিকাত লোণ দি তাৰ সোৱাদেৰে লোণ নিদিয়া আঞ্জা সানি ভাত খায়। এনে কৰাত, আঞ্জাত যিমান লোণ ব্যয় হ'লহেতেন, তাতকৈও অধিক লোণ ব্যয় হয়, এই ভাৱ বুজোৱা হৈছে। এতেকে,—অনর্থক কৃপণালি কৰা, to act miserly for nothing.

শাকে-কচুৱে খোৱা—ক্রি. ইতৰ লোকে শাক, কচু এনেবিধ পাচলিৰে আঞ্জা ৰান্ধি ভাত খায়। এতেকে,—ইতৰ লোকৰ খাৱন খোৱা অৰ্থাৎ সাধাৰণভাৱে কাল যাপন কৰা, to lead a plain life.

শাপে বৰ হোৱা—ক্রি. শাপ দিলে তাৰ ফল বৰ-স্বৰূপ হোৱা অৰ্থাৎ ইচ্ছা কৰি কৰা অমঙ্গল গ্রহীতাৰ পক্ষে মঙ্গল-স্বৰূপ হোৱা, the converting of a curse into a blessing.

শাম কটা—ক্রি. শান্ত ভাব ধৰা, to be sober, to wane.

শামুকৰ সাহ—বি. [ শাহ=ভিতৰৰ পদাৰ্থ, সাহ=সাহস। ] 'শাহ' আৰু 'সাহ' এই দুই শব্দৰ খেল বুজোৱা হৈছে। শামুকৰ শাহ নাইকীয়া। এতেকে,—সাহৰ অভাৱ, want of courage.

শাৰী পূৰোৱা—ক্রি. যোগ্য মানুহৰ শাৰী অপূর্ণ থাকিলে এজন অযোগ্য মানুহ গৈ সেই শাৰীত বহি শাৰী পূর্ণ কৰে বোলা হৈছে। এতেকে,—সাধাৰণ মানুহে ৰৰলোক বুজাবলৈ ৰৰলোকৰ দম্ভ-দস্তৰ অনুকৰণ কৰা, to take rank with the great man, *i. e.*, to show oneself as a great man.

শালক শিঙ্গিয়ে ঘিণোৱা—ক্রি. শাল আৰু শিঙ্গি দুইটা মাছ অসমীয়া হিন্দুৰ অখাদ্য। এই দুইটা ঘৃণনীয় মাছ। এই সূলত শালে শিঙ্গিক ঘৃণনীয় বুলি অৱজ্ঞা কৰে বোলা হৈছে। এতেকে,—ঘৃণনীয় হৈ পৰৰ প্রতি ঘৃণা-ভাব দেখুওৱা, the despising of a contemptible person by another who is equally contemptible.

শালৰ মাজত শিঙ্গি—বি. শিঙ্গি মাছে শিঙ্গেৰে বিন্ধে। শাল মাছৰ মাজত শিঙ্গি সোমালে শিঙ্গিয়ে যাকে তাকে বিন্ধি ফুৰে। এতেকে.—লোকৰ লগত মিল হৈ থাকিব নোৱাৰা মানুহ, one who is always at loggerheads with others.

শালৰ হাতী মুকলি হোৱা—ক্রি. আহোম ৰজাৰ দিনত কোনো ডাঙৰ উৎসৱ হ'লে বন্দী, বেটী, হাতী-ৰখীয়া ঘোঁৰা-চোৰা সকলোকে মেলানি দিয়ে। কাজেই হাতী আৰু ঘোঁৰাক চৰিবলৈ বাজত থোৱা হয়। এতেকে,—ডাঙৰ উৎসৱ উপলক্ষে কাকো বাদ নিদিয়াকৈ ৰাজকীয় কর্মচাৰীক মেলানি দিয়া, the granting of h liday to every one without exception on the occasion of a grand festivity.

শাস্ত্র-সমস্তকৈ—ক্রি-বিণ. [ শাস্ত্র-সম্মত কৰি ] শাস্ত্র-বিহিত কার্য্য মাথোন কৰি অর্থাৎ যৎসামান্যৰূপে, in a humble way.

সিং গজা—ক্রি. শিং আত্ম ৰক্ষাৰ উপায়। জন্তুৰ শিং গজিলে তাৰ প্রকৃত উপকাৰ হয়। এতেকে,—বিশেষ লাভ হোৱা (ব্যঙ্গার্থ), to be armed with a weapon of defence, *i. e.*, to have a real benefit.

শিঙ্গৰা-মূৰীয়া মানুহ—বি. শিঙ্গৰা মাছৰ মূৰটো চিঁয়া আৰু তাৰ খং বেছি। এতেকে,—খঙাল চিঁয়া মূৰৰ মানুহ, বেগতে খং উঠা মানুহ, a man of irritable temperament.

শিঙ্গৰি ঘৰত উঠা—ক্রি. আহোম-ৰজা সকলে ৰজা হোৱাৰ পিছত শিঙ্গৰি ঘৰত উঠাৰ নিয়ম আছিল। ৰজা শিঙৰি-ঘৰত উঠিলে তেওঁ ৰাজ্যত নিষ্কণ্টক ভাবে প্রতিষ্ঠিত হ'ল বুলি গণ্য হৈছিল। এতেকে,—বিধি অনুযায়ী ৰাজ্যভাৰ গ্রহণ কৰা, to assume formally the sovereignty of a country.

শিপা গজা—ক্রি. গছৰ শিপা আছে আৰু সেইদেখি সি লৰ-চৰ কৰিব নোৱাৰে। এভেকে,—লৰ-চৰ কৰিব নোৱাৰা, to take root, *i. e.*, to be unable to move.

শিয়াল-পোৱালি—বি. শিয়াল নীচ জন্তু বুলি প্ৰখ্যাত। এভেকে,—নীচ মানুহ (বাপেক 'শিয়াল' নাছিল কিন্তু 'পুতেক' শিয়াল হ'ল এই ভাব বুজাবলৈ 'পোৱালি' শব্দ ব্যৱহৃত হৈছে।), a wily son.

শিয়াল-বাগি দিয়া—ক্রি. শিয়ালৰ দৰে ধৰিবলৈ চল নিদি বাগি দি ফুৰা, ফাঁকি-ফুঁকা দিয়া, to try to deceive by cunning.

শিয়ালৰ জাক জাক—বি. শিয়াল অপদাৰ্থ জন্তু। শিয়ালৰ সংখ্যা অধিক হ'লেও সিহঁতে ডাঙৰ কাৰ্য্য সাধিব নোৱাৰে। এভেকে,—বহুসংখ্যক অপদাৰ্থ মানুহ, a host of unworthy persons.

শিয়ালৰ ডিঙ্গিত মঙ্গহৰ ভাৰ দিয়া—ক্রি. শিয়ালে মঙ্গহ দেখিলে নাখাই থাকিব নোৱাৰে। শিয়ালৰ দিঙ্গিত মঙ্গহৰ ভাৰ দিলে সি বাটতে মঙ্গহ খাই অন্ত কৰে, ভাৰ নিবলগীয়া ঠাই নাপায়গৈ। এভেকে,—কোনো বস্তু বা কাৰ্য্য ধ্বংস কৰা যাৰ প্ৰকৃতি তেনে মানুহকেহ সেই বস্তু বা কাৰ্য্যৰ ভাৰ দিয়া, to put a thing or action for protection in charge of a person whose very nature seeks the destruction of it.

শিৰ-ফুটা—বিণ. [শিৰ=মূৰ, এই স্থলত ঘৰৰ মুধ।] মানুহ ৰবডাঙৰ হ'লে অৰ্থাৎ অতি দীঘল হ'লে মূৰটো মুধ ফুটাই চালৰ ওপৰেদি ওলাব, এনে ভাব বুজোৱা হৈছে। ('ডাঙৰ' বুলিলে 'দীঘল-ডাঙৰ' অৰ্থাৎ 'আকৃতিত দীঘল' আৰু 'মানত ডাঙৰ' দুয়ো বুজায়। 'ডাঙৰ' শব্দৰ খেল কৰি 'শিৰ-ফুটা' বাক্য উলিওৱা হৈছে। কোনো কোনো গছ-গছনি চালৰ তলত পৰিলে সিও মুধ ফুটাই ওলায়, 'শিৰ-ফুটা' বাক্যৰ লগত এই কথাৰো সাঁচ আছে।) এভেকে,—সুপ্ৰসিদ্ধ, renowned.

শিৰশিৰাই উঠা—ক্রি. চেঁচা পানী লাগিলে গা শিৰশিৰাই উঠে। এভেকে,—ৰবকৈ অসুখ-অশাঁন্তি বোধ কৰা, to feel very uncomfortable.

শিৰত তুলি লোৱা—ক্রি. নিৰ্মালি বা প্ৰসাদ ভক্তিৰ চিন-স্বৰূপে মানুহে শিৰত তুলি লয়। এই স্থলত, কোনো মানুহক ইমান ভক্তি কৰে বোলা হৈছে যে তেওঁক শিৰত তুলি লয়। এভেকে,—অতিপাত মানসম্ভ্ৰম দেখুওৱা, to show too high regard to a person.

শিলত মূৰ আফালা—ক্রি. অত্যন্ত বেজাৰ হ'লে মানুহে নিজৰ শৰীৰৰ প্রতি আদৰ নাৰাখে আৰু মৰি যাওঁ বুলি যিহতে তিহতে মূৰ আফালে। এই স্থলত, শিলত মূৰ আফালে বোলা হৈছে, অর্থাৎ এনেৰূপে আফালে যাতে সি ফাটি যাবৰ আশঙ্কা থাকে। এতেকে,—মৰণান্তিক বেজাৰ পোৱা, to be mortified.

শিলক চিকুটি কয় নিয়াব নোৱাৰা—ক্রি. নখেৰে চিকুটিলে শিল কয় নাযায়। বৰলোকক শিলেৰে তুলনা কৰা হৈছে। এতেকে,—তুচ্ছ মানুহে বৰলোকৰ অহিত চিন্তি একো কৰিব নোৱাৰা, not to be able to harm a powerful person by insignificant hostile acts.

শিলৰ খুটি—বি. শিলৰ খুটি লৰাব পৰা নাযায়। এতেকে,—লৰাব নোৱাৰা অর্থাৎ অচল-অটল মানুহ, বস্তু, গুণ, ইত্যাদি, anything fixed, unalterable or determind.

শিলৰ ৰেখা—বি. শিলৰ ৰেখা লৰাব নোৱাৰি। এতেকে,—লৰ-চৰ হ'ব নোৱাৰা মত বা কার্য্য, an opinion or action which is not liable to be altered or modified on any consideration.

শিলিখা-বুলীয়া—বি. শিলিখাৰ বোল ক'লা। এতেকে,—ক'লা, মলিযুক্ত, dark-coloured, soiled.

শিলেৰে খুন্দা—ক্রি. ৰবকৈ মাৰ-কিল কৰা, to beat severely.

শিশুপাল খেদা—বি. শ্রীকৃষ্ণে শিশুপালৰ প্রতি যিৰূপ খেদা দিছিল সেইৰূপ অর্থাৎ কোবাল খেদা, a hot pursuit.

শীতল সন্নিপাত—বি. শীতল সন্নিপাত এবিধ সাংঘাতিক জ্বৰ। এই জ্বৰত বাহিৰে গাটো চেঁচা হৈ থাকে, ভিতৰে দাহ হয়। এতেকে,—বাহিৰে শিষ্ট-শান্ত কিন্তু ভিতৰে অঘাইটং মানুহ, an innocentlooking knave.

শুকান জেওৰা খৰি—বি. জেওৰা ব'দত থাকি শুকাই যায়। কেঁচা বাঁহৰ ৰস থাকে, কিন্তু জেওৰাৰ বাঁহত ৰস নাথাকে। সেই দেখি শুকান জেওৰাৰ বাঁহ আনি মানুহে খৰি পোৰে। ৰস-পম নোহোৱা মানুহক তেনে খৰিৰে তুলনা কৰা হৈছে। এতেকে,—নিঃকিন, a pauper.

শুকান জেওৰাৰ ৰস উলিওৱা—ক্রি. ] শুকান = নীৰস। ] পহৰ ৰস আৰু মানুহৰ ধন-সম্পত্তি দুয়ো একে, এনে ভাব বুজোৱা হৈছে। এতেকে,—নীৰস বিষয়কো ৰসাল কৰা; অসমর্থ মানুহৰপৰা কোনোমতে ধন-বিত্ত আদায় কৰা, to arouse interest even in the driest subject; to extort money from a person who can ill afford to spare anything.

শুকান বালি তিয়াব নোৱাৰা—ক্রি. শুকান বালিত পানী ঢালিলে পানী শুহি যায়, আৰু বালি তিতি ভেতিয়াই আকৌ পূৰ্ব্বৰ দৰে শুকানহৈ পৰে। দুখীয়া মানুহক পৰে ধন বস্তু দিলেও, সেই ধন ব্যয় হৈ, সি পূৰ্ব্বৰ দৰে দুখীয়া হৈ পৰে। এতেকে,—নিজৰ উপাৰ্জ্জনৰ বাট নাথাকিলে পৰে সাহায্য কৰি সদায় ভাবিব নোৱাৰা, to be unable to keep in comfort by providing outside relief to a person who has no independent source of income.

শুকানী অপেচৰাই পোৱা—ক্রি. শুকানী অপেচৰাই পালে মানুহ দিনকে দিনে ক্ষীণাই শুকাই যায়। এতেকে,—ক্রমশঃ দুৰ্বল হোৱা, to lose strength slowly and steadily.

শুদা-শুদি মানুহ—বি. গাত গুণ নোহোৱা শুদা মানুহ, সাধাৰণ লোক, a person without accomplishments, an average person.

শুদ্ধে-অশুদ্ধে—ক্রি-বিণ. আধা-শুদ্ধকৈ আৰু আধা-অশুদ্ধকৈ অৰ্থাৎ অসম্পূৰ্ণভাৱে imperfectly.

শুহুৰি খটা—ক্রি. [শহুৰ-শাহুৰীক খটা] স্বামীৰ সহবাসত থকা, to live in the husband's home

শূদিৰৰ পঢ়ুৱা—বি. আগৰ দিনত শূদিৰৰ বিষয়-বাসনা আছিল, বামুণৰ বিদ্যাচৰ্চ্চা আছিল। এতেকে,—নিয়মৰ বহিৰ্ভূত কাৰ্য্য কৰা মানুহ, a person who acts contrary to established usage.

শেনটো যোৱাদি যোৱা, ফেঁচাটো অহাদি অহা—ক্রি. শেনে বৰ কোবেৰে উৰি যায়। ফেঁচাই দিনত নেদেখে বাবে ভালকপে উৰিব নোৱাৰে। এই স্থলত কোৱা হৈছে যে দুৰ্ব্বল কিন্তু অহঙ্কাৰী মানুহে শত্ৰুৰ প্ৰতি শেনৰ দৰে বেগেৰে খেদি যায়, কিন্তু শত্ৰুৰ ওচৰ পালে ভয়ত আক্ৰমণ কৰিব নোৱাৰি লাজ পাই ফেঁচাৰ দৰে লাহে লাহে এখোজ দুখোজকৈ আঁতৰি আহে। এতেকে,— কোবেৰে শত্ৰুৰ প্ৰতি খেদি গৈ ওচৰ পালে বলেৰে নোৱাৰা যেন দেখি ঘূৰি অহা, to advance defiantly but retreat ignominiously.

শেনৰ এজাত—বি. আহোম ৰজাৰ দিনত শেন মেলোৱা ৰীতি আছিল। শেনচোৱা খেলৰ মানুহে শেন পুহিছিল। আকাশেদি উৰি যোৱা বনৰীয়া শেনেৰে যুদ্ধ কৰিবলৈ পোহনীয়া শেন মেলি দিয়া হয়। ৰজাৰ আগত এই খেল দেখুওৱা শেনচোৱা বৰুৱাৰ বাব আছিল। তেওঁ শেন উৰাই দিলে ৰজাই সোধে, "শেন জিকিব নে হাৰিব?" শেনচোৱা বৰুৱাই উত্তৰ দিয়ে, "শেনৰ এজাত" (অৰ্থাৎ "শেনৰ এক ৰকম ভাব দেখা গৈছে।") শেহত, শেনে জিককেই বা হাৰকেই, শেনচোৱা বৰুৱাই ক'ব পৰা হয় যে তেওঁ কোৱামতেই কাৰ্য্য হ'ল। এতেকে,—দ্ব্যৰ্থবোধক কথা, দুভঁজীয়া কথা, an ambiguous language.

শেহন্তৰত—ক্রি-বি. [ শেহত অন্তত ] শেহাতত, আটাইতকৈ পিছত, in conclusion, finally.

শেহাই-ফোঁপাই অহা—ক্রি. ধনকৈ লবিলে মানুহে শেহায় আৰু ফোঁপায়। এতেকে,—কোনো বস্তু পাবৰ নিমিত্তে আশা কৰি কোবেৰে অহা, to come with high expectation.

শোটমোচ খোপোচ—বি. কোনো অনাপত্তিয়াল বস্তু শোটমোচ কৰি খোপোচ কৰে পেলাই দিয়া হয়। এতেকে,—কোনো অকামিলা বস্তু বা মানুহ, a useless thing or person.

শোধ সোঁৱৰোৱা—ক্রি. [ শোধ দি পূৰ্ব্বদান সোঁৱৰোৱা ] প্রতিশোধ দিয়া, to take revenge.

শোধনী ভাৰ—বি. ছোৱালী দিয়ে নে নিদিয়ে সুধিবলৈ বুলি কন্যা-ঘৰলৈ নিয়া ভাৰ, ছোৱালী খোজা ভাৰ, gift to a bride's guardian on the occasion of formal proposal of marriage.

শোৱন-খাৱন নোহোৱা—ক্রি. শোৱন আৰু খাৱনৰ সময় নোহোৱা অর্থাৎ আজৰি নোহোৱা, to have absolutely no rest.

শোহনি থকা—ক্রি. চহকী মানুহে পগোৱা গাখীৰ কপৰ পিয়লাত লৈ শোহা মাৰি খায়। যেতিয়া সেই মানুহৰ আৰ্থিক অৱস্থা বেয়া হয়, তেতিয়া তেওঁৰ তেনেকুৱা আয়ম নচলে। এই স্থলত কোৱা হৈছে যে যদিও পগোৱা গাখীৰ আৰু কপৰ পিয়লা দুইও নাইকিয়া হয়, তথাপি তেওঁৰ পূৰ্ব্বৰ নিচিনা শোহা মাৰি খোৱা অভ্যাসটো থাকে। পূৰ্ব্বে কপৰ বাটিত পগোৱা গাখীৰ শোহা মাৰি খাইছিল, এতিয়া সেই দুইৰ অভাৱত কাঁহৰ বাটিত চেঁচা পানী শোহা মাৰি খায়। কিন্তু শোহনিটো অর্থাৎ শোহা মাৰি খোৱা ধৰণটো অবিকল পূৰ্ব্বৰ দৰে থাকে। এতেকে,—আৰ্থিক অৱস্থাহীন হোৱা সত্ত্বেও পূৰ্ব্বৰ বৰলোকালি ধৰণ লৈ থকা (বিদ্রূপ), the lingering of the ways of a rich man on the part of a person who was once a rich man but has now lost his property.

## ষ

ষাঁড় মেলা—ক্রি. বৃষোৎসর্গ পূজাত ষাঁড় উছর্গা কৰি মেলি দিয়া যায়। ইচ্ছা অনুসাৰে সেই ষাঁড ষ'তে ত'তে ফুৰি ফুৰে। ষ'তে ত'তে ফুৰি ফুৰা দুষ্ট মানুহক ষাঁড়েৰে তুলনা কৰা হৈছে। এই স্থলত অভিভাৱকে সেই মানুহক ষাঁড়ৰ দৰে মেলি দিয়ে অৰ্থাৎ তত্ত্বাৱধান নলয়, এই ভাব বুজোৱা হৈছে। এতেকে,—কোনো মানুহৰ তত্ত্বাৱধান নলৈ ইচ্ছানুসাৰে কাৰ্য্য কৰিবলৈ তাক এৰি দিয়া, to allow a person to act according to his own will and not to take care of him at all.

ষড়ৰস পঞ্চামৃতেৰে খোৱা—ক্রি. ৰস ছয় প্ৰকাৰ, যেনে—মিঠা, টেঙা, তিতা, কেহা, জলা, লুণীয়া। অমৃত পাঁচ প্ৰকাৰ, যেনে—দৈ গাখীৰ, এৰাঁ গাখীৰ, ঘিঁউ, মৌ, চেনি। এতেকে—উৎকৃষ্ট খাদ্য খোৱা, to eat the choicest food, to partake of delicacies.

## স

সইত খোৱা—ক্রি. [সত্য খোৱা] সত্য কৈছো বুলি শপথ লোৱা, to swear.

সংসাৰৰ লীলা-খেলা—বি. জীৱনৰ কাৰ্য্য-কলাপ, worldly activities.

সঁচি ধন—বি [সঞ্চিত ধন] ভৱিষ্যতৰ ব্যৱহাৰৰ নিমিত্তে যাক সাঁচি থোৱা যায় তেনে ধন, reserve fund.

সতৰামৰ নাঙল—বি. সতৰাম নামেৰে কোনো মানুহ আছিল। হাল বাওঁতে তাৰ নাঙলঠাইত লাগে, এঠাইত নালাগে। এতেকে,—একেবাৰেকৈ কৰা কাৰ্য্য, a work clumsily done.

সতিনীৰহীয়া গৈ—বি. সতিনীৰ প্ৰেম-ৰসপায়ী পতি অৰ্থাৎ দুজনী ঘৈণীয়েক থকা গিৰিয়েক (চহা), a husband with two wives (slang).

সত্য-নাৰায়ণৰ ভতিজা—বি. সত্য-নাৰায়ণ বিষ্ণুৰ এক অৱতাৰ। যি মানুহে সদায় সত্য কথা কয়, তেওঁক সত্য-নাৰায়ণৰ অংশ বোলা হৈছে। এতেকে,—অতি সত্যবাদী মানুহ (বিদ্ৰূপ), one who habitually speaks truth (used ironically).

সত্যযুগৰ কথা—বি. অতি পুৰণি কালৰ কথা, a thing of remote past.

সত্র একওৱা—ক্রি. ভকতবিলাক সত্রৰ ভিতৰত থাকে। কোনো ভকতে গুৰুতৰ অপৰাধ কৰিলে তাক সত্রৰপৰা বাজ কৰি দিয়া হয়। এতেকে,—ঘৰ-বাৰী একেবাৰে দূৰলৈ খেদাই দিয়া, দেশান্তৰ কৰা, to drive a person away from hearth and home.

সন্নিপতীয়া মানুহ—বি. সন্নিপাত দুষ্ট জ্বৰ, ই সোনকালে আৰোগ্য নহয়। এতেকে,—দুষ্ট মানুহ, a wicked person.

সন্ধিৰ বাঁহ বুদ্ধিৰে উলিওৱা—ক্রি. জোপাৰ মাজৰ বাঁহ সন্ধিত থাকে, তাৰপৰা তাক কাটি উলিওৱা টান। এই স্থলত কোৱা হৈছে যে বুদ্ধিৰ দ্বাৰা তেনে বাঁহো উলিয়াব পৰা যায়। এতেকে,—কোনো জটিল কাৰ্য্য বুদ্ধিৰে উদ্ধাৰ কৰা, to perform a difficult operation tactfully.

সবাহৰ কল—বি. সবাহৰ কল সকলোকে বিলাই দিয়া যায়। এতেকে,—যাকে তাকে বিলাই দিব পৰা অলপীয়া মূল্যৰ বস্তু, a thing of trifling value.

সভ-শুৱনী—বিণ. সভাৰ শোভা বঢ়োৱা, থুলন্তৰ, grand,

সময়ৰ শৰ—বি. যি সময়ত শৰ মাৰিলে শত্রু ৰক্ষা নপৰে, ঠিক চাই ঠিক সেই সময়তে শৰ মাৰে বোলা হৈছে। এতেকে,—কালোচিত কাৰ্য্য, an act in the right moment.

সম্পদীয়া পাৰ—বি. প্ৰবাদ আছে যে কোনো মানুহৰ সম্পদৰ সময়ত পাৰবিলাক নানা ঠাইৰপৰা আহি আহি তাৰ ঘৰত বাহ লয়। কিন্তু তাৰ বিপদৰ সূচনা হোৱা মাত্রেই, একে সময়তে জাকি মাৰি আটাইবিলাক পাৰ উৰি পলায়। এতেকে,—সম্পদৰ কালত লগ লোৱা আৰু বিপদৰ কালত আঁতৰি যোৱা বন্ধু-বান্ধৱ, ইষ্ট-মিত্র আদি মানুহ, a friend in prosperity but not in adversity.

সৰকি যোৱা—ক্রি. কোনো মানুহক আবদ্ধ কৰি থ'লে সি কেনিবা অলপ সুৰুঙা পালেই সেইফালেদি সৰকি পলাই লৰ মাৰে। এই স্থলত, সংসাৰত আবদ্ধ মানুহে সুৰুঙাইদি সৰকি সংসাৰৰপৰা পলাই যায় বোলা হৈছে। এতেকে,—মৃত্যু-প্রাপ্ত হোৱা, to die.

সৰগৰ তৰা—বি [ স্বৰ্গৰ তৰা ] তৰা ওখ ঠাইত জ্বলি থাকে। এতেকে,—ওখ খাপৰ মানুহ, প্ৰখ্যাত মানুহ, a person of high order, a distinguished person.

সৰসতী-বাণ—বিণ. [ সৰস্বতী-বাণী ] কথকী, garrulous.

সবিয়হৰ জনম ধৰি বেটেৰিৰ চেপাটৈ ভয় কৰিব নলগা—ক্রি. সবিয়হ বেটেৰিত ভৰাই তাক চেপি তেল উলিওৱা হয়। এই স্থলত কোৱা হৈছে যে সবিয়হক ভৰাই চেপিবই, সবিয়হ-স্বৰূপে জন্ম ল'লে বেটেৰিৰ চেপাটৈ ভয় কৰা নিৰৰ্থক। এতেকে,—যি কাৰ্য্যৰ যি ফল, নিশ্চিত সেই কাৰ্য্য কৰি অঁতাই সেই ফালটৈ ভয় কৰিব নলগা, not to shrink from facing the consequences of an action after the particular action has been deliberately performed

সক সূতা কটা—ক্রি. সক সূতা কাটিবলৈ টান। এতেকে,—মিহি বা টান বন কৰা, to do a piece of fine or difficult work.

সক হৈ সৰকা—ক্রি. ভূতে মেকুৰী বা আন জন্তুৰ নিচিনা সক আকাৰ ধাৰণ কৰি মানুহৰ দুই ভৰিৰ মাজেদি সৰকি যায়। সেইৰূপে সৰকি যাব পাৰিলে সি মানুহটো ছলিব পৰা শক্তি লাভ কৰে। 'সক'ৰ আন অৰ্থ 'নম্ৰ'। এতেকে,—সক বুজাই স্বাৰ্থসিদ্ধি কৰা, to serve one's ends by pretending to be obedient, humble or modest.

সকৰ দোষে খুচৰি খোৱা— ক্রি. [ সক=ইতৰ মানুহ। ] কোনো কোনো ছালৰ ৰোগে ৰোগীক খুচৰি খায় অৰ্থাৎ ৰোগ ক্ৰমশঃ বিয়পি গৈ ৰোগীৰ গুৰুতৰ যন্ত্ৰণাদায়ক হয়। এতেকে,—ইতৰ মানুহক কোনো অপৰাধৰ নিমিত্তে গুৰুতৰ দণ্ড দিয়া, the punishing of a weak person relentlessly.

সক পানী ছোৱা—ক্রি. মূত্ৰত্যাগ কৰিলে অলপ পানী লৈ হাত-ভৰি ধুব লাগে। এতেকে,—মূত্ৰত্যাগ কৰা, to discharge urine.

সক নাওত বৰ ভৰা দিয়া—ক্রি. সৰু নাৱত সক ভৰা দিব লাগে, বৰ ভৰা দিলে নাও বুৰি যায়। এতেকে,—নিশকতীয়া মানুহক সহিব নোৱাৰা ভাৰ দিয়া, to overburden a weak person.

সক সূতাৰ তাঁত বোৱা—ক্রি. সক সূতাৰ তাঁত ব'বলৈ টান, কিয়নো সূতাবিলাক বেগতে ছিগি যায়। এতেকে,—মিহি বা টান বন কৰা, to do a piece of fine or difficult work.

সৰ্গদেৱ ঈশ্বৰ—বি. আহোমবিলাকে ভেওঁবিলাকৰ আদি ৰজা খুনলুং আৰু খুনলাই স্বৰ্গৰপৰা নামি আহিছিল বুলি কয়। 'স্বৰ্গদেৱ' শব্দে 'স্বৰ্গৰ দেৱতা' আৰু ঈশ্বৰ শব্দে 'ঐশ্বৰ্য্যশালী' বা 'প্ৰভু' বুজায়। আহোম ৰজাক সম্বোধন কৰোঁতে 'সৰ্গদেৱ ঈশ্বৰ' বোলা হৈছিল। এতেকে,—প্ৰধান অধিপতি, an overlord.

সৰ্ব্বভক্ষ হুতাশন—বি. হুতাশন অৰ্থাৎ জুয়ে কেঁচা পকা একো নেৰে, সকলোকে খায়। এতেকে,—বাছ-বিচাৰ নকৰা যিহকে তিহকে খোৱা মানুহ, an indiscriminate eater,

সহস্ৰ গাঁথি—বি. সহস্ৰ গাঁথি অৰ্থাৎ বেতৰ অসংখ্য গাঁথিৰ দ্বাৰা ঘৰ নিৰ্ম্মিত হয়। এতেকে,—ঘৰ, a house.

সাঁচত মৰা—বিশ. কোনো বস্তু সাঁচত তৈয়াৰ কৰিলে ধুনীয়া হয়। এতেকে,—ধুনীয়া. গঢ়িত, well proportioned, handsome.

সাগৰত কাঠি-জাল মৰা—ক্রি. কাঠি-জাল সক পানীত মাৰে। এতেকে,—মহৎ কাৰ্য্যত নগণ্য চেষ্টা কৰা, to employ an altogether inadequate means to do a thing of vast importance.

সাজ চাই চাপৰি বোৱা—ক্রি. সৰাহত হাতেৰে চাপৰি বজোৱা হয়। সৰাহৰ সাজ যদি অধিক থাকে, তেনেহলে নাম গোৱা মানুহে উৎসাহেৰে চাপৰি বজায়। সাজ কম থাকিলে, চাপৰি ববকৈ নুফুটে। এতেকে,—লাভ অনুযায়ী কাৰ্য্য কৰা অৰ্থাৎ অধিক লাভৰ আশা থাকিলে অধিক অনুৰাগেৰে আৰু কম লাভৰ আশা থাকিলে কম অনুৰাগেৰে কাৰ্য্য কৰা, to labour according to the amount of gain which is expected.

সাজ হ'লে দেউৰী লগা—ক্রি. দেউৰীয়ে সাজ বিলায়। সাজ নাথা কলে দেউৰীৰ আৱশ্যকতা নাই, এই ভাব বুজোৱা হৈছে। এতেকে,—ধন হ'লে ধন বিলাবলৈ বিলনীয়া লগা অৰ্থাৎ ধন হ'লেহে ধন ভগা কাৰ্য্য সাধিবৰ নিমিত্তে সক্ষম হোৱা, to be able to do any business only if the requisite fund is available and not otherwise.

সাত ঘাটৰ চেঙেলি—বি. চেঙেলি মাছ একে ঘাটতে নাথাকে, ঘাটে ঘাটে চৰি ফুৰে। এতেকে,—টেঙৰ মানুহ, a cunning person.

সাতঘাটৰ পানী খোৱা মানুহ—বি. সাত ঠাইত বসতি কৰিলে সাত ঘাটৰ পানী খোৱা হয়। এতেকে,—বহু ঠাই ফুৰা মানুহ, a person of various experience.

সাত চেউৰীৰ লৰ—বি. চেউৰী গায়ে ববকৈ লৰিব পাৰে। এই স্থলত সাতজনী চেউৰীৰ লৰ মুঠালে যিমান হয়, সিমান লৰ বুজোৱা হৈছে। এতেকে,—অতিশয় লৰা, very fast running.

সাত ঠাই বাগৰা—ক্রি. সততে ঠাই সলাই ফুৰা (গালিৰ মাত), to change residence too often (a term of abuse).

সাত পানী—বি. [পানী=পানী থকা ঠাই, নৈ।] বহু জলাশয়পূর্ণ দেশ, a flooded country.

সাত বিহুৰ সৈয়া—বি. সৈয়া কণী বিহুৰ কণী-যুঁজত জিকি আছে। এই স্থলত সেই কণী ইমান সৈয়া বোলা হৈছে, যে সি সাত বিহুৰ সাতোটা কণী-যুঁজত জিকি আহিছে। যি মানুহে সংসাৰৰ বহু ঠেকা পাই বিত্ত হৈছে, সেই মানুহক তেনে কণীৰে বিজোৰা হৈছে। এতেকে,—প্ৰবীণ লোক, a veteran.

সাত ভতৰাৰ বল—বি. নবন্ধোৰা গৰুক ভতৰা বোলা যায়। তেনে সাতোটা গৰুৰ বলৰ সমষ্টি অৱশ্যে অসাধাৰণ হ'ব। এতেকে,—অসাধাৰণ বল, extraordinary strength.

সাত শত্ৰু—বি. সাত গুণ শত্ৰু অৰ্থাৎ মহাশত্ৰু, an implacable enemy, a bitter foe

সাত সাগৰ তেৰ নৈ পাৰ হোৱা—ক্ৰি. হিন্দুমতে পৃথিৱীত সাতখন সাগৰ আছিল। তেৰ নৈ=বহু নৈ। অতি দূৰ দেশৰপৰা আহিলে বাটত কেইবাখনো সাগৰ আৰু তাতকৈ বহুগুণে অধিক নৈ পাৰ হৈ আহিব লাগে, এই ভাব বুজোৱা হৈছে। এতেকে,—অতি দূৰবৰ্ত্তী দেশৰপৰা অহা, to come from an immense distance.

সাত সাগৰ পাৰ হৈ গৰু খোজৰ পানীত বুৰি মৰা—ক্ৰি. ডাঙৰ বিপদক সাগৰেৰে আৰু নিচেই সৰু-সুৰা বিপদক গৰু-খোজৰ পানীৰে তুলনা কৰা হৈছে। এতেকে,—অনেক মহাবিপদ নিৰাপদে অতিক্ৰম কৰি শেহত কোনো এটা নিচেই সৰু-সুৰা বিপদত ধ্বংস পোৱা, to be ruined in a trifling danger having successfully overcome great many dangers of vast magnitude.

সাতকুৰা অগ্নিমূৰ্ত্তি হোৱা—ক্ৰি. অগ্নি জ্বলে। সাতকুৰা অগ্নিৰ মূৰ্ত্তি অতি উজ্জ্বল। মানুহৰ বৰকৈ খং উঠিলে মুখত তেজ উঠে, তেতিয়া মুখখন জুইৰ নিচিনা ৰঙা দেখা যায়। এতেকে,—অতি ক্ৰোধান্বিত হোৱা, to be profoundly agitated by feeling of anger.

সাতখন গাওঁলৈকে যোৱা—ক্ৰি. ক্ৰমান্বয়ে সাতখন গাওঁ বহু দূৰলৈকে বিস্তৃত হৈ থাকে। এতেকে,—বহু দূৰলৈকে যোৱা অৰ্থাৎ সৰ্ব্বত্ৰ প্ৰচাৰিত হোৱা, to be published far and wide.

সাত খলপীয়া সৰু—বিণ. [খলপ=খটুখটীৰ খলপ।] সাত খলপৰ অন্তৰ সৰু অৰ্থাৎ বহু সৰু (বয়স আৰু মান দুইতো সৰু বুজোৱা হয়), disproportionately smaller, highly inferior.

সাত-ভৰপীয়া জেওৰা—বি. যাতে পাৰ হৈ যাব নোৱাৰে, এনে ভাৱেৰে সাত ভৰপীয়াকৈ জেওৰা দিয়া হয় বোলা হৈছে। এতেকে,—কোনো কাৰ্য্যত ডাঙৰ ভেঁটা, an insuperable obstacle,.

সাতহাল মেঘে বৰষুণ দিয়া—ক্রি. প্রবাদ আছে যে মেঘ সাতহাল অর্থাৎ সাতজনা পুৰুষ আৰু সাতজনা তেওঁবিলাকৰ ভাৰ্য্যা। এতেকে,—ডাঙৰ বৰষুণ দিয়া, to rain heavily.

সাতি গুণা—বি [ সাতি=সাত ] বহুগুণ, a great number of times.
সাতি জোখা—বি. [ সাতি=সাত ] বহু পৰিমাণ, a great quantity.

সাতে-পাঁচে—ক্রি-বিণ কোনো কাৰ্য্য কৰিব লাগে নে নালাগে ভাবিলে, কৰিব লগাপোনে সাতোটা আৰু ক'ৰব নলগাপোনে পাঁচোটা কথা পাই কৰিব লগাপোনে অলপ ভাল দেখি সেই কাৰ্য্য কৰিবৰ নিমিত্তে ঠিক কৰা হয়, এই ভাব বুজোৱা হৈছে। এতেকে,—বহু কথা ভাবি গুণি মনত আশঙ্কাৰে, hesitatingly.

সাতে-সোতেৰে—ক্রি-বিণ. [ সাতে সোতৰে। পাশা খেলৰ মাত। ] পাৰটিত সোতৰ বেগতে নপৰে। বিপক্ষৰ গুটিয়ে সোতৰই দেখাকৈ নিজৰ গুটি থ'ব পৰাটো প্রশস্ত। কিন্তু কেতিয়াবা গুটি থানিত কোনোমতে পেলাব নোৱাৰি। সময়ত এনে হয় যে বিপক্ষৰ গুটিয়ে সাতে ছুব পৰাকৈ নিজৰ গুটি থ'ব লগীয়া হয়। তেতিয়া একো উপায় নাপাই খেলুৱায়ে 'সাতে-সোতেৰে সমান' বুলি গুটি তাতে থৈ দিয়ে। এতেকে,—উপায়ান্তৰ-ৰহিত হৈ, finding no other alternative left.

সাতোদ্বীপ ফুৰা—ক্রি. হিন্দুমতে দ্বীপ সতোটা যেনে—জম্বু, প্লক্ষ, শাল্মলী, কুশ, পুষ্কৰ, শাক. ক্রৌঞ্চ। এতেকে,—বহু ঠাই ফুৰা, to travel widely.

সাতো সাগৰত স্নান কৰোৱা—ক্রি. আগৰ দিনত বান্ধিয়ে ৰাৱণক নেগুৰত আঁৰি লৈ সাতো সাগৰত স্নান কৰাইছিল। এতেকে,—বহু কষ্ট দিয়া, to harass in various ways.

সাতৰি সোণ—সোণ—বি. [ সাদৰী সোণ ] সোণ আপুৰুগীয়া আৰু মানুহৰ অতি প্রিয় ধাতু। এতেকে,—আপুৰুগীয়া চেনেহৰ বস্তু, a rare and beloved thing.

সাতামপুৰুষীয়া ৰীতি—বি. [ সপ্তম পুৰুষীয়া ৰীতি ] সপ্তম পুৰুষৰপৰা চলিত ৰীতি, চিৰকলীয়া ৰীতি, a time honoured custom.

সাদৰক নেওচা—ক্রি. 'সাদৰ' আৰু 'আদৰ' তুল্যাৰ্থ শব্দ। 'নেওচা' শব্দে 'নিয়ন্ত্রণ কৰা' ( অর্থাৎ তলৈৰ নিয়া বা তুচ্ছ জ্ঞা কৰা বুজায়ন। এতেকে,—যাৰপৰা মৰম পোৱা যায় তেনে মানুহক তুচ্ছ জ্ঞান কৰা, to treat the benefactor with intentional neglect or superciliousness.

সাধি অহা—ক্রি. পূৰ্ব্ব জন্মৰ সাধনাৰ দ্বাৰা সৌভাগ্যৰ অধিকাৰী হৈ জন্ম গ্ৰহণ কৰা to be possessed of good luck as a reward of virtue in the previous existence.

সান্দহ খোৱা বালি তল যোৱা—ক্রি. নৈৰ বালিত ভোজ খোৱাৰ প্ৰথাৰপৰা এই বাক্য ওলাইছে। যি বালিত সান্দহ খোৱা হয়, বাৰিষা কালত সি পানীৰে তল যায়। এতেকে,—সুখৰ ঠাই নাইকিয়া হোৱা অৰ্থাৎ সুখ-ভোগ অন্ত হোৱা, the coming to an end of the days of pleasure.

সাপ মাৰি নেগুৰত বিষ থোৱা—ক্রি. সাপৰ নেগুৰতো বিষ থাকে, আৰু মানুহক সি নেগুৰেৰে ছাটি মাৰিলেও বিষ লাগি মানুহ মৰে বুলি কয়। সাপক কোবাই মাৰিলেও নেগুৰডাল বহু পৰলৈকে লৰফৰাই থাকে। সি মৰিলেও নেগুৰডাল জীয়াই থাকিলে বিপদৰ আশঙ্কা থাকিব পাৰে, এনে ভাব বুজোৱা হৈছে। এতেকে,—শত্ৰুক বশীভূত কৰা কিন্তু নিৰ্ম্মূল নকৰা, not to vanquish a foe after having brought him under control.

সাপে কঁকালৰ কোব নাপাহৰা—ক্রি. সাপৰ ক্ৰূৰ স্বভাৱ। যদি কোনো মানুহে তাৰ কঁকালত কোব মাৰে, আৰু সি যদি সিমানতে পলাই সাৰিব পাৰে, তেনেহ'লে অপৰাধীৰ প্ৰতিশোধ ল'বৰ নিমিত্তে সি সদায় চেলু চাই ফুৰে, এনে প্ৰবাদ প্ৰচলিত আছে। এতেকে,—ক্ৰূৰ মানুহে অপৰাধীক প্ৰতিশোধ দিবৰ নিমিত্তে সদায় চেষ্টিত থকা, the harbouring of feelings of revenge by a crooked person towards his malefactor.

সাপে তিনিবাৰ হাঁচিছে'—ক্রি. মানুহক খুঁটিবৰ আগতে সাপে তিনিবাৰ হাঁচিয়ায়, এনে প্ৰবাদ আছে। যদি তেতিয়াও মানুহটো আঁতৰি নাযায়, তেতিয়াহে সি তাক খোঁটে। এতেকে,—মহাশত্ৰুৱেও দণ্ড দিয়াৰ পূৰ্ব্বতে তিনিবাৰ সতৰ্ক কৰি দিয়া, the warning to a person thrice before punishing him even by an enemy of the worst type.

সাপে সাপৰ ঠেং দেখা—ক্রি. প্ৰবাদ আছে যে সাপৰ ঠেং আছে, কিন্তু তাক মানুহে নেদেখে। এই স্থলত দুষ্ট মানুহক সাপেৰে তুলনা কৰা হৈছে। এতেকে,—দুষ্ট মানুহে দুষ্ট মানুহক চিনি পোৱা, the knowing of the ways of a wicked person only by a person who is himself wicked.

সিংহপুৰুষ—বি. সিংহ জন্তুৰ ভিতৰত শ্ৰেষ্ঠ। এতেকে,—শ্ৰেষ্ঠ পুৰুষ, a grand person.

সিংহৰ এটা—বি. সিংহ অৰ্থাৎ শ্ৰেষ্ট পুৰুষ এজন হ'লেও দেশৰ বহু উপকাৰ হয়, এনে ভাৱ বুজোৱা হৈছে। এতেকে,—অকলশৰীয়া যোগ্য মানুহ, a single worthy man.

সিংহৰ পোৱালি—বি. সিংহ মহানুভৱ জন্তু। ইয়াৰ পোৱালিটো তদ্ৰূপ মহানুভৱতা প্ৰকাশ পায়। এতেকে,—মহানুভৱ বাপেকৰ মহানুভৱ পুতেক, a worthy son of a worthy father.

সিপৰীয়া হোৱা—ক্ৰি. সিপাৰলৈ যোৱা অৰ্থাৎ মৃত্যুপ্ৰাপ্ত হোৱা, ('কাল নদীৰ' ইপাৰে 'জীৱন' আৰু সিপাৰে 'মৰণ'), to go to the other bank, *i e.*, to die

সিপুৰী—বি. পৰলোক, the next world.

সিফলীয়া হোৱা—ক্ৰি. সিফাললৈ যোৱা অৰ্থাৎ মৃত্যুপ্ৰাপ্ত হোৱা, to go to the other side *i. e.*, to die.

সিৰ চাই টোকৰ মৰা—ক্ৰি. যেনেৰূপে আচৰণ কৰিলে কাৰ্য্য উদ্ধাৰৰ সুচল হয় তেনেৰূপ আচৰণ কৰা, to strike one at a vulnerable point.

সিয়নিত শোৱা—ক্ৰি (উপকথা) দুটা অজলা আৰু এটা টেঙৰ মানুহ ফুৰিবলৈ গৈছিল। অজলা দুটাৰ কাপোৰ আছিল, টেঙৰটোৰ নাছিল। কাপোৰ দুখন দীঘলে দাঁতিয়ে দাঁতিয়ে সি জোৰালে আৰু ক'লে,—"মোৰ কাপোৰ নাই। তহঁতে নিজৰ নিজৰ কাপোৰ লৈ শুবি। মোৰ নিমিত্তে কষ্ট পাব নালাগে। মই সিয়নিতে শুম।" দুই অজলাৰ মাজতে জোৰোৱা কাপোৰৰ সিয়নিত টেঙৰে শুলে। কাপোৰ দুখন ঠেক পুতলৰ আছিল। ৰাতি জাৰত অজলা দুটাই এবেলি ইফালে এবেলি সিফালে টনা-টনি কৰোঁতে, এবেলি এটাৰ গা উদং হয়, এবেলি আনটোৰ গা উদং হয়, কিন্তু টেঙৰৰ জাপ কেতিয়াও নুগুচে। এতেকে,—পৰৰ শ্ৰম বা অৰ্থৰ ওপৰত ভাতকৈ অধিক সুখ ভোগ কৰা, to live comfortably at the expense of others.

সীতা নোহোৱা যজ্ঞ পতা--ক্ৰি. সীতাদেৱীক বনবাসলৈ পঠোৱাৰ পাছত শ্ৰীৰাম-চন্দ্ৰে অশ্বমেধ যজ্ঞ পাতিছিল। পুৰোহিতে সীতা দেৱী নহ'লে যজ্ঞ অসম্পূৰ্ণ হব বুলি কোৱাত শ্ৰীৰামচন্দ্ৰে স্বৰ্ণ সীতা নিৰ্মাণ কৰাই যজ্ঞ পূৰ্ণ কৰিলে। এতেকে,—কোনো কাৰ্য্যৰ প্ৰধান নায়ক বা উপকৰণ বাদ দি সেই কাৰ্য্য কৰা, to do a business leaving out the chief person or thing necessary for the performance of it in the right way

সীতাৰ দৈহ মাতোঁতা নোহোৱা—ক্রি. ৰাৱণে সীতাক হৰি নি লঙ্কাৰ অশোক বনত লুকাই থৈছিল। ৰামে সসৈন্যে গৈ লঙ্কা অৱৰোধ কৰিলে। ৰামৰ সৈন্য-সামন্ত বান্দৰ আছিল। সেইবিলাক গৈ লঙ্কা জুৰি পেলালে, কিন্তু ৰাৱণক শীঘ্রে পৰাস্ত কৰিব পৰা নাছিল। ৰাৱণে অশোক বনত সোমাই সীতাক নানা-প্রকাৰ প্রলোভন দেখুৱায়। সীতাই মনৰ আৱেগত কৈছিল—"ৰামৰ পৰিয়ালে লঙ্কা জুৰ আছে, সীতাৰ দৈহ মাতোঁতা নাই।" এতেকে,—ভাগ্য মন্দ হ'লে আত্মীয় পৰিয়ালৰ পৰাও সাহায্য নোপোৱা, not to receive help even from the nearest relations when one falls on evil times.

সুন্দৰী ফেদেলী—ক্রি. ফেদেলী তিৰোতা ভাল তিৰোতা, অর্থাৎ তেনে তিৰোতা ৰূপৱতী নোহোৱা বাবে যত্ন কৰি গুণৱতী হয়, এই ভাব বুজোৱা হৈছে। এতেকে,—গুণৱতী কুৰূপা তিৰোতা, a perfectly qualified but ugly-looking woman.

সুবাট দূৰগম হোৱা—ক্রি. সুবাট হলে দূৰগম হয়, অর্থাৎ ভাল বাট হ'লে দূৰণীয়া হয়। (এই স্থলত শব্দ খেলৰ দ্বাৰা 'দুৰ্গম' এই অর্থ মনত উদিত হয়।) এতেকে —ভাল কাৰ্য্য-সাধন সময়-সাপেক্ষ হোৱা, the taking of time for a work to be done well

সুৰসুৰীয়া হোৱা—ক্রি. মানুহে ভয়ত চলাওঁতাজনে যেনি যাবলৈ কয় সুৰসুৰ কৰে তেনি যায়। এতেকে,—ভয়ত সম্পূর্ণ বশীভূত হোৱা, to submit completely under the influence of fear

সুৰুকা মৰা—ক্রি. সুৰুকুকৰে যোৱা অর্থাৎ সংসাৰৰ লেঠা সাৰি পেলোৱা, মৃত্যু-প্রাপ্ত হোৱা, to flee away from this world of cares and anxieties, i. *e*, to die,

সূর্য্যৰ মুখত সোপা দিব নোৱাৰা—ক্রি. সূর্য্যে চাৰিওপোনে ৰশ্মি প্রকাশ কৰে। সূর্য্যৰ মুখত কোনোৱে সোপা দিব নোৱাৰে, অর্থাৎ সূর্য্যক কোনোৱে ৰশ্মি প্রকাশ নকৰাকৈ ৰাখিব নোৱাৰে। বাইজক সূর্য্যৰে বিজোৱা হৈছে। বাইজৰ মুখত কোনোৱে সোপা দিব নোৱাৰে, অর্থাৎ বাইজক কোনোৱে গুপ্ত কথা ঢাকি ৰাখিব নোৱাৰে। এতেকে,—গুপ্ত কথা ঢাকি ৰাখিব নোৱাৰা, to be unable to prevent a secret from leaking out

সেৱা চুৰ কৰা—ক্রি. [ চুৰ কৰা=অপৰাধ কৰা। ] সেৱা-সৎকাৰ সম্বন্ধীয় অপৰাধ কৰা, ভক্তিৰ ক্রটী কৰা, to trans_ress.

সেৱা-জাননী—বি. যি বস্তু গুৰু-গোসাঁইক দি সেৱা কৰি কোনো কথা জনোৱা যায় সেই বস্তু, a gift made to a high priest on the occasion of formally communicating to him any important event.

সৈাঁ-মৰণেৰে মৰা—ক্রি. [ সম-মৰণেৰে মৰা ] বিষম অর্থাৎ অপঘাত জনিত মৰণেৰে নমৰি সম অর্থাৎ স্বাভাৱিক মৰণেৰে মৰ', to die a nature death.

সোণ হ'লে দ'ন্তাল হাতী পোন হোৱা—ক্রি সোণ অর্থাৎ ঐশ্বর্য্য হ'লে হাবিৰ দঁতাল হাতীকো ধৰি আনি শিকাই পোন অর্থাৎ বশিভূত কৰিব পৰা যায়। এতেকে,- ঐশ্বর্য্য-বিভূতি হ'লে সর্ব্ব কার্য্য সমাধা হোৱা, the making of everything easy by money.

সোণতকৈ জেউতি চৰা—বি. সোণৰ জেউতি অতি বেছি। এই স্থলত, সেই জেউতিতকৈও চৰা বোলা হৈছে। এতেকে,—অনুপম সুন্দৰ, exceedingly bright.

সোণৰ-ৰূপৰ কলচী—বি. কলচী দ'ল আদিৰ ওপৰত জিলিকি থাকে। তাতে যদি সি সোণৰ বা ৰূপৰ হয়, তেনেহলে তাৰ তিৰবিৰণি আৰু বেছি হয়। এতেকে,—সর্বশ্রেষ্ঠ পুৰুষ, an illustrious personage

সোণৰ-ৰূপৰ মুখেৰে কোৱা—ক্রি. সোণ আৰু ৰূপ বিখ্যাত ধাতু। এতেকে,—বিখ্যাত মুখেৰে কোৱা অর্থাৎ যাতে বাক্যৰ খণ্ডন হ'ব নোৱাৰে এনেভাৱে বিখ্যাত মানুহে আপোন মুখেৰে কথা কোৱা, to speak out anything irrevocably or unalterably.

সোণৰ সোলেং—বি. সোলেং এবিধ টেঙা। সোণেৰে সোলেঙৰ আকৃতিৰে বস্তু তৈয়াৰ কৰা হয়। এতেকে,—যেই সেই বহুমূলীয়া বস্তু, a valuable thing.

সোণে-পোৱালে গঁথা—ক্রি. সোণে পোৱালে গাঁথি সুন্দৰ গলমণি তৈয়াৰ কৰা হয়। অকল সোণেৰে নাইবা অকল পোৱালেৰে ভাল গলমণি কৰিব নোৱাৰি। ভাল আৰু বেয়া দুয়োৰো মিহলি হলেহে কামিলা বস্তু হয়। এতেকে,—ভাল আৰু বেয়া মিহলাই কোনো লাগতিয়াল কার্য্য কৰা, to make anything useful and permanent by blending the good and the evil harmoniously.

সোণ খটোৱা—বিণ. ৰূপৰ অলঙ্কাৰত সোণ খটালে সি মূল্যবান হয়। এতেকে,—মূল্যবান, valuable.

সোণ-সেৰীয়া—বিণ. সোণৰ সেবাৰ নিচিনা, বহুমূলীয়া, precious.

সোণাৰি গঢ়া বিণ. সোণাৰীৰ ছোৱালীবিলাক দেখিবলৈ ধুনীয়া। এতেকে,— সুশ্ৰী, শুৱনী ( ছোৱালীত খাটে ), handsome, pretty (said of a girl).

সোপায়ং নমঃ কৰা—ক্ৰি. পূজাৰিয়ে লৰা-লৰিকৈ পূজা শেষ কৰিবৰ নিমিত্তে বেল-পাত তুলসী-পাত আদি পূজাৰ বস্তু এপাত-এপাতকৈ নিদি একে বেলিতে সোপাকে দি দিয়ে। বস্তু দেৱতাত লগাওঁতে 'নমঃ' শব্দ উচ্চাৰণ কৰা হয়। 'সোপাকে দিয়া হৈছে' এই ভাব বুজাবলৈ বিদ্ৰূপৰ ছলেৰে সোপায়ং নমঃ' বোলা হৈছে। এতেকে,—প্ৰণালীমতে এটা এটাকৈ কাৰ্য্য নকৰি সকলো কাৰ্য্য একেবেলিতে লেটিপেটিকৈ কৰা, to do the whole thing at once in confusion instead of serially in due form.

সোলা মুখৰ চৰ—বি. দাঁত লগা মুখত চৰিয়ালে মানুহে বৰ দুখ নাপায়, কিয়নো তাৰ দাঁতৰ পাৰিয়ে চৰৰ কোৱ অনেক পৰিমাণে ৰাখে। সোলা মুখত চৰিয়ালে সি বৰ দুখ পায়। এতেকে,—বিপদ নিচেই সহিব নোৱৰা মানুহৰ পক্ষে বিপদ, a misfortune to one who is least able to endure it.

সোলাৰ মুখত মাখি পৰা—ক্ৰি. দাঁত-লগা মানুহৰ মুখত মাখি পৰিলে সি মুখৰ ভিতৰলৈ সোমাব নোৱাৰে। কিন্তু সোলা মানুহৰ মুখত মাখি পৰা মাত্ৰকে সি মুখৰ ভিতৰ পায়গৈ। মাখিত নামমাত্ৰ মঙহ থাকে। এই স্থলত বুজোৱা হৈছে, যে সোলাই সিমানকেৰা মঙহ খাবলৈ পোৱাটোও লাভ জনক ঘটনা। এতেকে,—অসমৰ্থ মানুহে যৎকিঞ্চিৎ লাভকো বহু লাভ-স্বৰূপে গণ্য কৰা (বিদ্ৰূপ), the regarding of a trivial receipt as large profit by a person who is incapable of earning anything substantial.

স্বৰ্গৰ অপেচৰা—বি. স্বৰ্গৰ অপেচৰা অতি শুৱনী। এতেকে,—অতি শুৱনী তিৰোতা, a paragon of beauty.

হনুমন্ত জঁাপ—বি. [ হনুমন্ত=হনুমান। ] হনুমানে জঁাপ মাৰি সাগৰ পাৰ হৈ লঙ্কালৈ গৈছিল। এতেকে,—ডাঙৰ জঁাপ, a big leap

হয় দিয়া—ক্রি. [ 'হয়' বুলি মত দিয়া ] সন্মতি প্রকাশ কৰা, to consent, to agree.

হৰি হৰি কৰা—ক্রি কোনো আচৰিত কাৰ্য্য দেখিলে হৰি হৰি শব্দ উচ্চাৰণ কৰা হয়। এতেকে,—আচৰিত হোৱা, to be struck with wonder, to marvel, to be amazed.

হৰি হৰি দেখা—ক্রি. "দেও দেও দেখা" চোৱা।

হৰি-কথাতকৈ চাউলকঠা টান হোৱা—ক্রি. [ হৰি-কথা=ঈশ্বৰ ভক্তি। চাউলকঠা=পেট প্রবর্ত্তনৰ উপায়, উপজীৱিকা। ] পৰকালৰ পাৰমাৰ্থিক আত্মাৰ কল্যাণৰ চিন্তাতকৈ ইহকালৰ ভৌতিক জীৱনৰ কল্যাণৰ চিন্তা টান হোৱা, the thinking of the preservation of the life in this world more deeply than the salvation of the soul in the next world.

হৰি-ভকত—বি. হৰি-ভক্তিৰ অৰ্থে গুৰুত শৰণ লোৱা হয়। যি কেইজন মানুহে একেলগে শৰণ লয়, তেওঁবিলাকে এজনে আনজনৰ প্রতি বিশিষ্ট সন্মান দেখুৱায়। এজনে আনজনক মাতিবলৈ হ'লে নাম কাটি নামাতি 'হৰি-ভকত' বুলি মাতে। এতেকে,—একেলগে গুৰুত শৰণ লোৱা মানুহ, তাৰ পৰা,—অতি মিলৰ মানুহ, persons who are initiated in one sitting by the *gosain*, hence,—fast friends.

হৰিভৰ দিয়া—ক্রি [ হৰিয়ে জগতৰ ভৰ দিয়া ] সৰ্ব্বতোভাৱে সন্মতি দিয়া to give full support to any measure, opinion or suggestion.

হৰিয়ে গোবৰ্দ্ধন ধৰি ৰখা - ক্রি. হাতেৰে গোবৰ্দ্ধন পৰ্ব্বত দাঙি ধৰি শ্রীকৃষ্ণে গোকুলত বাত বৃষ্টিৰ পৰা গোপ-বালকসকলক ৰক্ষা কৰিছিল। এতেকে, ঈশ্বৰে যথোচিত উপায় উদ্ভাৱন কৰি ৰক্ষা কৰা, the keeping of a person from danger by the Merciful God

হৰিণৰ মাংসই বৈৰী হোৱা—ক্রি. যদিও হৰিণ নিৰ অপৰাধী, তথাপি তাৰ মাংস খাবলৈ সোৱাদ বাবে তাক মানুহে বধ কৰে। সম্পত্তিশালী মানুহক হৰিণেৰে তুলনা কৰা হৈছে। তেওঁৰ সম্পত্তি দেখি পৰে তেওঁৰ অপকাৰ চিন্তে। এতেকে,—সম্পত্তিশালী মানুহৰ নিজৰ সম্পত্তিয়েই শত্রু হোৱা, the turning out of a person to be enemy to self on account of his wealth which by its very nature arouses jealousy and a desire to harm in the breast of other people.

হৰিণে বাঘৰ গাল চেলেকা—ক্রি. বাঘে হৰিণক বধি তাৰ মাংস খায়। হৰিণে নিজগতে বাঘৰ গম পালেই পলাই ফুৰে। এই স্থলত, হৰিণে ওচৰলৈ চাপি বাঘৰ গাতে লাগি তাৰ গালখন চেলেকি দিয়ে বোলা হৈছে। জন্তুবিলাকে চেলেকা-চেলেকি কৰি ইটোৱে সিটোৱে মৰম বুজায়। এতেকে,—অসম্ভৱ কাৰ্য্য ঘটা, the happening of the impossible.

হৰ্ষ-বিষাদ লগা—ক্রি. আনন্দত বেজাৰ লগা, আনন্দ আৰু বেজাৰৰ মিহলি অৱস্থা পোৱা, to feel pleasure mingled with pain.

হ'ল বিয়াত উকলি দিয়া—ক্রি. প্ৰস্তাৱ ঠিক্‌ঠাক্ হৈ বিয়াৰ সময় উপস্থিত হ'ল, উকলি দি উৎসৱ সমাধা কৰিব লাগে। তৰ্ক-বিতৰ্কৰ সময় পাৰ হৈ কাৰ্য্য-কাল উপস্থিত হ'ল, এই ভাব বুজোৱা হৈছে। এতেকে,—কাৰ্য্য-কাল উপস্থিত হ'লে তৰ্ক বিতৰ্ক এৰি কাৰ্য্য সুকলমে সমাধা কৰিবলৈ চেষ্টা কৰা, to try to finish a work quickly after it has actually been commenced without delaying it by discussions which are too late.

হলা গছত আটায়ে বাগি কুঠাৰ মৰা—ক্রি. পোন হৈ থকা গছ কাটিবলৈ টান। কিন্তু যি ডাল গছ হলি থাকে তাত কুঠাৰ মাৰিবলৈ চল, আৰু সি নিজৰ ভৰতে সহজে পৰি যায়। এই স্থলত কোৱা হৈছে, যে হলা গছ দেখিলে আটায়ে বগিয়া-বগিকৈ কুঠাৰ মাৰে অৰ্থাৎ প্ৰত্যেকে পাল বাটি কাটে, কোনেও পাল এৰি নিদিয়ে। পোন হৈ থকা কাঠ কাটিবলৈ হ'লে, প্ৰত্যেকে আনক কাটিবলৈ কৈ নিজে আঁতৰি থাকিব খোজে। বিপদত পৰা মানুহক হলা গছেৰে তুলনা কৰা হৈছে। এতেকে,—বিপদত পৰা মানুহক সকলোৱে অপকাৰ কৰিবলৈ আগ বঢ়া, the harassing of a person who is already in trouble by everybody who meets him.

হস্তীৰ পাৱ পিছলা—ক্রি. হস্তী ডাঙৰ জন্তু। খোজ কাঢ়োঁতে আচলত কেতিয়াবা কেতিয়াবা তাৰো ভৰি পিছলি যায়। এতেকে,—ডাঙৰ মানুহৰো কেতিয়াবা ভুল হোৱা, the taking of a false step even by a great man occasionally by error of judgment.

হাঁচটি বজা—ক্রি. হাঁচটিত টেমি-কটাৰি খোৱা হয়। কটং কাটাংকৈ টেমি কটাৰি বাজে, কিন্তু হাঁচটি নাবাজে। এই স্থলত, হাঁচটি বাজে বোলা হৈছে। কোনো কাৰ্য্যৰে সৈতে সম্পৰ্ক নথকা মানুহে সেই কাৰ্য্যৰ বিষয়ে মুখ বজায় অৰ্থাৎ কোৱা-মেলা কৰে, এই ভাব বুজোৱা হৈছে। এতেকে,—অসম্পৰ্কিত বিষয়ত হস্তক্ষেপ কৰা, to interpose or interfere in other mean's affairs, to meddle in anything in which one has no concern.

হাঁহ-কণীত কুহুম নাইকীয়া হোৱা—ক্রি. সকলো হাঁহ-কণীত কুহুম থাকে। এই স্থলত হাঁহ-কণীত কুহুম নাইকিয়া বোলা হৈছে। এতেকে,—অৱশ্যম্ভাৱী লাভৰ স্থলতো লাভ নোপোৱা, to derive no profit in a case where profit is inevi able.

হাঁহৰ ওপৰত শিয়াল ৰজা হো়ৱা—ক্রি. হাঁহৰ বল নাই, শিয়ালে তাক অনায়াসে ধৰি লৈ যায়। প্রজাৰ ওপৰত ৰজাৰ ক্ষমতা অসীম। হাঁহৰ ওপৰতো শিয়ালৰ ক্ষমতা ৰজাৰ সমান বোলা হৈছে। দুর্ব্বল মানুহক হাঁহেৰে আৰু ক্ষমতাশালী মানুহক ৰজাৰে তুলনা কৰা হৈছে। এতেকে,—নিচলাৰ ওপৰত মহত্তালি দেখুওৱা, to show power to the weak

হাঁহ-চোৰৰ মুৰত পাখি লাগি থকা—ক্রি. হাঁহ চুৰ কৰিলে চোৰৰ মুৰত দুটা এটা পাখি লাগি থাকে, আৰু সেয়েই পিছত তাক ধৰা পেলাই দিয়ে। এতেকে, —বেয়া কামৰ নিদর্শন ৰৈ যোৱা, the leaving behind of evidence of crime by a wrong-doer.

হাঁহিত পেটু-নাড়ী ছিগা—ক্রি. ৰৰকৈ হাঁহিলে পেটত খুচি ধৰি নাড়ী ছিগি যোৱা যেন বোধ হয়। এতেকে,—অতিপাতকৈ হঁহা, to laugh a side-splitting laughter, to laugh outright.

হা বোলোঁতেই হুমুনিয়াৰ বাতৰি পোৱা—ক্রি. বেজাৰত মানুহে হুমুনিয়া কাঢ়োঁতে 'হা' এনে মাত উচ্চাৰিত হয়। এই স্থলত কোৱা হৈছে যে হা বোলোঁতেই হুমুনিয়াৰ বাতৰি পোৱা যায়, অর্থাৎ কিহৰ নিমিত্তে হুমুনিয়া কঢ়া হৈছে, তাৰ বৃত্তান্ত ক'ব পৰা যায়। এতেকে,—কথা উলিয়াওঁতেই আদ্যোপান্ত বৃত্তান্ত বুজিব পৰা, সামান্য আভাষৰপৰা সমস্ত ঘটনা অনুমান কৰিব পৰা, to be able to infer the whole fact from the mere mention of it.

হা হা কা কা কৰা—ক্রি. [ হায় হায় কা কা কৰা ] কাউৰীয়ে কা কা কৰি ৰমলিয়ায় এতেকে,—হায় হায় কৰি ৰমলিওৱা অর্থাৎ আৰ্ত্তনাদ কৰা, দুখ-কষ্টত পৰি চিঞৰ-বাখৰ কৰি ফুৰা, to bewail one's lot on account of heavy pecuniary embarrassments.

হা-তে ভকোৱা—ক্রি. হা এই ভাবতে কঁপাই-শুকাই যায় অর্থাৎ হা ধন হা বস্তু বুলি থাকোঁতে চিন্তাত শৰীৰ দুর্বল হৈ যায়, এই ভাব বুজোৱা হৈছে। ('হা' 'হায়' শব্দৰ অপভ্রংশ।) এতেকে,—নাটনিত কাতৰ হোৱা, to be distressed always with feelings of want.

হাই হাই খাই খাই কৰা—ক্রি. [ হায় হায় খায় খায় কৰা ] 'হায় হায়, লোকে লোকে খায়' এই দৰে কৰা অর্থাৎ সদাই দন্দ-খৰিয়াল কৰি থকা, to engage in petty squabble due to jealousy.

হাইঠা মাটিত পৰা—ক্রি. প্ৰৱাদ আছে যে হাইঠা চৰাই মাটিত নপৰে। দৈৱাৎ মাটিত পৰিলে সি চাকোলা হয়। এতেকে,—যি মানুহৰ মাটিত ভৰি দিয়া অভ্যাস নাই অৰ্থাৎ যি মানুহে সদায় ওখ বাহনত ফুৰে বা ওখ আসনত থাকে তেনে মানুহে মাটিলৈ নমা, the appearing of a great man on the ground who is accustomed to keep in a high story of a house or travel in a carriage.

হাবা-কাবা কৰা—ক্রি. [ হায় হায় কাওবাও কৰা ] হায় হায় কৰি কাওবাও কৰি ফুৰা, দুখ-কষ্টত পৰি অস্থিৰ হৈ ফুৰা, to be unmanned by dire pecuniary need.

হাট-বাট কৰা—ক্রি. [ হাটত-বাটত দেখা-দেখি কৰা ] লুকাই-চুৰকৈ মিলাপ্ৰীতি হোৱা, to meet clandestinely (applied to lovers).

হাটে-বাটে—ক্রি.-বিণ. য তে ত'তে প্ৰকাশ্য ঠাইত, anywhere and everywhere.

হাত অহা—ক্রি. [অহা=চলি অহা। ] কোনো কাৰ্য্য কৰিবৰ নিমিত্তে হাত যেনেভাৱে চলিব লাগে, অভ্যাস কৰি থাকিলে তেনেভাৱে চলে বোলা হৈছে। এতেকে, —হাতৰ অভ্যাস হোৱা, to be good at performing a thing by habit.

হাত উঠা—ক্রি. [ কড়ি-খেলৰ বাক্য ] কড়ি-খেলত ক্ৰমশঃ দানি পৰিবলৈ ধৰিলে 'হাত উঠে' বোলে। এতেকে,—ক্ৰমশঃ আৰ্থিক অৱস্থা ভাল হোৱা, to be continually better off.

হাত এৰি হেতালি খেলা—ক্রি. [ হেতালি=হাতৰ ওপৰত গুটি লৈ খেলা এবিধ খেল। ] হাত এৰি হেতালি খেলা অসম্ভৱ। এতেকে,—কোনো কাৰ্য্যৰ প্ৰধান উপাদান এৰি দি সেই কাৰ্য্য কৰিবলৈ চেষ্টা কৰা, to do a work leaving out the principal part of it.

হাত কৰা—ক্রি. হস্তগত কৰা, চুৰ কৰা, to steal.

হাত ছিগা—ক্রি. বল-বাৰি কৰিবলৈ কৰোঁতা বা সঁজুলি নাইকীয়া হোৱা, to be deprived of help in men, money or material.

হাত টান—বিণ. হাতৰ মুঠি টান, চিকটা, close-fisted, miserly.

হাত দঙা—ক্রি. কিলাবৰ নিমিত্তে হাত দঙা, কিলাবলৈ উদ্যোগ কৰা, to attempt to beat.

হাত-দীঘল মানুহ—বি. যাৰ হাত দীঘল, সি দূৰলৈকে চুকি পায়। মহাপুৰুষ-সকলৰ হাত আজানুলম্বিত বুলি ধৰ্মপুথি আদিত লিখা আছে, সেই কথাৰপৰা এই বাক্য লোৱা হৈছে। ) এতেকে,—বহু কাম সাধিব পৰা বৰলোক, an an influential man.

হাত-দেবি মন-দেবি—বিং. [ দেবি=অধিক, বেচি। ] বিলনীয়াই কোনোজনক হাতেরে প্রকৃততে বেছি দিয়ে আৰু কোনোজনক মনেরে বেচি দিবলৈ আলচে, সেই কথাৰ পৰা এই বাক্যৰ উত্তৱ হৈছে। এতেকে,—পক্ষপাত দোষ, bias.

হাত ধৰি দিয়া—ক্রি. [ হাত টানি ধৰি দিয়া ] হাত আগলৈ বঢ়াই পিছলৈ টানি ধৰি দিয়া, তাকৰকৈ দিয়া, to give sparingly.

হাত ধৰি শিকোৱা—ক্রি. [ হাতত ধৰি শিকোৱা ], কেনেকৈ কাম কৰিব লাগে শিক্ষাৰ আগতে হাতত ধৰি শিকোৱা, আদি-শিক্ষা, to teach the first lessons in anything.

হাত পৰা—ক্রি. [ কড়ি-খেলৰ বাক্য ] কড়ি-খেলত কেতিয়াবা বাৰে বাৰে দানি পৰে। যেতিয়া দানি পৰিবলৈ এৰে, তেতিয়া 'হাত পৰে' বোলে। এতেকে,—আৰ্থিক অৱস্থা ভালৰপৰা বেয়ালৈ অহা, to be worse off.

হাত-বলী—বিণ. হাতৰ দ্বাৰা তুলি বস্তু দান কৰা হয়। ডাঙৰ বস্তু দান কৰিবলৈ হাতত বল লাগে। এতেকে,—দানী, charitably disposed.

হাত-ভৰি ধোৱা—ক্রি. ভাত খাবৰ নিমিত্তে গা ধোৱা হয়, কিন্তু জলপান খাবৰ নিমিত্তে হাত আৰু ভৰি মাথোন ধোৱা হয়। এতেকে,—জলপান খোৱা, to eat tiffin.

হাত-মুকলি—বিণ. হাতৰ মুঠি মুকলি, দানী, charitable beneficent.

হাত মেলি মেলি নচা—ক্রি. অতিৰিক্ত আনন্দ হ'লে ইতৰ মানুহে হাত মেলি মেলি নাচে। এতেকে,—অতিৰিক্ত আনন্দ প্ৰকাশ কৰা, to express an excess of mirth.

হাত-মোচা কানি—বি. [ কানি=কাপোৰ। ] মানুহে বেয়া কাপোৰত তিতা বা মলিযুক্ত হাত মোচে। অপদাৰ্থ মানুহক এনে কাপোৰেৰে তুলনা কৰা হৈছে। এতেকে,—অপদাৰ্থ মানুহ, a contemptible person.

হাত বাখি দিয়া—ক্রি. [ হাত ধৰি বাখি দিয়া ] হাত আগলৈ যাবলৈ নেদি ধৰি বাখি দিয়া, তাকৰকৈ দিয়া, to give sparingly.

হাত লগোৱা—ক্রি. হাত লগাই অৰ্থাৎ হাতেৰে চুই কিলোৱা, to lay hands on, to assault.

হাত-লৰ—বিণ. হাতে গিৰিহঁতৰ বস্তুৰ ভিতৰতে আবদ্ধ নাথাকি লৰ-চৰ কৰি সুবিধা পালে পৰৰ বস্তু দাঙ্গি ধৰা বোলা হৈছে। এতেকে,—পৰদ্ৰব্য-অপহৰণকাৰী, thievish.

হাত লেচাৰি যোৱা—ক্রি. মনত অচিন্তা হ'লে খোজ কাঢ়োঁতে মানুহে হাত লেচাৰি যায়। এতেকে,—অচিন্তা-ভাৱেৰে যোৱা, to walk leisurely.

হাত সৰা—ক্রি. [ হাতৰপৰা সৰা ] হাতৰপৰা এৰাই যোৱা, পলাই যোৱা, আঁতৰ হোৱা, to get out of hand.

হাত সাৱটি থকা—ক্রি. এলেহুৱা মানুহে সাৱত হাত সাৱটি বহি থাকে। এতেকে,—এলাহ লাগি কাম-কাজ নকৰাকৈ থকা, to sit with folded hands, to waste time in idleness.

হাতত ধৰা—ক্রি. হাতেৰে কোনো কাৰ্য্য কৰিব খুজিলে হাতত ধৰি বাধা দিয়া যায়। এতেকে,—বাধা দিয়া, to resist, check, hinder.

হাতত ধৰি ভৰিত ধৰাৰ সমানে কোৱা—ক্রি. হাত আৰু ভৰি দুইটা একে শৰীৰৰ বিভিন্ন অঙ্গ। হাতত ধৰি কোনো বিষয়ে অনুৰোধ কৰা হয়। হাতত ধৰিলে ভৰিত ধৰিবলৈ বাকী নাথাকে, এই ভাব বুজোৱা হৈছে। এতেকে,—দৃঢ়ভাৱে ঈষৎ-বিনীত প্ৰাৰ্থনা জনোৱা, to make an earnest and not far from abject request.

হাততে স্বৰ্গ পোৱা—ক্রি. [ হাততে পোৱা=হস্তগত হোৱা। স্বৰ্গ=স্বৰ্গৰ বিভৱ। ] অতুল ঐশ্বৰ্য্য-বিভৱৰ গৰাকী হোৱা, to attain great prosperity, to feel extreme joy or pleasure.

হাতত হেৰোৱা—ক্রি. হাতেৰে ধৰি থাকোঁতেই হেৰোৱা, হঠাৎ নাইকীয়া হোৱা, to slip off the hand, to disappear suddenly.

হাতৰ তলত ৰখা—ক্রি. এজন মানুহে আন এজনৰ হাতৰ তল হৈ থাকিলে তাক হেঁচুকি দমাই ৰাখিব পাৰে। এতেকে,—দমাই ৰখা, to keep in subjection.

হাতৰ মুঠিত ৰখা—ক্রি. কোনো বস্তু হাতৰ মুঠিত ৰাখিলে সি লৰচৰ কৰিব নোৱাৰে। এতেকে,—লৰচৰ কৰিব নোৱাৰাকৈ ৰখা অৰ্থাৎ সম্পূৰ্ণ তলতীয়া কৰি ৰখা, to keep under absolute control.

হাতৰ-কাণৰ বেচা—ক্রি. [ হাতৰ অলঙ্কাৰ কাণৰ অলঙ্কাৰ বেচা ] তিৰোতাই মহা কষ্টত পৰিলে অলঙ্কাৰ বেচি ধন উলিয়ায়। এতেকে,—মহাকষ্টৰ অৱস্থা পোৱা, to be reduced to the last straits.

হাতৰ তলুৱা—বি. হাতৰ তলুৱাত কি কি আছে তাক ভালকৈ দেখা পোৱা যায়। এতেকে,—যি মানুহৰ বস্তু বা কাৰ্য্যৰ বিষয়ে সকলো কথা সূক্ষ্মৰূপে জনা আছে তেনে মানুহ, বস্তু বা কাৰ্য্য, anything thoroughly known.

হাতৰ তলুৱা খজুওৱা—ক্রি. হাতৰ তলুৱাত কোনো বস্তু থ'লে খজুওৱাৰ নিচিনা অনুভৱ হয়। এই বাক্যে আদিতে 'কোনো বস্তু পোৱা হৈছে' বুজাইছিল। তাৰপৰা পিছলৈ কোনো বস্তু 'অলপতে পোৱা যাব' এই অর্থ হ'ল। এতেকে,—কোনো বস্তু পাবৰ আগন্তুক হোৱা, লাভৰ আশা কৰা, to expect gain.

হাতৰ তলুৱাত নোম গজোৱা—ক্রি. নোম হাতৰ তলুৱাত নগজে, আন আন অংশতহে গজে। এই স্থলত হাতৰ তলুৱাত নোম গজায় বোলা হৈছে। এতেকে,—অসম্ভৱক সম্ভৱ কৰা, to perform a miracle.

হাতঁৰ মলি—বি. বন-বাৰী কৰিলে হাতত মলি লাগে। বন-বাৰী কৰি যি বস্তু পোৱা যায়, সেই বস্তু তুচ্ছ বস্তু এনে ভাব বুজোৱা হৈছে। এতেকে,—পৰিশ্রমৰ দ্বাৰা উপার্জ্জন কৰিবপৰা অপদাৰ্থ বস্তু, a thing of very little value or importance.

হাতৰ সাৰে ভৰিৰ সাৰে যোৱা—ক্রি. কোনো মানুহে ইমান চোৰাংকৈ যায় বোলা হৈছে, যে যাওঁতে হাতৰ শব্দ হৈছে নে নাই হোৱা আৰু ভৰিৰ শব্দ হৈছে নে নাই হোৱা সেই বিষয়ে কাণ সাৰে ৰাখি যায় অর্থাৎ যাতে তেনে শব্দ নহয় তাৰ নিমিত্তে যত্ন কৰি খোজ কাঢ়ে। এতেকে,—অতি নিস্তব্ধভাৱে যোৱা, to walk stealthily.

হাতলৈ চোৱা—ক্রি. কিবা বস্তু হাতত আনিছে নে নাই অনা বুলি হাতলৈ চায়। এতেকে চোৱা,— কোনো বস্তু পাবৰ নিমিত্তে আশা কৰা, to expect a gift.

হাতে কাণে ওঁৰা—ক্রি. ধন-সম্পত্তি থকা তিৰোতাই হাতে কাণে অলঙ্কাৰ পিন্ধি সাজ্জত হয়। এতেকে,—সম্পত্তিশালিনী হোৱা, to be possessed of great wealth ( said of a woman ).

হাতে-কাণে ধৰা পৰা—ক্রি. কোনো দূষণীয় কথা হাতেৰে কাণৰ দ্বাৰা লিখা অৱস্থাতে ধৰা পৰা বোলা হৈছে। এতেকে,—অপৰাধ কৰি থকা অৱস্থাতে ধৰা পৰা, to be caught red-handed.

হাতে হাতে পোৱা—ক্রি. [ হাতে দি হাত পোৱা ] দিওঁতাই হাতেৰে দিয়ে আৰু লওঁতাই হাতত পায়, এই ভাৱ বুজোৱা হৈছে। এতেকে,—তদ্দণ্ডে পোৱা, to get then and there.

হাতে-কামে আজোৰা—ক্রি. কোনো তিৰোতাই বাঁওফালে বাঁওহাতেৰে ধৰি কাষত ল'বা দাঙি লৈ ফুৰায় আৰু সোঁফালে সোঁহাতেৰে আন ল'ৰাক মাটিয়ে টানি লৈ ফুৰায়। দুইটা ল'ৰাকে একে লগে দাঙি ললে দাঙি লৈ ফুৰাব নোৱাৰে বাবে এনে কৰা হয়। এতেকে,—পৰৰ সাহায্য নোহোৱাকৈ জে'টা-পোটাকৈ নিজে বহু শ্ৰমেৰে কাৰ্য্য কৰা (তিৰোতাত খাটে), to manage household affairs with utmost effort single-handed (said of a woman).

হাতে নামাৰি ভাতে মৰা—ক্রি. ভাত খাবলৈ নিদিলে মানুহ মৰে। হাতেৰে মাৰিলেও মানুহ মৰে। এই স্থলত হাতেৰে নামাৰি ভাতেৰে অৰ্থাৎ ভাত নিদিয়াকৈ মাৰে বোলা হৈছে। এতেকে,—দেখা-শুনাকৈ নামাৰি নেদেখাকৈ কৌশলেৰে মৰা, বুজিব নোৱাৰাকৈ ফিকিৰেৰে মৰা, to destroy indirectly by policy and not directly by physical force.

হাতে-পাতে ধৰা—ক্রি. [হাতে প্ৰতি ধৰা] আটাইবিলাক মানুহে একেলগে মিলি-জুলি ধৰা, to work in co-operation.

হাতে-ভৰিয়ে ধৰা—ক্রি. কোনো মানুহে আন এজনৰ হাতে-ভৰিয়ে ধৰে অৰ্থাৎ কেতিয়াবা তেওঁৰ হাতত ধৰি দৃঢ়ভাৱে অনুৰোধ কৰে আৰু তাত ফল নহব বুলি আশঙ্কা কৰি তেওঁৰ ভৰিত ধৰি কাবৌ কৰে। এতেকে,—কাবৌ-কোকালি কৰা, কাকুতি-মিনতি কৰা, to beseech abjectly.

হাতে হাতে ধৰা—ক্রি. [হাতেৰে হাতত ধৰা] চোৰে চুৰ কৰি থাকোঁতে গিৰিহঁতে মনে মনে গৈ হাতেৰে কচকৰে চোৰক ধৰি লয় বোলা হৈছে। এতেকে,—কোনো বেয়া কাম কৰি থকা অৱস্থাতে ধৰা পেলোৱা, to catch red-handed.

হাতেৰে কই ভৰিৰে মোহৰা—ক্রি. গছ পুলি হাতেৰে মাটিত ৰোৱা হয়। নষ্ট কৰিবলৈ হ'লে খঙত ভৰিৰে মোহাৰি পেলোৱা হয়। নিজৰ শৰীৰৰ এটা অঙ্গেৰে কই আন এটা অঙ্গেৰে তাক নষ্ট কৰে, এই ভাৱ বুজোৱা হৈছে। এতেকে,—নিজে পাতি নিজে ভঙা, to make a thing and then to mar it.

হাতী-খাৱনেৰে খোৱা—ক্রি. হাতীয়ে অপৰিমিত আহাৰ কৰে। এতেকে,—অপৰিমিত আহাৰ কৰা, to eat super-abundantly.

হাতী-পৰা দিয়া—ক্রি. হাতীৰ ৰোগ হ'লেও সি মানুহৰ নিচিনাকৈ নোশোৱে, থিয় অৱস্থাতে থাকে। যদি সি পৰে তেনেহ'লে আৰু উঠিব নোৱাৰে। কিছুদিন সেই অৱস্থাতে থাকি মৰি যায়। এতেকে,—সাংঘাতিক ৰোগত পৰা, to be confined to bed on account of an attack of fatal disease.

হাতীয়ে ওদালৰ গুৰিত কন্দা—ক্রি. প্ৰবাদ আছে যে হাতীৰ বেজাৰ লাগিলে সি ওদাল গছৰ তলত গৈ কান্দে। ওদাল প্ৰকাণ্ড গছ, তাৰ ছালেৰে ফাঁই বাটি হাতীক বন্ধা যায়। এতেকে,—উপায়হীন মানুহে অমঙ্গল দিওঁতা-জনৰ আগতে অমঙ্গল নিবাকৰণৰ নিমিত্তে প্ৰাৰ্থনা জনোৱা, the repren-senting of a grievance by a helpless person to the very person who has caused the grievance.

হাতীয়ে ম'হে যুঁজা—ক্রি. বনৰীয়া হাতী আৰু বনৰীয়া ম'হ দুয়ো সমান বলী। কেতিয়াবা হাবিত সিহঁতৰ ভিতৰত যুদ্ধ হলে বহু পৰ নেৰানেপেৰাকৈ যুদ্ধ চলি থাকে। এতেকে,—দুজন সমান বলী মানুহৰ ভিতৰত নেৰা-নেপেৰাকৈ ডাঙৰ কাজিয়া লগা, the struggling of two equally powerful combatants in an obstinate manner.

হাতীয়ে-মাউতে থাউনি নেপোৱা—বিণ. পানী ইমান দ বোলা হৈছে, যে হাতী আৰু মাউত দুয়ো গোট খাইও থাউনি নাপায় অৰ্থাৎ হাতীৰ ওপৰত থিয় হৈ মাউতে থাউনি নাপায়। এতেকে,—বৰ দ, unfathomable.

হাতীয়ে মাখিয়ে সমান হ'বলৈ যোৱা—ক্রি. হাতী ডাঙৰ, মাখি সৰু। এই স্থলত মাখিয়ে হাতীৰ সমান হ'বলৈ যায় বোলা হৈছে। ডাঙৰ মানুহক হাতীৰে আৰু সৰু মানুহক মাখিৰে সৈতে তুলনা কৰা হৈছে। এতেকে,—তুচ্ছ মানুহে ৰৰলোকৰ জোৰ লবলৈ যোৱা, the aping of a great man by an insignificant person.

হাতীৰ দাঁত—বি. হাতীৰ দাঁত কটকটীয়া। এতেকে —লৰচৰ নোহোৱা কথা বা কাৰ্য্য, an unalterable word or act.

হাতীৰ গালৈ তৰাৰ ফৰ্ম্মুটি মৰা—ক্রি. ফৰ্ম্মুটি মাৰি হাতীক খেদৰ পৰা নাযায়। এই স্থলত তৰা গছৰ ফৰ্ম্মুটি লোৱা হয় বোলা হৈছে। তৰাৰ ফৰ্ম্মুটি নিচেই অকামিলা, এনে অকামিলা যে হাতীয়ে তাৰৈ এফেৰিও ভয় নকৰে, বৰং বৰং পাই তৰা গছ মুখত সুমাই খাই থয়, এনে ভাব বুজোৱা হৈছে। ৰৰলোকক হাতীৰে তুলনা কৰা হৈছে। এতেকে,—ৰৰলোকৰ প্ৰতি অকামিলা অস্ত্র নিক্ষেপ কৰা, to direct a useless weapon against a powerful enemy.

হাতী শুঁড়েৰে বৰষুণ দিয়া—ক্রি. হাতীয়ে শুঁড়েৰে পানী টানি শুঁড় ওপৰলৈ তুলি সেই পানী এৰি দিলে যেনেভাৱে পৰে তেনেভাৱে বৰষুণ দিয়ে বোলা হৈছে। এতেকে,—ডাঙৰকৈ বৰষুণ দিয়া, to rain in torrents.

হামৰাও কঢ়া—ক্রি. [ হাম্বা ৰৱ কৰা ] গাই-গৰুৱে পোৱালি হেৰালে হাম্বাৰৱ কৰি ফুৰে। এতেকে,—ব্যাকুলভাৱে কোনো বস্তুৰ নিমিত্তে অভিলাষ কৰা, অতিকৈ হেঁপাহ কৰা, to hanker, to have a longing desire.

হামিয়াই-হেঁকটিয়াই থকা—ক্রি. অধিক চিন্তা হ'লে মানুহে হামিয়াই হেঁকটিয়াই থাকে। এতেকে,—চিন্তা-ব্যাকুলিত হোৱা, to live in anxiety.

হায়ৌ বিয়ৌ কৰা—ক্রি. [ হে আই ঔ' বাই ঔ' কৰা ] বেজাৰত বিহ্বল হৈ কোঢ়াল কৰা, to lament distressfully.

হাৰ-ছাল ওলোৱা—বিণ. মানুহ অতিকৈ ক্ষীণালে হাৰবিলাক ওলায় ( দেখা যায় ) আৰু ছালখন ওলায় ( বহলি যায় অৰ্থাৎ শোটৰা-শোটোৰ হয়। ) এতেকে,—অতি ক্ষীণ, emaciated.

হাৰ শুচি কৰা—ক্রি. বিয়া নকৰাকৈ মৰিলে মানুহ অশুচি হয়। তেনে মানুহৰ হাৰ প্রায়শ্চিত্তৰ দ্বাৰা শুচি কৰি হে শ্রাদ্ধাদি ক্রিয়া কৰা হয়। বিয়া কৰিলে হাৰ শুচি হৈ থাকে; মৰিলে সেই হাৰ প্রায়শ্চিত্তৰ দ্বাৰা শুচি কৰিব নালাগে। দুখীয়া ভাৱেৰে বিয়া কৰি কোনোমতে হাৰ শুচি কৰি থোৱা হয়, এনে ভাব বুজোৱা হৈছে। এতেকে,—দুখীয়া ভাৱেৰে বিয়া কৰোৱা, to celebrate the ceremony of maraiage in a poor style.

হাৰক মাটি কৰা—ক্রি. মৰা-শ পুতিলে হাৰ মাটি হৈ যায়। অতিৰিক্ত পৰিশ্রম কৰিলে মানুহ মৰে। এতেকে,—অতিৰিক্ত পৰিশ্রম কৰা, to labour too hard.

হাৰত বন গজা—ক্রি. মৰা শ মাটিত পুতি থ'লে মঙহ গেলি-পচি মাটি হৈ যায়, আৰু হাৰৰ ওপৰত বন গজে। মৰা শৰ এনে অৱস্থা হবলৈ বহুকাল লাগে। এতেকে,—বহুকাল পূৰ্ব্বে প্রাণ ত্যাগ কৰা, to be dead and gone long since.

হাৰলৈকে চিনা—ক্রি. হাৰ শৰীৰৰ অন্তৰত থাকে। এতেকে,—অন্তৰ পৰ্য্যন্ত জনা, to know to the core, *i e.*, thoroughly.

হাৰে কনকনোৱা—ক্রি. [ কনকনীয়া=শুকান। ] বয়স বেছি হ'লে হাৰতে ৰস মৰি সি কনকনীয়া হয় অৰ্থাৎ বেছি কামিলা হয়। এতেকে,—বয়সত অভিজ্ঞতা বঢ়া, to become a veteran by age and experience.

হাৰ-নাইকীয়া জিবা—বি. জিবাৰ হাৰ নাইকীয়া দেখি সি আপোনা-আপুনি যেনিয়ে তেনিয়ে লৰং-ফৰং কৰি থাকে অৰ্থাৎ নভবা-নিচিন্তাকৈ ভাল-বেয়া কথা কৈ থাকে। এতেকে,—স্বভাৱতে বিবেচনাহীন জিবা, the tongue which is by nature inconsiderate.

হাৰ ভঙ্গা বন—বি. বলে নোৱাৰা বন কৰোঁতে হাৰ ভাগে। এতেকে,—কঠিন পৰিশ্ৰমৰ দ্বাৰা সাধ্য কাৰ্য্য, an arduous task.

হাবে-ছালে লগা—বি. হাৰৰ ওপৰত মঙ্গহ থাকে আৰু মঙ্গহৰ ওপৰত ছাল থাকে। এই স্থলত কোৱা হৈছে, যে মঙ্গহ নাইকীয়া হৈ হাবে ছালে লগ হৈছে। এতেকে,—অতি ক্ষীণ, emaciated.

হাবলী আই—বি [ 'সাত ভাই চম্পা' সাধুকথাৰপৰা লোৱা বাক্য। 'হাবলী' শব্দ 'সবল' শব্দৰপৰা ওলাইছে। ] আজলী আই, a simple loving mother.

হাৰামৰ নেগুৰ—বি. 'হাৰাম' যাৱনিক শব্দ, ইয়াৰ অৰ্থ 'অশুচি বস্তু'। নেগুৰ জন্তুৰ শৰীৰৰ বেয়া ভাগ। এতেকে,—নিকৃষ্ট মানুহ, the vilest person.

হালত জোৰা—ক্রি. গৰুক যেনেকৈ হালত জোৰে তেনে কৰা অৰ্থাৎ সেও কৰি নিজৰ কামত লগোৱা, to reduce to slavery.

হালে হালে সাঙ্গোৰা—ক্রি. অধিক বন্দী মানুহক নিবলৈ হ'লে দুটা দুটাকৈ সাঙ্গুৰি লয়, যাতে সিহঁতে লৰি পলাবলৈ চল নাপায়। এতেকে,—সমূলি তলতীয়া কৰা, সাৰশেৰকৈ ঘটুওৱা, to subdue thoroughly.

হিয়া ঢাকুৰা—ক্রি. অতিৰিক্ত বেজাৰ হ'লে মানুহে হিয়া ঢাকুৰি অৰ্থাৎ ভুকুৱাই কান্দে। এতেকে,—কান্দি ব্যাকুল হোৱা, to lament loudly, to grieve bitterly.

হিয়া ধুনা—ক্রি. ধেনুৰে যেনেকৈ তুলা কোবাই খুনে, হাতেৰে তেনেকৈ হিয়া কোবাই জৰ্জ্জৰিত কৰে, এই ভাব বুজোৱা হৈছে। অতিকৈ কান্দিলে মানুহে হাতেৰে বুকু চপৰিয়ায়। এতেকে,—কান্দি ব্যাকুল হোৱা, to lament loudly, to grieve bitterly.

হিয়া ভুওকুৱা—ক্রি. "হিয়া ঢাকুৰা" চোৱা।

হিয়াৰ আমঠু—বি. [ আমঠু=হিয়াৰ মাজৰ কলাডিল। ] হিয়া মৰমৰ বাসস্থান। কোনো মানুহ ইমান প্ৰিয়তম যে তেওঁ সেই স্থানৰ কেন্দ্ৰ-স্বৰূপ, এই ভাব বুজোৱা হৈছে। এতেকে, —প্ৰিয়তম মানুহ, a dearly beloved person.

হুতাশিন মানুহ—বি. ( হুতাশিন—হুতাশন, জুই। ) জুয়ে যি বস্তু পায় তাকে পুৰি পেলায়। এই স্থলত বুজোৱা হৈছে, যে কোনো মানুহৰ যি বস্তুৰে বা কাৰ্য্যেৰে সম্পৰ্ক ঘটে, সেই বস্তু বা কাৰ্য্যই নষ্ট হৈ যায়। এতেকে,— ধ্বংসকাৰী মানুহ, a person of destructive tendencies.

হুনু বাৰ্ত্তা—বি. 'শুনো' ( অৰ্থাৎ মই নিজে নাজানো লোকৰ মুখে শুনো ) এনে বোলা কথা, উৰা বাতৰি, a hearsay, a rumour.

হুৰমুৰ যাত্ৰা—বি. কোনো ঠাইলৈ যাবলৈ হলে শুভক্ষণ চাই সেইমতে যাত্ৰা কৰিব লাগে। এই সুলভ, সেইবিলাক নিয়ম-কাৰণ একো নকৰি হুৰমুৰকৈ ওলাই গুচি যায় বোলা হৈছে। এতেকে,—হুৰমুৰকৈ কাৰ্য্য কৰা, anything done in great haste or impulsively.

হুৰ্ হুৰ্ টক্ টক্—বি. কোনো মানুহে হুৰ্ হুৰ্ কৰে যায় আৰু মুখেৰে টকাৰ দৰে টক্ টক্ কৰে অৰ্থাৎ কথা কয়। এতেকে,—ধুম-ধাম, হাইউৰুমি, bustle and noise.

হুল্ চঁচা—ক্রি. [ হুল = শূল। ] আহোম ৰজাৰ দিনত শূল চাঁচি জোঙা কৰি মাটিত পুতি অপৰাধীক তাৰ ওপৰত তুলি প্ৰাণদণ্ড কৰা হৈছিল। এতেকে,— আনৰ অহিত চিন্তা কৰা, to plot, to design.

হুলে হুল কঢ়া—ক্রি. গাত হুল সোমালে আন এডাল হুলেৰে তাক খুঁচি উলিওৱা যায়। এতেকে,—উগ্ৰ ৰোগ উগ্ৰ ক্ৰিয়াৰ দ্বাৰা আৰোগ্য হোৱা, the curing of a cruel disease by means of an equally cruel treatment ( often used figuratively ).

হুৱাহুৱা লগা—ক্রি. [ হোৱা দিয়া লগা ] শিয়ালবিলাকে হোৱা দিলে বৰ হাই হয়। এতেকে,—কন্দা-কটা কৰি হাই-উৰুমি কৰা, to raise a hue and cry.

হেঁকটীয়া মাহ—বি. শৰীৰৰ কোনো ঠাইৰ মঙহ কাঠ বান্ধিলে তাক 'হেঁকটীয়া বন্ধা' বোলে। কোনো মাহ সিজালে সি কাঠৰ নিচিনা টান মাৰি থাকে, কেতিয়াও নিসিজে। তেনে মাহকে হেঁকটীয়া মাহ বোলা যায়। নিসিজা মানুহক হেঁকটীয়া মাহেৰে তুলনা কৰা হৈছে। এতেকে,—নিসিজা মানুহ, unyielding, obstinate.

হেঁচ-টেপ কৰা—ক্রি. [ হেঁচা-টেপা কৰা ] অলপ অচৰপ চেপ দিয়া অৰ্থাৎ ঠায়ে ঠায়ে কিছু অসুবিধা দিয়া, to show bias in trifling matters.

হেঁচি-ঠেলি কৰা—ক্রি. কোনো কাৰ্য্য গাৰ বলেৰে হেঁচা আৰু ঠেলা দিলেহে কৰিব পৰা যায়, এই ভাৱ বুজোৱা হৈছে। এতেকে,—কষ্ট কৰি কৰা, to do thing labouriously.

হেঁচুকি গছত তোলা—ক্রি. গছত উঠিবলৈ নিজৰ ইচ্ছা নাই, আনে তলৰপৰা হেঁচুকি তাক ওপৰলৈ তুলি দিয়া হয় বোলা হৈছে। এতেকে,—ইচ্ছাৰ বিৰুদ্ধে আনে বলেৰে কাৰ্য্য কৰোৱা, to compel a person to do a work against his will.

হেকাই টিলিকি বাওঁ কৰা—ক্রি. [ 'হে ককাই টিলিকি বাওঁ' এনে কৰা ] বৰকৈ আনন্দ হ'লে বন্ধুবৰ্গক সম্বোধন কৰি টিলিকি বজাই 'হেকাই টিলিকি বাওঁ' বোলা হয়। এতেকে,—বঙ্গত উধাৱ হোৱা, to be over jubilant.

হেঙেৰা ভাঙি পকা ধান খোৱা—ক্রি. পথাৰত গৰুৱে ধান নাখাবৰ নিমিত্তে হেঙেৰা দিয়া হয়। ধান যেতিয়া পকে, সেই সময়ত হেঙেৰা ভাঙি পকা ধান গৰুৱে খালে গিৰিহঁতৰ মহাহানি আৰু অসন্তোষৰ কাৰণ হয়। এতেকে,—মহাহানিকাৰক আৰু অসন্তোষজনক কাৰ্য্য কৰা, to do a serious mischief.

হেজাৰ হওক—ক্রি-বিণ. [ হেজাৰ ভাল হওক তথাপি ] হেজাৰ গুণ থকা সত্ত্বেও, notwithstanding many good qualities.

হেন্তা-ওপৰা কৰা—ক্রি. [ হাতা ওপৰা কৰা ] এজনে কোনো বস্তুত হাত দিলে আন এজনে সেই হাতৰ ওপৰতে আকৌ হাত দিয়ে বোলা হৈছে। এতেকে,—কোনো বস্তু পাবৰ নিমিত্তে কেঁাটা-পোটা কৰা, to scramble for anything.

হেদানি মেলা—ক্রি. [ হাত দাঙি মেলা ] ধান শুকাবৰ নিমিত্তে চোতালত মেলি দিয়া হয়। বহু দূৰলৈকে মেলি দিবলৈ হ'লে হাত দাঙি মেলি দিব লাগে। অপৰ পক্ষে, 'মেলা' শব্দে 'যাবলৈ এৰি দিয়া' বুজায়। এতেকে,—বহু দূৰলৈ যাবলৈ এৰি দিয়া অৰ্থাৎ স্বেচ্ছাচাৰী হ'বলৈ দিয়া। ( 'হেদাঙি মেলা' বাক্যও চলিত আছে। ) to allow a ward to knock about aimlessly.

হেন্দোলদোপ দলদোপ—বি. দলনি আৰু দোপনিৰ এঠাইত ভৰি দিলে গোটেই ঠাই হেন্দুলিবলৈ ধৰে। কোনো ঠাইত বহু মানুহৰ সমাগম হৈ ধুম-ধাম হ'লেও সেই ঠাই লৰি যায় বোলা হয়। এতেকে,—মহা আড়ম্বৰ, অতিপাত ধুম-ধাম, pomp and grandeur.

হেপোৰ পিটা—ক্রি. পিঠিত এহাতিৰে পিটি মুখেৰে একেবাহে 'হেপোৰ' শব্দ উচ্চাৰণ কৰি থকা এবিধ খেলৰ নাম 'হেপোৰ পিটা।' তাৰপৰা এই বাক্যৰ উৎপত্তি হৈছে। এতেকে,—একেটা কামকে একেবাহে বহু পৰ টানি-আঁজুৰি কৰি থকা, to engage in drudgery.

হেলাই হেপাই মৰা—ক্রি. [ হেলাই-ফোঁপাই মৰা। হেলাই=কান্তি কৰি অৰ্থাৎ গা পেলাই।] বৰকৈ ভাগৰ লাগিলে মানুহে গা পেলাই দি ফোঁপাই-জোপাই মৰাৰ নিচিনা হয়। এতেকে,—কোনো টান কাৰ্য্য কৰি ভাগৰত অৱশ হোৱা, to be exhausted by hard labour.

হেলো হৈচো কৰা—ক্রি. ডাঙৰ বস্তু টানোতে মানুহে মুখেৰে হেলো হৈচো বুলি চিঞৰে। সেইৰূপে বহু পৰ চিঞৰ-বাখৰ কৰি বস্তুটো অলপকৈ মাথোন টানি নিব পৰা যায়। এতেকে,—কোনো কাৰ্য্য বহু পৰ লাগি থাকি অলপ অলপকৈ কৰা, to do anything by drudgery.

হৈ ঔ হৈ ঔ কৰি ফুৰা—ক্রি. হৈ ঔ হৈ ঔ কৰি গৰু-ম'হ আগুৰে। এতেকে,— অনবৰত কোঢ়াল কৰি ফুৰা, to move about noisily.

হোঁ-হেঁকো একো নমতা—ক্রি. মানুহে কেতিয়াবা সম্পূৰ্ণ ভাষা প্ৰয়োগ নকৰি 'হোঁ' 'হেকো' ইত্যাদি মাত উচ্চাৰণ কৰি ভাব প্ৰকাশ কৰে। ( হোঁ= সন্মতিসূচক অব্যয়। হেঁকো=আনন্দসূচক অব্যয়।) এতেকে,—সমূলি মাত নমতা, to keep perfect silence.

হোৰোসাই তলৈ যোৱা—ক্রি. ভূঁইকঁপ হ'লে কোনো ঠাই হোৰোসাই তলৈ যায়। ঘৰ-বাৰী বস্তু-বেহানি তাত যি থাকে সকলো সমূলি নষ্ট হৈ যায়। এতেকে,—সমূলি নষ্ট হোৱা, to be completely ruined.

হোল-গোজ ভকত—বি. 'হোল' শব্দ 'সৰল' শব্দৰ অপভ্ৰংশ। এতেকে,—সৰল সৰল গোজৰ নিচিনা মানুহ অৰ্থাৎ সৰল চিত্তৰ মানুহ, a sincere man.

হোলাৰ ভাই মোলা—বি. 'হোল' শব্দ 'সৰল' শব্দৰ অপভ্ৰংশ। 'ব্যক্তি' বুজাবৰ নিমিত্তে 'হোলা' ( হোলাই ) ব্যৱহৃত হৈছে। 'মোলা' বা মোল্লা ( মোলোনা ) যাৱনিক শব্দ। মোলোনাসকল সৰল স্বভাৱৰ মানুহ বুলি প্ৰখ্যাত। এই স্থলত কোৱা হৈছে যে ককায়েক ভায়েক দুয়োজন সৰল। এতেকে,– সৰল পৰিয়ালৰ সৰল মানুহ। নিজেই সৰল মানুহ, a sincere man of a sincere family, a very sincere man.

হোলোঙ্গাৰে কাণ বিন্ধোৱা—ক্রি. বেজীৰে বা কাঁইটেৰে কাণ বিন্ধোৱা যায়, হোলোঙ্গাৰ নিচিনা ডাঙৰ মাৰিৰে কাণ বিন্ধাব পৰা নাযায়। এই স্থলত হোলোঙ্গাৰে কাণ বিন্ধায় বোলা হৈছে। এতেকে,—অসম্ভৱ কাৰ্য্য কৰিবলৈ চেষ্টা কৰা, to attempt to do the impossible.

হোৱা কথা—বি. [ হোৱা=হ'ব লগীয়া ] উচিত কথা, the right thing.

হোৱা দিয়া—ক্রি. এটা শিয়ালে হোৱা দিলে আটাইবিলাক শিয়ালে হোৱা দিবলৈ ধৰে। এতেকে,—নভবা-নিচিন্তাকৈ লোকৰ মতত মত দিয়া, to echo other's opinion unthinkingly.

হোৱাতো-নোহোৱাতো—ক্রি. বিণ. [ হোৱা=হ'ব লগীয়া, উচিত। নোহোৱা =নহ'ব লগীয়া, অনুচিত। ] উচিত কথাতো অনুচিত কথাতো, যেতিয়াই তেতিয়াই কাৰণ নিবিচৰাকৈ, সময়-অসময় নোচোৱাকৈ, অযথা, at any time unthinkingly, in season and out of season.

## ক্ষ

ক্ষুদ্র শৌচ কৰা—ক্রি মূত্রত্যাগ কৰা, to discharge urine.

ক্ষুৰৰ সাঁকোত বগোৱা—ক্রি. সাঁকো বাঁহ-কাঠৰ দ্বাৰা নির্ম্মিত। এই স্থলত সাঁকো ক্ষুৰৰ দ্বাৰা নির্ম্মিত বোলা হৈছে। এনে সাঁকোত বগোৱা বিপজ্জনক। এতেকে,—বিপজ্জনক কার্য্য কৰা, to embark on a hazardous undertaking.

ক্ষুৰে-নাকে দন্দ কৰা—ক্রি. ক্ষুৰে অনায়াসে নাকক কাটি পেলাব পাৰে। সেই দেখি নাকে ক্ষুৰেৰে দন্দ কৰিলে নাকৰ বিপদ অৱশ্যম্ভাৱী। অতি বলী মানুহক ক্ষুৰেৰে আৰু অতি দুর্ব্বল মানুহক নাকেৰে তুলনা কৰা হৈছে। এতেকে,—অতি বলী মানুহে আৰু অতি দুর্ব্বল মানুহে দন্দ কৰা, the fighting of two persons in a wholly unequal match.

ক্ষেণ ভেন দেহা—বি. [ ক্ষণ-ভঙ্গুৰ দেহা ] মানুহৰ দেহা ক্ষণেকতে ভাগি যায় অর্থাৎ ধ্বংস পায়। এতেকে,—নশ্বৰ দেহা, this mortal frame.

# পৰিশিষ্ট

খণ্ডবাক্যৰ লগৰ সংখ্যাবোৰে মূল পুথিৰ পৃষ্ঠা বুজাইছে।

অণ্ঠে-কণ্ঠে শুকোৱা, ২—সাধাৰণতে পিয়াহত, ৰেমাৰত বা ভয়ত অণ্ঠে-কণ্ঠে শুকায় বুলি কয়।

অতি-ভক্তি চোৰৰ লক্ষণ হোৱা, ৩—তুং কং Too much of everything is bad. হিন্দী : অতিভক্তি চোৰ কা লক্ষণ। বঙলা : অতিভক্তি চোৰেৰ লক্ষণ।

অধিক ওজা হ'লে গুড় ধমনা হোৱা, ৩—সাধাৰণতে 'ওজা'ৰ ঠাইত 'বাঢ়ৈ' কোৱা হয়। তুং কং বঙলা : অনেক সন্ন্যাসীতে গাজন নষ্ট।

অধিক মাছত বগলী কণা হোৱা, ৩—বঙলা : 'অনেক মাছে বক কানা'।

অপুত্ৰকৰ পুত্ৰ, ৪—বৰ বেছি আদৰৰ সন্তান, যেনে,—'আপুতৰ পুত, কোলাতে মুত।' 'নোহোৱাৰ ল'ৰা হ'ল, নাম থ'লে গোপাল।'

অভ্যাসত কৰ্ণপথে শৰ কৰা, ৪—অভ্যাসৰ নৰ, কৰ্ণপথে কৰে শৰ' এনেকৈহে সাধাৰণতে ব্যৱহৃত হয়। কোনোৰ মতে 'শৰ' শব্দটো 'সৰ' (সংস্কৃত সৃ ধাতুৰ পৰা) বাট অৰ্থত হ'ব লাগে ; অৰ্থাৎ অভ্যাস থকা লোক বৰ ঠেক বাটেদিও যাব পাৰে। তুং কং 'চোৰে নেৰে চোৰ-পৰকিতি, শহাই নেৰে সৰ।'

অময়া ভকত, ৪—বিশেষ অৰ্থত, বিশেষ এটি গুপ্ত সম্প্ৰদায়ৰ লোকক বুজায়।

অমাতৰ মাত, ৪—'খাবলৈ নেপালো জহা ধানৰ ভাত, শুনিবলৈ নেপালো অমাতৰ (বা আধাফুটা) মাত।'

অমূৰ্ত্তক জ্বৰ, ৫—ইয়াত 'অ'টো স্বৰাগমৰ (prothesis) স্বৰ হ'ব পাৰে ; নহ'লেবা, 'অপ' উপসৰ্গৰপৰাও হব পাৰে।

আই ধৰ বাই ধৰ লগা, ৬—তুং কং আই ধৰতকৈ বাইধৰ চাৰ হ'—এটাতকৈ আন এটা ডাঙৰ বিপদ ওলা।

আঁচু কাঠৰ জল পোৱা, ৬—'আঁচু কাঠত লাগি বা পৰি বা টিকা ঘঁহি শিয়াল বঙা হোৱা',—এনেকৈও কোৱা হয়।

আঁঠুৰ মাজত মূৰ সুমোৱা, ৭—তুং কং আঁঠুত সোণ বিচাৰ, পুৰুষাৰ্থ নকৰি ফলৰ আশা কৰ্। 'ঘৰত বহি সোধয় কথা। সেই কৃষি সমূলি বৃথা'। আঠুতে মূৰ'—তিনিমুৰীয়া আলৰ (বুঢ়া)।

আঁঠুৰা চাই ঠেং মেলা, ৭—তুং কং Cut the coat according to your cloth. তুংকং 'নষ্ট পৈল আঁঠুৱা খোজত গোবে' (ডাকৰ বচন)।

আঁহে আঁহে কথা থকা, ৮—সাধাৰণতে বেয়া অৰ্থত ( কপটীয়া ) ব্যৱহাৰ হোৱা দেখা যায়।

আগৰ গৰু বাঘে খোৱা, ৯—বঙলা: 'আগেৰ গৰু বাঘে খায়, পাছেৰ গৰু বাজা হয়।'

আভোল-ভোল দৈয়ন দিয়া, ১১—ইয়াত 'আভোল-ভোল'—'মাটিত পৰিবই নিদিয়া, এভেকে বৰ আদৰ পোৱা, চেনেহ কৰা' ( হেমকোষ ), দৈয়ন=দধি+অন্ন।

আপটৰ পট, ১২— ভাল বস্তু নেদেখা মানুহৰ মনত ভাল বস্তু (নিন্দা)' (হেমকোষ)। নোপোৱাই পোৱা।

আপদ চোচোৱা ( সূচোৱা ) ১২—'আপদ চোঁচোৱা বা চোঁচোৰোৱা'—এনেকৈও শুনা যায়।

আপুনি নাঙঠা হৈ জগতক বৰ দিয়া, ৩২—ভুং কং 'এ সদাশিৱ এ' তোমাৰ শিৰে জটা। জগতক বৰ দিয়া আপুনি নঙঠা' ( সদাশিৱৰ নাম )।

আবৰী বাবৰী কোৱা, ১৩—সম্ভৱতঃ শুদ্ধ ৰূপ 'আবৰী-বিৰবি'—অৰ্থ নথকা কথা, নবিয়াত অজ্ঞান হোৱা বা বলিয়া মানুহে কোৱা কথা, প্ৰলাপ (হেমকোষ)। 'আবৰি-বিবৰি মেল কত পাৰ্ভিছিলো।'

আমাৰ ভেউঁ, ১৪—গিৰিয়েকেও ঘৈণীয়েকৰ নাম নাকাঢ়ি 'আমাৰ ভেউঁ' বুলিব পাৰে।

আবৈতকৈ উধুৱাৰ , ১৪—'Inferior persons are more importunate than their superiors' ( গৰ্ডন্ ).

আহুদি খুউৱা, ১৬—আহুদি=সং ঔষধি, পূংঅং আসুধি [ 'অভদ্ধি' শব্দৰপৰা 'আহুদি' হোৱা নহয় ]। potin.

ইচাট-বিচাট কৰা, ১৬—'বিচাট' শব্দ 'বিষাদ'ৰপৰা উৎপন্ন নহয়। 'অং, ই, ইফাল+চাট, হঠাৎ মৰা কোব+বিচাট, উপশ.' ( হেমকোষ )।

ইন্দ্ৰৰ সভাত ফেঁচাৰ কুকলি, ১৭—'ইন্দ্ৰৰ সভাত ফেঁচাৰ কুকলি, ভগা সবাহত বাগ ধনছিৰি।'

ঈশ্বৰৰ হ'লে লীলা বোলা, ১৭—ভুং কং 'বৰৰ দোষ হ'লে লীলা, সৰুৰ দোষ হ'লে ধৰি-বান্ধি কিলা।' 'দেৱতাৰ লীলা, মানুহৰ কিলা।'

উগ্ৰসেনে বুদ্ধি মাধৱত নোসোধা, ১৮—'আপদ কালত তাৰ বুদ্ধি হ'ল হত। উগ্ৰসেনে বুদ্ধি নুসুধিলা মাধৱত।' এই লোকোক্তিয়ে মুষল-পৰ্বলৈ আঙুলিয়াইছে। মুষল লৈ যাদৱসকলে ঋষিক ঠাট্টা কৰোঁতে ঋষিয়ে সেই মুষলৰপৰাই ভেউঁ-লোকৰ বংশ ধ্বংস হ'বলৈ অভিশাপ দিয়াত ভেউঁলোকে কুবুদ্ধিৰ ফলত কৃষ্ণক নুসুধি উগ্ৰসেনৰ বুদ্ধি লৈ মুষলডাল গুৰি কৰি প্ৰভাসতীৰ্থত পেলাই দিলে।

উদৰ সাত পুৰুষে কেঁচা মাছ খোৱা, ১৯—প্ৰৱচন : 'উদৰ সাত মৰিল কেঁচা মাছ খাই' বান্দৰৰ সাত পুৰুষ মৰিল ডাল কোবাই।'

উভতি নচা, ২০—'ওভত গোবে নচা' বুলিহে কোৱা হয়। কিন্তু 'উভতি নাচিলে যখে পায়।'

উভলা গছ দেখি আটায়ে বাগি কুঠাৰ মৰা, ২০—'হলা গছ দেখি…' এনেকৈও কয়। 'হলা গছ দেখিলে ছাগলীয়েও এজাপ মাৰে।'

এই অনা দেৱা, ২২—'অনা' শব্দটো 'ওনা' হোৱাহে ভাল আছিল। (হেমকোষ চাওক)।

একাদশত শুক্ৰ হোৱা, একাদশত বৃহস্পতি হোৱা, ২৩—'একাদশে শুক্ৰ লৈলেক ঠাই। দাতাৱন্ত ধনী হোৱে সদায়। সদায় হোৱে ধৰ্ম্মত মতি। হস্তী অশ্বে নিতে কৰয় গতি।' (ডাকৰ বচন)

এমা-দিমা ল'ৰা, ২৮—আমা-ডিমা (হেমকোষ)।

এৰাপাত খোৱা, ২৮—সাধাৰণতে কোনো ডেকাই আন ঘৰৰ গাভৰু বা কেঁচেলুৱা বাৰীত দায় লগোৱা বুজুৱাত এই জতুৱা বাক্যৰ প্ৰয়োগ হয়,—'নিজৰ ছাগলী ভাল হ'লে লোকৰ এৰাপাত নাখায়।'

ওঁঠ চেপিলে পিয়াহ ওলোৱা, ৩০—বঙলা : 'গলা (বা গাল) টিপিলে দুধ বেবোয়।'

ওচৰৰ পুঠি-খলিহা, ৩১—সমস্ত প্ৰৱচনটি এনে : দূৰৰ বৌ-ৰবালি, ওচৰৰ পুঠি-খলিহা।'

ওৰা-পত্তা, ৩২—কোনো সত্ৰীয়া নৃত্যৰ আৰম্ভৰ ভঙ্গি এটিৰ নাম ওৰা, এই ভঙ্গি দি নাচ আৰম্ভ কৰা হয়; গতিকে ওৰা পত্তা—আৰম্ভ কৰা।

কাঁহ পৰি জিম যোৱা, ৩৩—'…জীণ যোৱা'—এনেকৈও শুনা যায়। 'দৰা ওলাই গ'লত বিয়া ঘৰত কাঁহ পৰি জিন গ'ল' (হেমকোষ)।

কেঁচু খোচৰোঁতে সাপ ওলোৱা, ৩৫—বঙলা : 'কেঁচো খুঁড়তে সাপ বেবোয়।'

ক বুলিয়েই ৰত্নাৱলী পঢ়িবলৈ যোৱা, ৩৬—'ক বুলিব নেজানে. ৰত্নাৱলী পঢ়ে।' মুৰাৰি কোচ নামে এজনে 'জ'ৰ ঠাইত 'য', 'ঞ'ৰ ঠাইত 'ও', 'উৱ'ৰ ঠাইত 'ইয়' আদি দি "ভক্তি-ৰত্নাৱলী"খন লিখি অনা দেখি মাধৱদেৱে কৈছিল, 'হায় ৰে পাপীৰ পাপী কি ভই কৰিলি। ক-ফলাক পঢ়িয়া ভই লিখ ৰত্নাৱলী॥' বঙলা : 'কালিৰ আঁচড় নেইক পেটে, চণ্ডী পড়েন কালীঘাটে।'

কটনা কটা ভাত ৩৭—'কটনা কটা ভাত, ৰৰণী বোৱা মাছ। খুপৰীৰ পৈ, মাজে কুটা দৈ, কাটি খায় কটনা, এই তিনিৰ যমৰ যাতনা।'

কটা ঘাত খাৰণিৰ চাট্ দিয়া, ৩৭—তু° ক° 'to add insult to injury' কটা ঘাত চেঙা তেল দিয়া ; গেলাত টেঙা দিয়া ; 'কটা ঘোৰা নাক, খাৰণি দি ঢাক।' বঙলা : 'কাটা ঘায়ে নুনের ছিটা।' 'কাটিল ঘাঅত লেম্বুরস দেহ কত' (শ্ৰীকৃষ্ণ কীৰ্ত্তন)।

কথাৰ মাহিলা, ৪২—তু°ক° কথাৰ মালিহা বা মহলা মাৰ্, to gossip.

কথাৰ মূৰত, ৪১—কথাৰ কাৰণে ; যেনে, 'কথাৰ মূৰত দঁটা পায়, কথাৰ মূৰত কটা যায়।'

কন্যা-খোজ দিয়া, ৪৩—'কইনা-খোজ দিয়া'- অনেকেহে কোৱা শুনা যায়। 'কইনা' মানেহে বিয়াৰ কন্যা। তু° ক° 'পকৰা মৰা গোজ।'

কলখোকা বাদুলীয়ে খোৱা, ৪৪—'মই কওঁ ৰাম-ভগনৰ কথা, সি কয় কল-খোকা বাদুলীয়ে খালে।'

কল্পতৰু বৃক্ষে মাগন্তাজনক ফল দান কৰা, ৪৬—শঙ্কৰদেৱ : 'যেন কল্পতৰু বৃক্ষ সবাতো সমান। মাগন্তজনক মাত্ৰ দেই ফলদান।'

কাচনমতী বাই,—৪৭—মণিকোঁৱৰ-ফুলকোঁৱৰৰ গীতত ফুলকোঁৱৰৰ মাকৰ নাম কাঞ্চন কুঁৱৰী, কাঞ্চনমতী বা কুঁচনমতী। সাধুকথাত গেদ্‌গেদী মাছক জালৰি বোলাই গৈ আছে 'কাচনমতী বাই, কাচনমতী বাই, মেললৈ যায় কি নেযায়?' বুলি সম্বোধন কৰিছে। কাঞ্চনমতী বা কাচনমতী আগৰ দিনত সম্ভ্ৰান্ত গুণী মহিলাৰ নাম।

কাণ-কটা আৰু চোৰৰ মিতিৰালি, ৪৮—তু° ক° 'জোৰে জোৰ, বিপৰীত জোৰ। এটি কাণকটা, এটি চোৰ।' 'ফটুৱাই সৰকণা একে গুৰু-ঘৰৰ দাস।'

কাণনী-নাকনী হোৱা,—৫০—তলত 'নাকনী-কাণনী হোৱা' চাওক।

কাপে খোৱা, ৫১—'কাপে খায়, সাপে খায়।'

কাৰ্য্যৰ ভাৱ বুজা, ৫২—তু° ক° 'কাৰ্য্য' বুজিবঁ ভাও, ছাগৰ পখালিবঁ (চেলেকিবঁ) পাও।'

কাল-শত্ৰু, ৫ —সাধাৰণতে 'কাল-শতুৰু' বোলা হয়। যাৰ মৃত্যুৰ কথা ক'লে শোকে ধৰে, যেনে পুত্ৰ আদি মৃতকৰ কথা কওঁতে এই খণ্ড-বাক্যৰ প্ৰয়োগ হয় ; 'কালটো' বা 'কালজনী' বুলিও কয়।

কিলৰ কুটুম, ৫৪—'কিলোৰ কুটুমেহে কুটুম।' এই খণ্ডবাক্যটো ছপাত বাদ পৰি গৈছিল। ৰাজখোৱা ডাঙৰীয়াৰ টোকা (ওপৰঞ্চি) : "বিং, [কীলৰ ভয়ত কুটুম] কুটুম = (এই স্থলত) বন্ধু। কীলাৰ বুলি মনত ভয় পাই হোৱা বন্ধু, a person who turns out to be a friend under the influence of fear."

কুঠাৰে-চিৰি, ৫৬—সাধাৰণতে 'কুঠাৰ-চিৰি' (নিদাকণী) বুলিহে কোৱা হয়।

কুমলীয়া এদা পাই ভৰিত মোহাৰি খোৱা, ৫৬—'কুমলীয়া এদা দেখি টিকাত (আগতে এই শব্দৰ ঠাইতো আজিকালি হীনাৰ্থক এটা শব্দ প্ৰয়োগ কৰা হৈছিল) মোহাৰি খা' এনেকৈ শুনা যায়।

কেৰ্কেটুৱাৰ বাঁহ-পাতৰ ভেঁটি, ৫৮—'কেৰ্কেটুৱাৰ বাঁহ-পাতেই ভেঁটি'—এনেকৈহে কোৱা শুনা যায়। কথিত আছে, ৰামচন্দ্ৰই সমুদ্ৰত সেতু বন্ধা সময়ত কেৰ্কেটুৱাই এটা বাঁহ-পাত মাথোন দি সহায় কৰিছিল। তাতে ৰামে কেৰ্কেটুৱাৰ পিঠিত হাত দি কৃতজ্ঞতা জনাওঁতে বোলে তাৰ পিঠিত ঢেকিয়া-পতীয়া সাঁচ বৈ গ'ল; তাকে আজিও দেখা যায়।

কেহেলি-কেন্দেলিকৈ যোৱা, ৫৮—সাধাৰণতে 'কেহেলি-কেন্দেলিকৈ থকা' (কাম-কাজ নকৰাকৈ সহজভাৱে সময় কটোৱা) বুলিহে কোৱা হয়।

কোলাবটো এৰি পেটবটোলৈ আশা কৰা, ৫৮—'কোলাবটো এৰি বোকাবটোলৈ আশা কৰা',—এনেকৈও কয়। তুঃকং 'দূৰৰ বৌ-বৰালি, ওচৰৰ পুঠি-খলিহা', বঙলা: 'কোলেৰ ছেলে ফেলে পেটেৰ ভৰসায় থাকা।'

কোৱা-কা জিলী-জা, ৫৯—'কোৱা কা জিলী জা নকৰা' বুলিলেহে খণ্ডবাক্যটো সম্পূৰ্ণ হয়; যেনে—'কোৱাই কা নকৰা, জিলী জা নকৰা শদিয়াপাৰৰে আলি' (বনগীত)।

কোৱাতকৈ বাতৰি দিয়া, ৫৯—তুঃকং 'কোৱাতকৈ বাতৰি দিলা হে আইদেউ, চিলাতকৈ বাতৰি দিলা' (বিয়ানাম)।

ক্ৰিয়া-ধৰা, ২৫—সাধাৰণতে 'কিৰিয়া ধৰা' বুলি কোৱা হয়।

খঁৰা ধুন,—৫৯—সাধাৰণতে যি মানুহৰ যেনে লাহ-বাহ কৰিবৰ সামৰ্থ্য নাই, তেনে মানুহে তেনে লাহ-বাহ কৰা অৰ্থত প্ৰয়োগ হয়।

খং নামে চণ্ডাল হোৱা, ১৬—তুঃকং 'খং নামে চণ্ডাল, দা নামে ফৰ্মুট।'

খঙৰ কিল লপা-থপা হোৱা, ৬২—'খঙৰ কিল লপা-থপা, ৰঙৰ কিল গুকলা-গুকল।'

খন খাই খন পেলোৱা, ৬৩—'খন পেলাই খন খাওঁ। বহেৰেকত তামোলটো ঢুকাওঁ।'

খবলি খোৱা, ৬৩—'বাপেক মৰিছে খবলি খাই, পুতেক বোলে আপদহে যায়।' ২। "খবলি খা, প্ৰবাসত কষ্ট ভোগ কৰ্; যেনে 'সি গুৱাহাটীত এমাহ খবলি খাই আছে।" (হেমকোষ)। ৩। খবলি খোৱা—বিণ. লোকৰ ঘৰত বেয়া খাদ্য খায়ো নিলাজভাৱে কাল নিওৱা; যেনে, খবলি খোৱা মানুহ।

খন্তেকীয়া ভোজ, ৬৩—'খন্তেকৰ ভোজ খাওঁতা নাই', অৰ্থাৎ বিপদ হ'বলৈ সবহ পৰ নালাগে।

খাই-পাহৰি, ৬৩—ভাত-ভাৰী মানুহ, খাবৈয়া অথচ অকামিলা মানুহ।

খেৰৰ শনি, ৬৭—শুকান আৰু দুৰ্ব্বল, যেনে—'শুকাই খেৰৰ শনি যেন হ'ল।' 'ভাই-ভনী খেৰৰ শনি, ভাৰ্য্যা হ'ল গলৰ মণি।' ইয়াত খণ্ডবাক্যটোৱে নতুনকৈ মূল্যহীন বিবেচনা কৰা অৰ্থ বুজাইছে।

গধূলি সাত হাল বোৱা. ৭০—'ৰাতি হ'লে সাত হাল বায়, পুৱালৈ (পুৱা হ'লে) এহালো নাই।' 'মূখেন মাৰিতং জগৎ।'

গছত কঁঠাল লৈ ওঁঠত তেল ঘঁহা, ৬৯—'গছত কঁঠাল ওঁঠত তেল, নৌ খাওঁতেই চেল্‌বেল' (সেল্‌বেল—গৰ্ডন্),—খাবৰ সময় নৌ হওঁতেই লোভৰ পানী পৰা। বঙলা: 'গাছে কাঁটাল গোঁফে তেল।'

গৰখীয়া ভাল হ'লে গৰু ভাল হোৱা, ৭০—তু°ক° 'নিজৰ ছাগলী ভাল হ'লে লোকৰ এৰাপাত নাখায়।' 'মাক ভালে জীয়েক জাতি।'

গৰগঞা মিতিৰ, ৭১—'গৰগঞা মিতিৰৰ ভাও, মুখে বোলে থাক থাক, ভৰিৰে হেঁচোকে নাও।'

গৰগাইঁৰ কথা শুনি ডল যোৱা, ৭১—'গড়গাওঁ, কথা শুনি ডল যাওঁ।' গৰগঁয়া কটাৰীৰ ডাবেও কাটে।'

গৰু চুৰ কৰি পঘা ধৰিবলৈ লাজ পোৱা, ৭১—তু°ক° 'নাকুটি কাটিলে লাজ নলাগয়, নখুটি কাটিলে মৰে।' 'হাতী চুৰ কৰি ফুৰে বাটে বাটে, বেঙেনা চোৰক ধৰে। নাকটো কাটিলে লাজ নেলাগে, নখটো কাটিলে মৰে।'

গৰুৰ আগত টোকাৰী বোৱা, ৭২—'গৰুৰ আগত টোকাৰী বায়, শিং জোকাৰে, ঘাঁহ খায়

গাই গাই লগা ·, ৭৭—তু°ক° 'চালে চালে লগা ঘৰ, সোধেঁা সোধেঁা বুলিব সুধিব নোৱাৰোঁ, গাভৰা কিমান জৰ।'

গাই গোটে পেটে উঁৰাল হোৱা, ৭৭—'গাই গোটা পেটে উঁৰাল হোৱা'—আপোনপেটীয়াভাৱে বেলেগে বেলেগে চলা।

গাই বাই খোলাকটিৰ ভাল পোৱা,—৮০—'গালো বালো খোলাকটিৰ ভাল, অবিহণা দিলে মাহ-চাউলগাল।'

গা গুৱাহটীয়া হোৱা, ৭৬—'গা গোলাঘটীয়া হোৱা'—বেমাৰ বা কষ্টত শৰীৰ কাহিল হোৱা।

গাখীৰৰ নামেৰে পানী খোৱা, ৮০—'গাখীৰৰ নামে পানীকে খাবঁা, সোণাৰ নামে পিকিয়াতে যাবঁা।'

গাখী মাৰি হাত গোন্ধোৱা, —৮১—'চিকা মাৰি হাত গোন্ধোৱা' বুলিও কোৱা হয়।

গাৰ গোন্ধত…, ৭৯—'চন্দৰতে চন্দৰী ওঁঠত লাগিল সেন্দুৰ, গাৰ গোন্ধত মৰি গৈছে ওঠৰটা এন্দুৰ।' বঙলা: 'গায়ের গন্ধে ভূত পালায়, মাথায় ফুলেল তেল।'

গৃহস্থৰ চৰণ, ৮৪—ঈশ্বৰৰ চৰণ, ঈশ্বৰৰ কৃপা। গৃহস্থ—আত্মা, পৰমাত্মা বা ভগৱন্ত।

গেৰেলা হালত বোৱা, ৮৪—'বুঢ়ী আই এ, নাহিলি সুধৰ কালত, সাতজনী নিগনি খীৰাই খাইছিলো, গেৰেলাক বাইছিলো হালত।'

গোৰ্ মাৰি গঙ্গাত পেলোৱা, ৮৫—'গটাত বাট পালে, গোৰ মাৰি গঙ্গাত পেলালে।'

গোহালিৰ গৰুৱে বাৰীৰ ঘাঁহে…, ৮৬—বঙলা: 'ঘরের গরু ঘরের ঘাস খায় না।' 'বাড়ীর গরু মাঠের ঘাস খায় না।'

ঘোঁৰা নৌ ঘটেঁাতে চাবুক ঘটা, ৮৭—বঙলা: 'ঘোড়া হলে চাবুক আটকায় না।'

ঘোচামৰ জৰী, ৯০—'আলহী হ'লে আহুকাল, বিষয় হ'লে জঞ্জাল, ভাৰ্য্যা হ'লে ঘোচামৰ জৰী।' তুংক' 'এটাইবোৰ খোৰোচাতকৈ বিয়াৰ খোৰোচা টান' (গৰ্ডন্. ১১৩)।

চটাই পাখৰী, ৯২—'কলঙৰ কাষৰি, কত কেল্‌কেলায় চটাই পাখৰী।'

চ'ত ফুৰা, ৯২—দ্বিতীয় অৰ্থ: কাম-বন নোহোৱাকৈ ঘূৰি ফুৰা, তুংক° 'বিহাক আনিলো দ্বিজ, ফুৰা চৈত্ৰ গাই।' (গোবিন্দ মিশ্ৰ, গীতা পদ)।

চ'তৰ বিহুলৈ ছমাহ থাকোঁতেই, ৯৩—তুংক° 'চ'তৰ বিহু'লৈ ছমাহ আছে। দাঁত চেলাই চেলাই পটুৱা বাছে।'

চৰাই-কাণে পহু-কাণে শুনা, ৯৪—এনেও শুনা যায়,—'অহু-কাণে পহু-কাণে শুনা'; 'কোৱা-চিলাৰ মুখে বতৰা পোৱা'; 'চিলাতকৈ বতৰা দিয়া।'

চাপৰিয়ালৰ দোণ, ৯৬—'এসাজ খায়, এসাজ নেখায় ন চহকীয়ে লোণ; সাত কঠাতকৈ বেছি নাখায় চাপৰিয়ালৰ দোণ।'

চিকুণ চাম, ৯৮—'চিকুণ্ চাম, পানী আনোতে ওলাল ঘাম।' (ধুন-পেঁচ মৰা আলসুৱা মানুহে অলপ কামতে দুখ পায়।)

চুঙ্গাৰ বাঁহুলিয়ে ঢোল যেন কণী পৰা, ১০০—'তুলা নিবে নোৱাৰয় ভাৰ বাঞ্ছে শিলে। গুণ্ডকুৰি পৰুৱায়ে হাতীগোট গিলে। ঢোল যেন কণী পাৰে চুঙ্গাৰ বাঁহুলি। পিপিয়া চটকে পিঠিত লয় তুলি।' 'টিপচিৰ বাৰে মেক পিঠিত উবিল। টুনি সাপে সব নাগপুৰীক গিলিল।' (মাধৱ কন্দলি)।

চুলিয়ে খাড়ু খোৱা, ১০১—'চুলিৰ আগে খাড়ু বা (জীৱ) খোৱা' বুলিও কোৱা হয়।

চেনেহৰ চুমাৰে নাকটি ছিঙা, ১০১—false love or affection (গৰ্ডন্); তুঃকঃ শঙ্কৰদেৱ: 'চুমাতে কামোৰ যেন ওলগতে কিল' (উত্তৰাকাণ্ড)।

চেৰেলী গাই, ১০২—তুঃকঃ 'একেজনী চেৰেলী গাই, ঘাটে ঘাটে পানী খায়' (সাঁথৰ)।

চেলাপটি জোক, ১০২—'চেলাপটী····· পানীজোক' (হেমকোষ), 'চেলাপেটী'ও কয়।

চোকা টেঁকেলা, ১০২—তুঃকঃ 'মাক জুটুলী-পুটুলী পিতেক চোকা টেঁকেলা' (সাঁথৰ)।

চোৰ পলালে বুদ্ধি ওলোৱা, ১০৩—'চোৰ গ'লে বুধি, বৰষুণ গ'লে জাপি।' বঙলা: 'চোৰ পালালে বুদ্ধি বাড়ে।' 'চৌৰে গতে বা কিমুসাৱধানম্।' 'পাটচ্চৰলুণ্ঠিতে বেশ্মনি যামিকজাগৰণম্।'

চোৰক খোৱে পোৱা, ১০৩—গৰ্ডন্ ছাহাবে মোৰৰ অৰ্থ বেছি শৌচ-বমি হোৱা ৰোগ বুলিয়ে ধৰিছে। বঙলা: 'চোৰেৰ উপৰ বাটপাড়ি।'

চোৰে চোৰে পিতল গঢ়া, ১০৪—'চোৰে চোৰে পিতল বটা'—এনেকৈও শুনা যায়। বঙলা: 'চোৰে চোৰে মাসতুতো ভাই।'

চোৰে নিয়া গৰুৱে বাটে বাটে ঘাঁহ পোৱা, ১০৪—'চোৰে নিয়া গৰুৰ বাটে বাটে ঘাঁহ।'

ছাঁতে শুকোৱা, মুঠিতে লুকোৱা, ১০৫—ছোৱালীৰ বাহিৰে আন লাহি বা পাতল বস্তুতো প্ৰয়োগ হয়; যেনে—'গা ধুই আইটী: মাকক সুধিলে, মোলৈ কি সাজ আছে? ছাঁতে শুকোৱা মুঠিতে লুকোৱা, তোমালৈ সেই সাজ আছে।' (বিয়ানাম)।

ছাই আলি, ১০৬—সম্বন্ধ পাতোঁতে কোৱা হয়, 'মিত্তিৰ, ছাইৰ অলি বন্ধা নাই, শিলৰ আলিহে বান্ধিছো।'

ছেলোমন, ১০৭—'ছেলোমণি গদতি' বা 'শুকনি গদতি' বুলিও কয়।

জনম্-জাতি কোৱা, ১০৭—'তোৰ জনম-জাতি জানো মই, কঠীয়াতলত ঘৰ, এখাৰচেৰেক কৈ দিলেই ভিৰাই মাৰিবি লৰ।'

জনমতি খোৱা, ১০৭—'দুখত জনমতি খোৱা' বুলি সাধাৰণতে শুনা যায়। তুঃকঃ 'জনমতি শুদা' (ভাতৰ সাজৰ বিষয়ে কোৱা হয়); যেনে,—আজি ভাত খাবলৈ একো নাছিল, জনমতি শুদাকৈ খোৱা হ'ল।

জন্ম-কালত ভয় নোহোৱা, ১০৮—'জন্ম কালত ভয় নাই, মৰণ কালত ঔষধ নাই'; বঙলা: 'জন্মকালেৰ ভয় নেই, মৰণ কালেৰ ওষুধ নেই।'

জয়দেৱ কাকুতি, ১০৮—'জয়দেউ-কাকুতি'।

জয় পাতে কয়, ১০৮—'জয় নামে খৰ হ'—এনেৰূপেও শুনা যায়।

জাত চাই কঠীয়া, ১১০—'জাত গুণে কঠীয়া, বেজি গুণে বটিয়া।'

জালকে জকাই বোলা, ১১১—'জালকে বুলিলে জকাই, এঙ্কাৰে-মুঙ্কাৰে চিনিব নোৱাৰি পৈয়েকক বুলিলে ককাই। খণ্ডবাক্যটোৱে ওপৰ-চকুৱা বুজায়।

জিৰণীয়া মৌ, ১১২—আই নেকান্দিবঁা, বোপাই নেকান্দিবা, : আমি জিৰণীয়া মৌ' (বিহুনাম, বিয়ানাম)।

জী মৰা জেঁাৱাই, ১১২—'পানীয়ে মৰা কিৰিষি, বাই মৰা ভিনিহি।' 'বাইমৰা ভিনিহি, খুৰাই পেলোৱা যাৱৰ, বেৰৰ আগৰ ফটাকানি, ভাত কিহৰ সাদৰ।' জীৱ সময়ে জেঁাৱাই, পোৰ সময়ে বোৱাৰী।'

জীয়া বঁাৰী, ১১৩—যি তিৰোতাৰ গিৰিয়েক মৰা নাই কিন্তু অনুদ্দেশ হৈছে, ভাৰ্য্যাক পৰিত্যাগ কৰিছে' (হেমকোষ)

জুই-ছাই দৰ, ১১৪—'জুই-ছাই মৰগ, জুই-ছাই টেঙ্গা' (হেমকোষ)।

জুলুকি জুলুকি শিকোৱা, ১১৫—'জুলুকি জুলুকি বোৱা', জুলুকিয়ে জুলুকিয়ে শিকোৱা' বা 'জুলুকি জুলুকিকৈ শিকোৱা' (হেমকোষ) বুলিহে শুনা যায়, কিন্তু জোলোকা-জোলেকে পানী খা।'

জোবৰ আগত বাতি, ১১৬—'বেলিৰ আগত জোৱৰ পোহৰ (বা বাতি)'।

জোবাই দিয়া, ১১৭—জোৰা দিয়া' বুলিও শুনা যায়।

জ্ঞাতিয়ে অগা-ভেটা নকৰিলে গঙ্গা পাবগৈ পৰা, ১১৭—কুকুৰে হেনো কয়, 'বাটত যদি জ্ঞাতিয়ে নাপায়, একেদিনে গঙ্গা পামগৈ' বা 'জ্ঞাতিয়ে অগা-ভেটা নকৰিলে গঙ্গা স্নানেই কৰিব পাৰিলোহেঁতেন।' বঙলা : 'জ্ঞাতি-শত্রু সৰথান্, কুকুৰেও হয় না গঙ্গাস্নান।'

টাই-টুই কৰা, ১১৮—তুংক° 'আটি-মুটি কৰা'। ধান 'খাই সিপাৰে আটিমুটি কৰে ইপাৰে।'

টিকা ফটা ব'দ, ১১৯—তুংক° বঙলা 'কাঠ ফাটা বোদ।'

টিঙ্গনা নাৱত ওপৰ ভৰা হোৱা, ১১৯—তুংক° 'অলপ (বা সৰু) নাৱত বৰ (বা ভৰাৰ উপৰি) ভৰা; মহাপ্ৰভু, ৰক্ষা কৰঁা।' 'অকাৰ্য্যত যি ফুৰয় ৰাতি, জুইৰ কাষত বান্ধে গাঁটি, টাঙনা নাৱৰ ওপৰে ভৰা, তাকে বোলে তিনিও মৰা।'

টুটকীয়া নহ'লে গাঁও নবহা, ১২১—'লগনীয়া নহ'লে জুই নজলে; টুটকীয়া নহ'লে গাঁও নাভাগে (বা নাবাচে বা নবহে)।'

টেকেলি-পেটা, ২২২—'পেহী ঔ পেহা, আমলখি কেহা, টেকেলি-পেটা (বা টেকেলি-পেটীয়া) গোবিন্দ ঔ, জাল বাওঁগে আহঁা' (লৰা-ধেমালিৰ গীত)। নামনিত 'মাদলা-পেটা' বোলে।

টেটুত ক্ষুৰ দিলেও ··, ১২৩—'টেটুত চেপা দিলেও·· ' এনেকৈও কয়।

টোপা খহু, ১২৪—'আকাশৰ তৰাই টিকাৰ টোপা খহুৰে সমাননে ?

ঠাই দি টপ্‌টপনি শুনা, ১২৫—'ঠাই দিবৰ গুণ, টপ্‌টপনি ( বা টপ্‌টপি ) শুন।'

ডবা-কানীয়া, ১২৭—'দোপাট' কানীয়া।'

ডলাৰ বগৰি, ১২৭—'ডলাৰ বগৰি যেনে, বগৰাৰ গতি তেনে।'

ডাল কোবোৱা, ১২৭—'উদৰ সাত পুৰুষ মৰিল কেচা মাছ খাই, বান্দৰৰ সাত পুৰুষ মৰিল ডাল কোবাই।

ডেকাকড়ে যোৱা, ১২৯—ই শাও দিয়া মাত।

ঢেকৰা ঠাৰি সিজোৱা, ১৩০—'অবুজনক বুজোৱা, ঢেকৰা ঠাৰি সিজোৱা।'

ঢোলৰ লগত টেমেকা, ১৩১—ইয়াত টেমেকা (সম্ভৱতঃ টেমা শব্দৰপৰা) ঢোলৰ নি'চনা এবিধ সৰু বাদ্য। ই বৰ্ত্তমানে অপ্ৰচলিত। তুঃকঃ 'ঢোলতকৈ টেমেকাহে চাৰ হ'ল।'

ঢৌ-লেটিপেটি, ১৩১—'ধেই লেটি-পেটি'হে শুনা যায়।

তয়ামায়া যুদ্ধ, ১৩২—'সপ্ত সিংহা জিতা পূৰ্ব্বং পঞ্চ ব্যাঘ্ৰাস্ত্ৰয়ো গজাঃ। পশ্চাত্ত দেৱতাঃ সৰ্ব্বা অদ্য যুদ্ধং তয়া ময়া।'

তলে পুতল দিয়া, ১৩৩—'আহোমৰ তলে পুতল।'

তিথিৰ মূৰত পানীচলু, ১৩৫—কুঁজৰ মূৰত কিলটো, তিথিৰ মূৰত পিণ্ডটো।'

তিল-পৰিমাণে, ১৩৭—'অসুখৰ কথা কোৱা হয়, তাল পৰিমাণে বাঢ়ে, তিলপৰিমাণে টুটে।' তুঃকঃ বঙলা প্ৰবাদ।

তেজক পানী কৰা, ১৩৮—'হাৰক মাটি কৰি তেজক পানী কৰি কালৈ ঘটিছে ধন' ( বনগীত )।

তেল নাইকীয়াত···, ১৩৯—'বগত পৰি কলীয়া হ'ল, তেল নাইকীয়া, ফপৰীয়া হ'ল।'

দৰা দেখুৱাই সুৱাগুৰি তোলা, ১৪২—'দৰা দেখি সুৱাগুৰি তোল, কথাটি দেখি কথাটি বোল।' 'দৰা দেখি সুৱাভাগ তোলা।'

দাঁত দেখিলেই অঁাত দেখা, ১৪৪—দাঁত দেখা অাঁত দেখা।'

দাতে তৃণ ধৰা, ১৪৫—বৈষ্ণৱ কাব্যৰ ভাষাৰ ৰূপ।

দিন পালে ক্ষণ পোৱা, ১৪৫—'দিন পালে খেণ পায়, খেণ পালে অজৰ-অমৰ হয় '

দিন ভিক্ষা কৰি তনু ৰক্ষা কৰা, ১৪৫—'দিন ভিক্ষা, তনু ৰক্ষা।' বঙলা : 'নিত ভিক্ষা তনু ৰক্ষা।'

দুই নাৱত দুই ভৰি হোৱা, ১৪৬—বঙলা : 'দুই নৌকায় পা।'

দুখী-দুখী অৱস্থাৰে কৰা,—'দুখীৰ দুখী অৱস্থাৰে' বুলিও কোৱা শুনা যায়।

দুচলি খৰি ১৪৭—ভু°ক° বিহুনাম : 'ধনে ধনে কৰি ধনকে ঘটিলা পৰমে যতনে কৰি, ধনে থাকিল পৰি, দেহা গ'লে চলি, লগত গল দুচলি খৰি।' 'আহোঁতে শূইন, যাওঁতে শূইন, লগত যাব পাপ আৰু পুইণ।'

দেখিলে লেখা, ১৪৯—'দেখিলেহে লেখিম, খেলীয়ে কি ল'বা পায়।'

দেৱত নলগা ভকতত নলগা, ১৪৯—'গুৰুতো নালাগ, ভকতত নেলাগ, থাক তলে ভৰি সৰি' (বননীত)।

দেৱতাই দিলে বিধাতাই নিদিয়া, ১৪৯—'বিধাতাই দিলেও ভিবোতাই নিদিয়া' বুলিও কয়।

দেহতৰ আগ, ১৫০—'পোকৰত নাই মূৰত পাগ, সি হয় দেহতৰ আগ।' (With a pagri on his head, and with nothing on lower part of his body, he wishes to take the lead. —গৰ্ডন্)

দৈৱ বাসনা তল যোৱা' ১৫০—সাধাৰণতে 'দৈৱাসন বা দৈৱ-সাহোন (দৈৱ-শাসন) তল যোৱা' বোলা হয়। সাধুকথাত আছে এখন পাপী দেশৰপৰা মহা-পুণ্যবান এজন মাত্ৰ লোক আঁতৰি যোৱাত দেশখন পানীৰ তল যাবলৈ ধৰিলে। তেতিয়া মানুহবোৰে চিঞৰিবলৈ ধৰে, 'দৈৱাসন তল গ'ল, নেযাবা, নেযাবা।'

দৈৱকীৰ গভুৱা ল'বা. ১৫০—'জল জল পট পট দৈৱকীৰ গভুৱা ল'বা।'

দোপাট ধকৰা, ১৫০—'দোপাত কাণীয়া'হে প্ৰযোজ্য।

দোলাৰ নামেৰে শিকিয়াতে যোৱা, ১৫১—'গাখীৰৰ নামে পানীকে খাবাঁ, দোলাৰ নামে শিকিয়াতে যাবা।'

ধহুৱাৰ কিল, ১৫১—'শলালৰ শিল' চাওক।

ধন হ'লে সোণ হোৱা, ১৫১—ভু°ক° 'ধনেই ধৰ্ম্মৰ ফল জানা ধনঞ্জয়, ধন নহ'লে কাৰ্য্য বৃথা হয়।' 'ধনেই ধৰ্ম্মৰ মূল, ধন নহ'লে সকলো অমূল।' 'ধন হ'লে সোণ, সোণ হ'লে ৰজাৰ জীয়াৰীও পোন।' 'ধন দিলে সোণ, সোণ দিলে দঁতাল হাতীও পোন।'

ধনঞ্জয় ঢোল বজোৱা, ১৫২—'একেকাঠী কঁাড়ে সাতোটা হৰিণা মাৰিলো, লোকক নক'লো লাজে; ঘমাহ খাপ দি নিগনি এটা মাৰিলে, তাতে ধনঞ্জয় ঢোল বাজে।'

ধনেৰে দৌল বন্ধা, ধৰ্ম্মৰ দৌল বন্ধা, ১৫৩—ইয়াত 'দৌল' শব্দটো সাধাৰণতে 'দ'ল' কৰিহে লিখা হয়। ডক্টৰ বাণীকান্ত কাকতিয়ে 'দ'ল' শব্দটোৰ অনাসংস্কৃত মূলহে নির্দ্দেশ কৰিছে। সংস্কৃত 'দৌল' শব্দেৰে তাৰ সম্পর্ক নাই; হ'লে 'দেৱ-কুল'ৰপৰা হ'ব পাৰে: দেৱকুল>দেঅউল>দেউল> দৌল>দ'ল।

ধৰ্ম্মৰ সূক্ষ্ম গতি, ১৫৩—'ধৰমৰ বান্ধিলো দ'ল, হোৰোসাই ভলৈ গ'ল।' 'ধৰ্ম্মস্য সূক্ষ্মা গতিঃ।' 'যাতঃ স্মামখিলাং প্ৰদায় হৰয়ে পাতালমূলং বলি: শক্ৰপ্ৰস্থবিসৰ্জনাচ্চ স মুনিঃ স্বৰ্গং সমাৰোপিতঃ, আবাল্যাদসতী সতী সুৰপূবীং কুন্তী সমাৰোহয়দ্ হা সীতা পতিদেৱতাগমদধো ধৰ্ম্মস্য সূক্ষ্মা গতিঃ॥'

ধান্-খেৰৰ জুই, ১৫৪—তু°ক° 'মাহী আইৰ মৰম ধান খেৰৰ জুই, এবাৰ পোৰে, এবাৰ নোপোৰে।'

ধামনী বাই, ১৫৫—'কৃষ্ণৰ লগ পাই কুঁজী ধামনী বাই ষোল-বছৰীয়া হ'ল' (নাম)।

ধেই দাও বুলিয়েই মণিকূট পোৱা, ১৫৬—'ধেই বুলিলেই মণিকূট পায়, নাবা বুলিলে সাত চাপৰ বায়, বা বুলিলে এচাপৰ নাই।'

ন চহকী, ১৫৭—'ন চহকীৰ ধন, ধাৰে নিলেই মৰণ।' পৰিশিষ্টত 'চাপৰিয়ালৰ দোণ' চাওক।

নকটা খেৰৰ ন শ, ১৫৭—'নকটা খেৰৰ ন শ গোটোৱা আঁটি।'

নগাৰ নির্ম্মালি, ১৫৮—'নগা, নিৰ্ম্মালি ল,—হোৰ'তে থ।' উল্লেখযোগ্য যে নামচঙীয়া নগাসকলে (নক্টে) বাৰেঘৰ চলিহা সত্ৰৰ শ্ৰীৰামদেৱ আতাৰ ওচৰত বৈষ্ণৱ ধৰ্ম্ম গ্ৰহণ কৰিছিল; তেওঁলোক ভক্তিপৰায়ণ বৈষ্ণৱ হ'লেও বৈষ্ণৱ ধৰ্ম্মৰ আড়ম্বৰ তেওঁলোকৰ নাই বা তেওঁলোকৰ জনজাতীয় আচাৰ-ব্যৱহাৰো তেওঁলোকে সম্পূৰ্ণভাৱে পৰিত্যাগ কৰা নাছিল। ইয়াতে আশ্চৰ্য্যবোধ কৰি বা অনাহিন্দু নগাসকলৈ লক্ষ্য কৰি এই প্ৰৱচনৰ উদয় হোৱা যেন লাগে।

নগাৰ সংক্ৰান্তি, ১৫৮–'নগাৰ কি সঁক্ৰান্তি, কণাৰ কি দিন-ৰাতি।' বঙলা: 'অন্ধেৰ কিবা ৰাত্ৰি কিবা দিন।'

নগৈ গড়গাওঁৰ বাতৰি কোৱা, ১৫৮—গৰ্ডন্ ছাহাবে এই খণ্ডবাক্য ফিডাহি মৰা কথাৰ ( boasting ) ভিতৰত ধৰিছে। 'বাতৰি'ৰ ঠাইত তেওঁ দিছে 'বতৰা'।

নমো নমো পাৰিজাত,—১৫৯—'নমো নমো পাৰিজাত, কুকুৰে ছুলে বাহী গাত।'

নৰক পৰচেষ্টা দেখুউৱা, ১৫৮—ইয়াত পৰচেষ্ট=প্ৰচেষ্টা বা পৰ (ম) চেষ্টা। সাধাৰণতে ঈশ্বৰে মানুহৰ দুৰ্ব্বলতা দেখুৱাই কৰা লীলাৰ অৰ্থত এই খণ্ডবাক্য প্ৰয়োগ কৰা হয়।

নাই বজামাটি, নাই গুৱাহাটী, ১৬১—গোৱালপাৰা জিলাৰ বঙামাটি আৰু কামৰূপৰ গুৱাহাটীৰ বিশেষকৈ উত্তৰ পাৰে মোগল সেনাপতিসকলে কোঠ মাৰিছিল আৰু তাতেই অসম-মোগলৰ যুদ্ধ-বিগ্ৰহ আদিৰ কেন্দ্ৰ আছিল। এই কথাৰ পৰাহে স্পৰ্দ্ধাৰ খণ্ডবাক্যটো সৃষ্টি হোৱা যেন লাগে।

নাক-চকু লগা মানুহ, ১৬২—কিন্তু 'কাণ-চকু থকা মানুহ'—খবৰদাৰী মানুহ, তুঃকঃ 'eyes to see and ears to hear.'

নাকনী-কাণনী হোৱা, ১৬২—"নাকনি-কাণনি, বি. (অ০ নাক+নি, নাই+কাণ+নি, নাক নথকা, কাণ নথকা) গালি পাৰি বা কুকৰ্ম্মৰ কথা কৈ ববকৈ লাজ দিয়া, গালি খাই অবাক হোৱা; অপমানিত; যেনে অমুকক নাকনি-কাণনি কৰিলো, abashed, put to shame, humiliated" (হেমকোষ)। নাক আৰু কাণ লাজ থকাৰ চিন। ইয়াত 'নাকনি' আৰু 'কাণনি' শব্দ দুটা 'অনি' প্ৰত্যয়ান্ত বুলি ধৰিলে লাজ পাব লগীয়া ইমানবোৰ ঠাই হ'ল যে লাজ পাবলৈকে তত নোহোৱা হ'ল—এনে অৰ্থ কৰিলে বেয়া নহয়। গেদেহা খৰিৰ জুই ধৰোঁতে ধেঁাৱাই দিয়া কষ্ট বুজাবলৈও ইয়াৰ প্ৰয়োগ হয়।

নাচিব নেজানিলে চোতালখন হেৰেমগৰীয়া বোলা, ১৬৩—বঙলা: 'নাচতে নাজানলে উঠান বঁাকা বা উঠান চষে বা উঠানের দোষ।' 'নাচতে জানিলে আমাৰ ধৰে এসেছে; যদি নাচি, তবে আমাৰ ছেলে নেবে কে।' বিহাৰী ফকৰা: 'নাচে ন জানিন আঙ্গনুৱে তেঢ়।'

নাৰা বুলিলেও চাবি চাপৰ বোৱা, ১৬৩—'নাৰা বুলিলেও চাবি চাপৰ বায়, বা বুজিলে লেখ-জোখ নাই।'

নামাতি বণ জিকা, ১৬৪—ল'ৰা ছোৱালীয়ে কিন্তু 'কান্দি বণ জিকে' কাৰণ, 'বালানাং বোদনং বলম্।' সেইদৰে আন দুৰ্ব্বল মানুহেও বিননিৰে আনৰ সহানুভূতি আকৰ্ষণ কৰে। তু°ক° 'নেমাতি জিকে, নোচোবাই গিলে।'

নিখকুৱাই মাটিত চাবিগাল মৰা, ১৬৫—'খকুৱাই পাত পাৰিবলৈ যায়, নিখকুৱাই মাটিতে খায়।' 'খকুৱাই গ'ল পাত কাটিবলৈ, নিখকুৱাই বোলে মাটিতে এগৰাহ খাওঁ।' ('নিখকুৱাই মাটিতে খালে'—গৰ্ডন্)।

নিঢালে মৰা, ১৬৬—'নিঢালে' - হাত-ভৰি মেলি মাটিত চেপেটা হৈ পৰি।

নিবুকা গৰু, ১৩৬—'নিবুকা গৰু গু খাবৰ যম।'

নিবুকা চামন, ১৬৬—হেমকোষত 'নিবোকা' আৰু 'চামোন'।

নিজৰৰ পৰ্ব্বত গুৱনী দেখা, ১৬৭—দূৰৈৰ পৰ্ব্বত বিত্তোপন (বা গুৱনী) দেখি' বুলিহে কয়।

নুবুৰে মানে বোৱা, ১৬৮—'নুবুৰা মানে বাৰ্ষা, নমৰা মানে চাৰ্ষা।' তুং৹ 'কাটিয়ে কাটে মানে, বেঁধিয়ে আঁটে মানে।'

নুমাবৰ অগনি জলোৱা, ১৬৮—'নুমাবৰ অগনি জলালা, বান্ধৱ কৃষ্ণাইক নানিলা।' মাধৱ কন্দলি: 'মহাদুখ দিলে আসি ভৰত ভৈয়াই। নুমাইল অগনি যেন জালিল দুনাই॥' শঙ্কৰদেৱ: 'আছিলো দুনাই অগ্নি জাল গাত।'

নেগুৰ কটা শিয়াল, ১৬৯—'নেগুৰ কটা বাঘ' বুলিহে শুনা যায়।

নোম নেগুৰ-বৰ্জ্জিত, ১৬৯—'নোম-নেগুৰ-বৰ্জ্জিত, সিও গায় বৰগীত।'

পকা আমৰ বেলিকা……, ১৭০—'পকা আমৰ বেলিকা কুঁজাও মোহা হয় (বা কিহৰ কুঁজা মোহা?)।'

পচলাত দাঁত ভগা, ১৭১—'লোৰ কৰাইগুৰি খাই পচলাত দাঁত ভঙা।'

পৰৰ পালে জ্বৰৰ গাবে খোৱা, ১৭৩—বঙলা: 'পৰেৰ জিনিস পায়, হেগো পোঁদে খায়।'

পৰ্ব্বতত কাছ কণী পিচৰা, ১৭৪—'পৰ্ব্বতত কাছ কণী, ভৈয়ামত বান, বৰলাত বিচাৰিছে শুকান ধান।'

পলায় বাসৱ পাছু নচাই, ১৭৪—শঙ্কৰদেৱৰ পাৰিজাত-হৰণ নাটকৰ 'প্ৰাণৰ কাতৰে ইন্দ্ৰ পলাই' গীতৰ শাৰী: 'লৰবে বাসৱ পাছু নচাই।'

পানী নসৰকা, ৭৭—কৃপণ অৰ্থত 'হাতে (বা আঙুলিৰ মাজে) পানী নসৰকা, বোলা হয়।

পাহৰা গুটি খোৱা, ১৭৯—'পাহৰা ধানৰ ভাত খোৱা' বুলি শুনা যায়।

পিটিকাত চাৰিগুণ লোণ খোৱ', ১৭৯—'শাকত নাখায় লোণ, পিটিকাত যায় চাৰিগুণ।'

পুখুৰিত বিহ দিয়া, ১৮১—সাধাৰণতে 'পানী খোৱা পুখুৰীত বিহ দিয়া' বোলা হয়।

পূণিমাৰ জোন, ১৮২—'সেইটি কোন?—পূনিমাহৰ জোন।' (ল'ৰা-ধেমালি।) 'সেইজনী কোন? পূনিমাহৰ জোন, চাকি চোৱা যদি উজনীয়া লোণ।'

পেঁপা বলি অহা ১৮২—দীঘল হৈ উঠা। সাধুকথাত নেজৰ মোট সুলকি পেঁপা বলা বাঘৰ কথা আছে।

পেট কামোৰা…, ১৮২—'পেট কামুৰিলে (বা কামোৰা) মানুহে মাটিতো বাগৰে পাটীত বাগৰে।'

পোতা পুখুৰিৰ বজা, ১৮৫—'থলত থলবজা, পোতা পুখুৰিত বাকেই বজা।'

ফটা মুখেৰে নকৈ নোৱাৰা, ১৮৮—'নক'লেও নোৱাৰোঁ। (মোৰ) ফটা মুখ' ক'লেও লাগে ভকতৰ দোষ।' 'হাৰ নাইকিয়া জিবা, ওলায় কিবা কিবা।' 'মুকন্দ মুৰাৰি, কথাৰ মুৰত কথা ওলায়, নক'লেও নোৱাৰি।'

ফৰিং ফুটা জোনাক, ১৮৮—যি জোনাকত ফৰিং ফুটে অৰ্থাৎ স্পষ্টকৈ দেখা পোৱা যায় যদিও ফৰিং সেউজীয়া আৰু সেউজীয়া পাতৰ লগত মিলি থাকে।

ফেঁচু বজা হোৱা, ১৯০—'সজাওঁতে পৰাওঁতে ফেঁচু বজা হোৱা।'

বকলা মেলা, ১৯১—বকলা পুথি সাধাৰণ সাঁচিপাতৰ পুথিৰ দৰে কম দীঘ-পুতলৰ নহয়; এচটা বাকলি দীঘলকৈ বাখি তাকে ভাঁজ কৰি তাতে কথা লিখি বকলা পুথি কৰা হয়। সেইহে বকলা মেলা মানে দীঘলীয়া কথাৰ ওৰা পতা।

বগে নিৰামুহি খোৱা, ১৯২—তুঃকঃ 'ওঁটো পৰি টিপচিটো মৰিল, বগে নিৰা-মুহি খায়, দহিকটা চৰায়ে সাদিন বিলালে, মাহীৰ সোঁ নাৱে যায়।' 'ওকনি সখি মৰি গ'ল, বগে নিৰামুহি খালে, লুইত ফেনালে, ম'হ মেনালে, আলিবাট কেঁকোৰাকেঁকুৰি হ'ল।'

বঙহে মঙহ খোৱা, ১৯২—'বঙহে মঙহ খায়, বঙহ নহ'লে মঙহ পেলনি যায় (বা বঙহ নহ'লে চক-হাড়ি পেলনি যায়)।'

বৰচুৰিয়াৰ ফেৰ, ১৯৪—'বাহিৰত (বা বাটত চোৱা যদি—গৰ্ডন্) বৰচুৰিয়াৰ ফেৰ; ভিতৰত (বা ঘৰত চোৱা যদি—গৰ্ডন্) ঢকুৱাৰ বেৰ।' 'মুখলৈ চালে বৰ ডেকা, পোকৰলৈ চালে কন্দা-কটা'

বৰসবাহলৈ মনটো, ১৯৪— ঘৰত (কামৰূপত, উৰালত—গৰ্ডন্) নাই কণটো বৰ সবাহলৈ মনটো।' 'গাত নাই চাল বাকলি, মদ খায় তিনি টেকেলি।' 'গাত নাই কাপোৰ-কানি, চুটীয়া শালিকাই লৈ যায় টানি।' 'পোকৰত নাই মুৰত পাগ, সি হয় দেহৰ আগ' (গৰ্ডন্)।

বৰৰ দোষ পিছলি নিয়া, ১৯৫—'সৰুৰ দোষ খুচৰি খায়, বৰৰ দোষ পিছলি যায়।' 'ভাঙৰ মানুহৰ দায়, পিছলি পিছলি যায়; সৰু মানুহৰ দায়, খাজক খাপে খায়।'

বৰযুণ গ'লে জাপি লোৱা, ১৯৬—'চোৰ গ'লে বুধি, বৰযুণ গ'লে জাপি।' 'বৰযুণ গ'লে জাপি, ভোকত কলখাৰ, অভোকত চিৰা।'

বৰাৰ ঘৰত ভৰাৰ গাঁঠি দিয়া, ১৯৬—'বৰাৰ ঘৰত ভৰাৰ গাঁঠি, বৰা থাকে কেইবাতি?'

বৰালৈ কচু খোৱা, ১৯৬—তুঃকঃ 'ফৰিংটোলৈ কচুডাল ঈশ্বৰে দিছে।' 'সোণাৰিয়ে সোণ চিনে, বৰাই চিনে কচু, কথা-চহকীয়ে কথা চিনে, হাঁহে চিনে কেঁচু।'

বলীয়ে-নিৰ্ব্বলীয়ে হুতাহুতি, ১৯৭—'ধনীয়ে-নিধনীয়ে কিহৰ মিত্ৰৱতি, বলীয়ে-নিৰ্ব্বলীয়ে কিহৰ হুতাহুতি।'

বহিব জানিলে মাটিয়েই পীৰা হোৱা, ১৯৮—'বহিব জানিলে মাটিয়েই পীৰা, খাব জানিলে চাউলেই চিৰা।'

বাইলুঙনীৰ মঙ্গল, ১৯৮—'এখন ফলিয়ায়, এখন নফলিয়ায়, বাইলুঙনীৰ মঙ্গল, এচাব লাগে, এচাব নেলাগে, সতবামৰ নাঙল।'

বাইলৈ যেই হাত..., ১৯৯—'আইলৈ যেই হাত, বাইলৈ সেই হাত।' তুঁকঁ বঙলা: 'আগ নঙলা যে দিকে যায়, পাছ নঙলা সেদিকে যায়।'

বাঘৰ চকুৰে চোৱা ২০০—ল'ৰা ছোৱালীক 'হাতী খাৱনেৰে খুৱৰাঁ বাঘৰ চকুৰে চাবাঁ।' পৰিশিষ্টত 'হাতী-খাৱনেৰে খোৱা' চাওঁক।

বাছোঁতে বাছোঁতে গেলা বৰালিত হাত পৰা, ২০১—'বাছোঁতে বাছোতে লাগিব পোক, মোতকৈ অধমে নিব তোক।'

বাটত বগৰী-জেং দিয়া, ২০২—'বাটৰ বগৰী জেং গুচোৱা' আন এটি খণ্ডবাক্য।

বান্দৰৰ ঘা, ২০৩—'বান্দৰৰ ঘা খুচৰিলে বহল হয়।'

বান্দৰৰ মুখৰ কল..., ২০৪—'বান্দৰৰ মুখৰ কল ভুকুৱালেহে সৰে।'

বান্দৰৰ সাত পুৰুষ..., ২০৪—পৰিশিষ্টত 'উদৰ সাত পুৰুষে কেঁচা মাছ খোৱা' চাওঁক।

বান্দৰে নাৰিকলৰ মোল নুবুজা, ২০৫—বঙলা: 'নারিকেল কি খেতে পারে বানরে'

বামুণৰ জোলোঙা, ২০৬—'বাপুদেউৰ (বা বামুণৰ) জোলোঙাটি দেখিছাহে সৰু, চাউল ধৰে, চক ধৰে আৰু ধৰে (দমৰা) গৰু।'

বামে নাও চলে বা, ২০৭—'জাককৰা নাও বামেও চলে।' 'চহকীৰ নাও বামেই যায়, দুখীয়াৰ নাও পানীতো নাযায়।'

বাৰ হাত কেৰেলাৰ তেৰ হাত গুটি হোৱা, ২০৭—বঙলা: বার হাত কাঁকুড়ের তের হাত বীচি।'

বাহিৰে লটপট ভিতৰে কপট, ২০৮—'মুখে লটপট, ভিতৰি কপট, নেপাওঁ ভকতৰ আশ। য'তে লগ পাওঁ, ত'তে সেৱা কৰোঁ 'তোমাৰ শৰণীয়া দাস।'

বি বি বা বা গোৱা, ২১০—'বি বি বা বা লগা' মানে কথা ওলোৱা।

বিষম দৈৱৰ গতি, ২১১—'কিন্তু সুহৃদৰ নাহি এক ঠাই থিতি। বিহড়াৱৈ ক্ষণেক বিষম দৈৱ-গতি॥' (শঙ্কৰদেৱ, ভাগৱত, দশম স্কন্ধ।) 'চিৰকাল প্ৰাণীৰ একত্ৰে নাযায়, বিষম দৈৱৰ গতি।'

বেটীৰ খং বাঢ়নীত সৰা, ২১৫—বঙলা: 'বউয়ের রাগ বেরালের ওপর, বেরালের রাগ বেড়ার ওপর।'

বেল পৰিমাণে, ২১৭—'বেল ( বা ভাল ) পৰিমাণে বাঢ়ে, তিল পৰিমাণে টুটে' —এই বুলি বোগৰ কথা কোৱা হয়।

বেশ্যা তিৰীৰ একাদশী, ২১৭—'অসতীৰ জ্ঞান ( সদ্‌জ্ঞান—গৰ্ডন্ ), গৰুচোৰৰ গঙ্গা-স্নান, বেশ্যা তিৰীৰ একাদশী, তিনিৰো মূৰত হাগোঁ ( মুতা—গৰ্ডন্ ) বহি।' 'বেশ্যা তিৰীৰ একাদশী, চোৰৰ শপত।'

বৈচৰ গৰু, ২১৭—'বৈচৰ গৰু বালেও বুঢ়া, নাবালেও বুঢ়া।'

বোপা-ককাৰ দিনৰ সজ ; বোপা-ককাৰ ৰীতি, ২১৮—তুলনীয় 'অ' ভেকুলী, অ' ভেকুলী, টোৰটোৰাৰ কিয় ?—বোপা-ককাৰ বৃত্তি ( সজ ) এৰিমৰা কিয় ?

বোলা বচন নেৰা, ২১৮—তুলনীয় 'নেৰিবা আদি মূল, নেৰিবা জাতি-কুল, নেৰিবা বোলা বচন ;' 'বোলা বাক্য এৰণ নেযায়, তাক এৰিলে জাতি-কুল যায়।' হিন্দী : 'মৰ্দ কা বাত, হাতী কা দাঁত।'

ভকত নালাগি দায় ভগা, ২১৯—ই ভকতীয়া কথা : 'দায় ভাগে নে ভকত ভাগে ?'

ভগা সৰাহত বাগ দিয়া, ২২০—কেৱল ৰামায়ণৰ এটা ফকৰা আছে : 'গাঁওবুঢ়া আহিল, এতিয়া আৰম্ভ'ৰপৰা ৰামায়ণ ধৰে'হক।'

ভতৰা, ২২০—ভতৰাই ষাঁড়ৰ কাম নকৰে কিন্তু জেওৰা-জপনা ভাঙি মানুহৰ হানি কৰি ফুৰে ; গতিকে, সি বলী হ'লেও তাৰ বল সৎকামত নালাগে। তুলনীয় সাত ভতৰাৰ বল।' 'সাত ভতৰাই নোৱাৰে যাক, টোপনিয়ে ভগৰায় তাক।'

ভদীয়া ল'ৰা, ২২০—কিন্তু ভদীয়া শব্দই লক্ষণীয়া লোককো বুজায় ; যেনে— 'তিনি ভদীয়াই হাতী বান্ধে।' 'ভদীয়াৰ দমৰাই বিনা শিঙে যুঁজে।' কিন্তু গৰু ভদীয়া হ'লে ভাল নহয় বুলি ধৰা হয়।

ভমকৰ তালি, ২২০—'কিনো ভমকৰ তালি। তালখন থৈ ফটাখন পালি।'

ভয়ত ভগৱন্ত পলোৱা, ২২০—'ভয়ত ভগৱন্ত পলায়, কিলৈ বাসুদেৱ ডৰায়,' So terrible that even Bhagabanta and Basudev are afraid ( গৰ্ডন্ ).

ভাৰি নচুৱাই থকা, ২২১—এই খণ্ডবাক্যই চঞ্চল চৰিত্ৰও নিৰ্দেশ কৰে।

ভৰি মাৰি যোৱা, ২২১—তুলনীয় 'গা মাৰি যা'—কাপোৰ কানি চম্ভালি মানুহৰ মাজে মানুহৰ গাত নলগাকৈ যা।

ভৰিত তেল ঘঁহা, ২২১—তুলনীয় 'ভৰিৰ আঙুলিৰ ছাল ছিঙা'—অতি বেছিকৈ খাটনি ধৰা।

ভাই মোহা ধন, ২২২—সাধাৰণতে 'ভাই মচাই নাটে, ভাগিন মচাই নাটে' অৰ্থাৎ ভাই ভাগিনৰ দৰে আপোনজনক বঞ্চনা কৰিলে মানুহৰ উন্নতি নহয় বুলি কয়।

ভাঙ্গি আনি ছিঙ্গি খোৱা, ২২২—'ভাঙি আন, মূচৰি খাওঁ, পুৰা হ'লে নাও মেলি যাওঁ।'

ভাত খাবলৈ দিলে..., ২২২—'ভাত খাবলৈহে দিব পাৰি, আঙুলি খাবলৈ দিব নোৱাৰি।'

ভাত-জাৰ, ২২৩—'ভাত-জাৰ ভূত-জাৰ'—জাৰকালি তপত ভাত খাই উঠিও জাৰ লাগে আৰু মাছ মাৰি পানীৰপৰা উঠিলেও জাৰ লাগে—দুইটা অদ্ভুত জাৰ।

ভাদমহীয়া কাউৰী, ২২৩—সাধাৰণতে 'ভদীয়া কাউৰীৰ দৰে কিমান কেলকেলাই থাকে?'—এনেকৈ কোৱা হয়। তুঃকঃ 'কতক কলকেলাৱ: ভদীয়া কাউৰী: ঘৰতৰা হৈছে কি?" (বনগীত)

ভাদত ক'লী গৰু জগা, ২২৩—'ভাললৈ ভাদত ক'লী গৰু নজগে।'

ভালৰ ভাল হোৱা, ২২৪—'ভালৰ ভাল সৰ্ব্বস্তিকাল।'

ভাৰেৰে ক'লে পকা ধানে বাট দিয়া, ২২৪—'ভাৰেৰে পৰিলে পকাধানেও বাট দিয়ে।' তুঃকঃ ডাকৰ বচন: 'নষ্ট হয় কিৰিষি যাতে লয় বাট। নষ্ট হয় তিৰী নিতে বেহায় হাট।'

ভিৰাই ধৰি লৰা,—২২৫—'ভিৰাই ধৰি লৰ মৰা'হে বোলে।

ভীমটোকা মানুহ, ২২৫—'ভীমটোকা গৰু'ও কয়। ভীমটোকা মানুহে ভীমটোকা গৰুৰ দৰে অনাৱশ্যকীয়ভাৱে বা নাভাবি নিচিন্তি লোকৰ বিঘিনি ঘটাই ফুৰে।

ভূত-জাৰ, ২২৫—'ভাত-জাৰ, ভূত জাৰ।'

ভূতৰ ওপৰত দানহ, ২২৫—দানহ=দানৱ। তুঃকঃ 'কুঁজৰ মূৰত কিল।' 'গণ্ডোপৰি বিস্ফোটক।'

ভূতীয়াই পৰত নাপালে ঘৰত খোৱা, ২২৬—তুঃকঃ 'গজমূৰী গাই পৰৰ নাপালে নিজৰে খায়।'

ভেকুৰি-তলৰ কথা, ২২৬—'কথা ক'ত?—ভেকুৰি-তলত।' তুঃকঃ 'উৰহী গছৰ ওৰ।

ভেকুলীৰ পিঠিত নোম গজা, ২২৬—অসম্ভৱ সম্ভৱ হোৱা, দুৰ্ভগীয়াৰ ভাগ্য উদয় হোৱা।'

ভেকো কৰা, ২২৬—দৈৱাসন তল যায়; ভেকো কৰা, মোকো নিয়া।'

ভেৰপেটী মোৱা, ২২৭—'ওৱাক নিন্দে কোৱাই, পুথি-খলিহনা মাছক নিন্দে ভেৰপেটী মোৱাই।' তুঃকঃ 'আমে নিন্দে চামক, দ ভুঁয়ে নিন্দে বামক।' 'শালক শিঙিয়ে হাঁহে।' 'আবৈতকৈ উথুৱাৰ খচ্-খচনি সৰহ।'

ভো বামুণ, ২২৭—'বামুণ ভো ভো দেৱতা, শূদিৰ দাঁত হেলোৱা।'

ভোক চৰি যোৱা, ভোক বহা, ২২৮—'ভোকত গা বহি যোৱা' কয়।

ভোকৰ ভাত, ২২৮—'ভোকৰ ভাত, পিয়াহৰ পানী; তাক নেখালে বল হয় হানি।'

ভোকোহা এন্দুৰ, ২২৮—'ভোকোৰা এন্দুৰ', যেনে—'যাৰ যহত শঁাখ (শঁাক) সেন্দুৰ, তাক পাতিছে ভোকোৰা এন্দুৰ।'

ভোগাই নাম লৈ…, ২২৮—'নাম লৈছে ভোগাই, খায় পানীকাঁহুদি।'

ভোজনত বহি কুলৰ বাৰ্তাৰ সোধা, ২২৯—'কুমাৰ-হৰণ'ত চিত্ৰলেখাই নানাখন দিহেৰে অনিৰুদ্ধক খাবলৈ দিওঁতে এই পৰিস্থিতিৰ উদ্ভৱ হৈছে। তুঃকঃ 'খচ্‌খচ্‌কৈ কাটিছা গুৱা, তুমিনো আমাৰ কি হোৱা?' 'ভাত পাতত জাত বিচৰা, ভোজনত বহি কুলৰ বতৰা।'

ভোজনতকৈ বচন মিঠা পোৱা, ২২৯—'ভোজন মিঠা নে বচন মিঠা?'

ভোলানাথ পুৰুষ—ছপাত বাদ পৰি গৈছিল। বাজখোৱা ডাঙৰীয়াৰ টোকা: "বি, ভোলানাথ মহাদেৱৰ এটা নাম। মহাদেৱ প্ৰধান ঈশ্বৰ-ভক্ত আৰু মায়াৰ অতীত। এতেকে,—অত্যন্ত সৰল স্বভাৱৰ মানুহ, a high-souled or magnanimous person". খণ্ড বাক্যটিত পুৰুষজন সুন্দৰ, এনে ভাবো আছে। 'লোণে আমলখি খালো; কোনোবা জনমত তপস্যা কৰিলো, ভোলানাথ পুৰুষক পালো।'

মজা পোকে কামোৰা, ২৩১—খণ্ডবাক্যটোৱে হীনাৰ্থত ( slang ) ডেকাৰ কাৰণে গাভৰু বিতত হোৱা স্বভাৱ নিৰ্দ্দেশ কৰে।

মথুৰা-পাগ, ২৩১—বাৰভূঞাসকলক মথুৰাপুৰত আহোম ৰজাই পতাত তেওঁলোকৰ বৰপাগক মথুৰা-পাগ বোলে বুলি এটা কথা আছে।

মদাৰ গছৰ পাণ পৰা, ২৩১—'টান টান টান, তিনিটা কথা টান; টান টান টান, মদাৰ গছৰ পাণ পৰা টান; টান টান টান, কাৰৈ মাছ বছা টান; টান টান টান, ৰজাৰ আগত কথা কোৱা টান।' নহ'লেবা '...মদাৰ গছৰ পাণ পৰা টান,…মতা মানুহৰ ভাত ৰন্ধা টান; …মাইকী ছোৱালীয়ে গৰু ৰখা টান।' এনেকৈও শুনা যায়। 'হালতকৈ কোৰত টান, তেও নহয় মোৰ বাহী বনৰ মান।'

মন ওফৰা, ২৩১—ভাল-বেয়াৰ বিচাৰ নোহোৱাকৈ হাতৰটো এৰি আন এটা কামলৈ মন যোৱা।

মন হ'লে ছন কৰিব পৰা, ২৩২—'মন কৰিলেই ছন।' 'Where there's a will, there's a way'.

মনৰ বাঘে খোৱা, ২৩২—'বনৰ বাঘে খায় নে মনৰ বাঘে খায়?'

মৰণত শৰণ দিয়া, ২৩৩—তুঃকঃ 'মৰোঁ জীওঁ সোঁ আধিকৈ।' 'কাৰ্য্যং ৱা সাধয়েৎ শৰীৰং ৱা পাতয়েৎ।' 'কৰেঙ্গে য়া মৰেঙ্গে।'

মৰমৰ চুমাই নাকটি ছিঙা, ২৩৪—অভিপাভ আৰু অসাৱধান মৰমেৰে মৰমৰ জনৰ হানি কৰা অৰ্থও হয়।

মৰা গৰু, ২৩৪—তুºকº 'মৰা গৰু পৰাদি পৰা। 'মৰা গৰুক ঘাঁহ দিয়া।'

মৰাৰ ছাল টনা, ২৩৪—অপাৰ্থকৰপৰা বলেৰে নিষ্ঠুৰভাৱে ধন উলিওৱা ; লোকৰ ভাল-বেয়ালৈ নাচাই বাধ্য-বাধকতা কৰা ; আপোন মানুহৰ শৰীৰৰ বা অৰ্থৰ অৱস্থা নাচাই তেনে লোকৰ ওপৰত খাই থকা ( মৰাৰ ছাল টানি খোৱা ), এনেবোৰ অৰ্থও সোমাই আছে। তুºকº 'ধাৰ কৰা ধনেৰে খুন্দো পিঠাগুৰি, মাৰেঁ। বুঢ়া গাই চুঁচি।'

মৰা গৰুৰ ছালে বেবোৱা, ২৩৪—সাধুত মাকক জীয়েকে সুধিলে,—'আই মোৰ কেতিয়া বিয়া হব ?' মাকে ক'লে—'বাটে পোৱালি মেলিব, মৰা গৰুৰ ছালে বেবাব, তেতিয়া তোৰ বিয়া হ'ব।'

মৰা মুখত চুমা দিয়া, ২৩৪ - (১) অতি বিপদগ্ৰস্ত মানুহক সহায় কৰিব নোৱাৰা, (২) উৎসাহ দিবলৈ গৈ দুখ দিয়া—এই দুটা অৰ্থত প্ৰয়োগ হয়।

মৰি পৰি ধৰা, ২৩৪—'জৰ-পূৰ দি ধৰা।'

মৰিবলৈ জীবলৈ, ২৩৫—'মৰিব'লৈকে।' 'তোমাৰ চকুৰ আঁৰ হ'বলৈকে।' 'আই হে আই, মৰা জীয়ালৈ হাতী দেখা পালো।'

মৰিলে গাঁতে অঁটা, ২৩৫—'মৰিলে গাঁতে আঁটিব, জীয়াই থাকিলে ভাতে আঁটিব।'

মৰিলেও মৰকামোৰ নেৰা, ২৩৫—'মেঘে গাজিলেও কাছই কামোৰ নেৰে।'

মলুৱা বান্দৰ, ২৩৫—সাধাৰণতে মলুৱা বান্দৰ জাক নাপাতি অকলশৰে ফুৰে।' গিৰিহঁতক নুসুধি বস্তু নিয়া মানুহক মলুৱা বান্দৰ বোলা হয়।

মহন্তৰ চিন মাহনিত ওলোৱা', ২৩৬—'মহন্তৰ চিন মাহনিত, বুঢ়া গৰুৰ চিন ঘাঁহনিত।'

মহলৈ নমৰি যহলৈ মৰা, ২৩৬—'মহলৈ নমৰেঁ।, যহলৈ মৰেঁ।, ফটা আঁঠুৰাখন টিঙালীকৈ তৰেঁ।।' গৰ্ডনে প্ৰবাদটো Boasting শিতানত ধৰিছে আৰু সম্ভৱপৰ অৰ্থ penny wise pound foolish বুলি কৈছে।

মহে তেজ এটোপা নোখোৱা মানুহ, ২৩৬—'নিপোটল মানুহ' অৰ্থও হয়।

মাকতকৈ জীয়েক কাজী, ২৩৭—'মাকতকৈ জীয়েক কাজী, ঢেকি-খোৰা লৈ বাটে পাঁজি, ঘৰ পুৰিলে কৰাই ভাজি।' তুºকº 'টিক বলধা, ওলাই মাটি, মাক ভালেহে জীয়েক জাতি।' 'নাহৰতকৈ সুকাঠি ওলা।'

মাণিকী-মাকৰ কঁৰিয়া, ২৩৯—সকলো নিখুঁত বস্তুতে ধেমালিত 'মাণিকী-মাকৰ কঁৰিয়া যেন' প্ৰয়োগ হয়।

মাতৰ হেনা-হুঁচা, ২৩৯—'ভাতৰ দাম-দুম, মাতৰ হেনা-হুঁচা।'

মাতৰ ভিতা, ২৩৯—'ভাতৰ ভিতা খাব পাৰি, মাতৰ ভিতা সহিব নোৱাৰি।'

মাধমৰীয়া মাৰ, ২৩৯—'মাধমাৰ' বুলিলেই হয়।

মান্ধাতাৰ দিনত, ২৪০—'মান্ধাতাৰ আমোলত্তে' বুলিও কোৱা হয়।

মাৰত চেলা উলিওৱা, ২৪০—তুʼকʼ 'পিঠিত বাৰৰি ফুল বহা।'

মাৰি খোৱা হাঁহক ঢাৰি পাৰি বহুওৱা, ২৪০—'ঢাৰিৰ' পৰিৱৰ্তে 'ঢকুৱা'ও কয় আৰু 'বহুওৱা'ৰ সলনি 'হগুওৱা' বা 'শুউৱা'ও শুনা যায়।

মাৰি যাওঁ মৰি যাওঁ কৰি ধৰা, ২৪৯—মৰাণ-বিদ্ৰোহৰ সময়ত বিদ্ৰোহীসকলৰ কক্ষা আছিল, 'মৰি যাওঁ, মাৰি যাওঁ, গুৰুৰ ঋণ শুজি যাওঁ।'

মালিনীয়ে ফুলৰ শোক নাপাহৰা, ২৪১—'সাপে নেপাহৰে কঁকালৰ কোৰ, মাকে নেপাহৰে পুত্ৰৰ শোক, মালিনীয়ে নেপাহৰে ফুলৰ শোক।'

মাহৰ মাৰ দেখি তিলে বেঁত মেলা, ২৪১—বেঁত=সংস্কৃত, ব্যক্ত =প্ৰাচীন অসমীয়া, বেক্ত। তুʼকʼ 'জীয়াৰী কোৱাই বোৱাৰী ভ'ৰোৱা।'

মিছা কথাই সিঁচা পানীয়ে সমান হোৱা, ২৪২—বঙলা: 'মিছা কথা সিঁচা জল, কোথায় টিকেছে বল।'

মিছা কথাৰ ঠেং চুটি হোৱা, ২৪২—'মিছা কথাৰ ঠেং চুটি, সঁচাৰ ঢোকাও নেলাগে।'

মিছাত ফুৰা, ২৪২—মিছা বা অদৰ্কাৰী কাৰ্য্যত ফুৰা।

মিঠৈ-কলা, ২৪২—'বোপাই গৈছিল সবাহলৈ, মই গৈছিলো লগত, মিঠৈ কলা খাবলৈ পাই মযো হ'লো ভকত।'

মুকলি ফুৰা, ২৪৩—'বাহিৰ ফুৰা,' 'ফুৰা হোৱা।'

মুকুতা নহৈ শোকোতা হোৱা, ২৪৩—'মুকুতা বিচাৰি শোকোতা পোৱা; শোকোতা নহৈ মুকুতা হোৱা'; 'শোকোতা বিচাৰি মুকুতা পোৱা', 'শোকোতাকে মুকুতা বুলি থকা' আদি খণ্ডবাক্যও আছে। 'মুকুতা আজ্জে, শোকোতা খায়।' 'শোকোতা নে মুকুতা।' বঙলা: 'চাইলে জিৰে, পেলে হীৰে।'

মুখ শুকাই টেমিৰ মুৰ যেন হোৱা, ২৪৪—'মুখ শুকাই টেমি (বা টেমি যেন) হোৱা'ও হয়।

মুখত হৰি-নাম, হাতত কৃত্য কাম, ২৪৫—'মুখে ৰাম.নাম, হাতে কৃত্য কাম' এনেকৈহে কোৱা হয়। 'ভাই মুখে বোলা ৰাম, হৃদয়ে ধৰা ৰূপ।' (শঙ্কৰদেৱ, কীৰ্ত্তন-ঘোষা)

মুখতে বʼটা পোৱা,.. ২৪৫—'কথাৰ মুৰত বʼটা পায়, কথাৰ মুৰত কটা যায়।'

মুখৰ খজুৰতি মৰা, ২৪৫—সাধাৰণতে শুনোতাৰ অদৰ্কাৰী আৰু শুনিবলৈ নিবিচৰা কথা কোৱা বুজায়।

মুখৰ মাজিহা, ২৪৬—'মুখৰ মাজিহা' এনেকৈ শুনা যায়।

মুখলৈ চোৱা, ২৪৬—আশা কৰা অৰ্থও হয়। তুঁক° 'হাতলৈ মুখলৈ চোৱা।'

মুচৰি সামৰি খালৈত থোৱা, ২৪৬—'কাকো নেপাই ভাদৈক পালো, মুচৰি সামৰি খালৈত থলো।' গৰ্ড্‌ন ছাহাবে 'ভাদৈ' শব্দৰ বিষয়ে লিখিছে Here it means a small inferior fish.

মুঠিতে লুকোৱা, ২৪৭—ছাঁতে শুকোৱা মুঠিতে লুকোৱা তোমালৈ সেই সাজ আছে।' (বিয়ানাম)

মুৰ মাৰি কন্দা, ২৪৭—সাধাৰণতে 'মুৰ থেকেচি কন্দা', 'বুকু ভুকুৱাই কন্দা,' 'হিয়া-মুৰ ভুকুৱাই কন্দা'—এনেবোৰ প্ৰয়োগহে শুনা যায়।

মুখে-ভৰি কঢ়া, ২৪৯—সাধাৰণতে অভপালি কঢ়া অৰ্থতহে প্ৰয়োগ হয়।

মৃত্যু-কালত ঔষধ নোহোৱা, ২৪৯—'জয়-কালত ভয় নাই, মৃত্যু-কালত ঔষধ নাই।' 'জয়কালত ভয় নাই' (পৰিশিষ্ট) চাওক।

মেখেলা-ভাৰী, ২৪৯—'ভাতৰ ভতুৱা, মেখেলা-ভাৰী, ভাত বাঢ়ি থৈছো, খোৱাঁহি আহি।'

মেঘে গাজিলে এৰা, ২৪৯—'মেঘে গাজিলেও নেৰা'—এনে প্ৰয়োগো হয়।

মোমাই মৰিলে ভূতক পোৱা, ২৫০—'মোমাই মৰক, ভূতক (বা ভূতক পালেহে) পাম।'

যথাথিয় সদাশিৱ, ২৫২—'অ'ত থিয়, ত'ত থিয়, আলহী আহিছে, নোসোধা কিয়।'

যথা দৃষ্টং তথা লিখিতং কৰা, ২৫২—পুথি নকল কৰি শেষত লিখা হয়—'যথা দৃষ্টং তথা লিখিতং লেখকে নাস্তি দূষণং। ভীমস্যাপি ৰণে ভঙ্গো মুনীনাঞ্চ মতিভ্ৰমঃ॥'

যমকাল, ২৫২—'ৰাম ভাল ৰাম ভাল, ৰাম নহয় যমকাল।'

যমপুৰী নিজান ঠাই, ২৫২—'যমপুৰী নিদান ঠাই, অ'ত দিলেহে ত'ত পায়।' নিদান—দান পাবলৈ নোহোৱা অৰ্থত প্ৰয়োগ কৰা হৈছে।

যমৰ দক্ষিণ দুৱাৰ, ২৫২—দশ দিশৰ ভিতৰত দক্ষিণ দিশৰ অধিপতি যম।

যমৰ বুকুত দিয়া, ২৫২—তুঁক° 'জী তুলি জোঁৱাইৰ বুকুত দিয়া।'

যাচি দিলে মাণিকত দৰ নোহোৱা, ২৫৩—সাধাৰণতে 'যাচি দিলে সোণৰো (বা সুৱৰ্ণৰো) দৰ নাই' বুলি কোৱা হয়।

যি মুলা বাঢ়িব ‥ ‥, ২৫৩—Morning shows the day. The child is father of the man.

যেই বাটে অহা সেই বাটে যোৱা, ২৫৪—'শেনটোৰ দৰে গৈ ফেঁচাটোৰ দৰে ঘূৰি অহা।'

যেত কুটৰ ঘাই, ২৫৪—সাধাৰণতে 'যত কুটৰ ঘাই' বুলি কোৱা হয়।

যেত ল'ৰাৰ তেত বুদ্ধি, ২৫৪—'যেত ল'ৰাৰ তেত বুধি, চুটি চোলাৰ পেট উদি।

যেনিয়ে যাওঁ ভেট ভেট, ২৫৫—'যেনিয়ে যাওঁ, শিয়ালী ভেট ভেট।'

ৰঙৰ কিল গুকলা গুকল হোৱা, ২৫৫—'ৰঙৰ কিল গুকলা-গুকল, খঙৰ কিল লপা-থপা।'

ৰঙা থঙা পাৰি দিয়া. ২৫৫—'ৰঙা থঙা পাৰি বহুওৱা' বা 'ৰৰপীৰা পাৰি বহুওৱা।'

ৰজাৰ আগত কথা কোৱা, ২৫৬—'মদাৰ গছৰ পাণ পৰা'ৰ টোকা চাওক।

ৰণত পৰি ক'লীয়া হোৱা, ২৫৬—'ৰণত পৰি ক'লীয়া হ'ল, তেল নাইকিয়া ফপৰীয়া হ'ল।'

ৰাইজ ঔ ৰজাৰ শৰণ, ২৫৭—'ৰাইজ ঔ ৰজাৰ শৰণ, ঘৈণীয়ে মাছ খায়, বোন্দাৰ মৰণ।'

ৰাইজৰ লগত নমৰিলেও চকু মুদা, ২৫৭—'ৰাইজ মৰিলে মৰিব নোৱাৰিলেও চকু মুদিব লাগে।'

ৰাইজে নখ জোকাৰিলে নদী হোৱা, ২৫৭—'ৰাইজে নখ জোকাৰিকে নৈ বয়' —এইটোহে শুদ্ধ প্ৰয়োগ।

ৰাগ টনা, ২৫৮—'ধনছিৰি ৰাগ টনা।' মূলতে, বৰগীত আদি গাওঁতে দীঘল সুৰেৰে আলাপ কৰাকে ৰাগ দিয়া বা ৰাগ টনা বোলে।

ৰাঙলী ধোঁৱাত উঠা, ২৫৮—এইটো অৰ্ব্বাচীন প্ৰয়োগ। 'ৰঙা ধোঁৱা মেলিছে বা মেলাইছে' মানে ঘৰত জুই লাগিছে এনে অৰ্থ হয়।

ৰাজ-ভগনৰ কথা কওঁতে..., ২৫৮—'মই কওঁ ৰাজ-ভগনৰ কথা, সি কয় কল-থোকা বাদুলীয়ে খালে।'

ৰাতিটোকে হাতীটো দেখা, ২৫৮—সাধাৰণতে ৰাতি অহাৰ লগে লগে ভয়ঙ্কৰ বিপদৰ আশঙ্কা কৰা বুজায়। 'ৰাতিটোকে হাতীটো কৰা বা ফুকোৱা' মানে কম সময়তে বৰ ডাঙৰ কাম কৰা।

ৰাতিপুৱাই দিনটোলৈ—মূল পুথিৰ 'পৰিশিষ্ট'ৰ এই খণ্ডবাক্যটো ছপাত পৰি গৈছে। ৰাজখোৱা ডাঙৰীয়াই ইয়াৰ ব্যাখ্যা লিখিছিল—'ক্রি. বিণ. এনে বিশ্বাস আছে যে কোনো লোকৰ ৰাতিপুৱা যদি শুভ হয়, তেনেহলে গোটেই দিনটো শুভ হ'ব; আৰু ৰাতিপুৱা যদি অশুভ হয়, তেনেহ'লে গোটেই দিনটো অশুভ হ'ব। এতেকে,—গোটেই দিনটোলৈ মঙ্গলসূচক বা অমঙ্গলসূচক ৰাতিপুৱা কালতে, early in the morning which forebodes good or evil for the whole day." ই এৰিধ শপত; যেনে—'ৰাতিপুৱাই দিনটোলৈ মোৰ কামত আহুকাল কৰিবলৈ নাহিবি।'

বাতিৰ পাছত দিন হয়…,২৫৯—'দিন হ'লে বাতি হয়, অজান ফকিৰেও কয়।' (হেমকোষ)

বান্ধনী বেলি ওলোৱা পৰ, ২৫৯—'বান্ধনী বেলি (বা ব'দ)', আবেলি পৰত সন্ধিয়াৰ কিছু আগে আগে ওলায়।

বাম গঙ্গা একো নমতা, ২৫৯—সাধাৰণতে 'তই বাম গঙ্গা একো নোবোলা' বোলা হয়।

বাম নহৈ যম হোৱা, ২৬০—'বাম ভাল বাম ভাল বাম নহৈ যমকাল।' এই প্ৰবাদৰ উৎপত্তি হৈছে শঙ্কৰদেৱৰ উত্তৰকাণ্ড ৰামায়ণৰপৰা—'সবে বোলে এনুৱা ৰামক ভাল ভাল। মইতো জানো মোৰ মনে ৰামে যমকাল॥'

ৰাম-ৰাৱণৰ যুদ্ধ, ২৬০—'ৰাম-ৰাৱণয়োৰ্যুদ্ধং ৰাম-ৰাৱণয়োৰেৱ।'

ৰামৰ ৰাজ, ২৬০—'ৰামৰাজ' বা 'ৰামৰাজ্য'।

ৰামে মাৰিলেও মৰা ৰাৱণে মাৰিলেও মৰা, ২৬০—তুঁক' 'ধাৰে মাৰিলেও মেনে, গদাৰে মাৰিলেও ভেনে।' ৰামায়ণত মাৰীচৰ বচনঃ 'ৰামাদপি চ মৰ্তব্যং মৰ্তব্যং ৰাৱণাদপি। উভাভ্যাং যদি মৰ্তব্যং বৰং ৰামান্ন ৰাৱণাৎ।'

ৰাৱণৰ চিতা জ্বলা, ২৬০—তুঁক' 'অন্তৰ্দাহী ৰাৱণৰ চিতা জুইকুৰা কোন দিনা নুমাবনো আক।' (ৰঘুনাথ চৌধাৰী)

ৰেচত পেঁচ, ২৬১—'ৰেচতে পেঁচ, ধান-দোণীয়া পাচিটো লৈ কঁকালটো হেঁচ।' ৰেচ—তিৰোতা মানুহৰ কাণৰ ওচৰত আগফালে লহৰ লগাই ওলমাই থোৱা চুলি।

ৰেপি কটা, ২৬১—বাৰে বাৰে ঠাট্টা-মস্কৰা কৰি থাকিলে কোৱা হয়,—'কাটা যে কাটা, ৰেপানো কিয়?'

ৰৌটোকে ঢৌটো কৰা, ২৬২—'ঢৌটোকে ৰৌটো কৰা' বুলিহে কয়।

লফা দোৱা, ২৬৩—'লফা লোৱাদি লোৱা' বুলিও কয়। 'চোৰে নিছে লফা দাই, গিৰিহঁত মৰিছে খৰলি খাই।'

লমো লমো দাড়ি, ২৬৩—'লমো লমো দাড়ি, ঘনে কৰে বিলাস, সেইজন পুৰুষে খাটে বনবাস।'

লৰত ফেঁটী সাপৰ মূৰ ছিগা, ২৬৩—'ফেঁটী সাপৰ মূৰ ছিগা বেগ বা লৰ', 'সাপৰ নেগুৰ ছিগা সোঁত', ইত্যাদি।

লৰা ভুকুকিওৱা, ২৬৪—'ভীমকল দি ল'ৰা ভুকুকিওৱা', 'কণা হাঁহক পভান ধান দি ভুকুকিওৱা' ইত্যাদি।

ল'ৰাইতৰ মাক, ২৬৪—'ঘৰৰ ধৈণী, ল'ৰাইতৰ মাক। তোমাক নুসুধি সুধিমনো কাক।'

লৰ্ব্বাং লাখুটি, ২৬৪—'লৰ্ব্বাং ভৰ্ব্বাং...বিশৃঙ্খল, ছিন্নভিন্ন, লণ্ডভণ্ড' (হেমকোষ)। লৰ্ব্বাং লাখুটি—বুঢ়া মানুহৰ দৰে সকলো কথাতে 'কৰ-ধৃত-কম্পিত-শোভিত-দণ্ডং' হোৱা।

লাং খাই পৰা, ২৬৪—আহোম ভাষাত 'লাং' মানে পিঠি; তাৰপৰা পিঠি দি পৰা অৰ্থ হ'ব পাৰে।

লাই পালে কুকুৰে গললৈ জপিওৱা, ২৬৪—বঙলা: 'কুকুৰকে নাই দিলে মাথায় চড়ে।' ডক্টৰ সুশীলকুমাৰ দে: "নাই=নেহা=স্নেহ, আদৰ।"

লাও-পাত কচু-পাত, ২৬৫—'মুখ নহয় লাওপাত কচুপাত (বা আঁহত-পাত)' বুলি কোৱা হয়।

লাগ-বান্ধ নাইকিয়া, ২৬৫—'লাগ-বান্ধ নোহোৱা।'

লালুকিলৈ তপত পানী নলগা, ২৬৬—'লালুকিলৈ (বা লালু'ক বেঙলৈ) কি তপত পানী লাগিছে?'

লুইতেহে ব'ঠাৰ কোব জনা, ২৬৭—'লুইতেহে জানে, বঠা কিমানকৈ বহে।' None but the wearer knows where the shoe pinches.' 'The shoe knows whether the stocking has holes.'

লেধাই শামুকে......, ২৬৮—'সাগৰত থাকে দ্বিমুখীয়া (পাঞ্চজন্য—গৰ্ডন্) শঙ্খ, নেগুৰীয়া (বা লেধাই) শামুকে বোলে ময়ো তাৰে বংশ।' 'লেধাই শামুকৰ পোকৰ, থৈয়া বৈ মৰিছে লোকৰ।'

লেনী ভাদৈ, ২৬৮—'লেনী ভাদৈ, পকা কৰ্দ্দৈ, খোলাত দিলে পুঠি, লৰ মাৰিলে উঠি।' 'তিৰীৰ লেনিওৱা, বৰঘুণৰ কণিওৱা, ঘৰ চাই নকৰে মুখচ, এই তিনিৰ সমান নাই কুৎচ।'

লে বাই যোৱা, ২৬৮—'লেৰ বাই যোৱা'ও শুনা যায়।

লেলাই-থেলাই থকা, ২৬৮—'লেলাই থেন্দাই,' 'লেলাই থেন্দাই,' 'লেলাই থেলাই'—এনেবোৰো শুনা যায়।

লোকলৈ হুল পুতি নিজে ফুটি মৰা, ২৬৯—'কোটাৰ ঘৰৰ কুটী, লোকলৈ হুল পুতি, নিজে মৰে ফুটি।' বঙলা: 'পৰেৰ জন্য ফাঁদ পাতে, আপনি পড়ে মৰে তাতে।'

লোণ খুটি ভাত খোৱা, ২৬৯—'আই ঘ'লৈ যাম, লোণ খুটি হ'লেও খাম।' 'লোণ খুটি খালেও আই-ঘৰ সোৱাদ।' 'লোণ খুটি খোৱা'ৰ এটা অৰ্থ ডাক্টৰ-কবিৰাজৰ মতে কম খোৱা বা পথ্য খোৱাও হয়।

লোণভাৰ পেলাই মাটিভাৰ অনা, ২৭০—'ধন মহঙলৈ গ'ল, লোণভাৰ পেলাই মাটিভাৰ আনিলে, ঘৰ মচিবলৈ হ'ল।' মহং—"near Barasali in the district of Sibsagar. The proverb means that the man is an idiot. ...(গৰ্ডন্).

লোৰৰ গুৰি-কৰাই গালে গালে চোবোৱা, ২৭০—'লোৰ গুৰিকৰাই গালে গালে খাওঁ, খুদৰ গুৰিকৰাই দেখি পেলাওঁ।'

শত্ৰু শলা, ২৭১—'শত্ৰুক শলা'হে জতুৱা ৰূপ।

শলাগোঁতে শলা-গাঁথি লগা, ২৭২—'শলাগোঁতে শলাগোঁতে শলা-গাঁথি লগা' বুলিহে কোৱা শুনা যায়।

শ'লমাৰি ভঙ্গা, ২৭২—সমাজৰ শাসন নমনা; মাৰ ভঙ্গা।

শলালৰ শিল, ২৭২—'যাক নোৱাৰিলে শলালৰ (সলালৰ) শিলে, তাক কি কৰিব ধঙুৱাৰ কিলে।'

শাকত লোণ নোখোৱা, ২৭৩—'শাকত নাখায় লোণ, পিটিকাত যায় তিনি গুণ।' তুঁকঁ penny wise pound foolish.

শাকে-কচুৱে খোৱা, ২৭৩—'শাকে-শোকোতাই ভক্ষণ, সেই পুৰুষৰ লক্ষণ।'

শামুকৰ সাহ, ২৭৩—সাধাৰণতে 'শাহ-সাহ' শব্দবোৰৰ ওপৰত খেলা কৰি 'শামুকৰ শাহ যেন সাহ' বোলা হয়।

শালক শিঙিয়ে ঘিণোৱা, ২৭৩—'শালক শিঙিয়ে হঁহা।' 'আমে নিন্দে চামক দ ভূঁয়ে নিন্দে বামক।' 'নিজৰ পোকৰ টেক্‌টেকীয়া, লোকৰ পোকৰলৈ পানী চটিয়া।' 'শালক শিঙিয়ে হাঁহে, ভয়ো কাজী, ময়ো কাজী, ভালেতো গৰাকী নাহে।'

শিয়ালৰ জাক জাক, ২৭৫—'শিয়ালৰ জাক জাক, সিংহৰ এটা।'

শিয়ালৰ ডিঙিত মঙহৰ ভাৰ দিয়া, ২৭৫—সাধাৰণতে 'শিয়ালৰ কান্ধত মঙহৰ ভাৰ' বোলা হয়।

শিলৰ খুঁটি, ২৭৬—'বান্ধিলে মন শিলৰ খুঁটি, মেলিলে মন ধোঁৱাৰ ছুটি।'

শীতল সন্নিপাত, ২৭৬—'শীতল শনি', 'শীতল সনিপাত' (বা শনিপাত)—এনে পাঠো সম্ভৱ।

শুকানী অপেচৰাই পোৱা, ২৭৭—বিশেষ কাৰণ নোহোৱাকৈ মানুহ শুকাই-খীণাই গ'লে অপেচৰা-সবাহ পাতি চোতালত অপেচৰা-নাম গোৱা হয়।

শুহুৰি খটা, ২৭৭—'শাহুৰি' বা 'শহুৰি' ৰূপো হ'ব পাৰে। 'খাই ল, খাই ল, নৌ শাহুৰিলৈ যাওঁতে, শুই ল, শুই ল নৌ পো-জী পাওঁতে।'

শূদিৰৰ পচ্নুৱা, ২৭৭—'বামুণৰ বকৱা, শূদিৰৰ পচ্নুৱা।'

শোধ সৌঁৱৰোৱা, ২৭৮—'সোট সৌঁৱৰোৱা।'

সঁচি ধন, ২৮০—'সঁচি ধনৰ পেটুৱা মণি।'

সন্তৰামৰ নাঙ্গল, ২৮০—'বইলুঙনীৰ মঙ্গল' (পৰিশিষ্ট) চাওক।

সতিনী বহীয়া পৈ, ২৮০—'সতিনী বহীয়া পৈ, এবেলা কন্দুৱায়, এবেলা হঁহুৱায় পথালি কোলাত লৈ।'

সন্ধিৰ বাঁহ বুঢ়িৰে উলিওৱা, ২৮০—'সন্ধিৰ বাঁহ বুঢ়িৰে কটা'হে কয়।

সন্নিপতীয়া মানুহ, ২৮০—'সনিপতীয়া বা শনিপতীয়া।'

সবৰ্ক্কি যোৱা, ২৮১—'বুঢ়াগোহাঁই নবকী, কালহীবা চেলেকি, বাৰ্ফিয়ে সবৰ্ক্কি গ'ল।' (বৰফুকনৰ গীত)

সবগৰ ভৰা, ২৮১—গুৱনী পুৰুষ বা তিৰোতাক বুজাবলৈ কোৱা হয়। 'ৰূপকে চাবানে গুণকে চাবা, যেন সবগৰ ভৰা।'

সকৰ দোষে খুচৰি খোৱা, ২৮২—'বৰৰ দোষ পিছলি যায়, সকৰ দোষ খুচৰি খায়।'

সক নাৰত বৰ ভৰা দিয়া, ২৮২—'সক (বা টুলুঙা) নাৱত বৰ ভৰা, মহাপ্ৰভু ৰক্ষা কৰাঁ।'

সহস্ৰ-গাঁথি, ২৮২—যবৰ 'সহস্ৰ গাঁথিৰ ভলত আছো' বুলি শপত খোৱা হয়।

সাত শত্ৰু, ২৮৪—'সাত শতুৰু।'

সাতে-সোতেৰে, ২৮৫—'সাতে-সোতৰই'—এনেও বোলা হয়।

সাতৰি সোণ, ২৮৫—'সাতৰী সোণা' বা 'সাদৰী সোণা।'

সাপে কঁকালৰ কোব নাপাহৰা, ২৮৬—'সাপে নেপাহৰে কঁকালৰ কোব, বাপে (বা মাকে) নেপাহৰে পুত্ৰৰ শোক।'

সিংহৰ এটা, ২৮৭—'শিয়ালৰ জাক জাক, সিংহৰ এটা।

সিৰ চাই টোকৰ মৰা, ২৮৭—বিষ-বেমাৰ আদি হ'লে সিৰ কাটি তেজ উলিওৱা বেজৰ প্ৰক্ৰিয়াৰপৰা খণ্ডবাক্যটো হৈছে।

সীতা নোহোৱা যজ্ঞ পতা, ২৮৮—Like *Hamlet* without the prince of Denmark.

সীতাৰ হৈ মাতোঁতা নোহোৱা, ২৮৮—'ৰামৰ পৰিয়ালে লঙ্কা জুৰিলে, সীতাৰ হৈ মাতোঁতা নাই।'

সুতিৰী কেদেলী, ২৮৮—সীতাই হেনো কৈছিল, 'শুকল আমা, সুতিৰী শ্যামা, সুজল গঙ্গা, সুপুৰুষ ৰামা।' ৰামে তাতে যোগে সুধৰাই ক'লে,—'সুকল কদলী, সুতিৰী কেদেলী, সুজল বৰিষণা, সুপুৰুষ কিবিষণা।'

বঙলা: 'ফলেৰ মধ্যে আম, মানুষেৰ মধ্যে শ্যাম, কাপড়েৰ মধ্যে সাদা, নাৰীৰ মধ্যে ৰাধা।'

সুবাট দুৰগম হোৱা, ২৮৮—'সুবাট দুৰগমন, কেওঁ নেযাবা এৰি, সক ভোৱালী আনিবা, কেও নানিবা বাৰী।'

সোণ হ'লে দাঁতাল হাতী পোন হোৱা, ২৮৯—'ধন হ'লে সোণ, সোণ হ'লে দাঁতাল হাতীও (বা ৰজাৰ জীয়েকো) পোন।'

সোণে-পোৱালে গঁথা, ২৯০—ইয়াৰ অৰ্থ 'ভাল আৰু বেয়া মিহলাই কৰা' নহৈ কপাহে বাং চৰাই কৰাহে হ'ব লাগে।

সোলা মুখৰ চৰ, ২৯১—'গুৰি পকৰাৰ বৰঘৰ্ণই বান, সোলা মুখৰ এটা চৰেই টান।'

সোনাৰ মুখত মাখি পৰা, ২৯১—'সোনাৰ মুখত মাখি পৰে, সিও লাভৰহে ভিতৰ।'

হৰি-কথাতকৈ চাউলকঠা টান হোৱা, ২৯২—'আটাইতকৈ ডাঙৰ ( বা টান ) হৰি-কথা, তাতোকৈ ডাঙৰ ( বা টান ) চাউলকঠা।'

হৰিণৰ মাংসই বৈৰী হোৱা, ২৯২—'আপনা মাংসে হৰিণা বৈৰী' ( ভুসুকৰ চৰ্য্যাপদ )।

হৰিণে বাঘৰ গাল চেলেকা, ২৯২—'কালৰো কাল, বিপৰীত কাল, হৰিণে চেলেকে বাঘৰ গাল।'

হ'ল বিয়াত উৰুলি দিয়া, ২৯৩- 'হ'ল বিয়া, উৰুলি দিয়ঁ।

হলা গছত আটায়ে বাগি কুঠাৰ মৰা. ২৯৩—'হলা গছ দেখি আটায়ে বাগি কুঠাৰ মাৰে।'

হস্তীৰ পাৱ পিছলা, ২৯৩—'আচলে-পিছলে হস্তীৰো পাও পিছলে।'

হাঁচটি বজা, ২৯৪—'বাজিব লাগে টেমি-কটাৰী, বাজিছে হাঁচটি (বা টং ভলিচা)।

হাঁহ কণীত কুহুম নাইকীয়া হোৱা, ২৯৪ 'অভাগীৰ কপাল, হাঁহকণীতে কুহুম নোলাল।' 'অভগীয়াৰ কপালত হাঁহকণীতো কুহুম নাই।'

হাঁহৰ ওপৰত শিয়াল বজা হোৱা, ২৯৪—'হাঁহৰ ওপৰত শিয়াল বজা, পোতা পুখুৰীত বাকেই বজা।' 'তোৰ ঘৰত তই বজা, মোৰ ঘৰত মই বজা, পোতা পুখুৰীত বাকেই বজা।'

হাঁহ-চোৰৰ মুৰত পাখি লাগি থকা, ২৯৪—'হাঁহ-চোৰৰ মুৰত পাখি, কঁঠালচোৰৰ এঠাই সাখী।'

হাঁহিত পেটু নাডী ছিঙা, ২৯৪—হিন্দী 'অন্তড়িয়া মেঁ বল পড়না।'

হাত কৰা, ২৯৮—কিন্তু ঢুলীয়াই 'ঢোল হাত কৰে।'

হাত-দেখি মন-দেখি, ২৯৬—বিলনীয়াই কয় 'হাত-দেখি হক, মন-দেখি নহক', দিওতে কম বেছি হ'লেও মনত যেন পক্ষপাতিতা নাথাকক'।

হাত ধৰি দিয়া ২৯৮—'হাত ধৰি খৰচ কৰা'ও বোলে।

হাত মোচা কানি ২৯৭—'হাত মচা ফটাকানি' বা কিলৰ গাবিশলি', ধাক সকলোৰে মাৰে।

হাতত ধৰা, ২৯৮- 'হাতত ধৰাই ভৰিত ধৰাই সমান।'

হাতত সাবে ভৰিত সাবে, যোৱা, ২৯৯—'হাতত সাবে ভৰিত সাবে।' তুং 'সাবিশব্দ লোহোৱা'।

হাতে-কাপে ধৰা পৰা, ২৯৯—'হাতে হাতে ধৰা পৰা।'

হাতী-খাৱনেৰে খোৱা, ৩০০—অ'ৰাক 'হাতী-খাৱনেৰে খুৱাৰী, বাঘৰ চকুৰে চাবা।' 'খুৱাইছো হাতী যেন, শুকাইছে মাখি হেন।' বঙলা: 'খাওয়াবে হাতীর ভোগে, দেখবে বাঘের চোখে।'

হাতীয়ে ম'হে যুঁজা, ৩০১—'হাতীয়ে মাখিয়ে যুঁজা।'

হাতীৰ গাত্ৰে ভৰাৰ ফৰ্ম্মুটি মৰা, ৩০১—'হাতীৰ টিকাত ভঁৰাৰ ফৰ্ম্মুটি।'

হাতী-শুঁড়েৰে ববযুণ দিয়া, ৩০২ 'কলচৰ কাণেৰে চলা' বা 'হাতীয়ে মূতাদি মূতা।'

হাৰক মাটি কৰা, ৩০২—'হাৰক মাটি কৰি, ভেকক পানী কৰি কাতৈ ঘটিছো ধন।' (বনগীত)

হাৰ-নাইকীয়া জিবা, ৩০৩—'হাৰ নাইকীয়া জিবা, কয় কিবা কিবা।'

হাৰলী আই, ৩০৩—'চিনায়ো হাৰলী আই' (কাণখোৱা)।

হাৰে কনকনোৱা, ৩০৩—'বুঢ়াৰ হাৰেও কন্‌কনায়।

হালে হালে সাঙোৰা, ৩০৩—সাধাৰণতে চিপাহীয়ে বহুতক হাতকেৰেয়া লগাই নিয়াকহে বুজায়।

হুতাশিন মানুহ, ৩০৪—'হুতাশনীয়া মানুহ।'

হুৰমুৰ যাত্ৰা, ৩০৪—'হুৰমুৰ যাত্ৰা যাৰ, সৰ্ব্বসিদ্ধি তাৰ।'

হুলে হুল কঢ়া ৩০৫—বঙলা: 'চোর দিয়ে চোর ধরা, কাঁটা দিয়ে কাঁটা তোলা।' 'কণ্টকেনৈৱ কণ্টকম্।' 'বিষস্য বিষমৌষধম্।'

হেকাই টিলিকি বাওঁ কৰা, ৩০৫—'হেকাই টিলিকি বাওঁ, মাগুৰ মাছৰ খোলা খাওঁ, পুথি মাছৰ গাখীৰ খীৰাওঁ ঐ গোবিন্দই ৰাম।'

হেদানি মেলা, ৩০৬—'অতক ম'হে গৰু হেদাঙি মেলিলা জীৱনৰ লগৰী পাই' (বিয়ানাম)।

হেন্দোলদোপ দলদোপ ৩০৭—'দলদোপ হেন্দোলদোপ।'

হোলোঙাৰে কাণ বিন্ধোৱা, ৩০৭—'গছত গৰু উঠা, হোলোঙাৰে কাণ বিন্ধোৱা।'

হোৱাতো নোহোৱাতো, ৩০৮—'হোৱায় নোহোৱায়।'

